# জীৱনী-সংগ্ৰহ

পদ্মনাথ গোহাঞি বৰুৱাৰ দ্বাৰা
সম্পাদিত গ্ৰন্থৰ পৰিবৰ্দ্ধিত সংস্কৰণ




অসম প্ৰকাশন পৰিষদ
গুৱাহাটী—৩

JIVANI-SANGRAHA: An enlarged edition of Jivani-Sangraha, first edited by Padmanath Gohain-Baruah in 1925, and now published by Shri C. P. Saikia, Secretary, Publication Board, Assam. First published: April, 1969. Price: Rs. 5'00.

প্ৰকাশক :

শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৩



প্ৰথম প্ৰকাশ :

এপ্ৰিল, ১৯৬৯



মূল্য : পাঁচ টকা

মুদ্ৰাকৰ :

শ্ৰীৰাধাৰমন বছাক

শ্ৰীকান্ত প্ৰেছ

৭৫নং বৈঠকখানা ৰোড,

কলিকতা-৯

# পাতনি

স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাৰ দ্বাৰা ১৯২৫ চনতে সম্পাদিত 'জীৱনী-সংগ্ৰহ' পুথিখনিৰ এটি নতুন আৰু পৰিবৰ্দ্ধিত সংস্কৰণ প্ৰকাশ কৰিবলৈ প্ৰকাশন পৰিষদে ১৯৬৫ চনৰ প্ৰথম ভাগতে সিদ্ধান্ত গ্ৰহণ কৰে। সেইমৰ্মে শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, ডঃ মহেশ্বৰ নেওগ, শ্ৰীকীৰ্তিনাথ হাজৰিকা আৰু পৰিষদৰ তেতিয়াৰ সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীক লৈ 'জীৱনী-সংগ্ৰহ কমিটি' এখন গঠন কৰা হয়। নানা কাৰণত পুথিখনৰ প্ৰকাশত যথেষ্ট পলম ঘটিল।

গোহাঞি বৰুৱাৰ দ্বাৰা সম্পাদিত গ্ৰন্থৰপৰা ছজন পুৰুষৰ জীৱনী এই সংস্কৰণত বাদ দিয়া হৈছে। সেই সকল হ'ল—স্বৰ্গদেৱ গদাধৰ সিংহ, জয়মতী কুঁৱৰী, মহাবীৰ লাচিত বৰফুকন, ভাৰতবন্ধু চাৰ হেমৰি কটন, মহাত্যাগী গোপালকৃষ্ণ গোখেল আৰু সিদ্ধেশ্বৰ গোহাঞি। এই নতুন সংস্কৰণত এইসকল পুৰুষৰ জীৱনী নতুনকৈ সন্নিবিষ্ট কৰা কৰা হৈছে: নিধি লেভি ফাৰৱেল, মযিতুল ইচলাম বৰা, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য, চন্দ্ৰকুমাৰ আগৰৱালা, ৰমাকান্ত চৌধুৰী, নগেন্দ্ৰনাৰায়ণ চৌধুৰী, হলিৰাম ঢেকিয়াল ফুকন, ৰজনীকান্ত বৰদলৈ, পদ্মনাথ গোহাঞি বৰুৱা, দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, উ তিৰোত সিং, শৰৎচন্দ্ৰ গোস্বামী, ডঃ বাণীকান্ত কাকতি, যতীন্দ্ৰনাথ দুৱৰা, ডঃ সূৰ্যকুমাৰ ভূঞা আৰু অম্বিকাগিৰী ৰায়চৌধুৰী।

গোহাঞি বৰুৱাৰ উত্তৰাধিকাৰীৰ লগত হোৱা চুক্তি অনুসৰি পুৰণি গ্ৰন্থৰ জীৱনীসমূহৰ একো সাল-সলনি কৰা হোৱা নাই। কেবাজনো পুৰুষৰ জীৱনকালতে তেওঁলোকৰ জীৱনী যুগুত কৰা হৈছিল।

গোহাঞি বৰুৱাদেৱৰ দ্বাৰা সম্পাদিত পুথিখনি পৰিষদক পুনৰ প্ৰকাশ কৰিবলৈ দিয়া বাবে তেওঁৰ উত্তৰাধিকাৰীলৈ পৰিষদৰ [illegible]

কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। লগতে এই পুথিত অৰিহণা যোগোৱা বিশিষ্ট ব্যক্তিসকলৰ প্ৰতিও আমাৰ গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

অসমৰ মহাপ্ৰাণ ব্যক্তিসকলৰ জীৱনীয়ে আমাৰ নতুন যুগৰ লোকসকলক যথাৰ্থভাৱে অনুপ্ৰাণিত কৰিব পাৰিব বুলি আমি পৰম আশা কৰিলোঁ।

শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী।

১৫ এপ্ৰিল, ১৯৬৯

# সূচীপত্ৰ

# জীৱনী সংগ্ৰহ

## ডাঙৰীয়া দীননাথ বেজবৰুৱা

১৭৩৫ শক, ১৮১৩ খ্ৰীষ্টাব্দত, যোৰহাট নগৰত, বেজবৰুৱা বংশৰ পদ্মফুল দীননাথ বেজবৰুৱাৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম কৃষ্ণৰাম বেজবৰুৱা, পিতামহৰ নাম অঙ্গদদেৱ বেজবৰুৱা আৰু প্ৰপিতামহৰ নাম জগন্নাথ বেজবৰুৱা আছিল। তেওঁলোক কেইওজনেই আহোম ৰজাঘৰীয়া বেজবৰুৱাৰ পদত আছিল। শিশু দীননাথ বেজবৰুৱা চাৰি বছৰীয়া বয়সতে মাতৃহীন হয়; আৰু তেওঁৰ বোৱেক আৰু ববাই-দেৱেক দুৰ্বীদেৱীয়ে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰে। তেওঁৰ ১৯ বছৰীয়া বয়সত পিতৃদেৱতা কৃষ্ণৰাম বেজবৰুৱাৰ কাল হয়।

অসম ৰজাৰ আজ্ঞাধীন যোৰহাটৰ যাদু অধ্যাপকৰ সংস্কৃত বিদ্যালয়ত দীননাথ বেজবৰুৱাই শিক্ষা পাই, সেই বিদ্যালয়তে তেওঁৰ ষোল বছৰীয়া বয়সত দ্বিতীয় অধ্যাপকৰ কামত নিযুক্ত হৈ কিছুদিন শিক্ষা দিছিল। তেওঁ পিতৃদেৱতা কৃষ্ণৰাম বেজবৰুৱাৰ আৰু ককায়েক হলিৰাম বেজবৰুৱাৰ ওচৰত আৰু সেই কালৰ আন আন বৈদ্যবিদ্যাবিশাৰদসকলৰ ওচৰত আয়ুৰ্বেদ বিদ্যা শিক্ষা কৰে, আয়ুৰ্বেদ শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰি, তাৰ শেষ পৰীক্ষাত সন্মানেৰে সৈতে উত্তীৰ্ণ হৈছিল। তেওঁ তেওঁৰ ১৯ বছৰীয়া বয়সত পঢ়া-শুনা শেষ কৰি ককায়েক হলিৰাম বৰুৱাৰ উদ্যোগত প্ৰথম বিবাহিত হয়; আৰু সেই বছৰতে তেওঁৰ পিতৃদেৱতা কৃষ্ণৰাম বেজবৰুৱাৰ কাল হয়। পিতৃবিহীন হৈ সংসাৰৰ গুৰু ভাৰ তেওঁৰ গাত পৰিলত

তেওঁ ৰুজি-বৃত্তিৰ চেষ্টা কৰিবলৈ ঘৰৰপৰা ওলাই বিদেশলৈ যায়। মহাৰজা পুৰন্দৰ সিংহ স্বৰ্গদেৱে ইংৰাজ গৱৰ্ণমেণ্টৰপৰা অসমৰাজ্য পাই তেতিয়া পঞ্চতীৰ্থ গুৱাহাটীত বাস কৰিছিল ; ডেকা দীননাথ বেজবৰুৱাই ৰজাৰে সৈতে তাতে সাক্ষাৎ কৰিলত স্বৰ্গদেৱৰ সুপ্ৰসন্ন দৃষ্টি তেওঁৰ ওপৰত পৰিল ; আৰু কামাখ্যাৰ মন্দিৰত তেওঁক স্বৰ্গদেৱে শপত খুৱাই বেজবৰুৱা পাতি নিজৰ প্ৰধান চিকিৎসক নিযুক্ত কৰিলে। স্বৰ্গদেৱে তেওঁক লগতে উজনিৰ ৰাজধানী শিৱসাগৰলৈ লৈ আহিল। পুৰন্দৰ সিংহ স্বৰ্গদেৱে নৰিয়াত দীননাথ বেজবৰুৱাই দিয়া ঔষধ হে খাইছিল ; আৰু আন বেজবৰুৱাসকলে ৰজাৰ নৰিয়া চাই কোনো দৰব-জাতিৰ ব্যৱস্থা কৰিলে সেই দৰব তেওঁ হাতেৰে চুই ভালকৈ পৰীক্ষা কৰি নিদিলে নাখাইছিল। এইদৰে দীননাথ বেজবৰুৱা আহোম ৰজাৰ দিনত ৰজাৰ ঘাই বেজবৰুৱা পদত নিযুক্ত থাকি সুখ্যাতিৰে কাম কৰি আছিল। ইয়াৰ উপৰি, ৰজাৰ দৰবাৰত তেওঁৰ গাত ফৌজদাৰী চিৰস্তাদাৰৰ বিষয়টোও আছিল। মহাৰাজ পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ হাতৰপৰা অসম দেশ কোম্পানীৰ হাতলৈ গ'লত, গৱৰ্ণমেণ্টে তেওঁক প্ৰধান এচিষ্টেণ্ট কমিচনাৰৰ ( যাক পাচত ডেপুটী কমিচনাৰ বোলা হ'ল ) তলত প্ৰথমতে দেৱানী বিচাৰ বিভাগত মহাফেজ নাম দি ৰাখি, তাৰ পাচত দেৱানী চিৰস্তাদাৰ পাতিলে। সেই কাম বেজবৰুৱা ডাঙৰীয়াই ১৮৬১ খৃষ্টাব্দলৈকে বৰ সুখ্যাতিৰে কৰি আছিল। বঙ্গদেশৰ লাট চাহাব চাৰ চিচিল বিডন শিৱসাগৰলৈ অহাত, তাত যি ৰাজদৰবাৰ হৈছিল, সেই দৰবাৰত বিডন চাহাবে ডাঙৰীয়াৰ কাৰ্যকুশলতা দেখি, তেতিয়াৰ কমিচনাৰ হটন চাহাবক আদেশ দিয়ামতে, সেই মাহতে খ্ৰীঃ ১৮৬১ চনত তেওঁ ডাঙৰীয়াক মুন্‌চেফ্ পাতি নগাৱঁলৈ পঠিয়ালে। নগাৱঁত তেওঁ তিনি বছৰ মুনচেফী আৰু ডেপুটী কলেক্টৰৰ কাম কৰাৰ পাচত, তেওঁক বৰপেটালৈ বদলি কৰা হ'ল। বৰপেটাতো তেওঁ তিনি বছৰ কাম কৰি তেজপুৰলৈ বদলি হ'ল। তাৰ পাচত, তেওঁ উত্তৰ-লক্ষীমপুৰলৈ আৰু শেহত গুৱাহাটীলৈ বদলি হ'ল। ১৮৭১ চনত মুনচেফৰ নাম "একষ্ট্ৰা-এচিষ্টেণ্ট

কমিচনাৰ” হোৱাত তেওঁ সেই নাম পালে। খ্ৰীঃ ১৮৭৩ চনত গুৱাহাটীত তেওঁ পেঞ্চন লৈ কামৰপৰা অৱসৰ গ্ৰহণ কৰিলে।

৩৭ বছৰমান সুখ্যাতিৰে বৃটিচ গৱৰ্ণমেণ্টৰ চাকৰি কৰি পেঞ্চন লৈ, দীননাথ বেজবৰুৱা ডাঙৰীয়া তেওঁৰ ঘাই ঘৰ শিৱসাগৰলৈ উভতি গ'ল; আৰু ২২ বছৰ গৱৰ্ণমেণ্টৰ পেঞ্চন ভোগ কৰি, ১৮৯৫ চনৰ ২৭ মেইত (শক ১৮১৭) জেঠৰ ১৪ তাৰিখে, শুক্লা তৃতীয়া তিথিত ৺কমলাবাৰী সত্ৰত তেওঁ স্বৰ্গী হল। গৱৰ্ণমেণ্টৰ কামত থাকোঁতে আৰু কামৰপৰা অৱসৰ লৈয়ো বেজবৰুৱা ডাঙৰীয়াই চিকিৎসা কাৰ্যত সকলোকে সাহায্য কৰিছিল। শিৱসাগৰ জিলাত তেওঁৰ দিনত ধৰ্ম বিষয়ক আলোচনা আৰু দেশৰ আৰ্থিক আৰু সামাজিক উন্নতি হোৱা আদি সৰু সৰু কামবোৰত তেওঁ নিজৰ সময়, অৰ্থ আৰু যত্ন অকাতৰে নিয়োজন কৰিছিল; আৰু সেইবোৰ কামত তেওঁ আগ-ৰণুৱা আছিল। ল'ৰা আৰু ডেকাবিলাকৰ ভিতৰত ধৰ্ম আৰু সুনীতি প্ৰচাৰ কৰিবৰ নিমিত্তে তেওঁ ধৰ্মসভা বাল্যাশ্ৰম স্থাপন কৰি অদম্য উৎসাহেৰে সেইবিলাকত বক্তৃতা আৰু উপদেশ দিছিল; আৰু সেই কাৰ্য তেওঁ তেওঁৰ জীৱনৰ শেষ কাললৈকে কৰিছিল। ধৰ্মসংক্ৰান্ত সকলো কাৰ্যতে ডাঙৰীয়াৰ উৎসাহ, যত্ন আৰু অকাতৰে অৰ্থব্যয় দেখি সকলোৱে আচৰিত মানিছিল। বেজবৰুৱা ডাঙৰীয়াৰ পৰলোক হোৱাত উজনিৰ সমাজৰ বান্ধোন ঢিলাসোলোকা হ'ল; ডেকা তৰপৰ ভিতৰত ধৰ্ম-কৰ্মৰ অনুষ্ঠান আদি হ্ৰাসপ্ৰাপ্ত হ'ল। অকল উজনিতে নহয়, গোটেই অসমত দীননাথ বেজবৰুৱা ডাঙৰীয়া কি ৰজাঘৰীয়া কি প্ৰজাঘৰীয়া সকলো কামতে ধৰণী স্বৰূপ আছিল। ৰাজনৈতিক আন্দোলনতো তেওঁ সদায় উৎসাহেৰে সৈতে যোগ দান কৰিছিল; কিন্তু গৱৰ্ণমেণ্টৰ বিৰুদ্ধে চলা কোনো কথাত কোনো কামত কেতিয়াও তেওঁ মত নিদিছিল; বৰং প্ৰজাপালক ৰজাক ঈশ্বৰৰ প্ৰতিনিধি স্বৰূপে দেখিবলৈ সকলোকে তেওঁ উপদেশ দিছিল।

ডাঙৰীয়াৰ অন্তঃকৰণ বৰ সৰল আছিল। তেওঁ যিটো ধৰ্মতঃ ভাল

বুলি বিবেচনা কৰিছিল, সেইটো কাৰো কথা বা মতামতলৈ ভ্ৰূক্ষেপ নকৰি সাহেৰে প্ৰকাশ কৰিছিল। কোনো কুটীল কথাত তেওঁ কেতিয়াও নাছিল। গৱৰ্ণমেণ্টৰ কাম কৰোঁতে তেওঁৰ ওপৰৰ ইংৰাজ বিষয়াসকলৰে সৈতে ব্যৱহাৰ কৰোঁতেও তেওঁ ইমান স্পষ্ট বক্তা আছিল যে, তেওঁ নিজৰ মত নিশঙ্কোচে নিৰ্ভয়ে প্ৰকাশ কৰিছিল; আৰু সেইবাবে তেওঁ অনেক সময়ত তেওঁলোকৰ ভিতৰত সৰু মনৰ কোনো কোনো ইংৰাজ বিষয়াৰ বিৰাগভাজন হৈছিল। মানুহে সুনীতি, সচ্চৰিত্ৰ আৰু স্বধৰ্মৰ নিয়ম প্ৰতিপালন কৰা বিষয়ে তেওঁৰ শাসন বৰ কটকটীয়া আছিল; আৰু কাকো অবাটে যোৱা দেখিলে তৎক্ষণাৎ তেওঁ সেইজনক সেই কথা মুখৰ ওপৰতে কৈছিল। ইউৰোপীয়ানসকলক তেওঁ সম্মান দেখুৱাইছিল আৰু তেওঁলোকৰ বল-বীৰ্য, পৰিশ্ৰম আৰু যথাৰ্থ বিচাৰ-বিবেচনা আদিৰ নিমিত্তে আন্তৰিক শ্ৰদ্ধা কৰিছিল; কিন্তু সেই বুলি, তেওঁলোকৰ কোনোৱে অন্যায় আচৰণ কৰিলে, তেওঁ নিৰ্ভয়ে আত্মসন্মান ৰাখি স্পষ্ট উত্তৰ দি নিজৰ মনৰ নৈতিক বলৰ চিনাকি দিছিল।

কি গৱৰ্ণমেণ্টৰ কাম কৰা কালত, কি তাৰ পাচত অৱসৰ লৈ ঘৰত থকা কালত ডাঙৰীয়াই সৰহভাগ সময় ধৰ্ম-কাৰ্য, শাস্ত্ৰালোচনা আৰু নাম-প্ৰসঙ্গ আদি কাৰ্যত অতিবাহিত কৰিছিল। ৰাতিপুৱাই প্ৰত্যূষে তেওঁ শোৱাপাটীৰপৰা উঠিছিল; আৰু ঘৰৰ ল'ৰা-ছোৱালী কাকো বেলিকৈ শুই থাকিব নিদিছিল। আন মানুহকো বেলিকৈ শুই থকা দেখিলে তেওঁ বিৰক্ত হৈছিল।

ঈশ্বৰত দৃঢ়বিশ্বাস ডাঙৰীয়াৰ ইমান আছিল যে, দেখি আচৰিত মানিব লগীয়া। নিজৰ মৰমৰ পুতেক, ঘৈণীয়েক মৃত্যুশয্যাত; সকলো মানুহ শোকত বিহ্বল; কিন্তু তেওঁ অচল অটল ধীৰ আৰু স্থিৰ। অন্তিমকালৰ যি কৰ্তব্য, ধীৰ ভাৱে তেওঁ সেইবোৰৰ দিহা কৰিব লাগিছে, কান্দোতাসকলক সান্ত্বনা দিছে, থল বুজি দাবি দিছে আৰু অন্তকৰ ওচৰচপা জনক এঘণ্টা-দুঘণ্টা কাল নিৰবচ্ছিন্ন ঈশ্বৰৰ নাম সোঁৱৰাইছে; এক মুহূৰ্তৰ নিমিত্তে তেওঁ বিচলিত হোৱা নাই, এটোপা

চকুৰ পানী ওলোৱা নাই, ঈশ্বৰৰ ইচ্ছাত সকলো হৈছে বুলি তেওঁ মনত শান্তি লভিছে।

ডাঙৰীয়াই মুক্তহস্তে দান কৰিছিল। ভিক্ষুকক কেতিয়াও তেওঁ তেওঁৰ ঘৰৰপৰা শুদাহাতে ওভোতাই নপঠিয়াইছিল। দেশৰ সকলো সজ কাৰ্যত তেওঁৰ হাতৰ মুঠি মুকলি আছিল। অনেক দুখীয়া ল'ৰাক তেওঁ সহায় কৰি স্কুলত পঢ়ুৱাইছিল। ল'ৰাক বিদ্যাশিক্ষা দিয়াত তেওঁৰ প্ৰগাঢ় অনুৰাগ চিৰকাল দেখা গৈছিল। প্ৰথমতে ইংৰাজী শিক্ষা অসমত প্ৰচলিত হোৱা ডোখৰ কালত, যদিও তেওঁ ইংৰাজী শিক্ষাৰ বিৰোধী আছিল, কিন্তু পাচত তেওঁ সেই শিক্ষাৰ উপকাৰিতা ভালকৈ হৃদয়ঙ্গম কৰিব পাৰি সকলোকে ইংৰাজী পঢ়িবলৈ উৎসাহ দিছিল। শিৱসাগৰত তেওঁ গৱৰ্ণমেণ্টৰ কামৰপৰা অৱসৰ লৈ থকা কালৰ শেহ ডোখৰত নিজে অনেক অৰ্থব্যয় কৰি ইংৰাজী হাইস্কুল এটা স্থাপন কৰি দিছিল ; সেই স্কুল এতিয়াও তেওঁৰ সুযোগ্য পুত্ৰ অসমৰ বিখ্যাত "এডুকেছনিষ্ট", অৰ্থাৎ শিক্ষাৰ ব্যৱস্থাপক ৺গোবিন্দচন্দ্ৰ বেজবৰুৱাৰ তত্বাৱধানত তেওঁৰ ( মিষ্টৰ জি, বেজবৰুৱাৰ ) নিজস্বৰূপে চলি দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ সুকীৰ্তি উজ্জলাই ৰাখিছে। সংস্কৃত শিক্ষাতো ডাঙৰীয়াই বৰ উৎসাহ দিছিল আৰু নিজে ছাত্ৰক সংস্কৃত পঢ়াইছিল।

স্কন্দ পুৰাণৰ অন্তৰ্গত উৎকল খণ্ড পুথিৰ অসমীয়া পদ ভাঙ্গনী তেওঁ কৰিছিল। সেই পুথি এতিয়া হাতে-লিখা অৱস্থাতে আছে। ৰুদ্ৰযামালৰ অন্তৰ্গত হৰগৌৰী সম্বাদৰ আচাৰ্য সংহতি নামে পুথিৰো তেওঁ অসমীয়া ভাষাত পদ কৰিছিল ; আৰু সি ছপা হৈ আছে। "গুৰু-চৰিত্ৰ" নামেৰে শঙ্কৰদেৱ, মাধৱদেৱৰ জীৱন-চৰিত্ৰ পুথি তেওঁ ৰচনা কৰি, অনেক অৰ্থব্যয় কৰি হাতেৰে নকল কৰোৱাই কমলাবাৰী, বৰপেটা আদি সত্ৰত দিছিল ; আৰু সেই থানবিলাকত সেই পুথি বৰ আদৰৰ হৈ আছে। ১৭৬৬ শকত ( ১৮৪৪ খ্ৰীষ্টাব্দ ) তেওঁ "বেজবৰুৱা বংশাৱলী" পুথি ৰচনা কৰিছিল। সেই পুথি ছপা হোৱা নাই।

তেওঁ অসমৰ বুৰঞ্জী পুথি এখন লিখিবলৈকো কাৰবাৰ কৰি তালৈ সঁজুলি গোটাইছিল ; কিন্তু দুখৰ বিষয়, সি হৈ নুঠিল। তেওঁৰ দ্বাৰাই ৰচিত অসম-বুৰঞ্জী নিশ্চয় এখন অমূল্য গ্ৰন্থ হ'লহেঁতেন। কাৰণ, তেওঁ অসম দেশৰ বিষয়ে ইমানবোৰ পুৰণি বৃত্তান্ত জানিছিল যে, তেওঁ অসম বুৰঞ্জীৰ ভঁড়াল স্বৰূপ আছিল বুলিলেও বেচি কোৱা নহয়।

বেজবৰুৱা ডাঙৰীয়াৰ চৰিত্ৰ বৰ নিৰ্মল আৰু শুদ্ধ আছিল। সদাচাৰ তেওঁৰ প্ৰধান লক্ষণ আছিল। অপৱিত্ৰ বস্তু আৰু অশুচি কাৰ্যৰপৰা তেওঁ নিজক অনেক আঁতৰত ৰাখিছিল। তেওঁ কোনো প্ৰকাৰৰ ৰাগীলগা বস্তু নাখাইছিল। আনাক, ধঁপাত তেওঁৰ টোলৰ চাৰি-ঢাপৰ ভিতৰ সোমাব নোৱাৰিছিল। ভাং-কানি-ধঁপাতক তেওঁ "সাত সুৰাৰ এক সুৰা" বুলিছিল।

বঙহ-পৰিয়ালৰ ভিতৰত তেওঁ "পিতামহ ভীষ্ম" যেন আছিল। মমতা তেওঁৰ অন্তৰত বৰ প্ৰৱল আছিল। জীৱৰ প্ৰতি দয়াৰ ভাৱ তেওঁৰ মনত অশেষ আছিল ; জীৱহিংসা কৰাটো তেওঁ মুঠেই সহিব নোৱাৰিছিল। পুতেকহঁতলৈ যদিও তেওঁৰ বৰ মৰম-চেনেহ আছিল, তথাপি সিহঁতক কঠোৰ শিক্ষা, সংযম আৰু শাসনৰ তলত ৰাখিছিল।

ডাঙৰীয়াই কস্মিনকালেও ঔষধত কৃত্ৰিমতা নকৰিছিল ; আৰু তেনে কৰাটো মহা পাপ বুলি তেওঁ ভাবিছিল। তেওঁ নিজৰ ধন খৰছ কৰি যি দৰব তৈয়াৰ কৰিছিল, তাৰ সৰহ ভাগ দুখীয়া ৰোগীক এনেই দিওঁতেই গৈছিল।

দীননাথ বেজবৰুৱা ডাঙৰীয়া শকত-আৱত আৰু ওখ পুৰুষ আছিল। এশ জনৰ ভিতৰত তেওঁৰ গহীন-গম্ভীৰ প্ৰশান্ত মূৰ্তি ফুটি ওলাইছিল। তেওঁৰ বৰণ তেজ-গোৰা আছিল। তেওঁৰ গাত বৰ বল আছিল ; দুটা-তিনটা বলী মানুহে ধৰি তুলিব নোৱাৰা গধুৰ বস্তু তেওঁ অকলৈ অলপ প্ৰয়াসতে তুলিব পাৰিছিল। নিয়মিত সাত্বিক আহাৰ, নিয়মিত পৰিশ্ৰম আৰু সদাচাৰ তেওঁৰ চিৰসঙ্গী থকাৰ নিমিত্তে তেওঁ ইমান দীৰ্ঘকাল সবল আৰু সুস্থ শৰীৰে জীয়াই আছিল। ঘোঁৰাত উঠাত,

ঘোঁৰাত ভালকৈ উঠিব জনা ইংৰাজসকলেও তেওঁক হৰুৱাব নোৱাৰিছিল।

আগৰ কালৰ ডাঙৰীয়াসকলৰ আহিঁ অনুসাৰে তেওঁৰ দুই ভাৰ্যা আছিল। প্ৰথমজনা ভাৰ্যাৰ গৰ্ভত ছজন ল'ৰা আৰু চাৰিজনী ছোৱালী; আৰু দ্বিতীয় জনাৰ গৰ্ভত সাত জন ল'ৰা আৰু দুজনী ছোৱালীৰ জন্ম হয়।

ডাঙৰীয়াই যেতিয়া বুজিব পাৰিলে যে, মৃত্যু তেওঁৰ সন্নিকট, তেতিয়াই তেওঁ নাও-মানুহ ধৰাই লৈ, প্ৰাণ পৰিত্যাগ কৰিবৰ নিমিত্তে তেওঁৰ গুৰুঘৰ কমলাবাৰী সত্ৰলৈ আহিল; তাতে তেওঁৰ মনস্কামনা সিদ্ধি কৰি, স্ত্ৰী, পুত্ৰ, কন্যা আৰু বৈষ্ণৱসকলৰ দ্বাৰাই পৰিবৃত হৈ, ১৮৯৫ খ্ৰীষ্টাব্দৰ ১৪ জেঠৰ শুক্লা তৃতীয়া তিথিত তনুত্যাগ কৰিলে।

—

# ডাঙৰীয়া ঘিণাৰাম গোহাঞি বৰুৱা

এই লিখকৰ "আৰ্হি-চৰিত্ৰ" নামেৰে পুথিত ৺ঘিণাৰাম গোহাঞি বৰুৱা ডাঙৰীয়াৰ বিস্তৃত জীৱনী দিয়া হৈছে। আৰু, তাৰ পাতনিতে বুজাই কোৱা গৈছে, কি উদ্দেশ্যে এইজন পুৰুষৰ জীৱন-চৰিত্ৰ লিপিবদ্ধ কৰিবলৈ আগ বঢ়া হ'ল। অৰ্থাৎ, ইংৰাজী বা অসমীয়া সাহিত্যত বিশেষ ব্যুৎপত্তি নথকাকৈ, এজন নামজলা গ্ৰন্থকাৰ নোহোৱাকৈ, মাজিষ্ট্ৰেটৰ মাচিয়াত নবহাকৈ, সভাসমিতি আদিত বক্তাৰ নাম নোপোৱাকৈ, কি গুণত এওঁৰ জীৱন-চৰিত্ৰ লিখাবৰ আৱশ্যক দেখা গ'ল, তাক তাত বহলাই কোৱা হৈছে; ইয়াত সংক্ষেপে কব লাগিলে, সংসাৰত আপোন স্বাভাৱিক বুদ্ধি, পৰিশ্ৰম আৰু চৰিত্ৰৰ বলত কেনেকৈ, ওখৰপৰা পৰিও, খাপে খাপে উধাই জিলিকিব পাৰি, তাৰ ভালেমান চানেকি এই জন পুৰুষৰ জীৱনত পোৱা গৈছিল।

শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজিনিবাসী ৺কিনাৰাম গোহাঞি ডেকাবৰুৱাৰ পুতেক ঘিণাৰাম গোহাঞি বৰুৱা। খ্ৰীঃ তেৰ শতিকাত চুবিনফা স্বৰ্গদেৱৰ ঘাই-মন্ত্ৰী থাওক্ৰু বুঢ়াগোহাঞি ডাঙৰীয়াৰ দ্বিতীয় পুত্ৰ বকুল, ওৰফে কুন্‌কাই গোহাঞি ডেকাবৰুৱা এই বংশৰ আদি পুৰুষ। অসমলৈ প্ৰথমবাৰ আহোঁতে ঘিণাৰামৰ জন্ম হয়; আৰু, মৰাণ সেনাৰ নায়ক হৈ মানৰ লগত ৰণ দিওঁতে, দেউতাক কিনাৰাম গোহাঞি ডেকাবৰুৱা কটা যায়। সেই মানভগনৰ দিনত ঘিণাৰামৰ বয়স তিনিবছৰমান হওঁতেই তেওঁৰ মাতৃৰো দেহান্তৰ ঘটে। গতিকে, তেওঁ নিচেই সৰুৰেপৰা ঘাটমাউৰা। তেতিয়াৰেপৰা তেওঁক বুঢ়ীমাকে তুলি-তালি ডাঙৰ-দীঘল কৰে। বুঢ়ীমাক ঢুকালত তেওঁ ককাইদেৱাকৰ আশ্ৰয়ত থাকিব লগা হ'ল। কিন্তু, বৌৱেকৰ নিৰ্দয়াত ৰব নোৱাৰি, তেওঁ কুমলীয়া বয়সতে, পৈতৃক সম্পত্তিত জলাঞ্জলি দি গদাধৰ শৰ্মা

নামেৰে এজন বন্ধুৰ লগত উত্তৰ লক্ষীম্পুৰলৈ গুচি যায়। সেই সময়ত গদাধৰৰ পিতাক তাতে পুলিচৰ দাৰোগা হৈ আছিল। উত্তৰ-লক্ষীম্পুৰত তেওঁৰ নাম আজিকোপতি "বামুণ-দাৰোগা" বুলি খ্যাত। সেই সদাশয় পুৰুষজনৰ যত্নতে প্ৰতিপালিত হৈ, ঘিণাৰাম গোহাঞি বৰুৱাদেৱৰ কালত এজন প্ৰমাণ লোক হৈ জিলিকি উঠে।

ঘিণাৰাম গোহাঞি বৰুৱাৰ ল'ৰাকালত অসমত পঢ়াশালিৰ সৃষ্টি হোৱা নাছিল। তেতিয়া চৰ্কাৰী কৰ্ম্মচাৰীৰ উপযোগী কৰিবলৈ ডাঙৰ মানুহৰ ল'ৰাক ঘৰতে অলপ লিখা-পঢ়া শিকোৱা হয় মাথোন। "বামুণ-দাৰোগা"ৰ ল'ৰাহঁতকো সেই দৰেই শিক্ষা দিয়া হৈছিল; আৰু গোহাঞিবৰুৱাদেৱেও সেই সুচলতে লিখা-পঢ়াত মন দিয়ে। সৰুৰেপৰা সকলো বিষয়তে ঘিণাৰাম গোহাঞি বৰুৱাৰ একাগপতীয়া মনোযোগ আছিল; গতিকে অলপ কালৰ ভিতৰতে তেওঁ পালক "বামুণ-দাৰোগা"ৰ ল'ৰাহঁতক চেৰ পেলাই, লিখাপঢ়াত সেই কালৰ চাকৰীয়ালৰ নিমিত্তে পৈণত হৈ উঠিল। আৰু, বামুণ-দাৰোগাৰ যত্নতে ধৰ্ম্মপুথিৰ চৰ্চাত, বিশেষকৈ কীৰ্ত্তন আৰু ঘোষা পাঠ আৰু তাৰ গূঢ়াৰ্থ ব্যাখ্যাত তেওঁৰ একান্ত মতি হৈছিল, আৰু এই দুই পুথিৰ ৰচোঁতা ৺শঙ্কৰদেৱ আৰু ৺মাধৱদেৱৰ প্ৰতি গোহাঞিবৰুৱাদেৱৰ প্ৰগাঢ় ভক্তি আছিল। বৈষ্ণৱ ধৰ্ম্মতত্বত ব্যুৎপত্তি থকাৰ গুণেই কালত তেওঁ ৺শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী আউনী আটীয় সত্ৰাধিকাৰ গোস্বামীৰ প্ৰিয়-শিষ্য হৈ উঠিছিল।

সৰুৰেপৰা ঘিণাৰাম গোহাঞি বৰুৱা সত্যপ্ৰিয়, মিষ্টভাষী, ধীৰ, নম্ৰ আৰু শিষ্ট স্বভাৱী লৰা আছিল। সাহ-পিত, বুদ্ধি-কৌশল, যত্ন-অধ্যৱসায় এইবোৰ গুণতো তেওঁ অগ্ৰগণী হৈ উঠিছিল। সেই কাৰণে, ডাঙৰে তেওঁক মৰম কৰে, সমনীয়াই তেওঁলৈ প্ৰীতি ৰাখে আৰু সৰুৱে তেওঁক মান কৰে। এইবোৰ গুণৰ বাবেই ৰং ধেমালিৰ খেল আদিত সমনীয়াবিলাকে তেওঁক ঘাই পাতিছিল; আৰু ডাঙৰ মানুহে সংসাৰত উদ্গতি কৰিবলৈ তেওঁক সহায় কৰিছিল।

সেই কালত পুলিচৰ চাকৰি বৰ মৰ্যাদাৰ বিষয় আছিল; আৰু পোনেই চাৰি-পাঁচ টকীয়া দৰ্মহাৰ চাকৰিত সোমাব পৰাটো বৰ ভাগ্য আৰু যশস্যাৰ কথা হৈছিল। গতিকে, ঘিণাৰাম গোহাঞি বৰুৱায়ো জয়জয়তে, ১৮৪৯ খ্ৰীষ্টাব্দত, অলপীয়া দৰমহাতে পুলিচত সোমায়। তাতে তেওঁ নিজৰ কাজুৱা গুণত, দহ বছৰৰ ভিতৰত পাঁচোটা পদোন্নতি লাভ কৰে। আৰু, পুলিচত তেওঁ এনে নাম কৰি উঠিছিল যে, চৰ্কাৰ বাহাদুৰে ভিতৰ-বিশ্বাসৰ লাগতিয়াল কাম তেওঁক কৰিবলৈ দিছিল। ১৮৫৭ খ্ৰীষ্টাব্দত যেতিয়া ৺মণিৰাম দেৱানক বিদ্ৰোহী বুলি কলিকতাৰ পৰা ধৰাই অনা হয়, তেতিয়া তেওঁৰ লগত গুপুতে যোগ দিয়া কিছুমান মানুহ পলাইছিল; সেইবিলাকক ধৰিবৰ কাৰণ ঘিণাৰাম গোহাঞি বৰুৱা বিশেষ বন্দবস্তত নিযুক্ত হৈছিল; আৰু তেওঁৰ কথামতেই ভালেমানক পাচত এৰি দিয়াও গৈছিল। জনা আছে, ১৮৩৯ খ্ৰীষ্টাব্দত শদিয়াৰপৰা কিছুমান বৃটিছপ্ৰজা বৰ-আবৰে ধৰি নিছিল আৰু সিহঁতক উদ্ধাৰ কৰিবলৈ 'গোৰা পল্টন' পঠিয়ায়ো কৃতকাৰ্য হব নোৱাৰি গৱৰ্ণমেণ্ট নিৰুপায় হৈছিল; পিচে, সেই টানৰ সময়ত ঘিণাৰাম গোহাঞিবৰুৱাদেৱক সেই পল্টনৰ নায়কৰ ভিতৰৰ এজন পাতি আবৰ পৰ্বতলৈ পঠিয়াই কাৰ্য সিদ্ধি কৰা হয়। তাৰ পাচত, ১৮৬১ খ্ৰীষ্টাব্দত শদিয়াৰ ওপৰে পৰ্বতীয়া জাতিবিলাকৰ সীমা নিৰ্দ্ধাৰণ কৰা বিষয়ত ঘিণাৰাম গোহাঞি বৰুৱাক পলিটীকেল এজেণ্টৰ ক্ষমতা দি নিযুক্ত কৰা হয়; আৰু তেওঁৰ নিৰ্দ্ধাৰণ মতেই সেই সীমা বহু কাললৈকে চলি আহিছিল।

বিয়া কৰোৱাৰ পাচত, পুলিচৰ চাকৰিত থাকিবলৈ গোহাঞি-বৰুৱাদেৱৰ বৰ অসুচল ঘটিল। গতিকে, তেওঁ চিভিললৈ আহিবৰ মন কৰিলে। ঘিণাৰাম গোহাঞি বৰুৱাৰ ইচ্ছাৰ লগতে সততে কাৰ্যৰো গতি লাগি উঠে; কিন্তু চিভিলৰ উপযোগী তেওঁৰ শিক্ষা নাই, এই বিভাগত অঙ্ক-বিদ্যাৰ বেচি আৱশ্যক। জীৱনৰ মাজ বয়সত এটা নতুন বিদ্যাত পৈণত হৈ নতুন বিধৰ আন এটা বৃত্তিত ধৰা উজু কথা

নহয়। কিন্তু, ঘিণাৰাম গোহাঞি বৰুৱাৰ তেজী মনৰ আগত সিও সম্ভৱ হ'ল। তেওঁ ৺ভুলীৰাম গগৈ নামেৰে সেই কালৰ এজন প্ৰখ্যাত পণ্ডিতৰ সহায়ত অনতিপলমে অঙ্কবিদ্যাত পৈণত হৈ উঠিল ; আৰু ১৮৬২ খ্ৰীষ্টাব্দত পুলিচৰপৰা ওলাই তেওঁ কাকতীৰ কামত সোমাল। এই কাম দক্ষতাৰে সৈতে দুবছৰ চলোৱাৰ পাচত, ১৮৬৪ খ্ৰীষ্টাব্দত ঘিণাৰাম গোহাঞি বৰুৱা ডাঙৰীয়া উত্তৰ-লক্ষীম্‌পুৰৰ নকাৰী মৌজাৰ মৌজাদাৰ হয় ; আৰু কিছুমান বছৰৰ ভিতৰতে, তেওঁৰ দক্ষতাৰ গুণে, আৰু তিনটা মৌজা চামিল হৈ, তেওঁৰ মৌজাদাৰী বিষয় উত্তৰ লক্ষীম্‌পুৰৰ ভিতৰত সবাতকৈ ডাঙৰ হৈ উঠে। সেই কালত মৌজাদাৰ এজন প্ৰধান ৰেভিনিউ অফিচাৰ আছিল। গোহাঞি বৰুৱা ডাঙৰীয়াই এই বিষয়াৰ পদত ৩৫ বছৰ সুকলমে কাম কৰি, ৰজা আৰু প্ৰজাৰপৰা কেনেকৈ যশস্যা লাভ কৰিছিল, তাক তেওঁৰ বিস্তৃত জীৱন-চৰিত্ৰত বহলাই কোৱা গৈছে। মুঠতে, এই ছোৱাতে ঘিণাৰাম গোহাঞি বৰুৱাৰ জীৱন-গছৰ সু-ফল পকি সৰি আকৌ তাৰপৰা ভালেমান বৰ সাৰুৱা পুলি-পোখা বাঢ়িল।

ঘিণাৰাম গোহাঞি বৰুৱাৰ সংসাৰৰ দুগৰাকী ভাৰ্যাৰপৰা প্ৰথমাৰ ৪টি পুত্ৰ আৰু ৪টি কন্যা আৰু দ্বিতীয়াৰ ৪টি পুত্ৰ আৰু ৪টি কন্যা, মুঠ ১৬টি সন্তান হৈছিল। তাৰ ভিতৰত ৪ পুত্ৰ আৰু ৪ কন্যা অকালত বিয়োগ হোৱাত, বাকী ৪ পুত্ৰ আৰু ৪ কন্যা থাকেগৈ। ঘিণাৰাম গোহাঞি বৰুৱা এজন বৰ গুণৱন্ত পিতৃ আৰু চোকা অভিভাৱক আছিল ; তাৰ প্ৰমাণ তেওঁৰ পুত্ৰ কন্যাৰপৰা ভালকৈ পোৱা যায়। গোহাঞি বৰুৱা ডাঙৰীয়াৰ পুত্ৰ কন্যাৰ ভিতৰত সাহিত্যিক পেঞ্চনাৰ ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা আৰু মুমলীয়া জীয়েক নাৰায়ণী সন্দিকৈয়নী ; আৰু জোৱায়েকসকলৰ ভিতৰত সৰ্বপ্ৰথম আহোম আণ্ডাৰ-গ্ৰেজুৱেট ৺কৃষ্ণানন্দ গোহাঞি, একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ মিষ্টাৰ সূৰ্যকান্ত বৰুৱা বি-এ, আৰু মাটিবিভাগৰ এচিষ্টেণ্ট ডিৰেক্টৰ ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ নাম উল্লেখযোগ্য।

"সৰুটি হৈ সৰকিব লাগে" এইটি ঘিণাৰাম গোহাঞি বৰুৱাৰ জীৱনীমন্ত্ৰ আছিল। এই সৰুটি হোৱা গুণেৰেই তেওঁ ডাঙৰটি হব পাৰিছিল। কৰ্ণেল মেক্সৱেল, মিঃ গ্ৰিমৌড, মিঃ গডাক্ৰ, মিঃ ড্ৰাইবৰ্গ, ৺দীননাথ বেজবৰুৱা, ৺কেশীৰাম বৰুৱা প্ৰভৃতি ভালেমান সদাশয় লোক তেওঁৰ এই গুণত বিশেষকৈ মোহিত হৈছিল।

পৰোপকাৰ ঘিণাৰাম গোহাঞি বৰুৱাৰ জীৱনৰ মহাব্ৰত আছিল। আন কি, তেওঁ নিজৰ শত্ৰুকো উপকাৰ কৰি সন্তোষ লভিছিল। এনে কাৰ্যৰ পটন্তৰ ডাঙৰীয়াৰ জীৱনত বহুত পোৱা যায়; তাৰ ভিতৰত গোটাচেৰেক তেওঁৰ বিস্তৃত জীৱন-চৰিত্ৰত লিপিবদ্ধ কৰা গৈছে।

ঘিণাৰাম গোহাঞি বৰুৱা এজন নিভাঁজ অসমীয়া আৰ্হিৰ লোক আছিল। সাজ-পাৰ, কথা-বাৰ্তা, চলন-ফুৰণ সকলোতে তেওঁৰ নিখুত অসমীয়াৰ চিন পোৱা গৈছিল। আন কি, ঘৰত বোৱা মুগাৰ চুৰিয়াত বাজে তেওঁ জীৱনত কপাহী ধুতি নিপিন্ধিলে। এনে লক্ষণৰ গুণেই ডাঙৰীয়াৰ দেহান্তৰ ঘটাৰ পাচত ডেপুটী কমিচনাৰ মিঃ কোহন চাহাবে তেওঁক পুৰণি সমাজৰ আৰ্হি পুৰুষ বুলি তেওঁৰ বৰমাজিউ পুতেক শ্ৰীযুত নীলকণ্ঠ গোহাঞি বৰুৱালৈ সহবেদনা জনোৱা পত্ৰত লিখি তেওঁৰ গুণ বখানিছিল।

ঘিণাৰাম গোহাঞি বৰুৱা মিতব্যয়ী পুৰুষ আছিল; ওখ দৰৰ কামত তেওঁ হাতৰ মুঠি মুকলিকৈ চলিছিল; কিন্তু আন পাকে অবাবত সামান্য ভগনতো তেওঁ কাতৰ হৈছিল। এনে হিচাপী হোৱাৰ গুণতে, তেওঁ এটকাৰপৰা লাখ টকাৰ মানুহ হৈ জিলিকিব .পাৰিছিল;—যিমান ওপৰৰপৰা পৰিছিল, তাতোকৈ এখোপ বেচিকৈ উধাব পাৰিছিল। গোহাঞি বৰুৱা ডাঙৰীয়াৰ বহুত উপাৰ্জন সম্বন্ধে বিস্তৃত জীৱনত বহলাই কোৱা হৈছে।

ঘিণাৰাম গোহাঞি বৰুৱা এজন আপোন চেষ্টাত মানুহ হোৱা মানুহ ( Self-made man ) আছিল। নিচেই ল'ৰাকালৰপৰা অতি বুঢ়া বয়সলৈকে তেওঁ আপোন বুদ্ধি, পৰিশ্ৰম আৰু চৰিত্ৰৰ ওপৰত নিৰ্ভৰ

কৰি চলিছিল। আন কি, ৮০ বছৰীয়া বুঢ়া হৈয়ো তেওঁ, ডেকাই চম্ভালিব নোৱাৰা, হাতী-মহলৰ নিচিনা কঠোৰ পৰিশ্ৰমৰ কাৰবাৰ দক্ষতাৰে সৈতে চলাইছিল। আৰু, নিচেই সামান্য বিষয়তো গোহাঞি বৰুৱা ডাঙৰীয়াই পৰৰ ওপৰত নিৰ্ভৰ নকৰিছিল।

ৰাইজৰ উপকাৰৰ অৰ্থে শিক্ষা বিস্তাৰ কৰাত আৰু সভা-সমিতি আদিত যোগ দিয়াত গোহাঞি বৰুৱা ডাঙৰীয়াৰ বৰ উৎসাহ আছিল; আৰু লোকেল বোৰ্ডৰ কমিটী আদিত তেওঁ সদায় স্বাধীনমনাৰ চিনাকি দিছিল। উত্তৰ লক্ষীমপুৰৰ বৰ্ত্তমান ইংৰাজী স্কুলৰ প্ৰকৃত জন্মদাতা তেৰেঁইহে; আৰু বহুকাল তাৰ ঘাই ধৰণী স্বৰূপ হৈ তেওঁ তাক ৰক্ষা কৰাৰ ফলত হে আজি সি গৱৰ্ণমেণ্ট হাইস্কুল হৈ জিলিকিবলৈ পাইছে। আন পক্ষে, এই স্কুলৰ ফলেই হে ঘিণাৰাম গোহাঞি বৰুৱাৰ জীৱন-গছ গপ্‌গপীয়া কৰি তুলিলে; ইয়াৰ মূলেই তেওঁৰ জোৱাঁই, ইয়াৰ ফলেই তেওঁৰ পুত্ৰ। জীৱনৰ শেহছোৱাতো ডাঙৰীয়াই স্বদেশৰ হিতাৰ্থে আপোনাৰ পুত্ৰকো চাকৰিৰ স্বাৰ্থত্যাগ কৰিবলৈ উপদেশ দিছিল;—তাৰ ফল এতিয়া আমি ভোগ কৰিছোহঁক। এনে এটি লাগতিয়াল দীঘলীয়া কৰ্ম্মজীৱন ধৰি, পৰি-যোৱা আহোমৰ এখন উঠি-অহা ভৰপূৰ সংসাৰ এৰি, ৮৩ বছৰ বয়সত, ১৮২৯ শকৰ জন্মাষ্টমী তিথিত, ডাঙৰীয়া ঘিণাৰাম গোহাঞি বৰুৱা উত্তৰ-লক্ষীমপুৰৰ নিজ ঘৰত সজ্ঞানে স্বৰ্গী হ'ল। কিন্তু উত্তৰ-লক্ষীমপুৰৰ দাতব্য চিকিৎসালয়ৰ মুধত "ডাঙৰীয়া ঘিণাৰাম গোহাঞি বৰুৱা" নামৰ স্মৃতিফলক জিলিকি ৰ'ল।

---

# ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা

পাঠক! তুমি চকুৰে নেদেখিলেও, গুণাভিৰাম বৰুৱাৰ নাম বোধকৰোঁ শুনিছাঁ। যিবিলাক মহাপুৰুষে আমাৰ দেশত জন্ম ধৰি, দেশ-বিদেশত জন্মভূমিৰ নাম জিলিকাই, সময়ৰ বালিত ভৰিৰ খোজৰ চিন্ থৈ গৈছে, সেইবিলাকৰ ভিতৰত ৺গুণাভিৰাম বৰুৱা এজন অগ্ৰগণ্য লোক আছিল। ইউনিভাৰ্চিটি স্থাপিত হোৱাৰ পূৰ্বে ইংৰাজী শিকিবৰ নিমিত্তে যিবিলাক অসমীয়া ডেকা কলিকতালৈ গৈছিল, সেই-বিলাকৰ ভিতৰতো তেওঁ এজন আগৰণুৱা আছিল। কলিকতাত ইংৰাজী শিক্ষা নৌ শেষ কৰিবলৈ পাওঁতেই, ইফালে ৺আনন্দৰাম ঢেঁকিয়াল ফুকনৰ অকাল-মৃত্যু হোৱাত, তেওঁ অসমলৈ উলটি আহিব লগীয়া হ'ল। ঢেঁকিয়াল ফুকনৰ বিধবা স্ত্ৰী আৰু নাবালক ল'ৰা-ছোৱালীকেইটিৰ ভাৰ লব লগা হোৱাত, গৱৰ্ণমেণ্টে তেওঁক একেবাৰেই একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰৰ কামত নিযুক্ত কৰে; আৰু তেওঁ সেই কাম ইমান সুখ্যাতিৰে কৰে যে, গৱৰ্ণমেণ্টে অনেক উচ্চশিক্ষা পোৱা লোককো চেৰ পেলোৱাই তেওঁক একষ্ট্ৰা এচিষ্টেণ্ট পদৰ সকলোতকৈ ওখ আসনত বহুৱাইছিল। তেওঁ কাম পায়ে ৺ৰাধিকাৰাম ঢেঁকিয়াল ফুকনক শিক্ষাৰ নিমিত্তে বিলাতলৈ পঠায়; আৰু আন এজন ৺অন্নদাৰামক দেশতে শিক্ষা দিয়ে।

ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই পেঞ্চন লোৱাৰ পাচত, কলিকতাত ঘৰ-ভাৰা কৰি সপৰিয়ালে তাত আছিলগৈ আৰু নিজে কলিকতাত এটা ঘৰ কৰিবৰ নিমিত্তে এডোখৰ মাটিও কিনিছিল; কিন্তু দুৰ্ভাগ্য বশতঃ অসময়ত তেওঁৰ কাল হোৱাত আৰু ঘৰ কৰা নহ'ল। অন্তিম অৱস্থাত

তেওঁ কেইবাটাও ডাঙৰ শোক পালে ; আৰু তেনে এটা শোকেই তেওঁৰ মৃত্যুৰ প্ৰধান কাৰণ হ'ল।

৺গুণাভিৰাম বৰুৱাৰ নিচিনা অমায়িক আৰু নিৰহঙ্কাৰী লোক অতি বিৰল। বাটৰুৱা অচিনাকী সৰু ল'ৰা এটিৰে সৈতেও তেওঁ যেনেকুৱা কথাবাৰ্ত্তা পাতে তাক দেখিলে আচৰিত হব লাগে। তেওঁ সদায় এটা বস্তুৰ উজ্জ্বল পিঠিটোহে দেখিছিল। এটা মানুহে তেওঁক কোনো এটা অপকাৰ কৰিলেও তাক কেনেকৈ ভালৰ ফাললৈ পোনাব পাৰি তেওঁ তাৰেহে চেষ্টা কৰিছিল। এদিন এটা চাকৰে তেওঁৰ কোনো এটা বস্তু তাৰ মোনাত লুকাই থোৱাত, তেওঁৰ জীয়েকে সেই কথা তেওঁৰ আগত কোৱাত জীয়েকক তেওঁ গৰিহণা দি কলে যে, "সি কিজানি সেই বস্তুটো হেৰায় বুলি হে তাৰ মোনাত ভালকৈ সুমাই থৈছে ; সি যে কু-অভিপ্ৰায়েৰে সেই বস্তুটো মোনাত থৈছে কেনেকৈ জানিলা ?" তেওঁৰ স্বদেশ-প্ৰেম ইমান প্ৰবল যে, অসমীয়া মানুহৰ কেনেকৈ উন্নতি হব, অসমীয়া শিল্প, ভাষা আৰু সাহিত্যৰ উন্নতি কেনেকৈ হব, তেওঁ সদায় তাকে হে ভাবিছিল আৰু পাৰেমানে তাক নিজেও কৰিছিল। কলিকতাৰ আলিত ফুৰোঁতে, হঠাৎ এদিন গঙ্গাৰ ঘাটত এটা সাধাৰণ অসমীয়া মানুহৰ মাত শুনি তেওঁ সেই মানুহটোক মৰমত সাবট মাৰি ধৰিলে ; আৰু ক'ৰ মানুহ, কি কথা সকলো সুধিলে। অসমীয়া ভাষা আৰু সাহিত্য বিষয়ে তেওঁ কি কৰি গৈছে তাক সকলোৱে জানে। সেই বিষয়ে ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺আনন্দৰাম ঢেঁকিয়াল ফুকনৰ পাচতে বৰুৱা ডাঙৰীয়া আসন পাবৰ যোগ্য। তেখেতৰ "আসাম-বুৰঞ্জী" আমাৰ সাহিত্য-ভঁৰালৰ এখনি বহুমূলীয়া গ্ৰন্থ। তেৱেঁই "আসাম বন্ধু" জন্ম দি অসমীয়াক পোন্-প্ৰথমে আলোচনী কাকতৰ চানেকি দেখুৱায় আৰু মোল বুজায় ; আৰু ডেকা লিখাৰুসকলৰ প্ৰবন্ধ পদ্যাদি তাত ছপাই তেওঁবিলাকক উৎসাহ দি অসমীয়া সাহিত্যলৈ তেওঁবিলাকৰ ৰাপ্ বঢ়ায়। যেই-সেই মানুহেই কোনো বিপদত পৰি তেওঁৰ ওচৰলৈ গলে এটা সৎ পৰামৰ্শ পাইছিল। তেওঁৰ লগত অলপমান বেলি কথা পাতিলেই তেওঁৰ উদাৰ,

ওখ ভাৱ আৰু স্বাৰ্থ-নাইকিয়া স্বদেশ-প্ৰেম ফট্‌ফটীয়াকৈ বুজিব পাৰি। তেওঁৰ আত্মসংযম দেখি তবধ মানিব লাগে। তেওঁৰ প্ৰথম পুত্ৰ ৺করুণাভিৰাম বৰুৱা ঢুকাবৰ পিচদিনা যেতিয়া তেওঁ মধুপুৰৰপৰা কলিকতালৈ ঘূৰি আহিল, তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ যাওঁতে সকলোৰে মুখ বিমৰ্ষ; কিন্তু ঘূৰি আহোঁতে সকলোৰে মুখ উজ্জ্বল দেখা গৈছিল। তেওঁক দেখিলে পুত্ৰশোকত কাতৰ মানুহ বুলিতো জানিব নোৱাৰিয়েই, বৰং তেওঁৰ ৰঙ্গিয়াল কথা-বাৰ্তা শুনি মানুহে হাঁহি সামৰিব নোৱাৰিছিল। বাস্তবিক পক্ষে তেওঁৰ নিচিনা আত্মসংযমী আৰু সদানন্দ লোক আমি কম্ হে দেখিছোঁ। ধেমেলীয়া কথাত আৰু ঠিক বঙ্গালীৰ নিচিনাকৈ বঙ্গালী ভাষা কোৱাত তেওঁ অসমীয়া মানুহৰ ভিতৰত অদ্বিতীয় বুলি খ্যাত আছিল। তেওঁৰ যিবিলাক অসংখ্য গুণ আছিল সেইবোৰ লিখিবলৈ হলে এখন বৰ ডাঙৰ পুথি হব।

তেওঁৰ মৃত্যুৰ সময়ত দুটি লৰা আৰু এটি বিধৱা কন্যা আৰু প্ৰায় ৫০০০০৲ হাজাৰ টকা এৰি থৈ গৈছিল। লৰা দুজনৰ এজন এণ্ট্ৰেঞ্চ পাচ কৰিয়েই পৰলোকলৈ গতি কৰিলে; আন জন মিষ্টাৰ জ্ঞানদাভিৰাম বৰুৱা বাৰিষ্টাৰ প্ৰথমে স্বদেশতে মুন্সিফ হৈ, পাচত গুৱাহাটীত আৰ্ল-আইন কলেজৰ প্ৰিন্সিপাল হৈছিল; এতিয়া তেওঁ পেঞ্চনীয়া। কন্যাটীয়েও পুনৰ্বিবাহ কৰাই সুখেৰে আছিল; পাচত তেওঁ ঢুকাল।

---

# স্বদেশানুৰাগী আনন্দৰাম ঢেঁকিয়াল ফুকন

হলিৰাম ঢেঁকিয়াল ফুকন আহোম ৰজাৰ দিনৰ এজন ডাঙৰ মানুহ। তেওঁ নিজৰ বিদ্যা-বুদ্ধি গুণৰ বাবে ৰজাঘৰৰপৰা বৰ আদৰ পাইছিল। আৰু, তেওঁৰ ৰাজকার্যত নিপুণতা গুণৰ বাবে তেওঁক ৰজাই ঢেঁকিয়াল ফুকনৰ বিষয়-বাব দিছিল। হলিৰাম ঢেঁকিয়াল ফুকনৰ পুতেক আনন্দৰাম ফুকন। ১৭৫১ শকৰ ৭ আহিনত তেওঁৰ জন্ম হয়।

আনন্দৰাম সৰুৰেপৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। তেওঁক প্ৰথমে পিতাকে সংস্কৃত পঢ়িবলৈ দিয়ে। আৰু, অতি অলপ দিনৰ ভিতৰতে আনন্দৰামে সংস্কৃত শিক্ষাত পাৰ্গতালি দেখুৱাব পাৰিছিল। তাৰ পাচত, সেই কালৰ দেশাধিকাৰসকলৰ উৎসাহত তেওঁ ইংৰাজী সাহিত্য শিক্ষা কৰিবলৈ ধৰিলে। ইয়াতো সোনকালে পৈণত হৈ উঠাত, সংস্কৃত আৰু ইংৰাজী দুয়ো সাহিত্যত উন্নতি লাভ কৰিবৰ নিমিত্তে, তেওঁ কলিকতালৈ গৈ সেই ঠাইৰ "হিন্দুকলেজ" নামে বিদ্যালয়ত ভৰ্তি হয়গৈ। এই শিক্ষালাভত সেই সময়ৰ অসম-কমিশ্যনাৰ জেনেৰেল জেন্‌কিন্স্ চাহাবে তেওঁক বৰ সহায় কৰিছিল। কলিকতাত তিনি বছৰ শিক্ষা লাভ কৰি, ফুকন ইংৰাজী সাহিত্য আৰু সংস্কৃতত এজন বৰ পৈণত লোক হৈ স্বদেশলৈ উলটি আহিল।

শিক্ষা সাং কৰি আহি, আনন্দৰাম ফুকনে প্ৰথমে গুৱাহাটীৰ সদৰামিনৰ আদালতত কিছুকাল ৰাজকীয় কাম-কাজ শিকে। তাৰ পাচত, তেওঁ নলবাৰীত চৌধুৰী পদত নিযুক্ত হয়। এই কামত বৰ পাৰ্গতালি দেখুৱাই খ্যাতি লাভ কৰাত, ফুকনক নগাওঁ জিলাত এচিষ্টেণ্ট কমিচনাৰৰ বিষয়-বাব দিয়া হ'ল। এই পদত থাকোঁতে আনন্দৰাম

ঢেঁকিয়াল ফুকনৰ যশস্যা চাৰিওফালে ৰাষ্ট্ৰ হ'ল ; আৰু গৱৰ্ণমেণ্টৰ ওচৰত তেওঁ এনে বিশ্বাসী হৈ উঠিছিল যে সময়ে সময়ে সেই গোটেই জিলাখনৰ তেওঁ অধিপতি হবলৈ পাইছিল। আন কি, ১৮৫৭ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষত ঠায়ে-ঠায়ে বিদ্ৰোহ হৈ উঠোতেও তেওঁক নগাওঁ জিলাৰ শাসনভাৰ অকল-শৰীয়াকৈ দিয়া হৈছিল।

ৰাজকাৰ্যত পাৰ্গতালি দেখুৱাৰ উপৰিও, আনন্দৰাম ঢেঁকিয়াল ফুকনে স্বদেশৰ উন্নতিৰ অৰ্থে বৰ পুৰুষাৰ্থ কৰিছিল। সেইকালত অসমৰ পঢ়াশালি, আদালত সকলোতে বঙ্গলা ভাষা চলিছিল। পিচে, ফুকনৰ যত্নত দেশাধিকাৰসকলে অসমত অসমীয়া ভাষা চলাবলৈ নিয়ম কৰিলে। সেই অথে. তেওঁ নিজে কেইখনমান অসমীয়া পঢ়াশলীয়া কিতাপ ৰচনা কৰি প্ৰচাৰ কৰিছিল। তাৰ ভিতৰত, "অসমীয়া লৰাৰ মিত্ৰ" নামেৰে নানা উপদেশ থকা কিতাপখনি প্ৰধান। সাহিত্যৰ উন্নতিত বাজেও, অসম দেশৰ আন আন বিষয়ে উন্নতি কৰিবলৈ সুচল পালে আনন্দৰামে বৰ আনন্দ পাইছিল।

ৰাজকীয় কাৰ্যৰ আলোচনা বিষয়ত ফুকনে বৰ মনোযোগ দিছিল। আজিকালি অসমৰ মাটি আৰু ৰাজহ বিষয়ে যি নিয়ম-প্ৰণালী চলিছে, তাৰ ভেঁটি পোন্-প্ৰথমে আনন্দৰাম ঢেঁকিয়াল ফুকনৰ হাতেৰেহে গঠিত হৈছিল। তাত বাজেও, আৰু ভালেমান ৰাজকীয় আলোচনাত ফুকনে গৱৰ্ণমেণ্টক সহায় কৰিছিল। সেইবিলাক বিষয় মিল চাহাবৰ ৰাজকীয় নিয়মাৱলী আৰু কাকত-পত্ৰৰ লগত প্ৰচাৰ হৈছিল।

আনন্দৰাম ঢেঁকিয়াল ফুকন এজন অসাধাৰণ পুৰুষ আছিল। তেওঁৰ গুণ আগৰ অসমৰ কমিশ্যনাৰ কৰ্ণেল হপ্ কিঞ্চন চাহেবে এইদৰে বখানিছিল, "বঙ্গদেশত ৰজা ৰামমোহন ৰায় যেনে, অসমদেশত আনন্দৰাম ফুকন তেনে। কিন্তু বঙ্গ আৰু অসমৰ সেই কালৰ অৱস্থাৰ হীন-ভেঁটিলৈ চাই, ৰামমোহন ৰায়তকৈও আনন্দৰাম ফুকনক ওখ অসাধাৰণ পুৰুষ বুলিব লাগে।" বাস্তৱতে, ৰজা ৰামমোহন ৰায়ৰ সমান সুচল আৰু সময় পোৱা হলে, আনন্দৰাম ঢেঁকিয়াল ফুকনে তেওঁতকৈও

ভালেমান গুণে বঢ়াকৈ নিজৰ আৰু স্বদেশৰ উন্নতি সাধিব পাৰিলেহেঁতেন। কিন্তু, অসমৰ দুৰ্ভাগ্যৰ গুণে, ডেৰকুৰি বছৰ পূৰ নৌ হওঁতেই আনন্দৰাম ফুকন অকালতে কালৰ গ্ৰাসত পৰিল।

আনন্দৰাম ফুকনৰ নিজা ৰচনাৰপৰা উদ্ধৃত কৰি তলত দিয়া কথাখিনিৰপৰাই বঢ়িয়াকৈ বুজিব পাৰি তেওঁ কেনে ওখ দৰৰ দেশহিতৈষী পুৰুষ আছিল। যেনে,—

"উনৈচ-শ বছৰৰ আগেয়ে ইংৰাজ আদি জাতি কেনে অসভ্য আছিল! তেওঁলোকে নো এতিয়া কেনেকৈ ইমান সভ্য হ'ল তাক ভাবিলে আমাৰ মনত এটা প্ৰশ্ন স্বাভাৱিকতে ওলায় অৰ্থাৎ, তেওঁলোকে এনে অসভ্য থাকিও যে আমাৰ দেশতকৈ বেচি সভ্য হ'ল, ইয়াৰ কাৰণ কি? ভাৰতবৰ্ষৰ লোক অতি পূৰ্বৰেপৰা সভ্য হৈয়ো একেদৰেই থাকিল; আৰু আমি অসমীয়াবোৰে পূৰ্বতকৈ ধৰমত হ্ৰাস হে হৈছোঁ, ইয়াৰ বা কি কাৰণ? হে অসমদেশবাসীসকল, তোমালোকে অলপ দকৈ গমি চালেই জানিবা যে, তোমালোকৰ দুৰৱস্থাৰ হেতু তোমালোকেই। দেখাঁ, প্ৰথমতে, এই জগতত বিদ্যাৰ সমান আমাৰ মিত্ৰ নাই; কিয়নো তাক জানিলে আমি জ্ঞান পাওঁ; আৰু জ্ঞানী হলে ইহকালত আদৰ-সন্মান পাম। এনে অমূল্য ৰতন বিদ্যা, তাৰ তোমালোকে মোল নুবুজি বৰ অৱহেলা কৰিছা! তোমালোকৰ পূৰ্বপুৰুষসকলে এক প্ৰকাৰ বিদ্যাৰ আলোচনা কৰিছিল আৰু সেই নিমিত্তে সিবিলাক অনেক জ্ঞানী আছিল; কিন্তু এতিয়া তোমালোকে কি সংস্কৃত কি ইংৰাজী একো বিদ্যা নপঢ়ি, পূৰ্বৰ হোজা স্বভাৱ এৰি, অজ্ঞান আৰু টেঙৰ স্বভাৱ লবৰ উপক্ৰম কৰিছা। আমাৰ ইংৰাজ অধিপতিসকল কেনে বিদ্যোৎসাহী,—সিবিলাকে স্বকীয় বিদ্যা শিকাই বঙ্গদেশক সভ্য কৰিছে; তোমালোককো সেইদৰে অনুগ্ৰহ কৰিব খোজে, কিন্তু পশুক মাণিক দিয়াৰ দৰে তোমালোকে সেই অনুগ্ৰহ নোলোৱাঁ; আৰু আপুনি ধন ভাঙিও নপঢ়াঁ—হাঁয়! হাঁয়! কি আক্ষেপৰ কথা! হে প্ৰিয় মিত্ৰসকল! যদি সভ্য, জ্ঞানী আৰু সুখী হবৰ বাঞ্ছা কৰাঁ, তেন্তে

টোপনিৰপৰা উঠাঁ। ল'ৰাসকল, তোমালোকে আটায়ে একবাক্য হৈ কাৰো হাক নুশুনি বিদ্যাত চিত আৰু শক্তি দিয়া, যিহেতু ধন আৰু সোণে বিদ্যা দিব নোৱাৰে। পিতৃ-মাতৃসকল, আটাই কথাকে কাতি কৰি থোৱাঁ, সন্তানক জ্ঞান আৰ্জিবলৈ দিয়াঁ। কিয়নো সিহঁতে অজ্ঞানী হৈ যি পাপ কৰে তাৰ দোষে তোমালোককো ধৰিব ; আৰু তাৰ সলনি ঈশ্বৰৰ ওচৰত তোমালোকে দণ্ড নেপাওঁ বুলি নেভাবিবা। ধনৱন্ত লোকসকল, তোমালোকেও আৰ্জিবেপৰা উঠাঁ, পূৰ্ব্বৰ প্ৰতিজ্ঞা এৰাঁ, তোমালোকৰ ধন মাটিৰ তলত মামৰে নষ্ট কৰিবলৈ নিদিবাঁ, কিন্তু দেশত বিদ্যা-বুদ্ধিৰ নিমিত্তে ধন ভাঙ্গা ; তেনেহলে আমাৰ দেশ অৱশ্যে সভ্য আৰু জ্ঞানী হব।

"দ্বিতীয়তে, হে মোৰ অসমীয়া মিত্ৰসকল, বিদ্যা যেনেকৈ ইহকালত উপকাৰক, আন একো তেনে নহয়। কিন্তু, যদি সভ্য আৰু সুখী হব খোজাঁ, তেন্তে কৃষি আৰু শিল্প কৰ্মতো ইংৰাজৰ দৰে পাৰ্গত হবলৈ অহো-পুৰুষাৰ্থ কৰাঁ। তোমালোকে নিচেই অজ্ঞানী হেতুকে সেই বিদ্যা ভূ নোপোৱাঁ আৰু পাবলৈকো শ্ৰম নকৰাঁ। তোমালোকে ভাপৰ কল, ভাপৰ নাও, ভাপৰ ৰথ ইত্যাদি কৰিব পৰা হলে কেনে সুখী হলাহেঁতেন ! এতিয়াও তোমালোকে চেষ্টা কৰিব পাৰাঁ, তোমালোকৰ ভিতৰত ধনৱন্ত-সকলে এবেলি মাথোন কিছু ধন ভাঙ্গি, ইংৰাজৰ সহায় লৈ কেইজনমান দেশী ভাইক কৃষি কৰ্মৰ নানা যন্ত্ৰ কৰি তাৰ ব্যৱহাৰ শিকাওক আৰু নানা আচৰিত ইংৰাজী যন্ত্ৰবোৰ বুজাওক ; ইয়াকে কৰিলে, লোকে তাৰ গুণ দেখিলে, তাক নেৰি বঢ়িয়াকৈ শিকিব ; আৰু তেতিয়া দেখিবাঁ অসম দেশ হাবি গুচি ফুলনি হব, পঁজাৰ ঠাইত অট্টালিকা হব, ডোঙ্গা গুচি ভাপৰ নাও চলা হব আৰু গোটেই দেশ ধনময় হব।"

"অসমীয়াসকল, ইংৰাজতকৈ অসভ্য হোৱাৰ তৃতীয় কাৰণ কওঁ শুনাঁ। তোমালোকৰ ভিতৰত বাণিজ্যৰ অনুশীলন নিচেই নাই, সকলোৱে ধন মাটিত পুতি থবলৈ ভাল পায় ; কিন্তু যিহৰপৰা ধন হয় তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ ঘাই বল এক বাণিজ্য ; এতেকে যদি

ধনৱন্ত হব খোজাঁ, তেন্তে সম্প্ৰতি বাণিজ্যত প্ৰবৃত্ত হোৱাঁ। কৃষিকৰ্ম নেবাঢ়িলে বাণিজ্যও নেবাঢ়ে; সেই নিমিত্তে দুইকো অনুশীলন কৰিবলৈ যত্ন কৰাঁ।"

"হে মোৰ স্বদেশী বান্ধৱসকল, আমাৰ দেশৰ দুৰৱস্থাৰ চতুৰ্থ খাই হেতু এই যে তোমালোকে কোনেও দেশৰ হিত নিচিন্তাঁ; কেৱল আপুনি কেনেকৈ ভালে থাকিবাঁ, তাকেহে সদায় ভাবাঁ। ওপৰত যি বিলাক কাৰণ দিলোঁ, সেই বিলাকৰপৰা কি গুণ হব, যদি আমাৰ স্বদেশকে কেৱে মৰম নকৰিলে? ইংলণ্ডৰ কৃত সদ্‌লোকে দেশৰ হিতলৈ কোটি কোটি ৰূপ ভগন কৰিব লাগিছে; দেখাঁ, আমাৰ দেশত কত ধনৱন্ত লোকে সিবিলাকৰ ধন মাটিত পুতি থৈ দেশৰ হিতলৈ কণা-কড়ি এটাও ভাঙিব নোখোজে! যদি সকলোৱে একবাক্য হৈ দেশৰ উপকাৰলৈ প্ৰতিজ্ঞা কৰে, তেন্তে কি হব নোৱাৰে? হে ধনৱন্ত লোকসকল, তোমালোকে নিশ্চয় জানিবাঁ যে ঈশ্বৰে ধন সাঁচি থবলৈ, নাইবা আপোন সুখলৈ দিয়া নাই, কিন্তু তাৰপৰা দেশৰ উপকাৰ কৰিবলৈ হে দিছে। এই ভৎৰ্সনা বাক্য পাই, অনেক সদ্‌লোকৰ চিতে উৎসাহ পাই, দেশৰ দুৰ্ভাগ্য গুচাবলৈ গা দাঙিব পাৰে; আৰু অকলে কি কৰিম বুলি নিৰাশ নহৈ, স্ব স্ব সাধ্য অনুসাৰে হিত সাধিব আৰু আনেও সিবিলাকৰ আৰ্হি লৈ স্বদেশৰ হিত সাধিব।"

"হে কৃপাময় জগদীশ্বৰ, এই অসম দেশৰ লোকসকলক স্বদেশক সভ্য, জ্ঞানী আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়াঁ, সিবিলাকৰ অভাৱ আৰু দুৰৱস্থা জানিবলৈ সিবিলাকক জ্ঞান দিয়াঁ আৰু তোমাৰ বিচিত্ৰ শক্তিৰে সিবিলাকক সভ্য কৰাঁ; আৰু তোমাক জানিবৰ আৰু তোমাৰ আজ্ঞা পালিবৰ যোগ্য কৰাঁ। যি সময়ত অসমদেশ হাবি গুচি ফুলনিবাৰী হব, ডোঙা গুচি নৈত ভাপৰ নাও হব, ঘৰ বাঁহৰ গুচি ইটাৰ পকীঘৰ হব, গাৱেঁ গাৱেঁ হেজাৰ বিজাৰ পঢ়াশালি, জ্ঞান আলোচনাৰ সভা, চিকিৎসালয় আৰু দুখীয়া-দৰিদ্ৰৰ পৰিত্ৰাণৰ আলয় হব, আৰু যি কালত লোকসকলে পৰস্পৰে হিংসা নকৰি আটায়ে আটাইকে ভাতৃৱৎ চেনেহ

কৰিব, কেৰে ছুটকা কানিৰ সলনি মিছা সাক্ষী নিদি লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটী পায়ো কাবো অন্যায় নকৰিব, বেশ্যা, কানি আৰু সুৰা এই কথা দেশত লোকে ভূ নোপোৱা হব, সেই সময়, পৰম পিতা পৰমেশ্বৰ, শীঘ্ৰে ঘটোৱাঁ।"—জাতীয় প্ৰেমৰ কি যে সঞ্জীৱনী সুৰ !

এসময়ত এখন পত্ৰত আনন্দৰাম ফুকনে হেমচন্দ্ৰ বৰুৱালৈ এইদৰে লিখিছিল,—"বঙ্গদেশত 'যুবা বাঙ্গালী' নামেৰে এক শ্ৰেণী মানুহ ওলাইছে, অসমত সিবিলাকৰ দোষ এৰি গুণ লোৱা কিছুমান লোকৰ এটি অঙ্কুৰ দেখি মোৰ মন আনন্দেৰে পূৰ হৈছে ; আৰু এনে আশা হৈছে যে, সেই গজালিটি সোনকালে এজুপি উত্তৰ গছ হব আৰু সুগন্ধি ফুল আৰু মধুৰ ফলেৰে অসমৰ শোভা আৰু সুখ বঢ়াব।"—স্বদেশ অনুৰাগৰ কেনে অনুপম চানেকি !

# চিভিলিয়ান আনন্দৰাম বৰুৱা

স্বৰ্গীয় আনন্দৰাম বৰুৱা অসম দেশৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱা বংশৰ এজন ডেকা আছিল। এই বংশৰ প্ৰতিস্থাপক ৺দুৰ্গাচৰণ বৰকাকতী অতীজতে আহোম ৰজাৰ ৰাজধানী গড়গাঁৱত (নাজিৰা) আছিল। ১৪৭৭ শকৰ আহাৰ মাহত কোঁচবিহাৰৰ ৰজা বিশ্বসিংহই আমাৰ স্বৰ্গদেৱলৈ নজৰ পঠিয়াই এখন চিঠি দিছিল। চিঠিখন কেঁচুৰ ৰসেৰে লিখা আছিল, সেই কাৰণে দিনৰ পোহৰত তাক কোনেও পঢ়িব-নোৱাৰিলে। পিচে, সেই ৺দুৰ্গাচৰণ বৰকাকতীয়ে ৰাতি আৰিয়া গুচাই আন্ধাৰত তাক পঢ়িলে। চুখাম্‌ফা স্বৰ্গদেৱে বৰকাকতীৰ বুদ্ধিৰ অশেষ প্ৰশংসা কৰি, সেই দিনাৰপৰা তেওঁক "মজিন্দাৰ" খিতাপ দি, মাটি আৰু বেটী-বন্দী বিধান কৰি দিলে, আৰু তেওঁৰ বংশৰ লোকক গুৰুতৰ দোষ কৰিলেও প্ৰাণদণ্ডৰপৰা নিষ্কৃতি দিলে, আৰু আন্ধাৰত কেঁচুৰ ৰসৰ আখৰবিলাক মাণিক জ্বলাদি জ্বলি উঠিছিল গুণে, স্বৰ্গদেৱে তেওঁৰ নাম সলাই মাণিকচন্দ্ৰ থলে। মাণিকচন্দ্ৰ মজিন্দাৰ কাকতীৰপৰা বঢ়া বংশৰ এটা ঠালত স্বৰ্গীয় আনন্দৰাম বৰুৱাই জন্ম লৈছিল।

৺গৰ্গৰাম বৰুৱাৰ ঔৰসত, দুৰ্লভেশ্বৰী বৰুৱানীৰ গৰ্ভত, ১৭৭২ শকৰ জেঠ মাহত, ৺মহাত্মা আনন্দৰাম বৰুৱাই উত্তৰ গুৱাহাটীত জন্মগ্ৰহণ কৰে। গৰ্গৰাম বৰুৱা ডাঙৰীয়াৰ দুৰ্লভেশ্বৰী বৰুৱানীৰ ফালৰ চাৰিজন পুতেক হৈছিল :—জানকীৰাম, পৰশুৰাম, আনন্দৰাম আৰু মণিৰাম। আনন্দৰাম বৰুৱা তেওঁবিলাকৰ ভিতৰত তৃতীয় আছিল। আনন্দৰাম বৰুৱা সৰুৰেপৰা বৰ তীক্ষ্ণ বুদ্ধিৰ ল'ৰা আছিল ; তেওঁৰ স্বভাৱ ধীৰ আৰু গম্ভীৰ আছিল। তেওঁ সৰুৰেপৰা ঘৰতে এজন অধ্যাপকৰ মুখে সংস্কৃত পঢ়িছিল আৰু গুৱাহাটীৰ গৱৰ্ণমেণ্ট স্কুলত ইংৰাজী পঢ়িছিল। তেতিয়া

গুৱাহাটী হাইস্কুলত ফাৰ্ষ্ট আৰ্টচলৈকে (এফ, এ,) পঢ়োৱা হৈছিল। আনন্দৰাম বৰুৱাই চৈধ্য বছৰ-ছমাহ বয়সতে এণ্ট্ৰেঞ্চ পৰীক্ষা সুখ্যাতিৰে পাচ কৰি, জলপানী লৈ, উচ্চশিক্ষা লাভ কৰিবৰ নিমিত্তে কলিকতালৈ গৈ তাৰ প্ৰধান কলেজ প্ৰেচিডেন্সিত ভৰ্তি হৈ, দুবছৰৰ মূৰত, প্ৰথম বিভাগত অতি সুখ্যাতিৰে সৈতে এফ, এ, পাচ কৰি, আকৌ সেই কলেজতে পঢ়ি, ইংৰাজী ১৮৬৯ চনত বি, এ, পাচ কৰি, "ষ্টেট স্কলাৰচিপ" আৰু "গিল-ক্ৰাইষ্ট স্কলাৰচিপ" লৈ, অৰ্থাৎ মুঠতে মাহে ৫০০৲ টকাৰ বৃত্তি লৈ, তেওঁ ইংলণ্ডলৈ যাত্ৰা কৰিলে। বিলাতত তিনি বছৰ থাকি চিভিল-চাৰ্ভিচ; বি, এচ-চি; এল-এল, বি; আৰু বাৰিষ্টাৰ-এট্-ল এই চাৰিটা পৰীক্ষা অতি দক্ষতাৰে সৈতে পাচ কৰি, ১৮০২ চনত ভাৰতবৰ্ষলৈ ঘূৰি আহিল। তেওঁ ভাৰতবাসীৰ ভিতৰত পঞ্চম চিভিলিয়ান; আৰু তেওঁ চিভিল চাৰ্ভিচ পৰীক্ষাত প্ৰথম বিভাগৰ দ্বিতীয় স্থান অধিকাৰ কৰিছিল। মাননীয় ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত, সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় আৰু স্বৰ্গীয় আনন্দমোহন বসু বিলাতত বৰুৱাদেৱৰ সহপাঠী আছিল।

বিলাতত তেওঁৰ লগত একে লগে থকা সহপাঠীবিলাকৰ ভিতৰত, কোনেও জনা নাছিল যে, তেওঁ চিভিল-চাৰ্ভিচৰ বাহিৰে আন কোনো পৰীক্ষাৰ নিমিত্তে পঢ়িছিল; বি, এচ-চি, পৰীক্ষাৰ উত্তীৰ্ণ হোৱা ল'ৰা-বিলাকৰ লগত বৰুৱাদেৱৰ নাম দেখি তেওঁৰ লগত থকা ল'ৰাবিলাকে আচৰিত মানিছিল। বিলাতত থাকোঁতেই তেওঁ ফ্ৰান্স দেশৰ ভাষা এনে ভালকৈ শিকিছিল যে, তেওঁৰ কথা-বাৰ্তা শুনি সেই দেশৰ মানুহেও তবধ মানিছিল।

তেওঁ ভাৰতবৰ্ষলৈ উভতি আহি কলিকতা ইউনিভাৰ্চিটীৰ সংস্কৃতত এটা বিশেষ পৰীক্ষা পাচ কৰি ২০০৲ টকা পুৰস্কাৰ পাইছিল। তাৰ পাচত, তেওঁ শিৱসাগৰ জিলালৈ এচিষ্টাণ্ট কমিচনাৰ হৈ অসমলৈ আহোঁতে জাহাজত তেওঁ যি কেবিনত আহিছিল, তাত এজন চাহাব সোমাই তেওঁক তাৰপৰা ওলাই যাবলৈ কোৱাত, তেওঁৰ লগত হুতাহুতি কন্দল পৰ্যন্ত হৈ গ'ল, তথাপি বৰুৱাদেৱে পৰাস্ত মানি নিজৰ ঠাই এৰি

নগ'ল। চাহাব জনে তেওঁৰ আত্মনির্ভৰ আৰু সাহস দেখি অনুসন্ধান কৰি তেওঁ কোন জানি, পাচত নিজৰ দোষ স্বীকাৰ কৰি তেওঁৰ লগত বন্ধুত্ব কৰিলে। শিৱসাগৰলৈ যাওঁতে তেওঁ গুৱাহাটীত নামি পিতাক আৰু আন-আন বন্ধুবর্গৰ লগত দেখা কৰিছিল। পিতাকে তেওঁক প্রায়শ্চিত্ত হবলৈ ধৰাত, নিজৰ বিবেকে তেওঁক সেই কাম কৰিবলৈ নকয় বুলি তেওঁ কৰিবলৈ মান্তি নহ'ল ; তাত তেওঁৰ পিতাকে মনত বৰ বেজাৰ পালে।

শিৱসাগৰত এচিষ্টেণ্ট কমিচনাৰ কাম কৰোঁতেও তেওঁ সদায় নিয়ম মতে পঢ়া-শুনা কৰিছিল। আন কি, কাছাৰিলৈ যাওঁতেও হাতত এখন কিতাপ লৈ গৈছিল ; আৰু যেতিয়াই অলপ অৱকাশ পাইছিল, তেতিয়াই এজলাচত কিতাপ পঢ়িছিল। তেওঁ শিৱসাগৰত কাম কৰোঁতে আৰু বিলাতত থাকোঁতেও চোগা চাপকণহে পিন্ধিছিল ; বঙ্গদেশলৈ গৈহে চাহাবী সাজ-পাৰ লৈছিল।

তেওঁ শিৱসাগৰত থকাত, এদিন তেওঁৰ বঙলালৈ এজন দিহিঙ্গৰ বৰসাজতোলা দেখা কৰিবলৈ গৈছিল। দুয়ো দুখন চকিত বহি কথা-বার্তা পাতি আছিল, এনেতে ডেপুটী কমিচনৰ কর্ণেল কেম্বেলকে আদি কৰি কেইজনমান চাহাব তেওঁৰ বঙলাত ওলালহি। চাহাব যোৱা দেখিয়েই সাজতোলাজনক উঠিব খোজা দেখি, বৰুৱাদেৱে তেওঁক ক'লে যে, "আপুনি স্বাধীন মানুহ, কেলৈ উঠিব ; বহি থাকক"। ইপিনে তেওঁৰ তাত সৰহ চকি নথকাত নিজৰখন চকি ডেপুটী কমিচনাৰক এৰি দি নিজে থিয় হৈ ৰ'ল ; কেইজনমান চাহাবক চকি অনাই দিয়ালে ! কিন্তু আৰু চকি নোহোৱাত কেইজনমান চাহাব মেজত ভৰ দি থাকিল আৰু বহি থকা সাজতোলা জনৰ ফালে কেৰাহি কেৰাহিকৈ চাবলৈ ধৰিলে। সাজতোলাজন তাৰপৰা উঠি লৰ মাৰিব পাৰিলে এতিয়া ৰক্ষা পৰে ! কিন্তু বৰুৱাদেৱে চকুৰ ঠাৰেৰে সাহ দিয়াত যদিও তেওঁ বহি থাকিল, ভয়ত ঘামিজামি নগুৰশাস্তি হ'ল। চাহাবসকল গুচি যোৱাৰ পাচত সাজতোলাই বৰুৱাদেৱক "ডাঙৰীয়া, আপোনাৰ ইয়ালৈ অহা বৰ বিপদৰ কথা ; আমাৰ আৰু ইয়ালৈ অহা নহব" এই বুলি কৈ বিদায় ললে।

তেওঁৰ প্ৰতি কথাতে তেওঁৰ মনৰ তেজ আৰু স্বাধীনতাৰ চিনাকি পোৱা যায়। তেওঁ অসম দেশ এৰি বঙ্গদেশলৈ যোৱাৰ কাৰণো এয়ে। শিৱসাগৰত এচিষ্টাণ্ট কমিচনাৰ হৈ থকা সময়ত, কৰ্ণেল কেম্বেল তাত ডেপুটী কমিচনাৰ আছিল আৰু লেফ্‌টেনেণ্ট গ্ৰে এচিষ্টাণ্ট কমিচনাৰ আছিল। পদত বৰুৱাদেৱে লেফ্‌টেনেণ্ট গ্ৰেৰ ওপৰত আছিল। সেই-বাবে ডেপুটী কমিচনাৰ চফৰ ফুৰিবলৈ যাওঁতে জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত থাকে। এবাৰ ডেপুটী কমিচনাৰ বাহিৰত থকাত, বৰুৱাদেৱে গ্ৰে চাহাবৰ ওপৰত কিবা এটা দোষ ধৰি তেওঁৰ কৈফিয়ৎ খোজাত, তেওঁ সেই কথাত অপমান বোধ কৰি, ডেপুটী কমিচনাৰক জনোৱাত, পাচৰবাৰ ডিপুটী কমিচনাৰ চফৰলৈ যাওঁতে তেওঁ জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত নিদি গ্ৰে চাহাবৰ গাত থৈ গ'ল। বৰুৱাদেৱে এই কথাত অপমান পাই গৱৰ্ণমেণ্টলৈ আবেদন কৰি বঙ্গদেশলৈ বদলি হৈ গুচি গ'ল; তেতিয়াৰে-পৰা তেওঁ আৰু অসম দেশলৈ উলটি নাহিল; তেওঁ অলপ দিনৰ ভিতৰতে সৌজন্য গুণেৰে শিৱসাগৰৰ সকলো দেশী মানুহৰ মন মুগ্ধ কৰিছিল; আৰু তেওঁ শিৱসাগৰ এৰি যাব লগা হোৱাত সকলোৱে আন্তৰিক দুখ পাইছিল। বঙ্গদেশতো তেওঁ অনেক ঠাইত জইণ্ট মাজিষ্ট্ৰেট থাকি, সদৌশেহত নোৱাখালি জিলাত ডিষ্ট্ৰীক্ট মাজিষ্ট্ৰেট আৰু কলেক্টৰ হৈছিল। তেওঁ য'তে-ত'তে সুখ্যাতিৰে কাম কৰি মানুহৰ প্ৰিয়পাত্ৰ হৈছিল। তেওঁ অনেক দুখীয়া ল'ৰাক পঢ়াৰ খৰছ দি সহায় কৰিছিল; আৰু মগনীয়াবিলাকক ভিক্ষা দি তেওঁ বৰ সুখ লাভ কৰিছিল। তেওঁ এখন ডাঙৰ জিলাৰ ভাৰ গাত লৈয়ো তেওঁৰ সংস্কৃত ভাষা আৰু সাহিত্যৰ বিষয়ে চৰ্চা অলপো এৰা নাছিল। তেওঁ বহুত কিতাপ লিখি প্ৰকাশ কৰিছিল; তাৰ ভিতৰত ইংৰাজীৰপৰা সংস্কৃত অভিধানখন সম্পূৰ্ণৰূপে প্ৰকাশিত হৈছিল। তাত বাজেও মহাবীৰ চৰিত্ৰ ভাষ্য, অমৰকোষৰ টীকা, ধাতুৰূপ আৰু 'ভৱভূতিৰ সংস্কৃত সাহিত্যত ঠাই' বুলি এখনি ইংৰাজী কিতাপ তেওঁ লিখি প্ৰকাশ কৰিছিল আৰু "সৰস্বতী কণ্ঠাভৰণ" বুলি এখন অলঙ্কাৰ-শাস্ত্ৰও প্ৰকাশ কৰিছিল। এইবিলাকত বাজেও,

বৰুৱাদেৱে যি এখন কিতাপ লিখা কাম হাতত লৈছিল তাক ভাবিলেও মনত ভয় লাগে; অৰ্থাৎ গোটেইটো সংস্কৃত ভাষাকে ধাতুৰূপ বিভাগ, অভিধান বিভাগ, শব্দৰূপ বিভাগ, অলঙ্কাৰ বিভাগ ইত্যাদি ১২ বিভাগত ভগাই এটা প্ৰকাণ্ড ব্যাকৰণ লিখিবলৈ আয়োজন কৰিছিল। বৰুৱাদেৱৰ এই গ্ৰন্থৰ নাম আৰু প্ৰস্তাৱ শুনি সংস্কৃত ভাষাৰ পণ্ডিত মোক্ষমূলাৰে তেওঁলৈ লিখিছিল, "আপোনাৰ এই গ্ৰন্থখনৰ কেইভাগমান প্ৰকাশিত হৈ ওলালেও পৃথিৱীৰ এটা মহৎ উপকাৰ সাধন কৰা হব আৰু গোটেইখন গ্ৰন্থ লিখি প্ৰকাশ কৰা এক জীৱনৰ কাম নহয়"। বাস্তৱিক পক্ষেও, বৰুৱা ডাঙৰীয়াই এই গ্ৰন্থৰ কেইখনমান হে উলিয়াবলৈ পালে;—বৰুৱাদেৱৰ পক্ষে কায়িক আৰু মানসিক পৰিশ্ৰম অসহ্য হৈ উঠিল। ১৮৮৭ চনৰ নবেম্বৰ মাহত বৰুৱাদেৱৰ গাত পক্ষাঘাত ৰোগে দেখা দিলে। অনেক চিকিৎসা কৰা হ'ল, কিন্তু তাৰ পৰা কোনো ফল নধৰিলে; ১৮৮৯ চনৰ জানুৱাৰী মাহত (৫ মাঘ) শুকুৰবাৰে আবেলি ২ বজাৰ সময়ত, কলিকতাত তেওঁৰ বন্ধু বাৰিষ্টাৰ তাৰকনাথ পালিতৰ (চাৰটী পালিত) বালিগঞ্জৰ ঘৰত, মহাত্মা আনন্দৰাম বৰুৱা, মুঠেই ৩৯ বছৰ বয়সতে, ইহধাম পৰিত্যাগ কৰি,

—"হ'ল অকস্মাৎ, মাজ সাগৰত,
ধ্ৰুৱ তৰা দৰে মেঘৰ আঁৰ!"

কলিকতাত থকা অসমীয়া ছাত্ৰবিলাকে অতি সমাৰোহেৰে নি, তেওঁৰ পবিত্ৰ দেহ ভাগীৰথীৰ তীৰত কালিঘাট শ্মশানত অগ্নিত সমৰ্পণ কৰিলে। চাই থাকোঁতে থাকোঁতে অসমৰ প্ৰথম বি-এ, প্ৰথম বাৰিষ্টাৰ, প্ৰথম চিভিলিয়ান আনন্দৰাম বৰুৱাক অগ্নি দেৱতাই ভস্মীভূত কৰিলে; অসমৰ গৌৰৱ-সূৰ্য চিৰকালৰ নিমিত্তে অস্তমিত হ'ল। বৰুৱাদেৱে প্ৰায় ৪৫০০০৲ টকা আৰু বহৰমপুৰত বহু টকা মূল্যৰ এখন বাগানবাড়ী এৰি থৈ গৈছিল, কিন্তু সেইবিলাক তেওঁৰ উত্তৰাধিকাৰী বৈমাতৃ ভাই কেইজনৰ হাতত পৰি অলপ দিনৰ ভিতৰতে লোপ পালে। অতি বেজাৰৰ কথা, বৰুৱাদেৱৰ এটা বহুমূল্যৰ পুথিৰ ভঁড়াল আছিল আৰু তেওঁ কেইবাখনো হাতেৰে

লিখা গ্ৰন্থ এৰি থৈ গৈছিল সেইবিলাকো ক'ৰবাৰ বস্তু ক'ৰবালৈ গ'ল। বৰুৱাদেৱৰ সহোদৰ ভাই-ককায়েক কেইজন তেওঁ জীয়াই থাকোঁতেই পৰলোকপ্ৰাপ্ত হৈছিল। মণিৰাম নামেৰে যিজন ভায়েক আছিল; তেওঁক শিক্ষাৰ নিমিত্তে বৰুৱাদেৱে বিলাতলৈ পঠিয়াইছিল; কিন্তু তেওঁ ফ্ৰান্সত গৈ ঢুকাল, তাতে বৰুৱাদেৱে দাৰুণ শোক পালে। তেওঁ লিখা কিতাপবিলাক ছপা কৰিবৰ নিমিত্তে বৰুৱাদেৱে এখন সুকীয়াকৈ ছাপাখানা কিনি লৈছিল আৰু মৃত ভায়েকৰ নামেৰে তাৰ নাম "মণিৰাম যন্ত্ৰ" থৈছিল। বৰুৱাদেৱে পঢ়াত ব্যাঘাত হয় বুলি বিবাহকে নকৰালে। কোনো বন্ধুৱে তেওঁক বিবাহ কৰিবলৈ অনুৰোধ কৰাত, তেওঁ তেওঁৰ পুথি ভঁড়াললৈ আঙুলিয়াই কয়, "মোৰ ভাৰ্যা এয়ে; আৰু মই কেলৈ বিবাহ কৰাব লাগিছে।"

আনন্দৰাম বৰুৱা এজন বিচক্ষণ শাসনকৰ্তা আছিল। বিচাৰ আসনত বহি তেওঁ যিবিলাক "ৰায়" লিখিছিল, বা গৱৰ্ণমেণ্টৰ নিমিত্তে যিবোৰ ডাঙৰ ডাঙৰ শাসনবিষয়ক ৰিপোৰ্ট লিখিছিল, সেইবিলাকৰ প্ৰতিছত্ৰেই বৰুৱাদেৱৰ অসীম পাণ্ডিত্য, অসাধাৰণ প্ৰতিভা আৰু মানুহ আৰু বস্তু বিষয়ে তেওঁৰ বিশাল জ্ঞানৰ চিনাকি দিছে; কিন্তু তেওঁ সংস্কৃত সাহিত্য সম্বন্ধে যি কাম কৰিলে, তাৰ লগত ৰিজালে আনবিলাক কামক অতি নগণ্য বুলিলেও হানি নহয়। উত্তৰ-গুৱাহাটীত তেওঁৰ লৰাকালতে যি সংস্কৃত শিক্ষাৰ বীজ পচোৱা হ'ল, সেয়ে গজালি মেলি এনে দকৈ শিপালে আৰু ইমান বহলকৈ ঠাল-ঠেঙুলি মেলিলে যে, সি শেহত "অক্ষয় বটৰ" নিচিনা এজোপা প্ৰকাণ্ড গছ হৈ উঠিল। সেই গছৰ অমৃতময় ফল ভোগ কৰি জগতবাসীয়ে অনন্তকাল বৰুৱাদেৱৰ গুণৰ পূজা কৰিব।

---

# সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱা

চতুৰ্থ ভাগ "জোনাকী"ত ৺হেমচন্দ্ৰ বৰুৱাই নিজে লিখা আত্ম-জীৱনচৰিত্ৰ প্ৰকাশিত হৈছিল। তাৰপৰা সকলোৱে তেওঁৰ জীৱন চৰিত্ৰ সংক্ষেপকৈ জানিব পাৰে। "উষা"ৰ পাঠকসকলক উক্ত মহৎ জনৰ এটি ছবি উপহাৰ দি, তাৰ লগে লগে তেওঁৰ জীৱনৰ কেইটিমান ঘাই লক্ষণলৈ ডেকাসকলৰ মন আকৰ্ষণ কৰাই এই ক্ষুদ্ৰ প্ৰবন্ধৰ উদ্দেশ্য।

হেমচন্দ্ৰ বৰুৱাই কেৱল নিজ পুৰুষাৰ্থৰ বলত শিক্ষা লাভ কৰিছিল। তেওঁৰ সংস্কৃত আৰু ইংৰাজী ভাষাত বিশেষৰূপে ব্যুৎপত্তি আছিল। সৰুতে শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত তেওঁ সংস্কৃত পঢ়িছিল হয়, কিন্তু ডাঙৰহৈ নিজ চেষ্টাৰ দ্বাৰাই হে তেওঁ সেই ভাষাত পণ্ডিত হৈছিল। বহুতে নেজানে যে, তেওঁ ভাল সংস্কৃত কবিতা ৰচিব পাৰিছিল। চাৰ ষ্টুৱাৰ্ট বেলী অসমৰ চীফ কমিচনাৰ হৈ আহোঁতে গুৱাহাটীত অভ্যৰ্থনা কৰাৰ অৰ্থে, ৺হেমচন্দ্ৰ বৰুৱাই এটি অতি শুৱলা সংস্কৃত কবিতা ৰচনা কৰিছিল। ৺ৰায়বাহাদুৰ জগন্নাথ বৰুৱা দেৱে সেই কবিতা মুখস্থ কৰি ৰাখিছিল আৰু তাক সদায় শলাগিছিল। হেমচন্দ্ৰ বৰুৱাই সৰুতে তেওঁৰ দদায়েকে নজনাকৈ লুকাই ইংৰাজী শিকিছিল আৰু পাচত তেওঁ নিজে যত্ন কৰি সেই ভাষাত বিশেষ পণ্ডিত হৈছিল। এগ্‌নিউ চাহাবে তেওঁৰ ইংৰাজী বিদ্যাত পাৰ্গতালি দেখি আদৰেৰে নিজৰ অফিচলৈ তেওঁক ঘাই কেৰাণী কৰি নিছিল। হেমচন্দ্ৰ বৰুৱাৰ চৰ্কাৰী ডাঙৰ বিষয়লৈ বিশেষ হেঁপাহ থকা হলে, একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ পদৰপৰাহে তেওঁ পেন্সন পালেহেঁতেন কাৰণ গৱৰ্ণমেণ্টে সেই পদ লবলৈ তেওঁক আহ্বান কৰিছিল। ইংৰাজী ১৮৭৬ চনৰ ১৮ ডিচেম্বৰ তাৰিখে পীট চাহাবে শিলঙৰপৰা তেওঁলৈ এই বিষয়ে তলত লিখা মতে চিঠি লিখিছিল :—"মহাশয়, আপুনি

শিৱসাগৰ জিলাত অস্থায়ী ভাৱে একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ পদ লবলৈ যাব নে? সেই কামত দিনদিয়েকৰ ভিতৰতে হাজিৰ হবগৈ লাগিব। টেলিগ্ৰামেৰে আপোনাৰ উত্তৰ জনাব।" হেমচন্দ্ৰ বৰুৱাই সেই পদলৈ বাঞ্ছা নকৰি কেৰাণী হৈয়ে থাকিল। সেই প্ৰকাৰে ইংৰাজী ১৮৬৭ চনত তেওঁক এবাৰ উজনি অসম বিভাগৰ স্কুল ডেপুটি-ইন্‌স্পেক্টৰ পদ যচা হৈছিল। তেওঁৰ সময়ত তেওঁ অসমীয়াৰ ভিতৰত এজন বিশেষকৈ ইংৰাজী জনা লোক আছিল। দূৰৈৰ ঠাইৰ আৰু ভিন্ জিলাৰ মানুহেও তেওঁৰ দ্বাৰাই ইংৰাজীত দৰখাস্ত লিখাবলৈ তেওঁৰ গুৰিলৈ আহিছিল। তেওঁ "অসম নিউচ" ইংৰাজী বাতৰি কাকতৰ সম্পাদক আছিল; আৰু ইংৰাজীত তেওঁ এখন পুথিও লিখিছিল। অসমীয়া ভাষা বঙ্গলা ভাষাৰ-পৰা পৃথক, এই কথা বুজাবলৈ তেওঁ অনেক লিখালিখি কৰিছিল, আৰু এই কথা লৈ তেওঁৰ সমসাময়িক বঙ্গালী ভদ্ৰলোকসকলৰে সৈতে প্ৰায়ে তেওঁৰ তৰ্ক হৈছিল। সেই বুলি, তেওঁ বঙ্গলা ভাষাক কেতিয়াও নিঘিণাইছিল। তেওঁ মাজে মাজে বঙ্গলা বাতৰি কাকতলৈও প্ৰবন্ধাদি লিখা লিখকে জানে।

হেমচন্দ্ৰ বৰুৱা প্ৰকৃততে এজন পণ্ডিত আছিল। সংস্কৃত আৰু অসমীয়া ভাষাত অসামান্য অধিকাৰ থকাৰ উপৰিও ইংৰাজী, বঙ্গলা, মৈথিলী, ব্ৰজাৱলী প্ৰভৃতি কেইবাটাও ভাষাত তেওঁৰ অধিকাৰ বহিছিল; তেওঁৰ সময়ত তেওঁ এজন অতি উত্তম ইংৰাজী লেখক আছিল। তেওঁৰ অসমীয়া ৰচনা নিভাঁজ অসমীয়া সাহিত্যৰ চানেকি আছিল; তেওঁ পাবমানে আন ভাষাৰপৰা শব্দ ধাৰ নকৰাকৈ নিভাঁজ অসমীয়া শব্দেৰে ভাৱ প্ৰকাশ কৰিছিল। আদিপাঠ, কানীয়াৰ কীৰ্ত্তন, বাহিৰে ৰং-চং ভিতৰে কোৱাভাতুৰা, স্বাস্থ্যৰক্ষা, পাঠমালা এই কেইখন কিতাপেই তেওঁৰ অসমীয়া ৰচনা প্ৰণালীৰ ভাল চিনাকি দিয়ে। অসমীয়া সাহিত্যৰ হৈ তেওঁ যি কৰিলে তাৰ ভিতৰত তেওঁৰ ব্যাকৰণ আৰু 'হেমকোষ' অভিধান এই দুখনে অসমীয়া ভাষাক আপদত তাৰি তেওঁৰ কীৰ্ত্তি অভগন কৰিলে।

হেমচন্দ্ৰ বৰুৱা ইংৰাজীতো এজন পাকৈত লিখক আছিল। অসমীয়া-ইংৰাজী বাতৰি কাকত "অসম নিউচ"ৰ সম্পাদক হোৱাৰ উপৰিও, তেওঁ অন্যান্য কাকতলৈ ইংৰাজীতে সাৰুৱা প্ৰবন্ধাদি লিখিছিল। তাত বাজেও, জীৱনৰ শেহছোৱাত "Assamese Marrige System" নামেৰে অসমীয়া বিবাহ-পদ্ধতি বৰ্ণাই তেওঁ এখনি সৰু ইংৰাজী কিতাপ লিখি প্ৰচাৰ কৰিছিল। এই কিতাপ পঢ়ি জনা যায় যে, তেওঁ বিধৱা বিবাহৰ ফলীয়া মতৰ লোক আছিল। তেওঁৰ মতে, তিৰোতালৈ যদি দ্বিতীয় বিবাহ নিষিদ্ধ, তেন্তে পুৰুষলৈকো সেই বিবাহ নিষিদ্ধ হোৱা উচিত। সেই কাৰণেই তেওঁৰ ভাৰ্যা ঢুকুৱাৰ পাচত, বয়স থকাতো তেওঁ দ্বিতীয়-বিবাহ নকৰালে।

'১৭৫৭ শকৰ আঘোণ মাহৰ ২৪ তাৰিখে মঙ্গলবাৰে শিৱসাগৰ ৰজাবাহৰ গাৱঁত অসমীয়া সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম মুক্তাৰাম বৰুৱা। এওঁ দুগৰাকী ভাৰ্যা গ্ৰহণ কৰে। প্ৰথমা ভাৰ্যাৰপৰা মুক্তাৰাম বৰুৱাৰ এটি পুত্ৰ-সন্তান হৈছিল; তেওঁৰ নাম যোগেশ্বৰ। এই পুত্ৰটি ১৮ বছৰীয়া হৈ অকালত কালৰ মুখত পৰে। তাৰ পাচত, মুক্তাৰাম বৰুৱাই দ্বিতীয়া ভাৰ্যা বিয়া কৰায়; এৱেঁই বিখ্যাত হেমচন্দ্ৰ বৰুৱাৰ মাতৃ। এই মাতৃয়েই শিশু হেমচন্দ্ৰৰ আদিগুৰু আছিল। হেমচন্দ্ৰ বৰুৱা সৰুতে মাউৰা হয়। সেই কাৰণে, তেওঁ ৯ বছৰমান বয়সৰপৰা দদাইদেৱাকৰ ঘৰত প্ৰতিপালিত হৈ ডাঙৰ হয়। দদায়েকৰ লগতে থাকি তেওঁৰ পোনতে আৰ্জি লিখি পাচত নকলনবীচ হৈ, মাহে তিনি-চাৰি টকা উপাৰ্জন কৰিছিল; কালত তেওঁৰ অসাধাৰণ বুদ্ধি, পৰিশ্ৰম, অধ্যৱসায়ৰ বলত তেওঁ সেই তিনি-টকীয়াৰ পৰা আঢ়ৈ-শ-টকীয়া বিষয়া হৈছিল; আন কি, যাচি দিয়া মুন্সিপ্ কামো তেওঁ এৰাব পৰা হৈ উঠিছিল।'

হেমচন্দ্ৰ বৰুৱাই কপটতা বৰকৈ ঘিণাইছিল। সেই দেখি, অতিপাত নৈষ্ঠিক সমাজলৈ তেওঁ ভয় কৰি নচলিছিল। তেওঁৰ "বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰি" সেই সময়ৰ অসমীয়া সমাজক বিদ্ৰূপ কৰি লিখা

এখনি নাটক। তেওঁৰ বয়স্য আৰু পৰমবন্ধু এই প্ৰবন্ধ লিখকৰ পিতাকলৈ উক্ত পুথি উছৰ্গা কৰোঁতে তেওঁ যি লিখিছে তাতেই তেওঁৰ কপটতালৈ কেনে ঘৃণা আছিল বুজা যায়। হেমচন্দ্ৰ বৰুৱা অতি মিতব্যয়ী আছিল। এনে কি, এই কাৰণে কোনোৱে তেওঁক কৃপণ বুলি ভাবিছিল। আদি-পাঠ, পাঠমালা, ব্যাকৰণ প্ৰভৃতি অসমীয়া পুথি লিখি আৰু "ওৱে টু হেলথ" নামৰ ইংৰাজী পুথি অসমীয়ালৈ ভাঙ্গি গৱৰ্ণমেণ্টৰপৰা মুঠতে তেওঁ ১১০০৲ টকা বঁটা পাইছিল। কামৰূপৰ পুৰণি সংস্কৃত পুথি গোটোৱা বিষয়ত ৰজা ৰাজেন্দ্ৰলাল মিত্ৰক সহায় কৰাৰ বাবে তেওঁ গৱৰ্ণমেণ্টৰপৰা শলাগ আৰু আৰ্থিক পুৰস্কাৰো পাইছিল। ইংৰাজী ১৮৯৬ চনত, প্ৰায় ৬০ বছৰীয়া বয়সত তেওঁৰ মৃত্যু হয়। গোঁৰা হিন্দু সমাজৰপৰা আঁতৰ হৈ থকা বুলিও, তেওঁৰ গুণলৈ নেপাহৰি কেইজনমান ভদ্ৰ বংশৰ ব্ৰাহ্মণে সমাজৰ কঠোৰ শাসনলৈ ভয় নকৰি তেওঁৰ শৱ সংকাৰ কৰিছিল। এওঁলোক অসমীয়া সমাজৰ ধন্যবাদৰ পাত্ৰ সন্দেহ নাই।

# নেতা-সাহিত্যিক লম্বোদৰ বৰা।

তেজপুৰৰ গমিৰি মৌজাৰ থালিপোকৰীয়া নামে সামান্য গাৱঁত ইংৰাজী ১৮৬০ চনত লম্বোদৰৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম বৃকোদৰ পাঠক। বৃকোদৰ গমিৰি মৌজাৰ কাকতী আছিল। আহোম ৰজাৰ দিনত তেওঁৰ পিতাক শেনচোৱা খেলৰ বৰা বিষয়া আছিল। বৃকোদৰ কেওঁট কুলীয়া ধৰ্মভীৰু লোক আছিল। লম্বোদৰৰ ৮।৯ বছৰীয়া বয়সতে ইংৰাজী ১৮৬৮ চনত মাতৃ-বিয়োগ হয়। ল'ৰা বয়সতে মাতৃ হানি হোৱাত অসমীয়া গাৱঁলীয়া জীৱনৰ যি দুখ কষ্ট সহিব লগা হয় তাক তেওঁ সহিব লগাত পৰিছিল। ল'ৰা বয়সত লম্বোদৰৰ শাৰীৰিক অৱস্থাও ভাল নাছিল; কিন্তু তেওঁৰ মনৰ উৎসাহ আৰু কামত মনোযোগাদি প্ৰথমৰেপৰা বৰ উগ্ৰ আছিল। জয়জয়তে লম্বোদৰে ঘৰতে ল'ৰা বয়সত পিতাকৰপৰা অলপীয়াকৈ অসমীয়া লিখা পঢ়া শিকিছিল। ইং ১৮৭২ চনত পোন্‌প্ৰথমে গমিৰিত গৱৰ্ণমেণ্ট পঢ়াশালি স্থাপিত হয়। সেই চনত নতুৱাৰ বৰভগীয়া মৌজাৰ ৺বাঙ্গাৰাম পণ্ডিতৰ তলত লম্বোদৰ সেই পঢ়াশালিত ভৰ্ত্তি হয়। পঢ়াত মনোযোগ আৰু উৎসাহৰ বাবে লম্বোদৰ সেই পণ্ডিতৰ অতিশয় প্ৰিয়পাত্ৰ আছিল। তাত দুবছৰমান পঢ়ি, পঢ়াশালিৰ পৰীক্ষাত উত্তীৰ্ণ হৈ, মাহে ৪৲ টকাকৈ গবৰ্ণমেণ্টৰ বৃত্তি লৈ, ইং ১৮৭৭ চনত লম্বোদৰ তেজপুৰ হাইস্কুলত ভৰ্ত্তি হয়। তেওঁ অতিশয় পৰিশ্ৰম আৰু উৎসাহেৰে ইংৰাজী পঢ়িবলৈ ধৰিলে। প্ৰথমে তেওঁ একো বছৰত দুই শ্ৰেণীকৈ পাৰ হৈ উঠি সোনকালে ওপৰ শ্ৰেণী পায়গৈ।

সভা-সমিতিলৈ ল'ৰাকালৰেপৰা লম্বোদৰৰ ধাউতি আছিল। তেওঁ স্কুলৰ ছাত্ৰসকলক গোটাই লৈ সভা পাতি বক্তৃতা, ৰচনা পাঠ, সামাজিক উন্নতিৰ বিষয়ে আলোচনা ইত্যাদিত অগ্ৰগামী হৈছিল। এই সময়ে ঘৰত পিতাক বৃকোদৰ পাঠকৰ মৃত্যু হয়। পিতৃ-মাতৃ দুয়ো হানি হোৱাত,

লম্বোদৰ আৰু ভায়েক মহোদৰ দুয়োটি ঘাটমাউৰা হ'ল। তথাপি, লম্বোদৰে সাংসাৰিক আপদবিপদ দুখ-দুৰ্গতিলৈ ভ্ৰূক্ষেপ নকৰি কেৱল পঢ়া-শুনাতে একাগ্ৰতীয়াকৈ মনোযোগ দিলে। আন বিধৰ অলপধতুৱা ল'ৰা হোৱা হলে ঘৰৰ এনে আপদ-বিপদত মৃয়মান্ হৈ লিখা-পঢ়াৰ চৰ্চা এৰি খেতি পথাৰত ধৰি নিজক সামান্য কাজত আটকাই, পলস বোকাত পৰা মহৰ নিচিনাকৈ লৰচৰ কৰিব নোৱাৰা বন্দী হৈ পৰিল-হেঁতেন ; কিন্তু লম্বোদৰ সেই শ্ৰেণীৰ ল'ৰা নাছিল ; তেওঁ ভাবিছিল যে, এই জ্ঞান-বিদ্যা আৰ্জনৰ সময়ত সাংসাৰিক সকলো প্ৰকাৰৰ দুখ-কষ্ট পাহৰি বিদ্যা শিক্ষা কৰিলে হে ভবিষ্যতৰ উন্নতিৰ বাট মুকলি হব ; অৱস্থাৰ অস্থায়ী কষ্টত মৃয়মান্ হৈ কৰ্তব্য কৰ্মত, অৰ্থাৎ জ্ঞান-বিদ্যা আৰ্জনত হেলা কৰিলে ভবিষ্যতৰ উন্নতিৰ বাটত কাঁইট ৰোৱা হে হব আৰু দুখৰো হাত সাৰিব পৰা নহব ইত্যাদি ভাব মনত লৈ তেওঁ দুগুণ উৎসাহেৰে পৰিশ্ৰম কৰি লিখা-পঢ়াত হে মন দিলে, ঘৰৰ অৱস্থালৈ বা খেতি-পথাৰ কৰি গাৱঁলীয়া চহা হৈ থাকিবলৈ মন একেবাৰেই নকৰিলে ; আৰু পাচৰ জীৱনত তেওঁ তাৰ সুফলো হাতে-হাতে প্ৰত্যক্ষ ভাৱে পালে।

পিতৃ বিয়োগৰ বছেৰেকৰ পাচত, তেজপুৰৰ হাইস্কুলৰপৰা এন্ট্ৰেঞ্চ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ, গৱৰ্ণমেণ্টৰ বৃত্তি লৈ, কলিকতালৈ গৈ লম্বোদৰে বিদ্যাসাগৰ মহাশয়ৰ মেট্ৰপ'লিটন কলেজত ভৰ্তি হয়। সেই সময়ত অসমৰ হাইস্কুলৰ পঢ়াৰ অৱস্থা ভাল নাছিল ; সেই কাৰণেই কলিকতা কলেজত পঢ়া টান পাই, লম্বোদৰে প্ৰথম দুবছৰৰ ভিতৰত এফ, এ, পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰা বাবে গবৰ্ণমেণ্টৰ বৃত্তি বন্ধ হ'ল। কলিকতাত পঢ়াৰ খৰছ যোগাবলৈ ঘৰৰ অৱস্থা নথকাত, সেই সময়ত যদিও নিৰাশ্ৰয়ত পৰিছিল তথাপি লম্বোদৰে ভগ্নমনোৰথ নহৈ নিৰাশাক তল পেলাই, বুকুত সাহ বান্ধি, তেজপুৰৰ বন্ধু বান্ধবৰ সহায় লৈ, শেহত সদুদ্দেশ্যত কৃতকাৰ্য হ'ল। সেই বন্ধু-বান্ধৱৰ ভিতৰত, এই লিখকৰ বাকেও, ৺ৰায় মাধবচন্দ্ৰ বৰদলৈ বাহাদুৰৰ নাম উল্লেখযোগ্য।

এই নিৰাশ্ৰয়ৰ সময়ত তেওঁ মন কৰা হলে গৱৰ্ণমেণ্ট অফিচতে বা চাহবাগিছা আদিতো ভাল চাকৰি পাব পাৰিলেহেঁতেন ; কিন্তু দৃঢ়চিত্তৰ লম্বোদৰে তেনে চাকৰি বা ঘৰৰ খেতি-পথাৰলৈ মন নকৰি, ওখ অভিলাষৰ উৎসাহত দুখ-কষ্ট সহিও সঙ্কল্পৰপৰা বিমুখ নহৈ সেই সময়ত পোৱা অৰ্থৰ বলতে নিৰ্ভৰ কৰি কলিকতাত পঢ়িবলৈ গ'ল ; আৰু এবছৰ পঢ়ি এফ, এ, পৰীক্ষাত উত্তীৰ্ণ হৈ অনেক লিখা-লিখি কৰি পুনৰ অসম গৱৰ্ণমেণ্টৰপৰা বৃত্তি লাভ কৰিলে। তাৰ পাচত তেওঁ যথাসময়ত বি, এ, পৰীক্ষাত উত্তীৰ্ণ হ'ল। এতিয়া আগতকৈ তেওঁৰ মনৰ বল দুগুণ বাঢ়িল। কিন্তু টকাৰ অভাৱত আগ বাঢ়িব নোৱাৰি তেওঁ টকা ঘটিবলৈ ইচ্ছা কৰিলে ; আৰু তেওঁ বুজিলে যে, টকা নহলে সংসাৰৰ কোনো কাৰ্যত আগ বাঢ়িব নোৱাৰি. মনৰ সংকল্পবিলাক খোৰা হৈ পৰি থাকে আৰু স্বাধীন বৃত্তিবিলাকৰ পৰিচালনাৰ অভাৱত মানুহৰ জীৱন নিস্তেজ বা মৰা হয়। ইত্যাদি বিবেচনা কৰি কিছুদিনৰ নিমিত্তে পঢ়া বন্ধ ৰাখি ধন ঘটিবৰ মনেৰে তেওঁ এশ টকীয়া দৰমহাত নগাপৰ্বতৰ কহিমা গৱৰ্ণমেণ্ট হাইস্কুলৰ হেডমাষ্টাৰৰ কামত ভৰ্তি হল। তাৰ পাচে, তাত দুবছৰ অতি দক্ষতাৰে সৈতে কাম কৰি হাতত পঢ়িবৰ জোখাৰে টকা লৈ তেওঁ পুনৰ কলিকতালৈ গ'ল। এইবাৰ লম্বোদৰে কলিকতালৈ গৈ কেৱল আইন পঢ়িছিল আৰু মাজে সময়ে কিতাপ আদিও লিখিছিল। সৰুৰপৰা লম্বোদৰে মাতৃভাষাৰ উন্নতিৰ নিমিত্তে যত্ন কৰিছিল। তেওঁ ছাত্ৰ জীৱনত অসমীয়া বাতৰি কাকত আৰু অসমীয়া আলোচনীলৈ প্ৰবন্ধাদি লিখিছিল। "অৰুণোদয়", "আসাম-বিলাসিনী", "আসাম-বন্ধু" এইবোৰ কাকতত তেওঁ সততে প্ৰবন্ধাদিৰে সহায় কৰিছিল। কাৰ্য-ক্ষেত্ৰত ভৰি দিয়া মাত্ৰে তেওঁ কিতাপ ৰচনাত মন দিয়ে ; কহিমা হাইস্কুলৰ হেডমাষ্টৰ হৈয়েই তেওঁ অসমীয়াত "শকুন্তলা" নাটকৰ ভাঙনি কৰি প্ৰচাৰ কৰে। তাৰ পাচত তেওঁ ওকালতি কৰাৰ সময়তো কেইবাখনো লাগতিয়াল পঢ়াশলীয়া কিতাপ লিখে আৰু প্ৰচাৰ কৰে। তাৰ ভিতৰত "ল'ৰাবোধ" আৰু "জ্ঞানোদয়" অলপ দিনৰ আগলৈকে

স্কুলৰ পাঠ্য ৰূপে চলি আছিল। ইয়াত বাজেও, তেওঁ অসমীয়া ভাষাৰ উন্নতি কল্পে অনেক কৰিছিল আৰু কৰিবলৈ সঙ্কল্প ৰাখিছিল।

যথা সময়ৰ ভিতৰতে বি, এল, পৰীক্ষাত উত্তীর্ণ হৈ লম্বোদৰে অসমলৈ উলটি আহি তেজপুৰ টাউনৰ মাজতে মাটি কিনি ঘৰ-দুৱাৰ কৰি লৈ অতি দক্ষতাৰে সৈতে ওকালতি কৰিবলৈ ধৰিলে। এই সময়ৰপৰাই স্বদেশৰ উন্নতিৰ অৰ্থে লম্বোদৰ বৰাই কায়মনোবাক্যে পুৰুষাৰ্থ কৰিবলৈ ধৰিলে; আৰু তেওঁৰ যত্নত তেজপুৰে উন্নতিৰ বাটেদি বহুদূৰ আগুৱালে। তেজপুৰত "অসমীয়া ভাষা উন্নতি সাধিনী সভা" তেওঁৰে যত্ন, চেষ্টা আৰু উৎসাহত স্থাপিত হয়; আৰু তেওঁৰ পৰবৰ্তী অনাৰেবোল শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱা সাহিত্যিক পেঞ্চনাৰ প্ৰমুখে অসমীয়া ভাষাৰ বন্ধুবৰ্গৰ যত্নত সেই সভা এতিয়াও উত্তমৰূপে চলি আছে আৰু ক্ৰমাৎ তাৰ উন্নতি হৈছে।

লম্বোদৰৰ শৰীৰ লৰাকালৰেপৰা দুৰ্বল আছিল। কলিকতাত পঢ়োঁতে অতিপাত পৰিশ্ৰমত তেওঁৰ স্বাস্থ্যভঙ্গ হৈছিল বুলিও, দেশহিতকৰ বিষয়ৰ আলোচনাত মনৰ বল সতেজ আৰু অগ্ৰগামী আছিল। তেওঁৰ জীৱন কালক তিনি ভাগত ভগাব পাৰি; প্ৰথম বাল্যৱস্থা, দ্বিতীয় শিক্ষাৱস্থা, তৃতীয় কৰ্মৱস্থা। বাল্য অৱস্থাক অজ্ঞান অৱস্থা বুলি একেবাৰেই বাদ দি থব পাৰি; কৰ্মাৱস্থাৰ কৰ্ম জুকিয়াই লোৱাৰ পূৰ্বেই তেওঁৰ মৃত্যু হ'ল বুলি, সেই সময়কো শিক্ষাৰ সময়ৰ লগতে ধৰি চালে, কেৱল শিক্ষাৰপৰা ওলায়েই তেওঁ মৃত্যু হ'ল বুলিব লাগে। তেওঁৰ শিক্ষা কাৰ্যত লগাবলৈ তেওঁ সুযোগ নিচেই নাপালে; সেই নিমিত্তে এতিয়া আমি তেওঁৰ কৰ্মৰ আলোচনা কৰিলে অসম্পূৰ্ণ আলোচনা হব। লম্বোদৰৰ প্ৰকৃত শিক্ষাৰ অৱস্থাৰ সময়ো বেচি নহয়। কিন্তু, অসমৰ গমিৰিৰ নিচিনা সামান্য চহা গাৱঁত জন্ম লৈ, পিতৃ-মাতৃ দুকুৰাত মাউৰা হৈ, শেহত আৰ্থিক কষ্টত পৰিও নিৰুৎসাহ নহৈ কেৱল নিজৰ মনৰ বল, সাহ, যত্ন, পৰিশ্ৰমৰ ওপৰত নিৰ্ভৰ কৰি সকলো বাধা বিঘ্ন আঁতৰাই বিদেশত পঢ়ি উচ্চশিক্ষা

লাভ কৰি কাৰ্যক্ষেত্ৰত প্ৰৱেশ কৰা ঈশ্বৰাদিষ্ট মনুষ্যোচিত কাৰ্যৰ প্ৰথম শ্ৰেণীৰ আদৰ্শ বুলিব পাৰি। অসমীয়া উঠি-অহা ডেকা আৰু কোমল বয়সীয়া ল'ৰাসকলে জ্ঞান শিক্ষাৰ সময়ত লম্বোদৰ বৰাক আদৰ্শ স্বৰূপ লৈ, মনত বল-সাহ যত্ন-চেষ্টা কষ্ট-সহিষ্ণুতা আৰু অধ্যৱসায়াদি গুণৰ চিনাকি দি বিদ্যাশিক্ষা কৰি কাৰ্যক্ষেত্ৰত প্ৰৱেশ কৰিলে নিজৰ অৱস্থা আৰু দেশৰ অৱস্থা যে অচিৰে টনকিয়াল কৰিব পাৰিব তাত অকণো সন্দেহ নাই। প্ৰথমে জ্ঞান শিক্ষা বা বিদ্যা শিক্ষা নকৰি কাৰ্যক্ষেত্ৰত প্ৰৱেশ কৰিলে জ্ঞানৰ অভাৱত কাৰ্য সুশৃঙ্খলাৰূপে সমাধা কৰিব নোৱাৰাৰ বাবে সংসাৰত কৃতকাৰ্য হব নোৱাৰি, দুখ-কষ্ট গুচাবৰ উপায় নিৰ্দ্ধাৰণ কৰিব পৰা নাযায় আৰু মানুহলৈ পৰমেশ্বৰৰ কি আজ্ঞা তাক বুজিব পৰা নহয়; গতিকে ধৰ্ম আৰু কৰ্তব্যৰপৰা সৰি পৰি যে কষ্ট ভোগ কৰিব লগীয়া হয় ই ধ্ৰুৱসত্য।

১৮১৪ শকৰ বহাগৰ বিহুৰ দিনা লম্বোদৰ বৰা তেজপুৰত মাউৰ বেমাৰত পতি ভৰডেকা বয়সত মৃত্যু হ'ল। কৰ্মক্ষেত্ৰত প্ৰৱেশ কৰি ব্যৱহাৰকাৰ্য জমাই লবলৈ নৌ পাওঁতেই অকস্মাৎ মৃত্যু হোৱাত তেওঁৰ মনৰ সঙ্কল্পিত অনেক দেশহিতকৰ কাৰ্য যদিও কৰিব নোৱাৰিলে, তথাপি ভবিষ্যতলৈ তেওঁ ভাল আদৰ্শ থৈ গৈছে।

---

# ৰায়বাহাদুৰ জগন্নাথ বৰুৱা

১৭৭৩ শঁকত অসম-আকাশত দুটি যুটীয়া তৰা উদয় হয়,—এটি ৰায় জগন্নাথ বৰুৱা বাহাদুৰ আৰু ইটি অনাৰবোল মাণিকচন্দ্ৰ বৰুৱা। একে বছৰতে দুইৰো জন্ম; আৰু সৰুৰেপৰা দুয়ো একে লগে ডাঙৰ হৈ, একে থোপাতে দুটি ফুল-কলি ফুলি থকাৰ দৰে আছিল। কিন্তু অকালতে ধুমুহা মাৰি তাৰে এটি ফুল সৰাই দিলে; জগদীশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ, যে ইটিয়ে সুদীৰ্ঘকাল সুবাস বিতৰি ফুলি থাকে (এতিয়া পৰলোকত)। এই দুজন বন্ধুৰ কথা একেলগে নিলিখিলে এজনৰো জীৱন-চৰিত্ৰ সম্পূৰ্ণকৈ লিখা হব নোৱাৰে; আৰু এওঁবিলাকৰ জীৱন-চৰিত্ৰ লিখিবলৈ হলে, ১৭৭৩ শঁকৰপৰা বৰ্তমান সময়লৈকে অসমৰ সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ বিষয়ে এখন ডাঙৰ পুথি লিখিব লাগিব।

ৰায় জগন্নাথ বৰুৱা বাহাদুৰৰ বাল্য জীৱনৰ দুটিমান প্ৰধান ঘটনাৰ কথাঁৰে সৈতে তেওঁৰ ছবি এটি "উষাৰ" পাঠকক উপহাৰ দিয়াই এই প্ৰবন্ধৰ উদ্দেশ্য,—তেওঁৰ জীৱন চৰিত্ৰ আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়।

১৭৭৩ শঁকৰ কাতি মাহত জগন্নাথ বৰুৱাৰ জন্ম হয়। তেওঁৰ পিতাক হেমধৰ বৰুৱা এজন বিচক্ষণ পণ্ডিত আছিল, আৰু তেওঁ প্ৰথমতে দাৰোগা কাম কৰি, শেহত ডেপুটী কলেক্টৰৰ বিষয়-বাব পাইছিল।

প্ৰথমতে জগন্নাথ বৰুৱাই পিতাকৰ ওচৰত সংস্কৃত পঢ়িছিল; খ্ৰীঃ ১৮৬৮ চনত তেওঁ এণ্ট্ৰেঞ্চ পাচ কৰে; আৰু ১৮৭২ চনত কলিকতাৰ প্ৰেচিডেন্সি কলেজৰপৰা বি, এ, পাচ কৰি, উজনিৰ প্ৰথম বি, এ, বাবে তেওঁ "বি-এ জগন্নাথ" নাম পায়। আজিলৈকে "বি-এ জগন্নাথ" বুলি হে

তেওঁক সকলোৱে জানে। তেওঁ বি, এ, পাচ কৰাৰ বছৰতে, "নেটিভ চিভিল চাভিচ" ( Native Civil Service ) পৰীক্ষাত অতি উচ্চস্থান অধিকাৰ কৰি পাচ হ'ল। আৰু, বঙ্গদেশৰ গৱৰ্ণমেণ্টে তেওঁক চবডেপুটি কলেক্টৰ মনোনীত কৰিছিল,—কিন্তু তেওঁ সেই কাম নললে; বোলে, "যি মূলা বাঢ়িব তাৰ দুপতীয়াতে চিন্"; কলিকতাত পঢ়োঁতেই বি-এ জগন্নাথে নিজৰ সৎসাহ আৰু স্বদেশ-প্ৰেমৰ চিন্ ভালকৈ দেখুৱাইছিল। এই সময়তে গৱৰ্ণৰজেনেৰেল লৰ্ড নৰ্থব্ৰুক্ চাহাবে প্ৰথমতে আহি দুখনমান অভিনন্দন পত্ৰ গ্ৰহণ নকৰা দেখি বঙ্গদেশৰ বহুত ডাঙৰ ডাঙৰ মানুহেও তেওঁক তেনে পত্ৰ দিবলৈ সাহ নকৰিছিল; কিন্তু আমাৰ বি-এ জগন্নাথে, তেওঁৰ বন্ধু মাণিকচন্দ্ৰ বৰুৱাৰে সৈতে গোট খাই, ১৮৭২ চনত অসম দেশৰ হৈ সাৰুৱা অভিনন্দন পত্ৰ এখন সুন্দৰ ইংৰাজীত লিখি লৰ্ড নৰ্থব্ৰুক্ চাহাবক দিছিল। এওঁবিলাকৰ লগতে এই কাৰ্যত ৰাধিকাৰাম ঢেঁকিয়াল ফুকনো আছিল। নৰ্থব্ৰুক্ চাহাবে বৰ সন্তুষ্ট হৈ এই অভিনন্দন পত্ৰ গ্ৰহণ কৰিলে। এই কথা কাকতে-পত্ৰে প্ৰকাশ হ'লত, তিনিটা স্কুলীয়া ল'ৰাই লাটচাহাবক অভিনন্দন পত্ৰ দিলে বুলি "ইণ্ডিয়ান মিৰৰ", "মিৰৰ", "হিন্দু পেট্ৰিয়ত" আৰু "অমৃত বাজাৰ পত্ৰিকাত" নানা ৰকম আন্দোলন হবলৈ ধৰিলে। বঙ্গদেশৰ গৱৰ্ণমেণ্টে এই বিষয়ে অনুসন্ধান কৰি 'ৰেবাট' কৰিলে যে অভিনন্দন পত্ৰত চহী কৰা তিনিওজন কলেজৰ ছাত্ৰ। যি হওক, অভিনন্দন পত্ৰখন ইমান সুন্দৰ হৈছিল যে, স্কুলীয়া ল'ৰাই দিয়া বুলিয়েই তাক দলিয়াই পেলাব নোৱাৰিলে। লৰ্ড নৰ্থব্ৰুকে নিজে অসমলৈ আহি অসমৰ অৱস্থা চাই সেই অভিনন্দন পত্ৰত লিখা সকলো আপত্তিৰ সুব্যৱস্থা কৰিলে; বি-এ জগন্নাথে লিখা প্ৰথম অভিনন্দন পত্ৰৰ ফল ফলিল।

বি, এ, পৰীক্ষালৈ এমাহমান থাকোঁতেই জগন্নাথ বৰুৱাৰ পিতৃবিয়োগ ঘটে। সেই কাৰণে, তেওঁ পৰীক্ষা দিয়েই ঘৰলৈ উলটি আহিব লগা হ'ল; আৰু ঘৰৰ আৰ্থিক অৱস্থা সিমান ভাল নাছিল গুণে আকৌ ঘূৰি কলিকতালৈ যাব নোৱাৰিলে। এই সময়তে অসম গৱৰ্ণমেণ্টে

তেওঁক প্ৰথম গ্ৰেড'ৰ চবডেপুটি কলেক্টৰৰ কাম যাচে। এনে অৱস্থাত বহুতে আগ্ৰহেৰে এই কাম গ্ৰহণ কৰি নিজক ভাগ্যবান মানিলেহেঁতেন; কিন্তু জগন্নাথ বৰুৱাই কাম কৰিবলৈ অস্বীকাৰ কৰি, পৈতৃক ৩০ একৰ চাহনি মাটিত বাগিছা কৰিবলৈ প্ৰস্তুত হ'ল। কোনে ভাবিছিল যে, সেই ৩০ একৰ হাবি এসময়ত এখন প্ৰকাণ্ড চাহ-বাগিছা হব? সম্ভৱতঃ, জগন্নাথ বৰুৱাই নিজেও এনে আশা কৰা নাছিল? গৱৰ্ণমেণ্টৰ ঘৰৰ যাচি দিয়া উচ্চ বিষয় এৰি চাহ খেতি কৰিবলৈ যোৱা দেখি বহুতে তেওঁক ইতিকিং কৰিছিল; আৰু এদিন তেওঁৰ এজন বন্ধুৱে মোৰ আগতে তেওঁক বলিয়া বুলি কৈছিল। তেতিয়া তেওঁ হাঁহি হাঁহি বন্ধুজনক এইমাত্ৰ কলে, "২০ বছৰৰ ভিতৰত মই তোমাক দেখুৱাম যে চাকৰি নকৰিও মানুহে মানুহ বোলাই খাব পাৰে।" ঠিক ২০ বছৰৰ পাচত তেওঁ এদিন আবেলি চাহ খোৱা-মেলত সেই বন্ধুজনক এই প্ৰবন্ধ লিখকৰ আগতে এইদৰে কৈছিল, "তুমি আজিকালি স্বীকাৰ কৰাঁ নে যে, চাকৰি নকৰিও মানুহে মানুহ বোলাই খাব পাৰে?"

অসমত সৰ্বসাধাৰণৰ মত বুলি এটা কথা একেবাৰে নাছিল। জগন্নাথ বৰুৱাই কলিকতাত পঢ়াৰেপৰা সঙ্কল্প কৰিছিল যে, তেওঁ এই কথাটি অসমীয়াক শিকাব। এয়ে তেওঁৰ জীৱনৰ লক্ষ্য আছিল। এই বাবেই তেওঁ দুবাৰ চবডেপুটী কলেক্টৰ কাম লবলৈ অস্বীকাৰ কৰে। এই বাবেই তেওঁ অনিশ্চিত স্বাধীন ব্যৱসায় অৱলম্বন কৰি প্ৰথম জীৱন আৰ্থিক অনাটনত কটায়। এই বাবেই তেওঁ ১৮৭৫ চনত যোৰহাটত 'সাৰ্বজনিক সভা'ৰ প্ৰতিষ্ঠা কৰে। অসমীয়া মানুহক ৰাজনৈতিক বিষয় আলোচনা কৰিবলৈ শিকোৱা এই সভাৰ ঘাই উদ্দেশ্য; আৰু সময়ত এই বিধৰ এই খনেই প্ৰথম সভা আছিল। অতি দুখৰ বিষয় যে, এই উদ্দেশ্য সম্পূৰ্ণ নৌ হওঁতেই বি-এ জগন্নাথৰ লগতে তেওঁৰ সাৰ্বজনিক সভাও লোপ পাবলৈ ধৰিছিল।

আজিকালি আমাৰ মানুহৰ ভিতৰত যি দুখন-এখন চাহ বাগিছা আছে, সি জগন্নাথ বৰুৱাৰ দৃষ্টান্তৰ ফল। আৰু, আমাৰ ভিতৰত

সাৰ্বজনিকৰ দৰে যি এখন-দুখন সভা আছে সিও তেওঁৰ দৃষ্টান্তৰ ফল।

জগন্নাথ বৰুৱাৰ দৰে লিখা-পঢ়া চৰ্চা কৰা মানুহ অতি বিৰল। সকলো ৰকমৰ ইংৰাজী, সংস্কৃত, অসমীয়া আৰু বঙ্গলা ভাল ভাল পুথি তেওঁৰ আয়ত্ত আছিল। তেওঁৰ স্মৃতিশক্তি দেখিলে আচৰিত হব লাগে। কোন্ বছৰত কোন্ বাতৰি কাকতত কি লিখিছিল তেওঁৰ যেন একেবাৰে মুখস্থ হে আছিল।

জগন্নাথ বৰুৱা উদাৰ আৰু ওখ মনৰ মানুহ আছিল। অসমীয়া, বঙ্গালী, ইংৰাজ সকলোৱে তেওঁক সমান ভাল পাইছিল। তেওঁৰ এটা আশ্চৰ্য গুণ আছিল যে তেওঁ সকলোৰে লগত মিলিব পাৰিছিল আৰু সকলোকে কথাৰে তুষ্ট কৰিব পাৰিছিল। সমাজত থাকিবলৈ হলে মানুহে কথা কব জানিব লাগে। আৰু কথাৰে লোকক তুষ্ট কৰিবলৈ হলে হৃদয়ত অমায়িক ভাব থাকিব লাগে। জগন্নাথ বৰুৱাৰ প্ৰত্যেক কথাই তেওঁৰ উদাৰ ভাৱৰ পৰিচয় দিছিল; আৰু সেই বাবেই তেওঁৰ কথাত সকলো মোহিত হৈছিল। আৰু এই অসাধাৰণ গুণ নথকা হলে, তেওঁ গোটেই অসম দেশৰ সৰ্ববাদীসম্মত নেতা হব নোৱাৰিলেহেঁতেন; এই গুণ নথকা হলে বিলাতলৈ গৈ তেওঁ সকলোৰে আদৰ আৰু প্ৰশংসা লাভ কৰিব নোৱাৰিলেহেঁতেন। তেওঁ বক্তা নহয়, কিন্তু তেওঁৰ বক্তৃতা শুনি বিলাতৰ বাতৰি কাকত এখনে লিখিছিল যে, ১০০ ইংৰাজৰ ভিতৰত ২৯ জনে তেওঁৰ দৰে বক্তৃতা দিব নোৱাৰে।

# কৰ্ণেল শিৱৰাম বৰা।

ঠিক উনৈশ শতিকাৰ সমমাজ সময়ৰ বছৰকেইটামান অসমৰ বৰ সৌভাগ্যৰ ক্ষণ হৈছিল বুলিব লাগে। ইংৰাজে দেশ অধিকাৰ কৰি ইংৰাজী স্কুল স্থাপন কৰাৰ লগে লগে অসমত যি কেইটা তৰা জিলিকি উঠি অসম-আকাশ গোটেই সভ্য জগতৰ ওচৰত পোহৰ কৰি তুলি ধৰিছিল, অসমৰ নাম সোণোৱালী আখৰেৰে লিখি জগতত পটন্তৰ দেখুৱাইছিল, তেনে তৰা আৰু নতুনকৈ ওলোৱা নাই বুলি ক'লে বঢ়াই কোৱা নহব। গুৱাহাটী নগৰত সৰ্ব্বপ্ৰথমে ইংৰাজী স্কুল পতা হয়; আৰু গুৱাহাটীয়ে তাৰ ফল ভোগ কৰি সম্পূৰ্ণৰূপে নিজৰ প্ৰতিভা দেখুৱাই অতীতৰ গৌৰৱ জিনি ৰাখিব পাৰিছিল। সেই সময়ত, ১৮৬৫ চনত একে ক্ষণতে গুৱাহাটীত একেলগে এবাৰ পাঁচোটি তৰা জিলিকি ওলাইছিল; আৰু শেহতো বহল আকাশ পাই ভোটাতৰাৰ দৰে পাঁচোটি তৰাই আকাশ পোহৰ কৰিছিল। তাৰে এটি তৰা কৰ্ণেল শিৱৰাম বৰা। মানুহে কোনো কাম কৰোঁ বুলি ইচ্ছা কৰিলে যে সময়ত মহৎ কাম সাধিব পাৰে আৰু একোৱে বাধা দিব নোৱাৰে, তাৰ জ্বলন্ত দৃষ্টান্ত কৰ্ণেল বৰা বাহাদুৰৰ জীৱন। মহৎ কাম কৰিবলৈ যদি প্ৰকৃত ইচ্ছা থাকে, ধনৰ অভাবে কি সহায়ৰ অভাৱে কেতিয়াও তাক থব নোৱাৰে। এই কথা আমি বহুতৰ মুখত শুনিছোঁ, কিতাপতো পঢ়িছো, কিন্তু ডাক্তৰ শিৱৰাম বৰাৰ জীৱনত যেনে ফট্‌ফটীয়াকৈ সকলোৰে আহি্‌স্বৰূপে দেখা পাইছোঁ তাক আন ঠাইত সহজে পোৱা টান। আমি আজি কৰ্ণেল বৰা চাহাবৰ বিস্তৃত জীৱনী লিখিবলৈ আয়োজন কৰা নাই, মুঠতে তেওঁৰ জীৱনৰ গোটাদিয়েক কথা উল্লেখ কৰি 'ঊষা'ৰ পাঠকক চমুকৈ তেওঁৰ চিনাকি দিবৰ ইচ্ছা কৰিছোঁ। সময়

আৰু সুবিধা পালে পাচলৈ তেখেতৰ জীৱনী বহলকৈ লিখি ৰাইজৰ আগত ধৰিবৰ অভিপ্ৰায় আছে।

শিৱৰামে সজ বংশত, ইং ১৮৪৭ চনৰ চেপ্তেম্বৰ মাহৰ ১৩ তাৰিখে গুৱাহাটীৰ উত্তৰপাৰত জন্মগ্ৰহণ কৰে। তেওঁলোকৰ ঘৰ আদিতে গুৱাহাটীৰ দক্ষিণপাৰত আছিল, কিন্তু মান-ভগনৰ দিনত শিৱৰামৰ ককাদেউতাক পলাই সিপৰীয়া হ'লগৈ। শিৱৰামৰ সৰুতে পিতৃ-মাতৃ বিয়োগ হয়। এসময়ত উত্তৰপাৰত ভয়ানক জহনী বেমাৰ উপস্থিত হৈ বহুত মানুহ হানি কৰে, সেই আপাহতে শিৱৰামৰ খুৰাকে গুৱাহাটীৰ দক্ষিণপাৰলৈ উঠি আহে; আৰু ইংৰাজী স্কুলত শিৱৰামৰ নাম লগাই দিয়ে। যদিও খুৰাক জীয়াই থাকোঁতে তেওঁ মৌজাদাৰ হৈ চহকী আৰু প্ৰতাপী মানুহ আছিল, তেওঁৰ অৱিহনত শিৱৰামৰ পঢ়াৰ খৰছ পোৱাই টান হৈ উঠিছিল। ইংৰাজী স্কুলৰ দ্বিতীয় শ্ৰেণীলৈকে পঢ়ি শিৱৰামে নগাওঁ জিলাত গড়কাপ্তানী অফিচত সোমাবলৈ বাধ্য হৈছিল; আৰু তাত এবছৰমান কাম কৰি, কিছু খৰছ মোকোলাই লৈ, তেওঁ আকৌ স্কুলত পঢ়িবলৈ গ'ল। তাৰ পাচত, তেওঁ ১৮৬৫ চনত এণ্ট্ৰেঞ্চ, পৰীক্ষা পাচ কৰি কলিকতাত মেডিকেল কলেজত পঢিবলৈ গ'ল। একে সময়তে তেওঁৰ ভাগিনিয়েক এজনো পাচ কৰি একে কলেজতে পঢ়িছিলগৈ। আজিকালিও ডাক্তৰী পঢ়ি ল'ৰাৰ জাতিভ্ৰষ্ট হ'ল বুলি, অন্য মানুহৰ কথা নালাগে, নিজৰ ককাই-ভায়েও ঘিণ কৰা দেখা গৈছে; এনে ডাক্তৰী শিকিবলৈ তেতিয়াৰ দিনত শিৱৰামৰ কিমান সাহ আৰু মনৰ বল আছিল তাক সহজে অনুমান কৰিব পাৰি। পৰৰ জীৱনৰ হকে নিজৰ জীৱন, সমাজ আদি উৎসৰ্গ কৰাৰপৰা শিৱৰামক কোনেও আঁতৰাই ৰাখিব নোৱাৰিলে। মোমায়েক ভাগিনিয়েক দুয়ো মেডিকেল কলেজত পঢ়িলেগৈ; আৰু তেওঁবিলাকৰ সৰুৰেপৰা যেনে মৰম আৰু সদ্ভাব আছিল, সি সকলোৰে অনুকৰণীয়। মেডিকেল কলেজত পঢ়োঁতে তেওঁবিলাকে বহুত ভাবিব লগীয়া হৈছিল; কেতিয়াবা টকাৰ বাবেও চিন্তা কৰিবলৈ বাধ্য হৈছিল। এনে অৱস্থাত প্ৰথমবাৰ শিৱৰামে এল-এম-এচ পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে।

তেতিয়া ভাগিনিয়েকে শিৱৰামক সহায় কৰিবৰ মনেৰে নিজৰ পঢ়া এৰি শ্বিলংত গড়কাপ্তানী অফিচত মাহে ৩০৲ টকীয়া কামত মকৰল হ'লহি; আৰু তেওঁ মোমায়েক শিৱৰামক পঢ়াৰ খৰচ যোগাবলৈ ধৰিলে। শিৱৰামেও পাচৰ বছৰত এল এম-এচ পৰীক্ষাত ওপৰ ঠাই অধিকাৰ কৰি পাচ কৰিলে; আৰু পাচ হৈ তেওঁ অসমলৈ ঘূৰি নাহি কলিকতাৰ "নেটিভ হচপিটেলৰ" ডাক্তৰ নিযুক্ত হ'ল। এই আস্পাতাল আজিকালিৰ চদ্নিচওকৰ ওচৰত আছিল। তাৰ চুপাৰিণটেণ্ডেণ্ট ডাক্তৰ মেক্নামাৰা চাহাবে এচিষ্টেণ্ট চাৰ্জন বৰাক বৰ ভাল পাইছিল। ডাক্তৰ মেক্নামাৰা চাহাব এমিগ্ৰেচন ডিপাৰ্টমেণ্টৰো হেড আছিল। শিৱৰামে বিলাতলৈ গৈ ডাঙৰ ডাক্তৰ হবৰ ইচ্ছা কৰাৰ কথা ডাক্তৰ মেক্নামাৰা চাহাবে ভালকৈ জানিছিল। সেই সময়ত ভাৰতবৰ্ষৰপৰা আফ্ৰিকা, আমেৰিকা আদি দেশলৈ কুলি নিয়া হৈছিল; আৰু বাটত যাওঁতে জাহাজত অনেক কুলি মৰে আৰু নিওঁতাৰ বৰ ক্ষতি হয়। সেই কাৰণে, পাচলৈ কুলিৰ তত্বাৱধানত ডাক্তৰ পঠিয়াবলৈ নিয়ম কৰা হ'ল। ডাক্তৰ মেকনামাৰা চাহাবৰ যত্নত তেনেকুৱা কিছুমান কুলি মৰিচচ্ দ্বীপলৈ লৈ যাবলৈ ডাক্তৰ শিৱৰাম বৰাৰ গাত ভাৰ পৰে; আৰু তেওঁ সেই কুলি বৰ ভাল অৱস্থাৰে নি দিবগৈ পৰাত বহুত টকা বঁটা পায়। সেই টকা লৈ তেওঁ আৰু ভাৰতলৈ উভতি নাহিল, ৰাজে বাজে ইংলণ্ডলৈ গৈ গ্লাচগো ইউনিভাৰ্চিটিৰ নেটনি মেডিকেল কলেজত ভৰ্তি হ'লগৈ; আৰু অলপ কালৰ ভিতৰতে তেওঁ বৰ দক্ষতাৰে সৈতে আই-এম-এচ পৰীক্ষা পাচ কৰিলে। তাৰ পাচত সেই ইউভাৰ্চিটিতে তেওঁ এম, বি, পৰীক্ষাও পাচ কৰে। বিলাততে ১৮৭৪ চনত মাৰ্চ মাহত তেওঁ চিভিলচাৰ্জান চাহাবৰ পদত মকৰল হয়; আৰু সেই কাম লৈ নবেম্বৰ মাহত তেওঁ উলটি ভাৰতবৰ্ষ পালেহি।

শিৱৰাম বৰা প্ৰথমতে প্ৰেচিডেন্সী জেনেৰেল আস্পাতালৰ চিভিল-চাৰ্জন ৰূপে কিছুদিন কলিকতাত থাকিব লগা হয়। তাৰ পাচত, পোৰ্টব্লেয়াৰ বা কলীয়াপানীলৈ চিভিল চাৰ্জন ডাক্তৰ চাহাবক লৈ যায়।

১৮৭৭ চনত মাদ্ৰাজ অঞ্চলত বৰ আকাল হয়; তেতিয়া তেওঁক গৱৰ্ণমেণ্ট "ফেমিন ৰিলিফ" বা আকাল নিবাৰণ কাৰ্যত নিযুক্ত কৰে। আকাল গুচিলত, তেওঁ বেঙ্গলৰ মছলিপটাম আদি ঠাইত কাম কৰি, বহুকাল বিদেশত থাকি বেয়া পাই, শেহত তেওঁৰ নিজ ইচ্ছামতে ১৮৭৯ চনত নগা-পৰ্বতৰ চিভিল চাৰ্জন ডাক্তৰ চাহাব আৰু এচিষ্টেণ্ট পলিটিকেল অফিচাৰ নিযুক্ত হয়। নগা-পৰ্বতলৈ যাবলৈ বুলি আহি নবেম্বৰ মাহত তেওঁ গুৱাহাটী পায়হি; আৰু ককাই-ভাই ইষ্ট-মিত্ৰৰে সৈতে বহুত দিনৰ মূৰত দেখা সাক্ষাৎ কৰি সুখ-সন্তোষ লভিছিল। এই সময়তে তেওঁৰ বৰ ককাইদেৱাক বলোৰাম বৰা ডাঙৰীয়াই চাৰ্জন বৰাৰ বিয়াৰ কথা উত্থাপন কৰে। শিৱৰামে সদায় তেওঁৰ ককায়েকৰ হাক-বচন পালিছিল; আৰু ককায়েকৰ মত অনুসৰি উজনিৰ ভুৱৰা বংশৰ ছোৱালী এটি বিয়া কৰিবলৈ ঠিক হৈছিল। কিন্তু সমাজৰ কঠোৰ নিবন্ধনত পৰি সেই কথা কাৰ্যত পৰিণত হবলৈ নাপালে। সেই দেখি তেওঁ সেইফালে বিয়াৰ আশা এৰি নগাপৰ্বতলৈ যাত্ৰা কৰিলে; আৰু তাত ১৮৮০ চনৰপৰা ১৮৮১ চনলৈকে মিলিটাৰী চাৰ্জন হৈ আছিল। ইয়াৰ মাজতে তেওঁ ককাইদেৱাকৰে সৈতে পৰামৰ্শ কৰি আৰু তেওঁৰ অনুমতি অনুসাৰে পাঁচ মাহৰ ছুটি লৈ কলিকতাত সজকুলজা এটি ছোৱালীৰ পাণিগ্ৰহণ কৰিলে। এইবাৰ তেওঁ সপৰিয়ালে তেওঁৰ নিজ ঘৰলৈ আহে। বিদেশত আৰু কাম-কাজ কৰিবলৈ ইচ্ছা নকৰাত, তেওঁ অৱসৰ লোৱালৈকে অসমতে সদায় আছিল। শিৱসাগৰ জিলাত বহুত দিন চিভিল চাৰ্জন আৰু জেইল চুপাৰিণটেণ্ডেণ্ট আছিল। তাৰ পাচত গুৱাহাটী, তেজপুৰ, কাছাৰ আদিতো থাকি জনসমাজৰ বৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। শিৱৰাম অতি সৰল চিতৰ মানুহ আছিল। অহঙ্কাৰ কি বস্তু তেওঁ তাক সমূলঞ্চে নাজানিছিল। তেওঁ লগৰীয়া চাহাব কৰ্মচাৰীৰে সৈতে কথা-বঁতৰা পাতোঁতে যেনে আছিল, সামান্য দেশী মানুহ এজনৰে সৈতেও তেনে আছিল। তেওঁৰ অসমীয়ালৈ মৰম বৰ প্ৰগাঢ় আছিল। বহুত সময়ত বহুতক অৰ্থেৰে সহায় কৰিছিল। এনে

কি, তেওঁ কাছাৰ জিলাৰপৰাই বহুতক অৰ্থেৰে সহায় কৰিছিল। সদৌশেহত, সেই কাছাৰ জিলাৰপৰাই কামৰপৰা অৱসৰ লৈ তেওঁ পেঞ্চন ললে। তাৰ পাচত, কলিকতাৰ ইটালিত দুমহলীয়া ঘৰ কিনি ল'বা-তিৰোতাৰে সৈতে সুখেৰে দিন নিয়াবলৈ ধৰিলে। শিৱসাগৰ জিলাত থাকোঁতেই তেওঁ স্বৰ্গীয় ৰায়বাহাদুৰ জগন্নাথ বৰুৱা ডাঙৰীয়াৰ পৰামৰ্শমতে, এডোখৰ চাহ-বাগিছাৰ সম্পত্তি কৰে যোৰহাটত সেই বাগিছা এতিয়াও আছে।

কলিকতাত থাকোঁতেই, ১৯০৭ চনৰ মাৰ্চ মাহৰ ২৭ তাৰিখে, প্লেগ বেমাৰত পৰি, গোটেই অসমক জঁয় পেলায় আৰু ঘৰৰ পৰিয়ালৰ এঘৰোৱাল ল'বা-ছোৱালীক অনাথ কৰি দুখীয়া অসমীয়াক চিৰ-দুখীয়া কৰি কৰ্ণেল ডাক্তৰ শিৱৰাম বৰা স্বৰ্গগামী হয়।

# ডাক্তৰ আৰঙ্গশ্যা।

খ্ৰীঃ ১৮৫৭ চনত ডিব্ৰুগড়ত আৰঙ্গশ্যাৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম ফিৰিঙ্গীশ্যা। ফিৰিঙ্গীশ্যা নিচেই দুখীয়া মানুহ আছিল। তেওঁ অতি সামান্য কাৰ্য কৰি জীৱিকাৰ উপায় কৰিছিল। আৰঙ্গশ্যাৰ বয়স কথমপি ছ বছৰ হওঁতেই তেওঁৰ পিতৃ আৰু মাতৃ দুইৰো মৃত্যু হয়। তেতিয়াৰেপৰা মোমায়েক মুন্সী ফিন্নতউল্লাই আৰঙ্গশ্যাক নিজৰ ঘৰত ৰাখি, ডিব্ৰুগড় জিলা-স্কুলত খৰছ-পাতি দি পঢ়ায়।

আৰঙ্গশ্যা সৰুৰেপৰা বৰ চোকা বুদ্ধিৰ ল'ৰা আছিল। জিলা-স্কুলত ইংৰাজী-পঢ়োঁতে তেওঁ শিক্ষকসকলৰ বৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। তেওঁৰ সজ চৰিত্ৰ আৰু চোকা বুদ্ধিৰ শলাগ লৈ সকলোৱে তেওঁক মৰম কৰিছিল। ল'ৰাকালৰেপৰা আৰঙ্গশ্যাৰ আকাঙ্খা বৰ ওখ আছিল; আৰু ডাক্তৰী বিদ্যা শিকিবলৈ তেওঁৰ বৰ ধাউতি হৈছিল। সেই কাৰণে, মোমায়েকে আৰঙ্গশ্যাক জিলা-স্কুলৰ প্ৰথম শ্ৰেণীৰপৰা স্কুল এৰুৱাই কলিকতাৰ মেডিকেল স্কুলত ডাক্তৰী পঢ়িবলৈ পঠিয়ায়। কলিকতাত কিছুকাল পঢ়াৰ পাচত, মোমায়েকৰ অনুমতি মতে আৰঙ্গশ্যা পাটনাৰ "টেম্পল স্কুল" নামেৰে ডাক্তৰী স্কুলত ভৰ্তি হয়গৈ। সেই স্কুলত বৰ মনোযোগেৰে পঢ়ি, খ্ৰীঃ ১৮৭৬ চনত তেওঁ ডাক্তাৰী পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়; আৰু সেই স্কুলতে ১৫ মাহৰ নিমিত্তে সহকাৰী শিক্ষকৰ পদত নিযুক্ত হয়। সেই সময়ৰ ভিতৰতে একান্ত মনেৰে পঢ়া-শুনা কৰি তেওঁ পাটনা টেম্পল স্কুলৰ শেষপৰীক্ষাত উত্তীৰ্ণ হয়; আৰু সেই স্কুলৰে মিলিটাৰী ক্লাচৰ লাঞ্চ নায়কৰ পদত তেওঁ কিছুকাল সুখ্যাতিৰে কাম কৰে।

তাৰ পাচত, খ্ৰীঃ ১৮৭৯ চনত ডাক্তৰ আৰঙ্গশ্যা নিজৰ দেশলৈ উলটি আহে। আৰু, ১৮৭৯-৮০ চনৰ নগা-যুদ্ধৰ সময়ত তেওঁ

গোলাঘাটত ৰণুৱা সেনাবিলাকৰ নিমিত্তে ঔষধৰ ভঁড়ালী পদত নিযুক্ত হয়। সেই সময়তে তেওঁ অসমৰ চেনিটৰী কমিচনাৰ চাৰ্জন-জেনেৰেল ক্লাৰ্ক চাহাবৰ কৃপা-দৃষ্টিত পৰে। তেওঁৰ অনুগ্ৰহতে ডাক্তাৰ আৰঙ্গশ্যাই মিলিটাৰী বিভাগৰপৰা ওলাই শ্বিলংত চিভিল আস্পাতালৰ চাৰ্জত থাকিবলৈ পায়। সেই সময়ত মিঃ ইলিয়ট (পাচত চাৰ চাৰ্লচ ইলিয়ট) অসমৰ চীফ কমিচনাৰ আছিল। চাৰ্জন জেনাৰেল ক্লাৰ্ক চাহাবৰ অনুগ্ৰহত ডাক্তাৰ আৰঙ্গশ্যাই এই জনা বিদ্যোৎসাহী চীফ কমিচনাৰ প্ৰমুখ্যে কেইবাজনো বৰমুৰীয়া ইংৰাজ কৰ্মচাৰীৰ অনুগ্ৰহ লাভ কৰে; আৰু তেতিয়াৰপৰাই আৰঙ্গশ্যাৰ ল'ৰাকালৰ ওখ আকাঙ্খাৰ পুলিটি ক্ৰমাৎ টনকিয়াল ভাৱে বাঢ়িবলৈ ধৰে;

শ্বিলংত থাকোঁতেই আৰঙ্গশ্যাই আৰু এজন পৰম মিত্ৰ লাভ কৰে,—তেওঁ মৌলবী মহম্মদ পীৰবকছ। মৌলবী পীৰবকছ তেতিয়া ইঞ্জিনিয়াৰিং অফিচৰ এজন প্ৰধান আমোলা। সম্বন্ধত তেওঁ আৰঙ্গশ্যাৰ দদায়েকৰ পুতেক ককায়েক হয়। আৰঙ্গশ্যাৰ স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, মনৰ ওখভাব ইত্যাদিত মৌলবী বাস্তৱতে মোহিত হৈছিল। পাচলৈ দুইবো ভিতৰত সহোদৰতকৈও বেছি প্ৰীতিভাব হ'ল। মৌলবী পীৰবকছ এজন ধনী মানুহ আছিল আৰু তেওঁ ধনৰ সদ্ব্যৱহাৰ কৰিব জানিছিল। তেওঁ ধনেৰে সহায় কৰিবলৈ আশা দিয়াত, আৰঙ্গশ্যাৰ ওখ আকাঙ্খা দোপতদোপে বাঢ়ি আছিল। সদৌশেহত, মৌলবীৰপৰা আৰঙ্গশ্যাই অৰ্থসহায় লৈ বিলাতত ডাক্তৰী পঢ়িবলৈ যোৱাটো স্থিৰ হয়; আৰু সেই অনুসৰি মৌলবীয়ে ৩৫০০৲ টকা আৰঙ্গশ্যাক ৰেজেষ্টৰী দলিলত লিখা-পঢ়া কৰি ধাৰে দিয়ে। আৰঙ্গশ্যাৰ নিজৰো সঞ্চিত ধন ২০০০৲ টকা মান আছিল। চাৰ্জন-জেনেৰেল ক্লাৰ্ক চাহাব আৰু মোমায়েক মুন্সী ফিন্নতউল্লায়ো বাট-খৰছ স্বৰূপে তেওঁক কিছুমান টকা দি সেই সময়ত সহায় কৰে। এয়ে-সেয়ে সদৌমিলি ৬০০০৲ মান টকা হয়; আৰু তাৰেই তেওঁ খ্ৰীঃ ১৮৮৪ চনত, স্কটলেণ্ডৰ গ্লাচগো ইউনিভাৰ্চিটীৰ ডাক্তৰী বিদ্যালয়ত পঢ়িবৰ নিমিত্তে

বিলাতলৈ যাত্ৰা কৰে। ইফালে চৰ্কাৰী চাকৰিৰপৰা তেওঁক গৱৰ্ণমেণ্টে তিনি বছৰলৈ পঢ়িবৰ নিমিত্তে ছুটী মঞ্জুৰ কৰি দিয়ে।

বিলাতত নামিয়েই আৰঙ্গশ্যাই কতো এদিনো পলম নকৰাকৈ গ্লাচগোলৈ যাত্ৰা কৰিলে। আন কি, পৃথিবীৰ ভিতৰত স্বৰ্গৰ অমৰাৱতীৰ তুল্য লণ্ডন চহৰতো তেওঁ এদিনতকৈ বেচি দিন নাথাকিল। ডাক্তৰ আৰঙ্গশ্যাৰ প্ৰাণৰ ধাউতি আছিল, ডাক্তৰী বিদ্যাৰ উচ্চ শিক্ষাত কৃতিত্ব লাভ কৰা,—বিলাসিতা বা বাহিৰৰ ৰং-চঙ্গে তেওঁৰ মন টানিব নোৱাৰিছিল। কিন্তু, শুভকাৰ্যত অনেক বিঘিনি। ইমানতো আৰঙ্গশ্যাক নানা অসুবিধা আৰু বাধা-বিঘিনিয়ে লগ নেৰিলে; তেওঁ গ্লাচগো ইউনিভাৰ্চিটীৰ গৰাকীক দেখা কৰি জানিব পাৰিলে যে, সেই ইউনিভাৰ্চিটীৰ ৪টা পৰীক্ষা পাচ কৰিবলৈ তেওঁ ৪ বছৰ তাত পঢ়িব লাগিব; ইফালে আৰঙ্গশ্যাৰ ছুটীৰ কাল আৰু অৰ্থবল মুঠেই তিনি বছৰৰ নিমিত্তে হে লাভ কৰা হৈছিল। কিন্তু, সেইবাবে তেওঁ হতাশ নহ'ল; তেওঁ ইউনিভাৰ্চিটীৰ গৰাকীসকলক নিজৰ দুৰৱস্থাৰ কথা জনাই খাটনি ধৰাত, সিবিলাকে তেওঁৰ নিমিত্তে বিশেষ বন্দবস্তত শিক্ষাৰ সময় ৪ বছৰৰ ঠাইত ৩ বছৰৰ মঞ্জুৰ কৰি দিলে। তাৰ পাচত, আৰঙ্গশ্যাই পৰম উৎসাহেৰে আৰু অহোপুৰুষাৰ্থেৰে ডাক্তৰী কলেজত পঢ়িবলৈ ধৰিলে।

খ্ৰীঃ ১৮৮৪ চনৰ ২০ অক্টোবৰত, অৰ্থাৎ প্ৰথম বছৰতে, আৰঙ্গশ্যা গ্লাচগো ইউনিভাৰ্চিটীৰ প্ৰথম ডাক্তৰী পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পাচত, তেওঁ বন্ধুজনৰ উপদেশ মতে গৱৰ্ণমেণ্ট বৃত্তি এটা পাবৰ নিমিত্তে অসম গৱৰ্ণমেণ্টলৈ আবেদন পঠিয়ায়। সেই আবেদন পাই অসমৰ সেই কালৰ চীফ কমিচনাৰ দয়ালু ইলিয়ট চাহাবে আৰঙ্গশ্যা বৃত্তি এটা দিয়াবৰ অৰ্থে ভাৰত-গৱৰ্ণমেণ্টলৈ টানি লিখিছিল। কিন্তু ভাৰত-গৱৰ্ণমেণ্টে সেই প্ৰস্তাবৰ ফলস্বৰূপ আৰঙ্গশ্যাৰ বিলাতলৈ যোৱা-অহাৰ খৰছটি মাথোন মঞ্জুৰ কৰিলে। আৰঙ্গশ্যা সেই আশাত নিৰাশ হ'ল বুলিও, হতাশ নহ'ল। তেওঁ বাটখৰছটিকে যথালাভ বুলি গ্ৰহণ

কৰি, হৃষ্টচিত্তেৰে আৰু দুগুণ উৎসাহেৰে নিজৰ পঢ়াত মন দিবলৈ ধৰিলে।

খ্ৰীঃ ১৮৮৫ চনৰ ১৫ এপ্ৰিলত আৰঙ্গশ্যাই গ্লাচগো ইউনিভাৰ্চিটীৰ দ্বিতীয় ডাক্তৰী পৰীক্ষাও সুখ্যাতিৰে সৈতে পাচ কৰে। এই পৰীক্ষাত অতি সন্তোষজনক নম্বৰ ধৰাৰ বাবে, কলেজৰ দুজন বৰ প্ৰখ্যাত ডাক্তৰ-অধ্যাপকে দুখনি অতি ওখ ধৰণৰ প্ৰশংসাপত্ৰ আৰঙ্গশ্যাক আনন্দেৰে উপযাচি দিয়ে।

প্ৰথম আৰু দ্বিতীয় পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ, বিদ্যোৎসাহী আৰঙ্গশ্যাৰ মন আগতকৈও এদোপ্ উধালে; তেওঁ তৃতীয় পৰীক্ষা নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত পাচ কৰিবৰ উদ্দেশ্যে আকৌ প্ৰাণটাকি পঢ়িবলৈ ধৰিলে। নিৰ্দ্ধাৰিত তিনি বছৰৰ ভিতৰত তেওঁ উদ্দেশ্য সিদ্ধি হবই লাগিব, এনে সংকল্প লৈ তেওঁ পঢ়াত মন দিলে। আৰু, সেই অনুসৰি, ১৮৮৫ চনৰ ২১ অক্টোবৰত হোৱা তৃতীয় পৰীক্ষাত তেওঁ আগতকৈও বেচি সুখ্যাতিৰে উত্তীৰ্ণ হ'ল।

তৃতীয় পৰীক্ষাৰ নিমিত্তে কৰা অতিপাত পৰিশ্ৰমে এইবাৰ আৰঙ্গশ্যাৰ স্বাস্থ্য বৰকৈ দুৰ্বল কৰিলে। আৰু, চতুৰ্থ পৰীক্ষাৰ টান বিষয়বিলাকত বেচিকৈ পৰিশ্ৰম কৰিব লগা হোৱাত. মাহচাৰেকৰ পাচত, দেখ'দেখি-কৈয়ে তেওঁৰ স্বাস্থ্য ভঙ্গ হ'ল। অৱশেষত বন্ধুজনৰ উপদেশ মতে, তেওঁ অগত্যা স্বাস্থ্যৰ নিমিত্তে পানী-বতাহ সলনি কৰি ফুৰিবলৈ স্থিৰ কৰিলে। সেই সময়তে আৰঙ্গাৰ পৰম উপকাৰী বন্ধু চাৰ্জন-জেনেৰেল ক্লাৰ্ক চাহাবো স্বদেশলৈ উলটি যায়; আৰু স্বাস্থ্যৰ উপকাৰৰ নিমিত্তে তেওঁ সপৰিয়ালে সাগৰৰ দাঁতিত ব্ৰাইটন নগৰত বাস কৰি আছিল। সেই সুচলতে আৰঙ্গশ্যাও কিছুকালৰ নিমিত্তে ব্ৰাইটনলৈ গ'ল। ইয়াত থকাত আৰঙ্গশ্যাই আগতকৈ গা অলপ ভাল পাইছিল; আৰু দয়ালু ক্লাৰ্ক চাহাবৰ পৰিয়ালৰ মাজত মহাসুখেৰে দিন নিয়াছিল। কিন্তু, আৰঙ্গশ্যাৰ ধাউতি সদায় তেওঁৰ পঢ়ালৈ হে আছিল। সেই কাৰণে, তেওঁ লৰালাৰিকৈ গ্লাচগোলৈ গৈ পঢ়াত মন পাৰিলে। এইবাৰ

আগতকৈও বেচি খাটিব লগাত পৰিছিল ; গতিকে, সোনকালে তেওঁৰ স্বাস্থ্য আকৌ পৰি আহিল। ইফালে পৰীক্ষাৰ দিন চাপি আহিল-মানে আৰঙ্গশ্যাৰ স্বাস্থ্যৰ গতিও দিনক দিনে বেয়াৰফালে হে ঢাল লবলৈ ধৰিলে। তথাপি, ইমানতো তেওঁক পঢ়াৰপৰা কোনেও ক্ষান্ত ৰাখিব নোৱাৰিলে। সদৌশেহত, তেওঁৰ জীৱনৰ প্ৰধান লক্ষ্য চতুৰ্থ পৰীক্ষাৰ স্থলত উপস্থিত হোৱাটোৱেই তেওঁলৈ অসম্ভৱ হৈ উঠিল। কিন্তু, আৰঙ্গশ্যাৰ কাতৰোক্তিত ইউভাৰ্চিটিৰ কৰ্তৃপক্ষই নিৰুপায় হৈ তেওঁক নৰিয়া-পাটীৰপৰাই পৰীক্ষা দিবলৈ অনুমতি দিলে। সেই অনুসৰি, আৰঙ্গশ্যাই নৰিয়া-পাটীত শুই-শুই গ্লাচগো ইউনিভাৰ্চিটীৰ চতুৰ্থ বা শেষডাক্তৰী পৰীক্ষা দিলে ; আৰু উত্তীৰ্ণ হোৱাৰ সম্পূৰ্ণ আশা আছে জানি, বন্ধুসকলৰ মুখলৈ চাই তেওঁ সেই নৰীয়া অৱস্থাতে এবাৰ সন্তোষৰ হাঁহি এটি মাৰিলে,—সেয়ে তেওঁৰ জীৱনৰ শেষ-হাঁহি।

পৰীক্ষাৰ পাচত আৰঙ্গশ্যাৰ নৰিয়া দিনক দিনে টান হৈ আহিল। চাৰ্জন-জেনেৰেল ক্লাৰ্ক, কৰ্ণেল ক্লাৰ্ক, ডাক্তৰ ক্ৰাইষ্টি, এই সকল আৰঙ্গশ্যাৰ বিপদ-বন্ধুৰ ভিতৰত শোক-পত্ৰ লিখা-লিখি হ'ল ; সিবিলাকে সাধ্যমতে চেষ্টা কৰিলে ; কিন্তু আৰঙ্গশ্যাৰ জীৱনৰ আশা ওলোটাব নোৱাৰিলে,—খ্ৰীঃ ১৮৮৬ চনৰ ২ আগষ্ট তাৰিখে, ২৮ বছৰ বয়সত, আশাৰ ৰবি ডাক্তৰ আৰঙ্গশ্যা অকালত নিলগতে মাৰ গ'ল! আৰু দুটিমান দিন জীয়াই থকা হলেও, আৰঙ্গশ্যাই এম, বি, ছি, এম, উপাধি লগত নিব পাৰিলেহেঁতেন।

ডাক্তৰ আৰঙ্গশ্যাৰ অকাল-মৃত্যুত অসমীয়া জাতিৰ এটা পূৰাব নোৱাৰা ক্ষতি হ'ল ; আৰঙ্গশ্যাৰ বিয়োগত আওহতীয়া আন্ধাৰ অসমত জ্বলিবলৈ ধৰা এটি অসাধাৰণ প্ৰতিভাৰ বন্তি অকালত নুমাল ; অসমৰ বৰ দুৰ্ভাগ্য যে, আৰঙ্গশ্যাই জীয়াই থাকি জন্মভূমিৰ মুখ পোহৰাবলৈ নাপালে ; কিন্তু তেওঁৰ চৰিত্ৰ, পৰিশ্ৰম, অধ্যৱসায়, দৃঢ়সংকল্প, কৰ্তব্যজ্ঞান ইত্যাদি মহৎ গুণৰ পটন্তৰে যাৱৎচন্দ্ৰদিবাকৰ অসমৰ নাম পোহৰাই ৰাখিব। আৰঙ্গশ্যাৰ জীৱনৰ আহিঁয়ে অনেক

হতাশ অসমীয়াক কাৰ্যক্ষেত্ৰত আগুৱাবলৈ সততে উৎসাহৰ বল দি থাকিব। আমি নালাগে, বিদেশী বিজাতীয়েও আৰঙ্গশ্যাৰ জীৱনী সম্বন্ধে ইয়াতকৈ ওখ মত প্ৰকাশ কৰিছে। চাৰ্জন-জেনেৰেল ক্লাৰ্ক চাহাবৰ এনে বিশ্বাস আছিল যে, জীয়াই থকা হলে, ডাক্তৰ আৰঙ্গশ্যা ডাক্তৰী বিভাগৰ এটি অলঙ্কাৰস্বৰূপ কৰি ললেহেঁতেন ; তেওঁৰ নিমিত্তে ভাৰত গৱৰ্ণমেণ্টো প্ৰশংসাভাজন হ'লহেঁতেন। গ্লাচগোইউনিভাৰ্চিটীৰ পৰীক্ষা কেইটা সুখ্যাতিৰে পাৰ হবৰ নিমিত্তে আৰঙ্গশ্যাৰ আগ্ৰহ আৰু দৃঢ়সংকল্প দেখি অধ্যাপক গাৰ্ডনাৰ চাহাব স্তম্ভিত হৈছিল। ডাক্তৰ ক্ৰাইষ্টিয়ে কয় যে, বিশুদ্ধ জ্ঞান আৰ্জি নিজৰ কাৰ্যবিভাগত ওখ ঠাই অধিকাৰ কৰাই আৰঙ্গশ্যাৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল।

অন্তিম কালত, আৰঙ্গশ্যাই ইচ্ছা কৰা মতে, গ্লাচগোত ইছলাম ধৰ্মৰ প্ৰথা অনুসৰি তেওঁৰ সমাধি-ক্ৰিয়া কৰা হয়। পাচত, তেওঁৰ সমাধিস্থানত মৌলবী পীৰবকছে এটি শৈলস্তম্ভ সজাই দিয়ে। তাত এইভাৱে লিখা আছে, “অসম দেশৰ আৰঙ্গশ্যাৰ পবিত্ৰ স্মৃতি-চিন্। খ্ৰীঃ ১৮৮৬ চনৰ ২ আগষ্ট তাৰিখে তেওঁ স্বৰ্গী হয়। তেওঁৰ সন্তপ্ত ভ্ৰাতৃ গুৱাহাটীৰ মহম্মদ পীৰবকছৰ দ্বাৰাই এই স্মৃতি-চিন্ প্ৰতিষ্ঠা কৰা হয়।” অসমতো অসমীয়াৰ মনোমন্দিৰত সেই স্মৃতি-চিন্ যাউতিযুগীয়াকৈ জিলিকি থাকিব।

# ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ

১৭৬৮ শকৰ মাঘ মাহত, উত্তৰ গুৱাহাটী গাঁৱত, ৺কল্পনাথ শৰ্মা বৰদলৈ দেৱৰ ঘৰত ৺মাধৱচন্দ্ৰ বৰদলৈৰ জন্ম হয়। এওঁৰ পিতাকে কমিচনাৰ অফিচত কেৰাণী কাম কৰিছিল আৰু মাহে ৫০৲ পঞ্চাশ টকাকৈ দৰমহা পাইছিল। সেই সময়ত উত্তৰ-গুৱাহাটীত কৃষ্ণৰাম বৰুৱা নামেৰে এজন বৰ প্ৰতাপী মানুহ আছিল। তেওঁৰে ঘৰৰ পদ্মাৱতী নামেৰে জীয়াৰী এগৰাকীক কল্পনাথ বৰদলৈয়ে বিয়া কৰাইছিল। সেই পদ্মাৱতীৰ গৰ্ভতে মাধৱচন্দ্ৰৰ জন্ম হয়। সৰুৰেপৰা মাধৱচন্দ্ৰ বৰ ধুনীয়া আৰু সৎ-স্বভাৱীল'ৰা আছিল। তেওঁৰ বন্ধুবৰ্গ বা আন কোনেও কেতিয়াও তেওঁৰ স্বভাৱত কোনো দোষ দেখা নাছিল। তেওঁ সৰুৰেপৰা বৰ যত্ন কৰি লিখা-পঢ়া শিকিছিল। তাৰ পাচত, খ্ৰীঃ ১৮৬৪ চনৰ এণ্ট্ৰেঞ্চ পৰীক্ষাত ৺আনন্দৰাম বৰুৱা, ৺শিৱৰাম বৰা. কৰ্ণেল জালনুৰ আহ্মদ আৰু মাধৱচন্দ্ৰ বৰদলৈ আটাইকেইওজনেই গুৱাহাটী হাইস্কুলৰপৰা পাচ হৈছিল। মাধৱচন্দ্ৰৰ পিতাকৰ অৱস্থা ভাল নাছিল; আৰু তেওঁ বৰ গোঁৰা হিন্দু বাবে প্ৰথমে কলিকতালৈ যোৱা সম্বন্ধে তেওঁ বৰ টান হৈছিল। কিন্তু, বহু যত্ন আৰু কন্দা-কটা কৰি পিতাকৰ সন্মতি লৈ আন কেজন বন্ধুৰ লগত তেওঁ কলিকতালৈ ৰাওনা হ'ল। কলিকতাত থকা সময়ত তেওঁ বহু বন্ধু পাইছিল। তেওঁৰ জীৱনত তেওঁৰ প্ৰকৃত বন্ধু সৰহ ভাগ কলিকতীয়া বঙ্গালী বন্ধুৱেই হে আছিল। ছাত্ৰ-অৱস্থাত কলেজত চিনা-পৰিচয়ৰ পৰাই লাহে লাহে তেওঁলোকৰ লগত বন্ধুৰ বান্ধোন দৃঢ় হৈছিল। আৰু সেই অকৃত্ৰিম বন্ধুত্বই তেওঁক সময়ত বহুতো উপকাৰ কৰিছিল। যথাসময়ত এফ, এ, পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ বি, এ, পৰীক্ষাত ফেল হৈছিল। পিতাকৰ আৰ্থিক অৱস্থা বৰ সচ্চল নথকাত,

ফেল হোৱাৰ পাচত তেওঁ আহি প্ৰথমে কিছুমান দিন নগাওঁ জিলাত কেৰাণী কাম কৰিছিল ; তাৰ পাচত গুৱাহাটীত জাহাজ কোম্পানীৰ চব এজেণ্টৰ তলত হেডক্লাৰ্ক কাম কৰিছিল।

সেই সময়তে এটি ঘটনাই তেওঁক পুনৰ ভটীয়াই যাবলৈ বাধ্য কৰিছিল। ৺কন্দৰ্পেশ্বৰসিংহ স্বৰ্গদেৱৰ এটি বৰ মূল্যবান ঘড়ী আছিল, সেই ঘড়ীৰ দাম বাৰ শ টকা। সেই ঘড়ী আউনীআটীয়া সত্ৰৰ অধিকাৰ ৺দত্তদেৱ গোস্বামী মহাপ্ৰভুৰ কিনিব খোজাত কন্দ-পেশ্বৰসিংহ স্বৰ্গদেৱে ঘড়ীটি মাধৱচন্দ্ৰ বৰদলৈৰ হাতত পঠিয়াই দিছিল। গোসাঁই প্ৰভুক ঘড়ীটি দেখুৱাৰ পূৰ্বেই কোনোবা এজন ভকতে মোটোহা হাতেৰে ঘড়ীৰ বিচিত্ৰ কাৰু-কাৰ্য খুলি চাওঁতে তাৰ ভাল তুটামান কল নষ্ট হৈ যোৱাৰ গতিকে, আউনীআটীৰ গোস্বামী প্ৰভুৱে সেই ঘড়ী নলওঁ বুলি কোৱাত, কন্দৰ্পেশ্বৰসিংহ স্বৰ্গদেৱেও ওলটাই লবলৈ মান্তি নহ'ল। তেতিয়া উপায়ন্তৰ হৈ মাধৱচন্দ্ৰ বৰদলৈয়ে সেই ঘড়ী নিজে কিনিবলৈ স্বীকাৰ কৰি ঘড়ীটোৰ দাম ৯০০৲ টকা স্থিৰ কৰে। তেওঁৰ পিতাকে বহু কষ্টেৰে ৩০০৲ শ টকা দিয়ে ; আৰু এজন বন্ধুৱে ৩০০৲ শ টকা ধাৰ দিয়ে ; বাকী ৩০০৲ টকাৰ নিমিত্তে দুবছৰৰ সময়লৈ জাহাজ অফিচৰ কাম ইস্তফা দি তেওঁ কলিকতালৈ ৰাওনা হয়।

মাধৱচন্দ্ৰ বৰ অমায়িক মানুহ আছিল। তেওঁৰ শত্ৰু হলেও, তেওঁৰ শিষ্ট ব্যৱহাৰত সকলোৱেই সদায় মুগ্ধ আছিল। কলিকতাৰ যি সকল বঙ্গালী সহপাঠী তেওঁৰ প্ৰকৃত বন্ধু আছিল, তেওঁলোকে এতিয়া তেওঁক চপাই ললে আৰু যত্ন কৰি বৰিছালত এটি মাষ্টৰ কাম তেওঁক যোগাৰ কৰি দিলে। তেওঁ বৰিছালত ৩ বছৰ মাষ্টৰী কৰি ঘড়ীৰ বাবে যি ধাৰ লাগিছিল সেই ধাৰ শুজি, তাৰপৰা এল-এল পৰীক্ষা দি তাত উত্তীৰ্ণ হৈ ঘৰলৈ আহি প্ৰথমে গুৱাহাটীত ওকালতি আৰম্ভ কৰিছিল। কিছুমানদিন ওকালতি কৰাৰ পাচত, শিৱসাগৰৰ বেজবৰুৱা পৰিয়ালৰ বিৰুদ্ধে হাতীৰ মহল সম্বন্ধে গৱৰ্ণমেণ্টৰ লগত যি

ডাঙৰ মোকৰ্দমা উপস্থিত হয়, সেই মোকৰ্দমাত চৰকাৰৰ পক্ষৰ পৰাজয় হলেও, তেওঁ অতি সুন্দৰকৈ মোকৰ্দমা চলোৱা দেখা পাই, গৱৰ্ণমেণ্টে তেওঁক এজন সুদক্ষ কৰ্মচাৰী আৰু উপযুক্ত ভাবি ৰায়-বাহাদুৰৰ খিতাপেৰে তেজপুৰত একটিং একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ স্বৰূপে নিযুক্ত কৰে। তেতিয়াৰপৰা তেওঁ অসমৰ নানা ঠাইত এই পদত থাকি কাম কৰি, শেহত ইষ্টাৰ্ণ বেঙ্গল অসমৰ লগ লগাত সকলো বিলাক ডেপুটি মাজিষ্টেটৰ ভিতৰত সৰ্বপ্ৰথম ঠাই অধিকাৰ কৰিছিল আৰু সকলোতকৈ বেচি, অৰ্থাৎ ৮০০৲ টকাকৈ মাহে দৰ্মহা পাইছিল। ২৭ বছৰ ৰাজঘৰীয়া কাম কৰি, সদৌশহত অৱসৰ লৈ ডেৰ বছৰৰ ওপৰ তেওঁ পেঞ্চন ভোগ কৰিবলৈ নাপালে। ২৭ বছৰ হাৰভঙ্গা খাটনিৰ ফলত অৱসৰ লবৰ সময়ত তেওঁ স্বাস্থ্যৰ অৱস্থা অতি শোচনীয় হৈ পৰে। সেই ভগ্নস্বাস্থ্য তেওঁ বহু চেষ্টাৰেও ভাল কৰিব নোৱাৰিলে। পিচে, যোৱা ১৯০৭ চনৰ ১০ অক্টোবৰ তাৰিখে পুৱা ৮ বজাত পুত্ৰ-পৰিয়াল আৰু উপস্থিত ওচৰ চুবুৰীয়া সকলোকে আশীৰ্বাদ কৰি জনে জনে বিদায় লৈ মুখত হৰি নামেৰে সৈতে তেওঁ ইহলীলা সম্বৰণ কৰিলে।

৺মাধৱ বৰদলৈৰ গাত ভালেমান সজ গুণ আছিল। সকলোতকৈ প্ৰধান, তেওঁ কেতিয়াও এলাহক আশ্ৰয় নিদিছিল। মৃত্যুশয্যাত পৰি থাকোঁতেও যেতিয়ালৈকে উঠি বহিব পৰা আছিল তেতিয়ালৈকে নিজৰ লিখা-পঢ়াৰ কাম যিমান দূৰ সাধ্য নিজেও কৰি আছিল আৰু মুখেৰেকৈও কৰাই আছিল। ছিলেট জিলালৈ যেতিয়া তেওঁ বদলি হৈ যায়, তেতিয়া সেই উন্নত ঠাইৰ মানুহবিলাকেও তেওঁৰ কাৰ্যক্ষমতা দেখি আচৰিত হৈছিল। "ছিলেট ক্ৰনিকেল" নামেৰে কাকতে তেওঁক বহু বাৰ দক্ষ আৰু বিবেচক বিচাৰক বুলি প্ৰশংসাও কৰিছিল। তেওঁৰ দ্বিতীয় গুণ আছিল প্ৰিয়বাদিতা; সৰু, ডাঙৰ সকলোৰে লগত তেওঁ সমানে কথা কৈছিল, সকলোৰে দুখ-সুখত সহানুভূতি জনাইছিল। সেই কাৰণে, সামান্য মানুহবিলাকে বিশেষকৈ তেওঁক

ভক্তি কৰিছিল আৰু ভাল পাইছিল। তেওঁৰ মৃত্যুৰ সময়ত ওচৰ-চুবুৰীয়া বহুতো নদিয়াল আৰু আন আন ইতৰ শ্ৰেণীৰ মানুহ আহি সন্তপ্ত পৰিয়ালৰ লগত কান্দি-কাতি তেওঁক চাবৰ নিমিত্তে আৰু প্ৰণাম কৰিবৰ নিমিত্তে ইচ্ছা জনাইছিল। নবীয়াৰ আজ্ঞামতে ঘৰৰ দুৱাৰ মেলি দিয়াত, সেই মানুহবিলাকক অন্তিম সময়ত তেওঁ নিজৰ সন্তানৰ দৰে আশীৰ্বাদ কৰিছিল। তেওঁৰ মৃত্যুৰ পাচতো সেই মানুহবিলাকে খোল-মৃদঙ্গ বজাই করুণ ৰসাত্মক কীৰ্তন-ঘোষা গাই গাই তেওঁৰ সৎকাৰৰ ঠাইলৈকে গৈছিল।

ৰায়বাহাদুৰ বৰদলৈ ডাঙৰীয়াৰ মুঠেই খং নাছিল। গুৱাহাটীত যেতিয়া তেওঁ কাম কৰে, তেতিয়া কোনো কোনো উকীল-মুক্তিয়াৰে বিশেষ কোনো এটি কাৰণত তেওঁক ভাল নাপাইছিল। সেই কাৰণে, বহুদিন বহু ৰকমে শকত কথা কৈ আৰু আন ৰকমেও তেওঁক ভয়ানক মৰ্ম্মবেদনা দিছিল। কিন্তু, তাৰ প্ৰতিদানত এদিনলৈকে তেওঁ আদালতৰ আসনৰ আশ্ৰয় লৈ এষাৰ টান কথা কোৱা বুলি কোনেও কব নোৱাৰে।

স্বদেশ আৰু মাতৃভাষাৰ প্ৰতি তেওঁৰ বিশেষ অনুৰাগ আছিল। বিশেষতঃ, অসমীয়া পুৰণি সাহিত্য উদ্ধাৰৰ নিমিত্তে তেওঁ বহু যত্ন কৰিছিল। ৰামায়ণ লুপ্তপ্ৰায় হোৱা দেখি, তেওঁ বহু অৰ্থ ব্যয় কৰি তাক ছপা কৰাইছিল। তেওঁ বহুসংখ্যক পুৰণি পুথি গোটাই লৈ সদায় পাঠ কৰিছিল। চৰকাৰী কামৰপৰা অৱসৰ লৈ, এখন ছপাযন্ত্ৰ কিনি তাৰ দ্বাৰাই সকলো পুৰণি পুথি লাহে লাহে ছপোৱাটোৱেই তেওঁৰ জীৱনৰ প্ৰধান উদ্দেশ্য আছিল; কিন্তু তেওঁৰ সেই আশা পূৰ্ণ নহ'ল। সংস্কৃত ভাষাত তেওঁৰ বিশেষ অনুৰাগ আছিল। নিজে ভাল সংস্কৃত নাজানিলেও, সংস্কৃতত তেওঁৰ ইমান জ্ঞান আছিল যে, এলাপেচা পণ্ডিত তেওঁৰ আগত অশুদ্ধ কথা কৈ সাৰিব নোৱাৰিছিল। শিক্ষা বিষয়েও বৰদলৈ ডাঙৰীয়াৰ অনুৰাগ প্ৰবল আছিল; তেওঁ য'লৈকে গৈছিল ত'তে সাধাৰণৰ শিক্ষাৰ উন্নতিৰ নিমিত্তে সদায়

যত্নবান হৈছিল। তেওঁ বহু অৰ্থ ব্যয় কৰি আৰু বহু যত্ন কৰি নিজৰ পুত্ৰ কেইজনক ভাল লিখা-পঢ়া শিকাইছিল। বুঢ়া বয়সত, তেতিয়াৰ ডেকা সাহিত্যিক শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱাৰ লগত তেওঁৰ বিশেষ বন্ধুতা হৈছিল; তেওঁ অন্তিম কাললৈকে এণ্ট্ৰেঞ্চ আৰু এফ, এ, পৰীক্ষাৰ কাৰণে গোহাঞিবৰুৱা দেৱৰে সৈতে যুটীয়া প্ৰশ্নকাৰ আৰু পৰীক্ষক আছিল।

ৰায়বাহাদুৰ বৰদলৈ ডাঙৰীয়াই যিবিলাকক বন্ধু বুলিছিল, কি হিন্দু, কি মুছলমান, কি বঙ্গালী, কি অসমীয়া সেইসকল লোক তেওঁৰ প্ৰকৃত বন্ধু আছিল। মুছলমানসকলৰ ভিতৰত বহুতো ভদ্ৰলোকে তেওঁৰ মৃত্যুৰ দিনলৈকে তেওঁক তেওঁলোকৰ হিতাকাঙ্খী বুলি ভাবিছিল।

দোষে-গুণে হে সংসাৰ। মৃত্যুৰ পাচত মানুহৰ গুণৰ হে বিচাৰ হয়। এই জন ডাঙৰ মানুহৰ গাত থকা গুণবিলাক আমাৰ নিচিনা পিচ-পৰি থকা জাতিৰ নিশ্চয় অনুকৰণীয়।

# ৰাজনৈতিক নেতা মাণিকচন্দ্ৰ বৰুৱা।

নগাওঁ জিলাত কৰ্হালৰ বৰুৱা ঘৰ বুলি যিঘৰ কায়স্থ আছে, সেই ঘৰৰে বংশধৰ গুণাৰাম বৰুৱাৰ পুত্ৰ হাবিৰাম বৰুৱা; আৰু তেওঁৰ তিনি জন পুত্ৰ,—দেবনাথ বৰুৱা, ফটিকচন্দ্ৰ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱা। সুমলীয়া মাণিকচন্দ্ৰই এই প্ৰবন্ধৰ নায়ক। তেওঁ ১৮৫১ খ্ৰীষ্টাব্দৰ ৪ চেপ্টেম্বৰত নগাঁৱত জন্মগ্ৰহণ কৰে; আৰু ১৯১৫ খ্ৰীষ্টাব্দৰ ৭ চেপ্টেম্বৰত ৬৪ বছৰীয়া বয়স পাৰ হওঁতেই গুৱাহাটীত নিজ ঘৰত স্বৰ্গী হয়।

মাণিকচন্দ্ৰ বৰুৱাৰ এই চমু জীৱনীৰ সংসৰ্গত তেওঁৰ অগ্ৰজ ফটিকচন্দ্ৰ বৰুৱাৰ বিষয়েও উন্মুকিয়াই যাব পাৰি; কিয়নো তেওঁ অসমৰ এজন স্বনামখ্যাত অগ্ৰগণ্য লোক আৰু অসম গৱৰ্ণমেণ্টৰ এজন সুদক্ষ একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ আছিল। ফটিকচন্দ্ৰ বৰুৱা মুন্সিফৰ দক্ষতা সম্বন্ধে বহলাই নকৈ, কামৰূপ জিলাৰ লাখেৰাজ আৰু নিস্পিখেৰাজ ভুস্বত্ব সম্পৰ্কে গৱৰ্ণমেণ্টক তেওঁ তেওঁৰ মূল্যবান মন্তব্যেৰে যি সহায় কৰিছিল তাকে আঙুলিয়ালেই যথেষ্ট হব। গৱৰ্ণমেণ্টৰ ঘৰত ফটিকচন্দ্ৰ বৰুৱাৰ এতিয়াও বৰ নাম, এতিয়াও তেওঁৰ মন্তব্য কলেক্টৰী আদালতত সংজ্ঞাৰূপে পৰিগণিত।

মাণিকচন্দ্ৰ বৰুৱাই গুৱাহাটীত আগৰ দিনৰ কলেজিয়েট হাইস্কুলত ইংৰাজী শিক্ষা লাভ কৰে; লক্ষ্মীনাৰায়ণ দাস তেতিয়া সেই স্কুলৰ হেডমাষ্টৰ। সেই স্কুল আৰু কলেজৰপৰাই মাণিকচন্দ্ৰ বৰুৱাই এণ্ট্ৰেঞ্চ আৰু এফ, এ, পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ, বঙ্গ গৱৰ্ণমেণ্টৰ-পৰা অৰিয়া-অৰিৰ বৃত্তি লাভ কৰি কলিকতাৰ প্ৰেচিডেন্সি কলেজত বি, এ, পঢ়িবলৈ যায়। কিন্তু, কলিকতাৰ পানী-বতাহে তেওঁক মুগুজাত, তাৰপৰা গৈ তেওঁ বাঙ্কিপুৰত পাটনা কলেজত ভৰ্তি হয়।

পিচে, তাতো তেওঁৰ স্বাস্থ্য ক্ৰমাৎ পৰি যাবলৈ হে ধৰিলে ; আৰু সদৌশেহত তেওঁ বি, এ, পৰীক্ষা দিবলৈ নৌ পাওঁতেই ঘৰলৈ উলটি আহিব লগাত পৰিল।

কলেজত জগন্নাথ বৰুৱা মাণিকচন্দ্ৰ বৰুৱাৰ সহপাঠী আৰু বুকুৰ বান্ধৱ আছিল। কলিকতাত একেলগে পঢ়োঁতে দুয়ো লগলাগি প্ৰখ্যাত কৃষ্ণদাস পালৰ সাহায্যত সেই কালৰ ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকৰে সৈতে সাক্ষাৎ লাভ কৰি অসমৰ হৈ তেখেতক এখন অভিনন্দন-পত্ৰ দিয়ে। অসমীয়াই গৱৰ্ণৰ জেনেৰেলক অভিনন্দন দিয়া সেয়ে প্ৰথম।

শিক্ষা সাং কৰি আহি. মাণকচন্দ্ৰ বৰুৱাই তেওঁৰ প্ৰিয়তম বান্ধৱ জগন্নাথ বৰুৱাৰে সৈতে মত মিলাই, যাচি দিয়া ডেপুটি মাজিষ্ট্ৰেটৰ বিষয়বাব গ্ৰহণ নকৰি, পোনেই চাহখেতিৰ কাৰবাৰত ধৰিলে। সেই অৰ্থে, জগন্নাথ বৰুৱাই ( "বি-এ, জগন্নাথ" ) যোৰহাটত নিজা সৰু বাগিছা এখন খুলিলেগৈ ; আৰু মাণিকচন্দ্ৰ বৰুৱা মিঃ বেইনব্ৰিজ (Mr. Bainbridge) নামেৰে ইউৰোপীয়ান চাহখেতিয়কৰ লগত অংশীদাৰ ৰূপে যোগ হ'ল। তাৰ পাচত, মিঃ, বেইনব্ৰিজে যেতিয়া এই কাৰবাৰৰপৰা অৱসৰ ললে, তেতিয়া প্ৰখ্যাত আনন্দৰাম ঢেঁকিয়াল ফুকনৰ পুত্ৰ অন্নদাৰাম ফুকন মাণিকচন্দ্ৰ বৰুৱাৰ লগত সহকাৰবাৰী হ'লহি আৰু, দুয়ো গোটখাই "বৰুৱা-ফুকন-ব্ৰাডাৰ্চ" নামেৰে এটা কোম্পানী পাতি, চাহ আৰু কাঠৰ কাৰবাৰত ধৰিলে। এই কাৰবাৰ পূৰ্ণহতীয়াকৈ চলাই থাকোঁতেই মাণিকচন্দ্ৰ বৰুৱাৰ আগেয়ে এবাৰ ভগা স্বাস্থ্য আকৌ ভাগিবৰ উপক্ৰম হয় : সেই কাৰণে তেওঁ ১৮৮০ খ্ৰীষ্টাব্দত সাগৰ-যাত্ৰা কৰি কলম্বোৰপৰা উলটি আহেগৈ। ইয়াৰ বছৰচাৰেকৰ পাচতে তেওঁৰ যুটীয়া কাৰবাৰী অন্নদাৰাম ফুকন আৰু ককাইদেৱাক ফটিকচন্দ্ৰ বৰুৱা মুঞ্চিফ ভৰবয়সতে ঢুকায় ; আৰু সেই দুৰ্ঘটনাই মাণিকচন্দ্ৰ বৰুৱাৰ কাৰবাৰৰ বিষম ক্ষতি কৰিলে। এহাতে সুযোগ্য যুটীয়া কাৰবাৰীৰ অকাল-বিয়োগ হেতুকে

তেওঁ অকলশৰীয়াকৈ কাৰবাৰত দুগুণে খাটিব লগা হ'ল আৰু আনহাতে প্ৰাণপ্ৰতিম অগ্ৰজৰ বিয়োগ-সন্তাপে তেওঁৰ হৃদয় দহিবলৈ ধৰিলে , গতিকে শাৰীৰিক আৰু মানসিক কষ্টৰ কোব একে সময়তে তেওঁৰ ওপৰত বিষমকৈ পৰি তেওঁৰ দুৰ্বল স্বাস্থ্য অত্যধিক দুৰ্বল কৰি পেলালে। কিন্তু, এনে অৱস্থাতো মনৰ উৎসাহ আৰু হৃদয়ৰ বলে মাণিকচন্দ্ৰ বৰুৱাক এৰা-দিয়া নাছিল, তেওঁ গাৰোপাহাৰৰ অটব্য শাল-কাঠনি হাত কৰিবৰ অভিপ্ৰায়ে তেওঁৰ কাঠৰ কাৰবাৰ দামু আৰু দামুৱালৈ উঠাই আনিলে ; আৰু সেই অৰ্থে তেওঁ বিলাতৰ ভাৰতমন্ত্ৰীৰে (Secretary of states for India) সৈতে যুগুত বন্দবস্ত কৰি লৈ, সেই দুই ঠাইৰ মাজত আৰু কাঠনিলৈ এটা গাড়ী-যোৱা আলিবাট খোলোঁতে কুৰি হাজাৰমান টকা ব্যয় কৰে। কিন্তু, দুৰ্ভাগ্য অকলে নাহে ; মাণিকচন্দ্ৰ বৰুৱাৰ কাৰবাৰ পেলাবলৈকে অহাৰ নিচিনাকৈ, সেই সময়তে অসমত ভয়ঙ্কৰ কলা-আজাৰে ভুমুকি মাৰেহি আৰু তাৰ প্ৰথম প্ৰকোপ্ গাৰোপাহাৰপৰাই আৰম্ভ হয়। এই মহামাৰীৰ প্ৰকোপত পৰি মাণিকচন্দ্ৰ বৰুৱাৰ কাঠৰ কাৰবাৰত লাগি থকা কুলী, মহৰী, মিস্ত্ৰী, ঠিকাদাৰ ইত্যাদিৰ এভাগ মৰিল, এভাগ ধন খাই পলাল, বাকী এভাগ কাৰবাৰৰ ধনেৰেই প্ৰবৃত্তি থাকি শেহত নানং-নাবস্তুং হৈ দিহাদিহি গুচি গ'ল,—মাণিকচন্দ্ৰ বৰুৱাৰ তাৰে কাৰবাৰ তাতে পৰি ৰ'ল,—ৰেল কোম্পানীক যোগাবলৈ যুগুত কৰা অসংখ্য স্লিপাৰ বা চলিকাঠ কাঠনিত পৰি থাকিল ! এনে বিমোৰ হব লগীয়া অৱস্থাত মাণিকচন্দ্ৰ বৰুৱাই কলিকতাত কোনোবা সাহায্যকাৰী কোম্পানীৰ জৰিয়তে তেওঁৰ পাৰ-যোৱা কাৰবাৰ আকৌ তুলিবলৈ অশেষ যত্ন কৰি চালেগৈ কিন্তু কৃতকাৰ্য হব নোৱাৰিলে। গতিকে, তাৰ পাচত তেওঁৰ অৱস্থা অতিশয় বিষম হৈ পৰিল। কলিকতাৰ কোম্পানী-দোকানীবিলাকে হাইকোৰ্টত তেওঁৰ ওপৰত গোচৰ দাখিল কৰিলে ; আৰু ইফালে অসমতো মাৰোৱাৰী মহাজনবিলাকেও সেই পথকে অনুসৰণ কৰিলে। ইয়াৰ উপৰিও,

বিবিধ ঘৰুৱা বিপদ-জঞ্জালে জুমুৰি দি ধৰাত, মাণিকচন্দ্ৰ আপদৰ অপাৰ সাগৰত ওপঙিবলৈ ধৰিলে। এনেতে, মেচাৰ্চ কিং হেমিল্টন কোম্পানী প্ৰমুখ্যে কলিকতাৰ কোম্পানীদোকানীবিলাকে জানিবা সদয় হৈ সিবিলাকে পাবলগীয়া ঋণ ৰেহাই দি মাণিকচন্দ্ৰ বৰুৱাক মুক্তি দিলে; আৰু ইফালেও কিছুকালৰ পাচত তেওঁৰ সম্বন্ধীয়া ভায়েক মিঃ ভোলানাথ বৰুৱাৰ সাহায্যত স্থানীয় মাৰোৱাৰী মহাজনৰ ধাৰ-ঋণ মাৰি উঠি তেওঁ আকৌ নিজঞ্জলীয়া হৈ ৰহিল। ইয়াৰ পাচত তেওঁ ১৮৯৬ খ্ৰীষ্টাব্দক এ, চি, কেলে, চাহাবৰপৰা গুৱাহাটীত সৰু বাগিছা এখন কিনি লয়। মাণিকচন্দ্ৰ বৰুৱাই গুৱাহাটীতে চিৰস্থায়ীকৈ থিতাপি হৈ, সেই বাগিছাৰ উৎপন্ন আৰু তাৰ লগতে তেওঁৰ বুকুৰ বান্ধৱ ৰায়বাহাদুৰ জগন্নাথ বৰুৱা বি-এ আৰু ভায়েক মিঃ ভোলানাথ বৰুৱাৰপৰা মাজে সময়ে আৰ্থিক সাহায্য পাই সুচলকৈ দিন নিয়াবলৈ ধৰিলে; কিন্তু তাৰ কিছুকালৰ পাচত অন্তিম কাললৈকে উক্ত সাহায্য নোহোৱাকৈও তেওঁৰ সংসাৰ নিজঞ্জলীয়াকৈ চলিছিল।

মাণিকচন্দ্ৰ বৰুৱাৰ চাহ আৰু কাঠৰ কাৰবাৰৰ পৈণত অৱস্থাতে তেওঁ সাগৰ-যাত্ৰাৰপৰা উলটি আহি, ১৮৮১ খ্ৰীষ্টাব্দত লক্ষ্মীলাল বৰুৱা মুন্সিফৰ তৃতীয়া কন্যাক বিয়া কৰায়। কিন্তু, এই সংসাৰ তেওঁৰ বহুকাল নিটিকিল, বিবাহৰপৰা ১৭ বছৰমানৰ অন্তৰত দুটি কন্যা-সন্তান এৰি তেওঁৰ ভাৰ্য্যা মৃত্যুমুখত পৰিল। তেতিয়াৰেপৰা কালকৈ গৃহিণীহীন গৃহস্থ হৈ, ৰৰজীয়েক-জোঁৱায়েক আৰু ভাগিনিয়েকৰ হাতত ভিতৰত ঘৰুৱা কাৰ্যভাৰ অৰ্পণ কৰি, তেওঁ বাকী ১৭ বছৰ কাল মুকলিমূৰীয়াকৈ সংসাৰ চলাই আছিল।

স্বদেশহিতৈষিতা মাণিকচন্দ্ৰ বৰুৱাৰ স্বাভাৱিক লক্ষণ; যথাসময়ত সেই গুণ তেওঁৰ জীৱনত এনে ভাৱে প্ৰতিভাত হৈ উঠিছিল যে, অকল সেয়েই হে যেন তেওঁৰ জীৱনৰ কৰ্তব্য সৰ্বসাধাৰণৰ মনত এনে ধাৰণা হবলৈ ধৰিলে আৰু, তাৰ নিমিত্তেই তেওঁৰ বিদ্যা,

তেওঁৰ বুদ্ধি; তাৰ নিমিত্তেই তেওঁৰ চিন্তা দেখি ৰাইজৰ মনত সেই ধাৰণা ক্ৰমাৎ স্বভাৱতে ডাঠ্ হৈ বহিল। স্বদেশৰ হিতার্থে মাণিকচন্দ্ৰ বৰুৱাই তেওঁৰ প্ৰিয়তম বান্ধৱ জগন্নাথ বৰুৱাৰে সৈতে লগ লাগি ভালেমান দেশহিতকৰ কাৰ্যৰ অনুষ্ঠান কৰিছিল। নিমাখিত প্ৰজাৰ হৈ যেতিয়াই যি বিষয়ে আলোচনা আৰু আন্দোলন কৰিব লগা হৈছিল, তেতিয়াই এই দুই বন্ধুয়ে লগ লাগি তাৰে আগ বাঢ়িছিল।

অসমীয়াৰ ভিতৰত মাণিকচন্দ্ৰ বৰুৱা পোন্-প্ৰথম লোকেলবোৰ্ড-মেম্বৰ আৰু ভাইচ্ চেৰায়ম্যান, প্ৰথম মিউনিচিপাল-কমিচনাৰ আৰু চেয়াৰম্যান। ১৮৮২ খ্ৰীষ্টাব্দত যেতিয়া পোন্-প্ৰথমে লোকেলবোৰ্ড আৰু মিউনিচিপালিটীত নিৰ্বাচন প্ৰথাৰ অৱতাৰণা হয়, তেতিয়াই মাণিকচন্দ্ৰ বৰুৱা বোৰ্ড আৰু মিউনিচিপালিটীত ৰাইজৰ নিৰ্বাচিত মেম্বৰ ৰূপে প্ৰৱেশ কৰে; আৰু তেওঁৰ অন্তিম কাললৈকে তাৰপৰা তেওঁ অব্যাহতি নোলোৱাকৈ দক্ষতাৰে সৈতে তাৰ কাম চলায়। ইয়াৰ লগতে, ১৮৮৪ খৃষ্টাব্দত তেওঁ অনৰেৰী মাজিষ্ট্ৰেটৰ বিষয়-বাব লৈ, জীৱনৰ অন্তকাললৈকে সুখ্যাতিৰে সৈতে তাৰ কাম চলাই আছিল।

মাণিকচন্দ্ৰ বৰুৱাকে অসমত "সাদিনীয়া বাতৰি কাকত" চলোৱাৰ বাট দেখাওঁতা বুলিব পাৰি। তেওঁ ১৮৮৩ খ্ৰীষ্টাব্দৰপৰা পাঁচ বছৰমান অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাক সম্পাদক পাতি, "আসাম নিউজ" নামেৰে এখন অসমীয়া-ইংৰাজী সাদিনীয়া বাতৰি কাকত গুৱাহাটীৰপৰা প্ৰচাৰ কৰে। সেই কাকতৰপৰা অসম দেশ আৰু অসমীয়া জাতিৰ বিস্তৰ উপকাৰ হৈছিল। তাৰ পাচত, ১৮৯৫ খ্ৰীষ্টাব্দৰপৰা গুৱাহাটীত কালীৰাম বৰুৱাই প্ৰচাৰ কৰা "আসাম" নামেৰে অসমীয়া-ইংৰাজী সাদিনীয়া বাতৰি কাকতৰ তেওঁ বছৰদিয়েকলৈ সম্পাদক হৈছিল।

মাণিকচন্দ্ৰ বৰুৱা অসমীয়াৰ পোন্-প্ৰথম "অনাৰেবোল,"—

লেজিচ্‌-লেটীভ কাউন্সিলৰ প্ৰথম অসমীয়া মেম্বৰ। ১৯০৯ খ্ৰীষ্টাব্দত অসম উপত্যকাৰ লোকেলবোৰ্ডৰপৰা নিৰ্বাচিত হৈ, তেওঁ "পূৰ্ববঙ্গ আৰু অসম" গৱৰ্ণমেণ্টৰ লেজিচ্‌লেটীভ কাউন্সিলৰ মেম্বৰ হয়; আৰু তেতিয়াৰেপৰা সেই গৱৰ্ণমেণ্ট নভঙালৈকে তাত তেওঁ দক্ষতাৰে সৈতে কৰ্তব্য পালন কৰি অসম দেশ আৰু অসমীয়া ৰাইজৰ ভালেমান উপকাৰ সাধিলে। তাৰ পাচত, যেতিয়া সেই গৱৰ্ণমেণ্ট ভাঙি অসমক সুকীয়া কাউন্সিলে সৈতে সুকীয়া গৱৰ্ণমেণ্টৰ তললৈ অনা হ'ল, তেতিয়াও পোন্‌-প্ৰথমৰেপৰা তেওঁ অসম লেজিচ্‌লেটীভ কাউন্সিলত অসম উপত্যকাৰ মিউনিচিপালিটীৰ নিৰ্বাচিত মেম্বৰ হৈ প্ৰৱেশ কৰে; আৰু সেই আসন তেওঁ জীৱনৰ অন্তিম কাললৈকে শোভা কৰিছিল। কাউন্সিলত মেম্বৰৰূপে অনাৰেবোল মিঃ মাণিকচন্দ্ৰ বৰুৱাই স্বদেশ আৰু স্বজাতিৰ হকে যিমান কৰি গ'ল, আজিলৈকে আন কোনোৱে সিমান কৰিব পৰা নাই।

অনাৰেবোল মিষ্টাৰ মাণিকচন্দ্ৰ বৰুৱাৰ বিবিধ ৰাজহুৱা কাৰ্যত সম্পৰ্কৰ বিষয়ে বিৱৰি কবলৈ গলে সি বহুত; চমুকৈ কবলৈ গলে, অসমৰ শিক্ষা, শ্ৰম, শিল্প, খেতি, বেহা, মিউনিচিপালবোৰ্ড, লোকেলবোৰ্ড, কাউন্সিল সকলো বিভাগতে তেওঁৰ সম্পৰ্ক; সকলো বিভাগৰে বহুত অভিজ্ঞতাৰে সৈতে তেওঁ এনে এজন পৈণত স্বদেশ-সেৱক আছিল যে, তাৰ বাবে তেওঁক গৱৰ্ণমেণ্টে আৰু সদৌ ৰাইজে সমানে সমাদৰ কৰিছিল; তেওঁৰ পকা অভিজ্ঞতাৰ গুণতে গৱৰ্ণমেণ্টে তেওঁক এডুকেচন কন্‌ফাৰেঞ্চ, ইন্‌ডষ্ট্ৰিয়াল কন্‌ফাৰেঞ্চ, ফিমেল এডুকেচন কমিটী, চেণ্ট্ৰাল টেক্সট্ বুক কমিটী, প্ৰভিঞ্চিয়াল এড্‌ভাইচৰী কমিটী, এম্বুলেঞ্চ চোচাইটী, মৰাল এণ্ড এডুকেচন কন্‌ফাৰেঞ্চ ইত্যাদি সভা-সমিতিত উপ্‌যাচি মেম্বৰ পাতি লৈছিল; আৰু সেইবিলাকৰ সম্পৰ্কত তেওঁৰ মতামত অনেক স্থলত মূল্যবান বুলি গ্ৰহণ কৰা হৈছিল।

মাণিকচন্দ্ৰ বৰুৱাকে "অসম এচোচিয়েচন"ৰ স্থাপনকৰ্তা বুলিব

পাৰি। এই নামেৰে তেওঁ স্বদেশহিতৈষী গৌৰীপুৰৰ জমিদাৰ অনাৰেবোল ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ সহানুভূতিৰে সৈতে সদৌ অসমীয়া ৰাইজৰ এই সভা গঠিত কৰিবৰেপৰা তেওঁৰ অন্তিম কাললৈকে মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াই জেনেৰেল চেক্ৰেটৰীৰ বিষয়-বাব লৈ তাৰ কাম সসন্মানে আৰু সুচাৰুৰূপে চলাই আছিল; আৰু এই সভাৰ জৰিয়তে সময়ে সময়ে তেওঁ যিবিলাক দেশহিতকৰ লাগতিয়াল বিষয়ে আলোচনা কৰি গৱৰ্ণমেণ্টক আবেদন-নিবেদন কৰিছিল তাৰ ভালেমানৰ গুটি ধৰিছিল।

ৰাজদৰবাৰ আদিলৈকো অনাৰেবোল মিষ্টাৰ মাণিকচন্দ্ৰ বৰুৱা অসমৰ ভিতৰত সবাতকৈ অগ্ৰগণ্য প্ৰতিনিধিৰূপে নিমন্ত্ৰিত হৈছিল। ১৯০২ আৰু ১৯১১ খ্ৰীষ্টাব্দত দিল্লী চহৰত, ক্ৰমে সম্ৰাট সপ্তম এডোৱাৰ্ড আৰু সম্ৰাট পঞ্চম জৰ্জৰ যি অভিষেক দৰবাৰ হৈছিল তালৈ তেওঁক সাদৰে নিমন্ত্ৰণ কৰা হৈছিল; আৰু শেহৰ বাৰত সম্ৰাট আৰু সম্ৰাজ্ঞীৰ গুচৰত আঁঠু লৈ অসমৰ হৈ ৰাজভক্তি জনাবলৈ অনুমতি দানেৰে তেওঁক সন্মান দিয়া হৈছিল। অনাৰেবোল মিষ্টাৰ মাণিকচন্দ্ৰ বৰুৱাত বাজে সেই সন্মান ইতিপূৰ্বে বিলাতত তেওঁৰ সুযোগ্য বন্ধু অসমৰ অন্যতম সুপুত্ৰ ৰায় জগন্নাথ বৰুৱা বি-এ বাহাদুৰে মাথোন পাইছিল।

অনাৰেবোল মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ দেশহিতকৰ কাৰ্য-সম্পৰ্কে তত্ব ললে অলেখ পোৱা যায়; তাৰ ভিতৰত "কটন কলেজ" "কৰ্জন হল," "আৰ্ল ল-কলেজ" এই বিলাকৰ সম্পৰ্কত তাৰ চিন্ বিশেষকৈ জিলিকি বৈছে। "অসমীয়া ছাত্ৰক কলিকতাত পঢ়িবলৈ বৃত্তি দিব নালাগে, অসমত হে কলেজ লাগে" এই বিষয়ক আন্দোলনত তেওঁ জয় লাভ কৰাৰ ফল স্বৰূপ "কটন কলেজৰ" সৃষ্টি। ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্জন ১৯০০ খ্ৰীষ্টাব্দত অসমলৈ আহোতে তেখেতৰ অভ্যৰ্থনাৰ বিৰাট আয়োজনত ৰৰঙনিৰ যি বিপুল পুঁজি সংগৃহীত হৈছিল, তাক বাহ্যিক আড়ম্বৰত

অতিপাতকৈ ভগন নকৰি, পাৰ্যমানে তাৰ কিয়দংশ ৰেহাই কৰি, দেশৰ কোনো স্থায়ী উপকাৰী কাৰ্যত লগাবলৈ তেওঁ যি যুক্তি-তৰ্ক কৰিছিল, তাৰ সুফল হৈছে গুৱাহাটীৰ ধুনীয়া "কৰ্জন হল"। অসমক এটি সুকীয়া আইন কলেজ দিব লাগে, এই কথা লৈ তেওঁ কন্‌ফাৰেঞ্চ আৰু কাউন্সিলত যি যত্ন কৰিছিল, যাইকৈ তাৰ ফলতে অসমে "আৰ্ল ল-কলেজ" লাভ কৰিলে।

ওপৰত চমুকৈ কৈ অহা দেশহিতকৰ কাৰ্যাৱলীলৈ চাই, জন-সাধাৰণৰ মনত অলপ আচৰিত ভাৱে প্ৰশ্ন উঠিব পাৰে যে, ইমান গুণী পুৰুষ এজনক গৱৰ্ণমেণ্টে সম্মানী খিতাপ দি কিয় সুশোভিত কৰা নাই? ই অৱশ্যে উঠিব লগীয়া প্ৰশ্ন। কিন্তু অনাৰেবোল মিঃ মাণিকচন্দ্ৰ বৰুৱা তেনেকুৱা উপাধি-প্ৰত্যাশী লোক নাছিল; তেওঁৰ জৰিয়তে হয়তো কোনো কোনোৱে "ৰায়চাহাব" "ৰায়বাহাদুৰ" খিতাপ পিন্ধি জিলিকিছে, কিন্তু তেওঁ নিজে লদংমূৰীয়া। পৃথিবীৰ জ্ঞানী পুৰুষ মিঃ গ্লেড্‌ষ্টোনে যেনেকৈ অনেকক "লৰ্ড" পাতি নিজে "মিষ্টাৰ" ৰূপেই মাৰ গ'ল, ক্ষুদ্ৰ অসমৰ ক্ষুদ্ৰ জ্ঞানী পুৰুষ মাণিকচন্দ্ৰয়ো সেইৰূপে পাৰ হবলৈ ভাল পালে।

ওপৰত মাণিকচন্দ্ৰৰ আটাইখিনি গুণৰ কথা উন্মুকিৱা হৈছে। তেওঁৰ গাত যে দোষ নাছিলেই এনে নহয়; মানুহ হৈ দোষশূন্য হোৱা অসম্ভৱ। কিন্তু, যাৰ গুণৰ ভাগ ইমান অধিক, বা যাৰ গুণৰ প্ৰভাৱ ইমান বেচি যে, সেই গুণে দোষবিলাক চন্দ্ৰত কলঙ্কৰ দৰে তল পেলাই যাব পাৰে, প্ৰকৃতপক্ষে তেৱেঁই গুণী তেৱেঁই মানী, তেৱেঁই মহৎ। অনাৰেবোল মিঃ মাণিকচন্দ্ৰ বৰুৱাৰো গুণৰ ভাগ ইমান অধিক আৰু তেওঁৰ কিছুমান গুণৰ প্ৰভাৱ ইমান বেচি যে, তাৰ দ্বাৰাই তেওঁ নিজৰ সামান্য দোষবোৰ তল নিয়াব পাৰিছিল। সেই কাৰণেই, অসমীয়াৰ ভিতৰত তেওঁ এজন গুণী, জ্ঞানী আৰু মহৎ লোক বুলি চিনাকী দিব পাৰিছিল। মাণিকচন্দ্ৰ বৰুৱাৰ যিবিলাক মহৎলোকৰ

গুণ আছিল, তাৰ ভিতৰত তেওঁৰ স্বাধীনচিতীয়া গুণে সবাতকৈ ওপৰত ঠাই পাইছিল।

অনাৰেবোল মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ শাৰীৰিক দুৰ্বলতা কিছুমান দিনৰ পৰা ক্ৰমাৎ বিষম হোৱা দেখা গৈছিল; আন কি, তেওঁ নিজে কাম চলাবলৈ অক্ষম গতিকে লিখা কাম সমুদায় তেওঁ মুখেৰে কৈ আনৰ হতুৱাই লিখাই লৈছিল। কিন্তু, শাৰীৰিক এনে দুৰ্বল অৱস্থাতো তেওঁ কোনো ৰাজহুৱা কামলৈ পাৰ্য্যমানে পিচ নপৰিছিল; সদৌ-শেহত, ১৯১৫ খ্ৰীষ্টাব্দৰ ১২, ১৩, ১৪ আগষ্ট তাৰিখে যোৰহাটত শিল্প কন্‌ফাৰেঞ্চ বহিছিল, তাত তেওঁ শাৰীৰিক কাতৰ অৱস্থা স্বত্বেও যোগ দিছিলগৈ। আৰু, সেয়ে তেওঁৰ ৰাজহুৱা কাৰ্য্যোপলক্ষে শেষযাত্ৰা হ'ল,—যোৰহাটৰপৰা উলটি আহি তেওঁ গুৱাহাটীৰ নিজ ঘৰত সোমায়েই বৰ টান জ্বৰত পৰে; আৰু তাৰ লগতে উজাৰ খাই আৰু গোটাদিয়েক পুৰণি সাংঘাতিক ৰোগে উক্ দি উঠাত, একেৰাহে ২১ দিন নৰিয়াপাটীত পৰি থাকি, ১৯১৫ চনৰ ৭ চেপ্টেম্বৰ তাৰিখে মঙ্গলবাৰে পুৱা ৬ বজাত অনাৰেবোল মিষ্টাৰ মাণিকচন্দ্ৰ বৰুৱাই তেওঁৰ পৰিয়াল আৰু অসংখ্য বন্ধু-বান্ধৱক কন্দুৱাই, অসমভূমি জঁয় পেলাই, পাৰ্থিব কৰ্ত্তব্যৰ সাজ-সমলেৰেই স্বৰ্গযাত্ৰা কৰিলে। মাননীয় বৰুৱাৰ সমাধিস্থলত হাজাৰৰ ওপৰ বন্ধু-বান্ধৱ আৰু গুণগ্ৰাহী লোক সমবেত হৈছিল; আৰু সেই দিনা অসম উপত্যকাৰ স্কুল, কাছাৰি, চৰ্কাৰী অফিচাদি বন্ধ দিয়াৰ উপৰিও, গুৱাহাটীৰ ডাঙৰ ডাঙৰ দোকান আৰু কাৰবাৰ বন্ধ ৰাখি স্বৰ্গীয় মহাত্মাক সন্মান কৰা হৈছিল।

---

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী

অসম দেশৰ সুপ্ৰখ্যাত সাহিত্যিক, মাতৃভাষাৰ একনিষ্ঠ সেৱক, প্ৰত্নতত্ত্ববিদ্ পণ্ডিত, হেমচন্দ্ৰ গোস্বামীয়ে গোলাঘাট মহকুমাৰ ঢেকিয়াল মৌজাৰ গৌৰাং সত্ৰত, খ্ৰীঃ ১৮৭২ চনৰ ৯ জানুৱাৰীত জন্মগ্ৰহণ কৰে।

**গৌৰাং সত্ৰৰ চমু বিৱৰণ**—আদি পুৰুষজন কনৌজৰপৰা অসমলৈ আহে; তেওঁ কাশ্যপ-গোত্ৰ যজুৰ্বেদ শাস্ত্ৰজ্ঞ-পণ্ডিত আছিল। তেওঁৰ নাম গৌৰাঙ্গ দেৱ আছিল। তেওঁৰ নামেৰেই গৌৰাং সত্ৰৰ নাম আজিলৈকে চলি আছে। শঙ্কৰদেৱৰ শেহকালত তেওঁৰে সৈতে পাটবাউসীত তেওঁৰ সাক্ষাত হৈছিল। কিছুকালৰ পাচত, উজনি অসমলৈ আহি, তেওঁ ৺বংশীগোপাল দেৱৰ লগত দেখা কৰি তেখেতৰ লগতে আছিল। সেই সময়ত গোপালদেৱে উজনি অসমত শুদ্ধ নিৰ্মল বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি শিক্ষা-দীক্ষা দি অসংখ্য নৰ-নাৰীক সজ পথলৈ আনিছিল। সেই গৌৰাঙ্গদেৱৰ বৈষ্ণৱ ধৰ্মানুৰাগ আৰু পাণ্ডিত্য গুণ থকা বাবে, ৺গোপালদেৱে ধৰ্মপ্ৰচাৰ কাৰ্যত তেওঁক লগত লৈ ফুৰিছিল আৰু মহন্ত উপাধি দিছিল। গৌৰাং সত্ৰ আগেয়ে মাজুলীত আছিল। তিনি-চাৰি পুৰুষৰ পাচত, মোমাই তামুলী বৰবৰুৱাই গাওঁ সংগঠন কৰা কালত, মাজুলীৰপৰা ঢেকিয়াললৈ গৌৰাং সত্ৰ তুলি অনা হয়। সেই সময়ত আউনী-আটীৰ সত্ৰাধিকাৰ ৺হৰিদেৱ গোস্বামীয়ে লগত মূৰ্তি ভাগৱত দি পঠাইছিল। বৰবৰুৱাই ঢেকিয়াল চহৰৰ মাজতে গৌৰাং সত্ৰ স্থাপনলৈ ঠাই ঠিক কৰি দিলে আৰু শিলৰ খুটা পুতি সত্ৰৰ গৌৰৱ ৰাখি গ'ল; সেই শিলৰ খুটাই আজিলৈকে সত্ৰৰ বাট-চৰাৰ মুখত থাকি পূৰ্বৰ চিন্ ৰাখিছে। মাজুলীৰপৰা ঢেকিয়াললৈ উঠি অহা মহন্ত জনৰ নাম ৰামকাণুদেৱ আছিল। ৰামকাণুদেৱৰ ৭ জন পুত্ৰৰ বৰ্তমান তিনিজনৰ সন্তান-সন্ততি আছে;

এজনৰ কন্যাসন্তানৰপৰা চিন ৰৈছে। ৰামকাণুৰ প্ৰথম পুৰুষোত্তম, দ্বিতীয় জয়হৰি, তৃতীয় ৰামচৰণ আৰু চতুৰ্থ ৰঙাচৰণ। হেম গোসাঁইৰ পূৰ্ব-পুৰুষসকলৰ নামৰ তালিকা তলত দিয়া হ'ল :—




হেম গোসাঁইৰ পিতৃদেৱ ডম্বৰুধৰ গোস্বামী বংশৰ ভিতৰত উজ্জ্বল ৰত্ন আছিল। তেওঁ সৰু কালৰেপৰা ধৰ্মবিশ্বাসী, পৰোপকাৰী লোক আছিল। তেওঁ ভায়েক উমেশ্বৰ গোস্বামীৰে সৈতে বৰ মিল আছিল; আৰু সেই সময়ত ঘৰৰ অৱস্থাও ভাল আছিল। ডম্বৰুধৰে সংস্কৃত টোলত বিদ্যাশিক্ষা কৰিছিল। তেওঁ মহুৰাৰ ফুৰৰীয়া বৰুৱাৰ ঘৰৰ ৺তোলন বৰুৱাৰ প্ৰথমা কন্যা ঘনকান্তী দেৱীক বিবাহ কৰায়। বিবাহৰ পাচত তেওঁ মৌজাদাৰ কামত মকৰল হৈ ঘৰ ভালকৈ চলাইছিল। তেওঁৰ কেইবাটিও সন্তান হানি পৰাৰ পাচত হেমচন্দ্ৰৰ জন্ম হয়। সেই সময়ত ঢেঁকিয়াল গাঁৱত কোনো স্কুল নাছিল; ডম্বৰুধৰে বহু যত্ন কৰি এখন নিম্নপ্ৰাইমেৰী স্কুল স্থাপন কৰি তাতে হেমচন্দ্ৰক প্ৰথমে নাম লগাই দিয়ে; তেওঁ প্ৰতিদিনে মানুহ পঠিয়াই ল'ৰাবিলাক অনাই পঢ়িবলৈ লগাই দিছিল। হেম গোসাঁয়ে সেই পাঠশালাৰপৰাই নিম্নপ্ৰাইমেৰী মহলাত উঠি গোলাঘাটত উইলিয়মচন মাইনৰ স্কুলত ইংৰাজী পঢ়িছিল। হেম গোসাঁইৰ পিতৃদেৱ ডম্বৰুধৰে সেই সময়ত ৪ মাহৰ ছুটী লৈ ভায়েক উমেশ্বৰ গোসাঁইক মৌজাৰ ভাৰ

দি তীৰ্থভ্ৰমণ কৰিবলৈ ভটীয়াই গৈ হিন্দুৰ পৰম পৱিত্ৰ কাশীধামত শিৱচতুৰ্দ্দশীৰ দিনা ৰাতি প্ৰথম দুই প্ৰহৰ শিৱপূজা কৰি তৃতীয় প্ৰহৰত সজ্ঞানে অনন্তধামলৈ গমন কৰিলে। তেওঁ ঢুকুৱা নিদাৰুণ বাতৰি ৯ দিনৰ দিনাহে ঢেঁকিয়ালৰ নিজ ঘৰত পাইছিল। ভম্বৰুধৰ গোসাঁইৰ অকাল-মৃত্যুত সকলোৱে বৰ শোক পালে; ওচৰৰ ১০ | ১২ খন গাঁৱৰ মানুহে যাৰ ঘৰত যি আছিল নিজ ইচ্ছামতে লৈ আহি ১১ দিনৰ দিনা মহা সমাৰোহেৰে হেমচন্দ্ৰৰ হতুৱাই পিতাকৰ শ্ৰাদ্ধ কৰালে। সেই সময়ত অসমীয়া মানুহৰ দয়ামায়া প্ৰবল আছিল; আৰু লোকে গুণীৰ গুণ বুজিছিল। 'ভম্বু গোসাঁই'ৰ নিচিনা সুপুৰুষ সেই সময়ত খুব কম হে আছিল; গতিকে বেজাৰ পাবৰ কথাই। হেম গোসাঁইৰ পিতৃবিয়োগৰ সময়ত ৮ বছৰ বয়স হৈছিল। খুৰাকে মৌজাদাৰ হৈ ঘৰখন ৰক্ষা কৰিলে। হেম গোসাঁইৰ মাতৃ ঘনকান্তী দেৱী দুৱৰীয়া বৰুৱাৰ ঘৰৰ জীয়াৰী; দুৱৰীয়া বৰুৱাৰ ঘৰ বৰ প্ৰতাপী বিষয়া আছিল। মানৰ দিনত সোণৰ মোহৰবোৰ এঙ্গাৰৰ টোমত সুমাই তেওঁ ভঁৰালৰ গাধৈত থৈ দিছিল; মানে টোমৰ মুখত এঙ্গাৰি দেখি এৰি থৈ গ'ল। এতিয়া সেই দুৱৰীয়া বৰুৱাৰ সন্তান-সন্ততিৰ অৱস্থা দেখিলে বেয়া লগা হ'ল। হেম গোসাঁইৰ মাক ঘনকান্তী দেৱী এজনা আদৰ্শ অসমীয়া মহিলা আছিল। স্বামী হানি পৰাত যদিও মূৰত আকাশী চৰগ ভাগি পৰিল, তথাপি তেওঁ ধৈৰ্য ধৰি ঘৰখন চম্ভালি ৰাখিলে। তেখেতৰ পুত্ৰ ২ জন আৰু কন্যা এটি মাত্ৰ আছিল; বৰপুত্ৰ হেমচন্দ্ৰ, কনিষ্ঠ শ্ৰীজগতচন্দ্ৰ, কন্যা শ্ৰীমতী জগদেশ্বৰী। হেম গোসাঁইৰ খুৰাক মৌজাত থাকে,—ঢেঁকিয়ালৰ ঘৰখনৰ ভাৰ মাকৰ ওপৰত পৰিল। নিজৰ ল'ৰা-ছোৱালী তিনটি আৰু হেম গোসাঁইৰ খুৰাকৰ পুতেক শ্ৰীগঙ্গাধৰ গোস্বামী (বৰ্ত্তমান গৌৰাং সত্ৰৰ অধিকাৰ) —এইবিলাকৰ তত্বাৱধান লৈ তেওঁ ঘৰ সুচাৰুৰূপে চলাইছিল। হেম গোসাঁইৰ মাতৃদেৱী ধৰ্মপৰায়ণা সাধ্বী আছিল। তেওঁ নিজৰ কুল-দেৱতা ৺শ্যামৰাই মহাপ্ৰভুৰ মন্দিৰ নিজ হাতে প্ৰতিদিন মচি

পূজা-পাতল দি পাতি ৰাখিছিল ; অতিথি আহিলে তেওঁ ৰং মনেৰে অভ্যৰ্থনা কৰিছিল ।

**হেম গোসাঁইৰ পাঠ্যাৱস্থা**—প্ৰথমে ঢেঁকিয়াল পাঠশালাৰপৰা নিম্ন প্ৰাইমাৰী বৃত্তি লাভ কাৰ তেওঁ গোলাঘাটৰ মাইনৰ স্কুলত পঢ়িছিল ; থকাৰ অসুবিধাত তাৰপৰা তেওঁ শিৱসাগৰলৈ গৈ পেহাদেৱাক সোমেশ্বৰ বৰুৱা মৌজাদাৰৰ ঘৰত থাকি এবছৰ হাইস্কুলত পঢ়িছিল। তেতিয়া গোলাঘাটৰপৰা ৰংপুৰলৈ যাবলৈ তিনি দিন লাগিছিল। শিৱসাগৰত সুবিধা নেপাই পঢ়া এৰি হেমচন্দ্ৰই ঘৰলৈ উভতি আহি ঘৰতে থাকি বহুত পুথি হাতেৰে লিখি এটা পুথি-ভঁৰাল কৰিছিল। তেওঁ এখন সুন্দৰ ফুলনি-বাৰী পাতিছিল। তাৰ লগে লগে তেওঁ যি পাৰে পঢ়িছিল। তেওঁ অমৰকোষ অভিধানখন প্ৰায় মুখস্থ কৰিছিল আৰু ঘনশ্যাম পণ্ডিতৰ মুখে ৰত্নমালা ব্যাকৰণ পঢ়িছিল। মাকে এইদৰে সময় নষ্ট কৰা ভাল নেপাই হেমচন্দ্ৰক নগাওঁ জিলালৈ পঠাই দিলে। নগাঁৱত বাপুৰাম শৰ্মা ৰেভিনিউ চিৰষ্টাদাৰ হেম গোসাঁইৰ মোহাৰেকৰ ঘৰত থাকি তেওঁ ইংৰাজী হাইস্কুলত প্ৰথম শ্ৰেণীত নাম লগাই মনোযোগ দি, কোনো শ্ৰেণীত ডবল প্ৰমোচন লৈ, ১৮৮৮ চনত প্ৰথম বিভাগত এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হৈ কুৰি টকা বৃত্তি লৈ, কলিকতাৰ প্ৰেচিডেন্সি কলেজৰপৰা ১৮৯০ চনত এফ, এ, পাচ কৰে ; ১৮৯২ চনত তেওঁ বি, এ, পৰীক্ষা দিয়ে ; কিন্তু কৃতকাৰ্য হ্ব নোৱাৰিলে। হেমচন্দ্ৰৰ অসমীয়া ভাষা আৰু সাহিত্যলৈ ল'ৰাকালৰেপৰা একান্ত অনুৰাগ আছিল। কলিকতাত থকা কালত অসমীয়া ভাষাৰ উন্নতিৰ কাৰণে "জোনাকী" কাকত চলোৱাত অত্যধিক যত্ন কৰা বাবে পঢ়াত ব্যাঘাত হৈছিল। সিমানতে হেম গোসাঁইৰ উচ্চশিক্ষা সাং হৈছিল।

কলেজলৈ যোৱাৰ আগতে গুৱাহাটীৰ ৰসেন্দ্ৰ বৰুৱাৰ ঘৰৰ ৺কেশৱচন্দ্ৰ বৰুৱাৰ কন্যা শ্ৰীমতী বামাসুন্দৰী দেবীৰ লগত ১৮৮৮ চনৰ মেই মাহত হেম গোসাঁই বিবাহ সম্পন্ন হয়।

কলিকতাৰপৰা ঘূৰি আহি গুৱাহাটীৰ শহুৰেকৰ ঘৰত থাকি, আইন পঢ়িবলৈ হেমচন্দ্ৰই কিতাপ গোটাই লৈ ঠিক কৰিছিল, কিন্তু আইন পঢ়া হৈ নুঠিল। তাৰ পাচত, তেওঁ প্ৰথমে সোণাৰাম হাইস্কুলত প্ৰথম হেড মাষ্টৰ কাম কৰে। সেই সময়তে ৺কেশৱকান্ত যুৱৰাজৰ ঘৰৰ এখন আহোম বুৰঞ্জী পুথি ইংৰাজীতৈ তৰ্জমা কৰি, মিং গেইট (পাচত চাৰ এডোৱাৰ্ড গেইট্) চাহাবক দেখুৱালত তেওঁ বৰ সন্তোষ পাই হেমচন্দ্ৰ গোস্বামীক ১৮৯৫ চনৰ ২ ডিচেম্বৰ তাৰিখে চবডেপুটী কলেক্টৰ কামত মকৰল কৰি শ্বিলঙলৈ নি, তাৰ চেক্ৰেটৰিয়েট অফিচত অসমৰ ঐতিহাসিক অনুসন্ধান কামত নিযুক্ত কৰি ৰাখে।

**চাকৰি জীৱন**—প্ৰথমে চেক্ৰেটৰিয়েত অফিচত অসম বুৰঞ্জী, তামৰ ফলি, ৰজাৰ মোহৰ, অনুবাদ এইবোৰ কাম কৰি, গুৱাহাটী, ডিব্ৰুগড়, তেজপুৰ আদি ঠাইত তেওঁ চবডেপুটী কলেক্টৰী কাম কৰে; তাৰপৰাও কামৰূপ আৰু দৰং জিলাত চেটেলমেণ্ট অফিচাৰৰ কাম কৰি, ১৯০৫ চনত একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ কামলৈ তেওঁ প্ৰমোচন পায়। তাৰ পাচত, তেওঁ অসম উপত্যকাৰ কমিচনাৰ চাহাবৰ পাৰ্চনেল এচিষ্টেণ্ট কাম কৰে; এই কামত থাকোতেই অসমীয়া পুথিবিলাক সংগ্ৰহ কৰিবলৈ নিযুক্ত হয়। হেম গোসাঁয়ে সমুদায় অসম ভ্ৰমণ কৰি সকলো সত্ৰত ফুৰি যিবিলাক লাগতিয়াল পুথি গোটাইছিল, সেই পুথিবিলাক বৰ্তমান কামৰূপ অনুসন্ধান সমিতিত সকলোৰে ব্যৱহাৰৰ নিমিত্তে ভালকৈ ৰখা হৈছে। তেওঁ যত্ন কৰি এই কাম নকৰা হলে, অসমৰ এই গুপ্তৰত্নবোৰ কিজানি লোপ পালেহেঁতেন। তাৰ পাচত, তেওঁ নগাওঁ জিলাত মুনচিফৰ কাম কৰিছিল। তাৰ পাচত, তেওঁ যোৰহাটলৈ যায়; আৰু ২ বছৰ চিনিয়াৰ ই-এ-চি কাম কৰি, তেওঁৰ হাতত কিবা এটা বিষ হৈ কাম কৰিব নোৱাৰাত, দীঘলীয়া ছুটী লৈ, ১৯২৬ চনৰ ১৫ জানুৱাৰীৰ-পৰা অৱসৰ লব লগা হয়। পেঞ্চন লবৰ সময়ত তেওঁ মাহে ৭৫০৲ টকাকৈ দৰমহা পাইছিল, তাৰ পেঞ্চন তেওঁ মুঠেই ছবছৰ তিনি মাহ ভোগ কৰিবলৈ পালে।

**সাহিত্যানুৰাগ**—হেম গোসাঁইৰ ল'ৰাকালৰেপৰা অসমীয়া সাহিত্যনুৰাগ আছিল। ১১।১২ বছৰীয়া বয়সতে তেওঁ সমনীয়া ল'ৰালৈ পদ্যেৰে চিঠি লিখিছিল। নগাঁৱত হাইস্কুলত পঢ়া কালত ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ "আসাম বন্ধু" মাহেকীয়া আলোচনীত তেওঁ অনেক কবিতা লিখিছিল। তাৰ ভিতৰত—বিশ্বাস, মন, বিজুলী, স্তুতি, পেট, জাহাজ, প্ৰকৃতি, সংসাৰত সুখ নাই, ফকৰা আৰু চতুৰ্দশপদী কবিতা প্ৰথমে হেম গোসাঁয়ে লিখে। ৺ৰত্নেশ্বৰ মহন্তৰে সৈতে যোৰ-মাৰি উভয়ে 'আসাম বন্ধু'ত বহুত কবিতা লিখিছিল। ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই হেম গোসাঁইক নিজৰ পুত্ৰৰ দৰে মৰম কৰিছিল। কলিকতাৰ কলেজত পঢ়াৰ কালত হেম গোসাঁয়ে "জোনাকী"ত বহুত কবিতা আৰু লাগতিয়াল প্ৰবন্ধ লিখিছিল; তাৰ ভিতৰত "পুৱা" পদ্যতো অতি ওখ ভাবৰ হৈছিল।

হেম গোসাঁইৰ "অসমীয়া ভাষা" আৰু "মহাৰাজ ৰুদ্ৰসিংহৰ দিনত অসম" এই প্ৰবন্ধ দুটা ধাৰাবাহিকৰূপে "জোনাকী"ত প্ৰকাশ হৈছিল। এই প্ৰবন্ধ দুটাৰপৰা হেম গোসাঁইৰ লিখা কেনে ওখ ধৰণৰ আছিল, অসমীয়া মাত্ৰেই জানে। হেম গোসাঁইৰ অসীম পৰিশ্ৰমৰ ফল ৺হেমচন্দ্ৰ বৰুৱাৰ "হেমকোষ" অভিধান। তামৰ ফলি, শিলৰ ফলি, ৰজাঘৰীয়া পুৰণি চিঠি এইবোৰ অসমীয়ালৈ তৰ্জমা কৰি "উষা," "বাঁহী," "আলোচনী," "মিলন," "অৰুণ," "অকণ" আদি মাহেকীয়া আলোচনীত প্ৰকাশ কৰি তেওঁ অসমীয়া জাতিৰ মহৎ উপকাৰ কৰিলে। তেওঁ "বঙ্গীয় সাহিত্য পৰিষদপত্ৰিকা" আদিতো অসমৰ পুৰণি কথাৰ প্ৰবন্ধ লিখি বিদেশীক অসমৰ গৌৰৱপূৰ্ণ কথা জানিবলৈ দিছিল। হেম গোসাঁই আৰু ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাই 'অসমীয়া ভাষা আৰু সাহিত্যৰ' বিষয়ে লিখা টোকাৰ ওপৰতে নিৰ্ভৰ কৰি মিঃ চুড্‌নাৰ্ছন্ চাহাবে "Notes on the Assamese Language" নামেৰে কিতাপ এখন লিখি গৱৰ্ণমেণ্টৰ হতুৱাই প্ৰকাশ কৰাইছিল। বহুমূলীয়া টোকা প্ৰকাশ হোৱাৰ পৰা অসমীয়া ভাষা সম্বন্ধে বিদেশী লোকৰ ভুল ধাৰণা লোপ পাবলৈ ধৰে।

হেমচন্দ্ৰ গোস্বামীয়ে কৰ্ণেল গৰ্ডন চাহাবৰ যোগে গৱৰ্ণমেণ্টক ভালকৈ বুজাই দিয়াৰ পাৰিছিল যে, অসমীয়া ভাষাতো সাহিত্যিক অনাৰেবোল পেঞ্চনৰ সাৰ্থকতা আছে। ইয়াৰ ফলতে অসমীয়া সাহিত্যৰ উপযুক্ত সেৱক অনাৰেবোল ( বৰ্ত্তমানে ৰায়বাহাদুৰ ) পদ্মনাথ গোহাঞিবৰুৱাই গৱৰ্ণমেণ্টৰপৰা সাহিত্যিক পেঞ্চন স্বৰূপ সন্মান লাভ কৰে। হেম গোসাঁইৰ ৰচিত আৰু সম্পাদিত ফুলৰ চাকি, কথা গীতা, দৰং ৰাজ-বংশাৱলী, কথা ভাগৱত, অঙ্কীয়া বাৰ নাট, কামৰত্ন তন্ত্ৰ, পুৰণি অসম-বুৰঞ্জী, ডাক-চৰিত্ৰ, বৈদ্য কল্পদ্ৰুম অসমীয়া ভাষাৰ অমূল্য সম্পত্তি। হেম গোসাঁইৰ সদোশেহতীয়া বৃহৎ কাৰ্য—"অসমীয়া সাহিত্যৰ চানেকি।" এইখন প্ৰায় ২৫০০ পৃষ্ঠাৰ বৃহৎ গ্ৰন্থ। চাৰ আশুতোষ মুখোপাধ্যায়ে হেমচন্দ্ৰ গোস্বামীক অসমৰ ভিতৰত সাহিত্য চানেকি সঙ্কলন কৰিবলৈ উপযুক্ত বুলি মনোনীত কৰে। নতুন-পুৰণি অসমীয়া সাহিত্যক ছয় যুগত ভাগ কৰি প্ৰত্যেক যুগৰ প্ৰচলিত সাহিত্যৰ বাছনি এই গ্ৰন্থত ঠাই দিয়া হৈছে। কামৰূপ অনুসন্ধান সমিতিয়ে "পণ্ডিত হেমচন্দ্ৰ গোস্বামী লিখিত আৰু সম্পাদিত গ্ৰন্থ আৰু প্ৰবন্ধাৱলীৰ তালিকা" নাম দি, ১৯৩১ চনত প্ৰকাশ কৰা কিতাপত হেম গোসাঁইৰ গ্ৰন্থ আৰু প্ৰবন্ধাৱলীৰ বিৱৰণ পোৱা যায়। ইয়াত সেইবিলাক লিখা বাহুল্য হব। হেম গোসাঁয়ে সংগ্ৰহ কৰা পুথিবিলাকৰ তালিকা আৰু চমু বিৱৰণীৰে লিখা আৰু গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "Descriptive Catalogue of Assamese Manuscript" আৰু "অসমীয়া সাহিত্যৰ চানেকি" এই দুখন গ্ৰন্থৰপৰা হেমচন্দ্ৰ গোস্বামীৰ নাম পুৰুষানুক্ৰমে অসম আৰু অসমীয়াৰ ভিতৰত চিৰস্মৰণীয় হৈ থাকিব। সাহিত্যিক পেঞ্চনাৰ পদ্মনাথ গোহাঞি বৰুৱা সম্পাদিত "উষা" কাকতত হেম গোসাঁইৰ "শৰাইঘাটৰ যুদ্ধ" ধাৰাবাহিক-ৰূপে ওলাইছিল; এই প্ৰবন্ধৰ মূলৰপৰা ওলোৱা সাহিত্যৰথী গোহাঞিবৰুৱাৰ "লাচিত বৰফুকন" নামেৰে নাটকৰপৰাই 'লাচিত ফুকনৰ উৎসৱ' অসম দেশত প্ৰতিষ্ঠিত হয়।

সন্তান-সন্ততি—হেমচন্দ্ৰ গোস্বামীৰ ৪ পুত্ৰ, ৩ কন্যাৰ ভিতৰত

বৰ্তমান শ্ৰীমান শৰৎচন্দ্ৰ গোস্বামী বি-এ, প্ৰফুল্লচন্দ্ৰ আৰু তৰুণচন্দ্ৰ এই তিনিজন জীৱিত আছে। প্ৰথমা কন্যা শ্ৰীযুত কামাখ্যাৰাম বৰুৱাৰ সহধৰ্ম্মিনী আৰু প্ৰথম পুত্ৰ কিৰণচন্দ্ৰ অকালতে ইহ-সংসাৰ ত্যাগ কৰি গ'ল। ওপৰত নাম দিয়া দুজন পুত্ৰই বৰ্তমান কাৰবাৰ আদি কৰি জীৱিকা নিৰ্বাহ কৰিছে। হেম গোসাঁইৰ মাতৃদেৱী গুৱাহাটীৰ ঘৰতে থাকি, খ্ৰীঃ ১৯২৮ চনৰ ফাগুণ মাহত সজ্ঞানে ৰাম-নাম উচ্চাৰণ কৰি স্বামীৰ পদানুসৰণ কৰে।—ভাবি চাব লগীয়া কথা এই যে, স্বামীৰ মৃতাহ তিথি শিৱচতুৰ্দশী কেতিয়া পৰে খবৰ লৈ থাকি ঠিক সেই তিথিৰ দিনা ৰাতি ১ বজাত তেওঁ স্বৰ্গী হয়। হেম গোসাঁইৰ বৰপুত্ৰ আঘোণত আৰু মাতৃদেৱী ফাগুণত হানি হয়। বৰপুত্ৰৰ অকাল-মৃত্যুত গোসাঁইদেৱে বৰ আঘাত পাই আৰু বেচি দিন নাথাকিল, তেওঁ ১৯২৮ চনৰ ২ মেই তাৰিখে পুৱা ১১ বজাত সকলোকে শোকত অভিভূত কৰি স্বৰ্গধামলৈ প্ৰয়াণ কৰে। সেই দিনা মৃত্যুৰ বাতৰি ততালিকে গোটেই গুৱাহাটী নগৰত প্ৰচাৰ হয়। নগৰৰ সকলো গণ্য মান্য লোক আৰু ছাত্ৰ সমাজৰ বহুল সমাগম হয়। সকলোৱে গহীন শোভাযাত্ৰা কৰি হেম গোসাঁইৰ মৃতদেহ নি নীলাচলৰ পুবত ব্ৰহ্মপুত্ৰৰ পাৰত সৎকাৰ কৰায়। অসমীয়া সাহিত্যৰ ধ্ৰুৱতৰা ৺হেমচন্দ্ৰ গোস্বামী মানৱ দৃষ্টিৰ পৰা আঁতৰ হল, দেশবাসীয়ে সভা-সমিতি কৰি শোক প্ৰকাশ কৰিলে, চৰ্কাৰে স্কুল-আদালত বন্ধ দিলে. গৱৰ্ণৰ বাহাদুৰ, চীফ চেক্ৰেটাৰী মিঃ বথাম, ডেপুটী কমিচনাৰ কেণ্টনী, গণিং, পেটন, চাৰ চাদুল্লা, বিলাতৰপৰা কৰ্ণেল গর্ডন, চাৰ এডোৱাৰ্ড গেইট আদি অনেক সম্ভ্ৰান্ত পুৰুষে শোক প্ৰকাশ কৰি গোসাঁইদেৱৰ পুত্ৰ শ্ৰীমান্ শৰৎ বাপা আৰু ভায়েক শ্ৰীযুত জগতচন্দ্ৰ গোস্বামীলৈ সহানুভূতি পত্ৰ দিছিল। ১৮৫০ শকৰ আহাৰ-শাওন সংখ্যা "মিলন"—কেৱল হেম গোসাঁইৰ বিষয়ে শোক প্ৰকাশ প্ৰবন্ধেৰে ভৰি প্ৰকাশ হৈছিল। শ্ৰীশ্ৰীআউনীআটীয়, শ্ৰীশ্ৰীদক্ষিণপাতীয়, শ্ৰীশ্ৰীগড়মুড়ীয়া শ্ৰীশ্ৰীকুৰুৱাবাহী সত্ৰাধিকাৰ প্ৰভুসকলে বেজাৰ কৰি সহানুভূতিৰ পত্ৰ দিছিল।

হাকিমী পদত থাকিও দেশৰ কাম কৰিবলৈ মন থাকিলে কিমান কৰিব পাৰি তাক্ হেম গোসাঁয়ে দেখুৱাই গৈছে। যোৰহাটত থকা কালত তেওঁ অসম-সাহিত্য-ভঁৰালত মাহুৰা সত্ৰৰ শ্ৰীযুত ৰাধানাথ গোস্বামীৰপৰা নিজে গৈ দুহাজাৰ টকাৰ দান আনি "কমলা শিশু সাহিত্য" গ্ৰন্থাৱলী ছপাবলৈ যুগুত কৰি গল; শ্ৰীশ্ৰীযুক্ত দক্ষিণ পাটীয় অধিকাৰৰপৰা পাঁচ হাজাৰ টকা দান সংগ্ৰহ কৰে;— এই টকাৰে পুৰণি-ধৰ্মপুথি ছপা কৰাবলৈ সাহিত্য-সভায় যুগুত কৰিছে। শ্ৰীশ্ৰীআউনীআটীয় অধিকাৰ গোস্বামীয়ে পচিশ হাজাৰ টকা দিবলৈ আগ বাঢ়িছিল; হেম গোসাঁইৰ অভাৱত আজিলৈকে তাক আদায় কৰা নহ'ল। হেম গোসাঁয়ে অসমীয়া ভাষাৰ প্ৰাণত সঞ্জীৱনী শক্তি দিলে। অসমীয়া ভাষা আৰু সাহিত্যৰ অৰ্থে তেওঁ জীৱন উৰ্ছগি দিছিল।

তেজপুৰ অধিবেশনৰ অসম সাহিত্যিক সন্মিলনীৰ সভাপতি হৈ হেমচন্দ্ৰ গোস্বামীয়ে লিখা অভিভাষণখন গবেষণাপূৰ্ণ ৰচনা। ছাত্ৰ-সন্মিলনীৰ গুৱাহাটী অধিবেশনৰ সভাপতি, অসম সন্ত সম্প্ৰদায়, অসম ব্ৰাহ্মণ সমাজ, কামৰূপ অনুসন্ধান সমিতি, সনাতন হিন্দু সভা, ৰয়েল এচিয়াটিক চোচাইটী কলিকতা বিশ্ববিদ্যালয়, কামৰূপ লেণ্ড মৰ্টগেজ বেঙ্ক আদি অনেক সভা-সমিতিৰ সভ্য আৰু সভাপতি হৈ তেওঁ অসমীয়া জাতিৰ বহুত উপকাৰ কৰিছিল। নিজ দেশৰ অতীত গৌৰৱৰ কথা কবলৈ গোসাঁইদেৱৰ বৰ আগ্ৰহ। ভট্টদেৱৰ কথা-গীতা প্ৰকাশ কৰি তেওঁ অসমীয়া গদ্যৰ নমুনা ৰাইজক দেখুৱাই গৈছে। এই কিতাপ পঢ়ি আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়ে, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু চাৰ আশুতোষ মুখাৰ্জিয়ে অসমীয়া গদ্যৰ অন্য ভাষাতকৈ প্ৰাচীনতাৰ প্ৰমাণ পাই স্তম্ভিত হৈ যি মন্তব্য প্ৰকাশ কৰিছিল, তাক পাঠকসকলে কথা-গীতাৰ পাতনিত পঢ়িছে। তেজপুৰত থকা কালত হেম গোসাঁইৰ অন্তৰঙ্গ বন্ধু ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাৰে সৈতে লগলাগি

"অসমীয়া ভাষা উন্নতি সাধিনী সভা" আৰু "বাণথিয়েটৰৰ" উন্নতি কৰিবলৈ দুয়ো যি যত্ন কৰিছিল তাক তেজপুৰবাসীৰ মনত যুগমীয়া হৈ থাকিব।

হেমচন্দ্ৰ গোস্বামীৰ আৰু হেমচন্দ্ৰ বৰুৱাৰ জন্মস্থান ওচৰা-উচৰি। ঢেঁকিয়াল মৌজাত হেম গোসাঁইৰ আৰু লগালগি মিছামৰা মৌজাত অসমীয়া ভাষাৰ গুৰিয়াল হেমচন্দ্ৰ বৰুৱাৰ জন্ম।

—

# প্ৰবীণ সাহিত্যিক সত্যনাথ বৰা।

গুৱাহাটীৰ ভৰলুমুখত,১৭৮২ শকত সত্যনাথৰ জন্ম। তেওঁৰ পিতৃৰ নাম দয়ানাথ আৰু মাতৃৰ নাম অময়া। দয়ানাথ বৰবৰাৰ পিতৃ ৰাধানাথ বৰবৰা; ৰাধানাথৰ পিতৃ জীউনাথ বৰবৰা। আদিতে ইবিলাকৰ ঘৰ তেজপুৰৰ অন্তৰ্গত নদুৱাৰ অঞ্চলৰ হেৰাপোৱা গাঁৱত আছিল। আহোম ৰজাৰ দিনত, জীউনাথ বৰবৰা কলিয়াবৰ অঞ্চলৰ ৰাজপ্ৰতিনিধি সলাল বৰগোহাঞিৰ তলে এজন ৰজাঘৰীয়া বিষয়া আছিল। তেতিয়া তেওঁ ৰজাৰ টেকেলা-চলোৱা বিষয়-বাব পাইছিল। সেই সময়ত গুৱাহাটীত বদনচন্দ্ৰ বৰফুকন ৰাজপ্ৰতিনিধি আছিল। গুৱাহাটীত বদনচন্দ্ৰৰ ৰাজদ্ৰোহিতাৰ সম্ভেদ্ পাই, সেই অঞ্চলত বছা-বছা বিষয়া নিয়োগ কৰিবলৈ মহাৰজা গৌৰীনাথ সিংহ স্বৰ্গদেৱে সুব্যৱস্থা কৰে। সেই আলমতে, জীউনাথ বৰবৰাই তেজপুৰৰপৰা গুৱাহাটীলৈ ৰাজাজ্ঞানুসাৰে উঠি গৈ ভৰলুমুখত নিগাজীকৈ বসতি কৰে; তেতিয়াৰপৰা তেওঁৰ পৰিয়াল তেজপুৰীয়া গুচি গুৱাহটীয়া হয়। জীউনাথ বৰবৰা ঢুকালত, তেওঁৰ পুতেক ৰাধানাথে পিতৃৰ বিষয় বাব পায়। সেই সময়তে বদনচন্দ্ৰৰ দেশদ্ৰোহিতাৰ ফলস্বৰূপ মানে অসম দেশ আক্ৰমণ কৰেহি। আৰু সেই আপাহতে ৰাধানাথ বৰবৰাক 'মানৰ দিনৰ বৰবৰা' বোলা হয়।

সত্যনাথ সৰুতে ঘাট মাউৰা। তেওঁৰ বয়স কথমপি সাত বছৰ হওঁতেই মাতৃৰ মৃত্যু হয়; আৰু তেওঁ ৯ বছৰত ভৰি দিওঁতেই পিতৃ বিয়োগ হয়। গতিকে সত্যনাথ আৰু হেমকান্তী নামেৰে তেওঁৰ চাৰি-বছৰীয়া ভনীয়েকটী সিবিলাকৰ একমাত্ৰ অভিভাবকিনী সূৰ্যা বৰবৰ্‌ৱাণী বুঢ়ীমাকৰ প্ৰতিপালনত জীৱন ধৰিব লগীয়া হয়। সূৰ্যা বৰবৰানী উত্তৰ-গুৱাহাটীৰ মজিন্দাৰ-বৰুৱা ঘৰৰ জীয়াৰী আৰু তেওঁ সজবংশসুলভ

ভালেমান সজ গুণেৰে বিভূষিতা আছিল। তেওঁৰ জীৱন-সন্ধিয়াত এই মাউৰা-মাউৰী নাতি-নাতিনী দুটিয়েই সংসাৰৰ সৎ-সৰ্বস্ব যেন হৈছিল।

পাঁচবছৰীয়া বয়সত, পিতৃৰ জীৱনকালতে, সত্যনাথক লিখা-পঢ়া শিক্ষাত লগোৱা হয়। সেই কালত অসমৰ পঢ়াশালিত অসমীয়া নচলি বঙলা ভাষা হে চলিছিল। কিয়নো, বৃটিচ শাসনৰ আদিছোৱাত, বঙালী চৰকাৰী বিষয়াৰ কুট্-বুজনিত, চৰকাৰ বাহাদুৰে অসমীয়া ভাষাক বঙলাৰ অপভ্ৰংশ বুলি ভাবি, অসমৰ আদালত আৰু সদৌ পঢ়াশালিত বঙলা ভাষা চলাইছিল। গতিকে, সত্যনাথে মদনমোহন তৰ্কালঙ্কাৰৰ "শিশুশিক্ষা" আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ "বৰ্ণ পৰিচয়" কিতাপৰ জৰীয়তে ক খ শিকি, "মধ্য বঙ্গবিদ্যালয়"ৰ ছাত্ৰবৃত্তি পৰীক্ষালৈকে বঙলা সাহিত্য অধ্যয়ন কৰিব লগীয়া হৈছিল। বুঢ়ীমাকৰ যত্নতে সত্যনাথে লিখা-পঢ়াত ইমানলৈকে অতি কষ্টেৰে উন্নতি কৰে: তেতিয়া তেওঁৰ ভাত মুঠিলৈ এনে টান পৰিছিল যে, কেতিয়াবা ভীম কল খাই তেওঁ স্কুল কৰিব লগাত পৰিছিল। তাৰ পাচত, সেই অৱস্থাতেই সত্যনাথক ইংৰাজী হাইস্কুলত নাম লগাই দিয়া হয়। কিন্তু সত্যনাথৰ এনে দুৰ্ভাগ্য যে, তাত দুবছৰমান পঢ়োঁতেই, একমাত্ৰ জীৱনধৰণী বুঢ়ীমাকৰো মৃত্যু হ'ল। এইবাৰ সত্যনাথ সমূলি নিঠকৰা হৈ পৰিল; স্কুলত পঢ়ক ছাৰি পেটৰ ভাতমুঠিও নিমিলা হ'ল। গতিকে, স্কুল এৰি, সত্যনাথ মাউৰী ভনীয়েকটিৰে সৈতে, বুঢ়ীমাকে এৰি যোৱা ভগাবহাৰ তলত এঁজীয়াকৈ খাই দিন নিয়াবলৈ ধৰিলে। কিন্তু, সত্যনাথ সৰুৰেপৰা এটি প্ৰতিভাশালী ল'ৰা আছিল। স্কুলীয়া ছাত্ৰ হিচাপে তেওঁ বৰ চোকা বুদ্ধিৰ চিনাকি দিছিল। স্কুলৰ শ্ৰেণী-শিক্ষাত আৰু বছৰেকীয়া মহলাত তেওঁ সততে প্ৰথম-দ্বিতীয় হৈ বৃত্ত পাইছিল। সেই গুণলৈ চাই, সত্যনাথে অকালত স্কুল এৰিব লগীয়া হোৱাত, শিক্ষকসকলে আক্ষেপ কৰি, কেনেকৈনো তেওঁক আকৌ স্কুলত ভৰ্তি কৰিব পাৰি তাৰ উপায় চিন্তিবলৈ

ধৰিলে। ফলত এই হ'ল যে, দদায়েক সোণাৰাম বৰাই সত্যনাথক হাইস্কুলত পুনৰ নাম লগাই দিলে; আৰু ল'ৰাই যিমানলৈকে পঢ়িব পাৰে, সিমানলৈকে খৰছপাতি দি তেওঁক প্ৰতিপাল কৰিবলৈ তেওঁ গাত ললে। সোণাৰাম বৰা সেই সময়ৰ এজন আঢ্যৱন্ত লোক আছিল; গতিকে তেওঁ অকাতৰে সত্যনাথক পঢ়ুৱাবলৈ ধৰিলে।

খ্ৰীঃ ১৮৮১ চনত সত্যনাথ বৰাই দ্বিতীয় বিভাগত এণ্ট্ৰেঞ্চ পাচ কৰি কলিকতাৰ কলেজত পঢ়িবলৈ মন কৰিলে। বিদ্যোৎসাহী দদাইদেৱাক সোণাৰাম বৰাই তেওঁৰ সেই সংকল্প কাৰ্যত ফলিয়াবলৈ আনন্দেৰে আগ বাঢ়িলে। দদায়েকৰ চেনেহৰ প্ৰতিশ্ৰুতি লাভ কৰি, সত্যনাথ বৰা পৰম উলাহেৰে কলিকতালৈ যাবলৈ ওলাল। সেই কালত কলিকতালৈ যাবলৈ সদাগৰী বৰজাহাজত বাজে আন বিশিষ্ট বাহন নাছিল। সত্যনাথ যিখন জাহাজত যাত্ৰা কৰিবলৈ ওলাইছিল, সেই জাহাজত ডিব্ৰুগড়ৰপৰা দহ দিন ভটীয়াই ৺গোপীনাথ বৰদলৈও গুৱাহাটী পাইছিলহি। বৰদলৈয়ে ডিব্ৰুগড় হাইস্কুলৰপৰা তৃতীয় বিভাগত এণ্ট্ৰেঞ্চ পাচ কৰি, মাহে ১০৲ দহটকীয়া বৃত্তি পাই, কলিকতাৰ কলেজত পঢ়িবলৈ আহিছিল। সেই জাহাজতে বৰা-বৰদলৈ মিলন হয়। একেটা উদ্দেশ্যৰ দুটি অসমীয়া ছাত্ৰ লগলাগি দুটি ভাই-ককাইৰ দৰে মহা মিলা-প্ৰীতিৰে ভটীয়াই গ'লগৈ। গুৱাহাটীৰপৰা ৯ দিনৰ মূৰত সিবিলাক গোৱালন্দত নামিলগৈ। তাৰপৰা ৰেলত উঠি পিচদিনা দুয়ো নিৰাপদে কলিকতা পালেগৈ। সেই সময়ত কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰবৰ্গে ১০৪নং আমহাৰ্ষ্ট ষ্ট্ৰীটত এটি ছাত্ৰাবাস (Mess) পাতিছিল; তাতে বৰা-বৰদলৈ দুয়ো থিতু ললেগৈ। সেই বছৰতে, আনন্দমোহন বসু, হেৰম্বচন্দ্ৰ মৈত্ৰ, কৃষ্ণকুমাৰ মিত্ৰ প্ৰভৃতি জনচাৰেক দেশহিতৈষী পুৰুষৰ উদ্যোগত, বোম্বাই প্ৰেচিডেন্সিৰ, ফাৰ্গুচন কলেজ'ৰ আহিৰে, কলিকতাত 'চিটী কলেজ' নামেৰে নতুনকৈ এটি কলেজ খোলা হৈছিল। সেই কলেজতে সত্যনাথ বৰা আৰু গোপীনাথ বৰদলৈ দুয়ো এফ-এ শ্ৰেণীত ভৰ্ত্তি হ'লগৈ। তাতে একাণপতীয়া মনোযোগেৰে

অধ্যয়ন কৰি বৰা আৰু বৰদলৈ দুয়ো এফ-এ মহলাত উত্তীৰ্ণ হয়। পিচে, তেতিয়ালৈকে চিটী-কলেজত বি-এ শ্ৰেণী খোলা নাছিল কাৰণে, সিবিলাক দুয়ো তাৰপৰা ওলাই আন কলেজত ভৰ্তি হ'লগৈ। নতুন কলেজত দুয়ো আকৌ একে মনোযোগেৰেই অধ্যাপনা কৰিছিল; কিন্তু দুৰ্ভাগ্য হেতুকে বি-এ মহলাত দুয়ো 'ফেল' হ'ল।

এই ছেদতে, সত্যনাথ বৰাৰ আগত আকৌ এটা সমস্যা উপস্থিত হ'ল। তেওঁ আকৌ বি-এ পৰীক্ষালৈ সন্থম হবৰ কাৰণে এটা বছৰ কলিকতাত থাকি উদাৰচিতীয়া দদাইদেৱাকৰ ডিঙিত হাৰ্‌মাল হবলৈ টান পালে। গতিকে, তেওঁ কলিকতাৰপৰা আঁতৰি গৈ এৰিদপুৰত এটা হাইস্কুলৰ মাষ্টৰী কামত সোমাই লৈ প্ৰৱৰ্তিবলৈ ধৰিলে; আৰু মাহে মাহে দৰ্মহাৰ ধন নিয়মীয়াকৈ ৰাহি কৰি থৈ, আকৌ কলিকাত পঢ়িবৰ অৰ্থে, অলপীয়াকৈ এটি পুঁজি আৰ্জি ললে। সেই অনুসৰি, ঘূৰি বছৰতে বি-এ পৰীক্ষাত উত্তীৰ্ণ হৈ সত্যনাথ বৰা গ্ৰেজুৱেট হ'ল। তাৰ পাচত, তেওঁ নিজৰ সেই সাঁচতীয়া ধনেৰে আৰু তাৰ লগতে আৱশ্যক বুজি দদাইদেৱাকৰপৰাও আৰ্থিক সাহায্যেৰে দুবছৰ আইন অধ্যয়ন কৰি যথাসময়ত একেবাৰতে হেলাৰঙ্গে বি-এল পাচ কৰিলে।

এইখিনিতে ছেগ ধৰি কৈ থোৱা যায় যে, স্কুলীয়া ছাত্ৰাৱস্থাৰ-পৰাই সত্যনাথৰ কোমল অন্তৰত সাহিত্যিক কাপৰ নিজৰা চিৰ্‌চিৰ্‌কৈ বৈ আছিল; কলেজীয়া ছাত্ৰাৱস্থাত পথ প্ৰশস্ত পাই সি প্ৰকাশ্যে কুল্‌কুল্‌কৈ প্ৰবাহিত হবলৈ ধৰিলে। সেই কালৰ অসমীয়া আলোচনীত প্ৰকাশিত হোৱা তেওঁৰ প্ৰবন্ধাদি আৰু সভা-সমিতিত দিয়া ৰচনা-বক্তৃতাদিত সত্যনাথ বৰাৰ সাহিত্যিক প্ৰতিভাৰ চিন্ ফুটি-ফুটি ওলাবলৈ ধৰিলে। তদুপৰি, সাহিত্য-পুথি ৰচনাৰ আঁচনিয়ে তেওঁৰ সাহিত্যানুৰাগ বহলাই দেখুৱালে। "জোনাকী" আৰু "বিজুলী" আলোচনীত প্ৰচাৰিত হোৱা পণ্ডিত পানীন্দ্ৰনাথ গগৈদেৱৰ দুই

চাৰিটা গদ্য আৰু পদ্য প্ৰবন্ধই যেতিয়া অসমীয়া সাহিত্যত তেওঁৰ স্বাভাৱিক ৰূপ আৰু অধিকাৰৰ চিনাকি দিছিল, তাৰ আগতে সত্যনাথ বৰাদেৱৰ কেইটিমান মাথোন গদ্য আৰু পদ্য ৰচনাই অসমীয়া সাহিত্যৰ প্ৰতি তেওঁৰ আন্তৰিক অনুৰাগ ফুটাই দেখুৱাইছিল। ৺ পাচত গগৈদেৱৰ "ল'ৰাশিক্ষা" পুথিলানিয়ে যি দৰে ৰাইজৰ আগ্ৰহ আকৰ্ষণ কৰিছিল, তাৰ আগতে বৰাদেৱৰ "সাহিত্য-বিচাৰ" পুথিৰ আঁচনিয়ে অসমীয়া সাহিত্যিকৰ অন্তৰত তদ্ৰূপ আশাৰ সঞ্চাৰ কৰিছিল। এই আঁচনি বৰাদেৱে কলিকতীয়া কলেজীয়া ছাত্ৰাৱস্থাতে আঁকিবলৈ আৰম্ভ কৰে। তদুপৰি, সভা-সমিতি আদিত যোগ দি, তাত ৰচনা পাঠ কৰা আৰু মৌখিক বক্তৃতা দিয়াত সত্যনাথ বৰা বৰ পোক্ত আছিল ; সেই সময়ৰ "কলিকতা এ, এচ, এল, ক্লাব"ত ( কলিকতা অসমীয়া ছাত্ৰৰ সাহিত্যিক সমিতি ) তেওঁ দিয়া বক্তৃতা আৰু পাঠ কৰা ৰচনাদিয়েই তাৰ বিশিষ্ট প্ৰমাণ।

এই ছেগতে আৰু দু-আষাৰ কৈ থোৱা যায় যে, অসমীয়া সাহিত্য, শিল্প আদিৰ প্ৰচাৰ কাৰ্যত সেই কালৰ কলিকতা প্ৰৱাসী অসমীয়া ছাত্ৰ আৰু অন্যান্য অসমীয়া জনসাধাৰণৰ বিশেষ অনুভূতি আৰু সহানুভূতি প্ৰকাশ পাইছিল। খ্ৰীঃ ১৮৮৩ চনত কলিকতাত এখন বিৰাট প্ৰদৰ্শনী পতা হৈছিল। সেই প্ৰদৰ্শনীত দেখুৱাই জাতীয় কৃতিত্বৰ গৌৰৱ লাভ কৰিবলৈ ভাৰতবৰ্ষৰ ভিন্-ভিন্ প্ৰদেশৰপৰা বিধ্-বিধ্ ধৰণৰ শিল্পৰ নমুনা নি দেখুৱা হৈছিল। অসমৰপৰাও শিৱসাগৰৰ মেলেং অঞ্চলৰ প্ৰখ্যাত স্বদেশানুৰাগী পুৰুষ ৺কৃষ্ণকান্ত গগৈ হাতীবৰুৱা ডাঙৰীয়াই অসমীয়া ৰিহা, এৰি, মুগা, পাট, মেজাঙ্কৰি সূতা আৰু কাপোৰৰ নমুনা নি দেখুৱাই এখন বিতোপন শলাগৰ শৰাই লাভ কৰিছিল। সেই প্ৰসঙ্গতে হাতীবৰুৱা ডাঙৰীয়াই এড়ি আৰু মুগাৰপৰা সূতা-কটা নতুন ধৰণৰ নতুন কল বা যন্ত্ৰ এটা দেখুৱাই নিজৰ কৃতিত্ব আৰু স্বদেশৰ গৌৰৱৰ নিদৰ্শন লাভ কৰে। আৰু, সেই আলমতে চৰকাৰ বাহাদুৰে ডাঙৰীয়া কৃষ্ণকান্ত গগৈ

হাতীবৰুৱাৰ সম্পূৰ্ণ প্ৰতিমূৰ্তি এটি প্ৰস্তুত কৰাই কলিকতা মিউজিয়মত প্ৰতিষ্ঠা কৰিলে। সেই হু-বহু প্ৰতিমূৰ্তিয়ে পৃথিবীৰ দ্বিতীয় প্ৰধান-চহৰ কলিকতাত আজিকোপতি বীৰ্যবান থূলন্তৰ আহোম-অসমীয়া জাতিৰ জ্বলন্ত নিদৰ্শন জিলিকাই ৰাখিছে। সেই সংসৰ্গত কলিকতা-ছাত্ৰবৰ্গই আনন্দত উধাও হৈ, হাতীবৰুৱা ডাঙৰীয়াৰ সম্মানাৰ্থে তেখেতক মাজত লৈ এখনি চাহ-খোৱা মেল পাতিছিল। তাত কেইবাজনো অসমীয়া ডেকাই সময়োপযোগী সাৰুৱা আৰু শুৱলা বক্তৃতা দিছিল; তাৰ মাজত সত্যনাথ বৰাৰ বক্তৃতা বৰ বিতোপন আৰু হৃদয়গ্ৰাহী হৈছিল। তাৰ পাচত, সেই উলাহতে উলাহিত হৈ জনচাৰেক সাহিত্যানুৰাগী অসমীয়া কলেজীয়া ছাত্ৰই লগলাগি, মহাকবি চেক্সপিয়াৰৰ "কমেদি অৱ এৰ্ৰ্চ" নামক নাটখন অসমীয়ালৈ থাওকীয়াকৈ ভাঙি "ভ্ৰমৰঙ্গ" নামেৰে অসমীয়া নাটক এখন প্ৰকাশ কৰে! "ভ্ৰমৰঙ্গ" ৰচোঁতা আৰু প্ৰচাৰ কৰোঁতাৰ ভিতৰত এই কেইজন ঘাই:—(১) নগাঁৱৰ ৺চন্দ্ৰধৰ বৰুৱা, (২) গোলাঘাটৰ ৺ঘনশ্যাম বৰুৱা, (৩) যোৰহাটৰ ৺ৰমাকান্ত বৰকাকতী, (৪) শিৱসাগৰৰ ৺গুণ্ডানন বৰুৱা; সিবিলাকৰ মাজতে গুৱাহাটীৰ ৺সত্যনাথ বৰাও বিশেষকৈ জিলিকিছিল,—ঘাইকৈ গীতাংশত। "ভ্ৰমৰঙ্গ"ৰ ওপৰাঞ্চিত যি কেইটা গীত-গান লগাই দিয়া হৈছে, তাৰ তাল-মান-সুৰ আৰু ৰচনাৰ মূলত আছিল ৺সত্যনাথ বৰা। ইয়াৰ আগতে, অসমীয়া ভাষাত আধুনিক গীত-গানৰ অভাৱ গুচাবৰ অভিপ্ৰায়ে, তেওঁ ছেগ চাই ভালেমান অসমীয়া গান নিজে তাল-মান-সুৰ দি ৰচনা কৰিছিল। তাৰে ২৮টা গান গোটাই "গীতাৱলী" নামেৰে এখন সৰু গানৰ কিতাপ তেওঁ কলিকতাত ছাত্ৰাৱস্থাতে ছপাই প্ৰচাৰ কৰিছিল। তেতিয়ালৈকে, আৰু ৺লক্ষ্মীৰাম বৰুৱাই তেওঁৰ "অসমীয়া সঙ্গীত কোষ" প্ৰকাশ কৰাৰ আগলৈকে, আধুনিক অসমীয়া ভাষাত ৰচিত গানৰ পুথি ওলোৱা নাছিল। সেই অভাৱ পূৰণ কৰা বাবে অসমীয়া ৰাইজে সত্যনাথ বৰাৰ শলাগ লৈছিল।

বি-এল পাচ কৰি উঠি, সত্যনাথ বৰাই, ১৮৮৯ খ্ৰীষ্টাব্দত, গুৱাহাটীত ওকালতি আৰম্ভ কৰেহি। তেতিয়ালৈকে গুৱাহাটীত অসমীয়া বি-এল নাছিল। গতিকে, নতুনকৈ পোন্-প্ৰথম বি-এল উকীল পাই গুৱাহাটীৰ অসমীয়া ৰাইজে বৰ আনন্দেৰে মোক্কেল আদি গোটাই দি তেওঁক সহায় কৰিবলৈ ধৰিলে। তাৰ ফলত, অলপ দিনৰ ভিতৰতে, সত্যনাথ বৰা উকীলৰ হাতত বিবিধ বিষয়ক গোচৰ উপচি পৰা হ'ল; এনে কি, তেওঁ সকলোবোৰ গোচৰ সমভাৱে তয়নাৎ কৰিবলৈ আজৰি নোপোৱাত পৰিল। কিন্তু, যিবোৰ গোচৰ মিছা, জাল, অমূলক বুলি বুজিব পাৰিছিল সেইবোৰত তেওঁ ওকালতি কৰিবলৈ মান্তি নহৈছিল; সত্যনাথে সত্য ৰক্ষা আৰু সত্যৰ জয়ৰ অৰ্থে হে সততে প্ৰাণ-টাঁকি তৰ্কযুদ্ধ কৰিছিল। তদুপৰি, অকল ওকালতি কৰাই তেওঁৰ কৰ্তব্য নাছিল, বিবিধ বিষয়ক ৰাজহুৱা কাৰ্যত ৰাইজক বুদ্ধি-পৰামৰ্শ দিয়া আৰু বিশেষকৈ তেওঁৰ আন্তৰিক ৰাপ্ লগা সাহিত্য চৰ্চ্চাকো সত্যনাথ বৰাই দৈনিক কৰ্তব্যৰ ভিতৰত ধৰি লৈছিল। গতিকে, তেওঁৰ হাতত গোচৰৰ অপৰিমিত লেখ ক্ৰমাৎ টুটি গৈ নিয়মীয়া হৈ ৰ'ল। তালৈ লক্ষ্য কৰি, লগৰীয়া উকীলসকলেও সত্যনাথৰ সত্যনিষ্ঠা মুকলি মনেৰে শলাগিছিল। সেই আপাহতে, কথা-প্ৰসঙ্গত, সত্য বৰাৰ্ে সৈতে সততে অৰিয়া-অৰি লগাই তৰ্কযুদ্ধ কৰা লগৰীয়া-উকীল ৰায়বাহাদুৰ মহেন্দ্ৰমোহন লাহিড়ীয়ে এদিন মুগ্ধ হৈ, "He was most honourable in his proffession" বুলি নিজ অভিমত প্ৰকাশ কৰিছিল। এই নিয়মে বছৰ দহেকমান ওকালতি কৰাৰ ফলত সত্যনাথ বৰা যথাৰ্থৰূপে এজন আঢ্যৱন্ত লোক হৈ জিলিকি উঠিল। শেহলৈ তেওঁ সৰু-সুৰা গোচৰত উকীল থিয় হবলৈ আজৰি নোপোৱাত পৰিল। 'কটন কলেজ'ত অসমীয়া অধ্যাপক আৰু 'আৰ্ল আইন কলেজ'ত আইন-বক্তাৰ বাব গ্ৰহণ কৰাৰ পৰা সত্যনাথ বৰাই ডেপুটী-কমিচনাৰৰ কাছাৰিৰ আদালতৰ সংস্ৰৱ পৰিহাৰ কৰি, কেৱল কমিচনাৰ আৰু জজৰ আদালতৰ শকত আপীল গোচৰাদিত

উপস্থিত হোৱাৰ নিয়ম বান্ধি ললে। ইমানতো, সাহিত্য চৰ্চ্চালৈ সময়ৰ নাটনি পৰাত, তেওঁ 'কটন কলেজ'ৰ অধ্যাপকৰ শোভনীয় বাবটিও প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হৈছিল।

অসমীয়া সাহিত্যৰ প্ৰতি অনুৰাগ আৰু তাৰ উন্নতি সাধিবলৈ ধাউতি সত্যনাথ বৰাৰ অন্তৰত অতি প্ৰখৰ আৰু বৰ প্ৰবল আছিল। সেই কাৰণে হে, ওকালতিৰ নিচিনা আওমুখীয়া ব্যৱসায়ত ধৰিও, তেওঁ সেই অনুৰাগ ৰসালকৈ আৰু সেই ধাউতি কোবালকৈ ৰাখি সংসাৰত চলিব পাৰিছিল। ওকালতিত গোচৰ সংক্ৰান্ত মিছা-প্ৰবঞ্চনাৰ জাল-জুৱাচুৰি আদি পাপ-প্ৰলেপনৰ চেকা সততে লগা থাকে; গোচৰত জয়লাভ কৰাৰ উদ্দেশ্যে উকীলসকলৰ অনেকে সেইবোৰত গ'ঢ়িলা লৈ কুট্‌তৰ্ক কৰিবলৈ ইচ্ছাৰ বিৰুদ্ধেও বাধ্য হয়। আৰু, কালত সি অভ্যাসত পৰিণত হৈ, সেই উচ্চশিক্ষিত লোকসকলক সাহিত্য-চৰ্চ্চাৰ নিচিনা নিমজ পন্থাৰপৰা ছঁয়াকটাই নি, অশিক্ষিত সাধাৰণ শ্ৰেণী লোকৰ মনোবৃত্তি ধাৰণ কৰায়। সেই বাবেই, ছাত্ৰজীৱনৰ সাহিত্যানুৰাগী অনেক সোণামূৱা শিক্ষিত ডেকাক লক্ষ্যভ্ৰষ্ট হোৱা দেখা যায়। কিন্তু, সত্যনাথৰ অবাৰিত সাহিত্যানুৰাগৰ কোবাল সোঁতৰ আগত সেইবোৰ স্বাৰ্থৰখীয়া কুৰুচি-কুনীতিৰ কু-অভ্যাসে ঠাৱৰিব নোৱাৰিছিল; তেওঁ তাৰ ওপৰত নেওঁচা দি, ওকালতি ব্যৱসায়ত থাকিও, সাহিত্যিক চৰ্চ্চাত প্ৰতিপত্তি লাভ কৰিছিল। তাৰ ফলস্বৰূপ ওকালতিৰ কালতে সত্যনাথ বৰাই কেইবাখনো সজ আৰু সাৰুৱা অসমীয়া সৰু-বৰ গ্ৰন্থ ৰচনা কৰি প্ৰচাৰ কৰিছিল; তাৰ ভিতৰত এই কেইখনৰ নাম লেখত লব লগীয়া:—যেনে, "গীতা" "সাহিত্যবিচাৰ", "সাৰথি", "চিন্তাকলি", "বহল ব্যাকৰণ" আৰু "আকাশ-ৰহস্য"। সত্য বৰাৰ ভাষা নিভাঁজ অসমীয়া। মনোভাব ব্যক্ত কৰিবলৈ নিভাঁজ অসমীয়া শব্দ বিচাৰি নোপোৱা নোহোৱালৈকে তেওঁ অনুস্বাৰ-বিসৰ্গ-বৰ্জিত বঙলুৱা সংস্কৃতীয়া শব্দ ব্যৱহাৰ নকৰিছিল। আজিকালিৰ 'সাফল্যমণ্ডিত', 'পাৰিপাৰ্শ্বিক', 'প্ৰগতিশীল' ইত্যাদি গঢ়ৰ শব্দই তেওঁৰ ৰচনাত ঠাই নাপাইছিল।

অকল কিতাপ লিখাতে সত্যনাথৰ কাপ আৱদ্ধ হৈ নাছিল; তেওঁৰ কাপৰপৰা বিবিধ বিষয়ক সাৰুৱা মৌলিক প্ৰবন্ধাদিও ওলাইছিল। তাৰ দ্বাৰাই তেওঁ আগৰ দিনীয়া কেইবাখনো অসমীয়া আলোচনী কাকতক সাহিত্যিক সমল দান কৰিছিল; তাৰ ভিতৰত "আসাম বন্ধু", "মৌ", "জোনাকী", "বিজুলী" এই কেইখন ঘাই। সদৌশেহত, সত্যনাথ বৰাই, খ্ৰীঃ ১৯০৫ চনত তেজপুৰৰপৰা প্ৰচাৰিত আৰু এই জীৱনী লেখকৰ দ্বাৰাই সম্পাদিত, "উষা" আলোচনীৰ পোহৰত দাঙি ধৰিবলৈ তাত এটি ঠগা স্থায়ীকৈ পাতি লৈছিল। সেই ঠগালৈ তেওঁ বিবিধ বিষয়ক সময়োপযোগী সাৰুৱা মৌলিক প্ৰবন্ধাদি নিয়মিতৰূপে যোগান দি আছিল। বাস্তৱতে, সেই কালত পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰ প্ৰত্নতাত্ত্বিক প্ৰবন্ধাদি, ৺লক্ষ্মীনাথ বেজবৰুৱাৰ "কৃপাবৰ বৰবৰুৱাৰ ওভতনি" আৰু ৺সত্যনাথ বৰাৰ মৌলিক প্ৰবন্ধাদি সাহিত্যিক সমলেই "উষা"ৰ কৰুণ প্ৰভা তৰুণ অৰুণৰ কৰুণ কিৰণৰ লগত নিয়াৰিকৈ মিলাই ৰাখিছিল। ইবিলাকৰ মাজত পণ্ডিত গোসাঁইদেৱে চৰ্কাৰী বিষয় বৰীয়া কামৰ ভিতৰ আজৰি নোপোৱা হেতুকে উষালৈ প্ৰবন্ধ সমল সঘনে পঠিয়াব পৰা নাছিল; কিন্তু বৰা আৰু বেজবৰুৱা বৰ নিয়মীয়া, প্ৰবন্ধ-যোগনিয়াৰ আছিল। এনে কি, কেতিয়াবা সিবিলাক দুজনৰপৰা প্ৰবন্ধ অহাত পলম হলে, "উষা" ওলোৱাতো পলম ঘটিছিল। এবাৰ অতি পলম হোৱা বাবে সম্পাদকে টানি তাগিদ দিয়াত বৰাদেৱে তেওঁলৈ এই বুলি সমিধান দিছিল,—"এইবাৰলৈ ক্ষমা কৰক, ভাটী বয়সত বুঢ়া-শালিকাই মাত লবলৈ শিকিছোঁ, ইংৰাজী বাতৰি কাকতলৈ ইংৰাজী প্ৰবন্ধাদি লিখাৰ অভ্যাসত ধৰি, সম্প্ৰতি 'Stray thoughts' শীৰ্ষক টোকা-প্ৰবন্ধ এলানি আমাৰ 'Times of Assam' কাকতলৈ প্ৰতি সপ্তাহে পঠিয়াবলৈ প্ৰতিশ্ৰুত হৈ আছোঁ। সেই হে এই মাহত "উষা"লৈ গহৰি-দণ্ড শোধাব লগাত পৰিছোঁ।" "উষা" আলোচনী কাকতত প্ৰকাশিত হোৱা সেই প্ৰবন্ধাৱলীয়েই সত্য বৰাৰ সৰহভাগ "সাৰথি"ৰ সমল।

ৰাজনৈতিক ক্ষেত্ৰতো সত্যনাথ বৰাৰ ঠাই ঠেক নাছিল। দেশৰ অভাব-অভিযোগ আদি গুচাবৰ অৰ্থে চৰকাৰলৈ আবেদন-নিবেদন আদি যুগুত কৰাত আৰু সেই উদ্দেশ্যে সভা-সমিতি পাতি ৰাইজে কৰা আন্দোলন আদিত নিৰৱ কৰ্মী সত্যনাথ বৰাই নিৰৱে যোগদান কৰিছিল। পোন প্ৰথম অসম-কাউন্সিলত দেশৰ উন্নতিকল্পে আৰু ৰাইজৰ হিতাৰ্থে আলোচিত হোৱা শাসন-সংক্ৰান্ত বিষয়বোৰ তেওঁ আন্তৰিকতাৰে সৈতে সজ পৰমৰ্শ দানেৰে সততে সহায় কৰি ৰং পাইছিল। সেই অৰ্থে, সেই কাউন্সিলৰ অন্যতম সদস্য এই লেখকে, শিলঙলৈ যোৱা-অহা কৰোঁতে, ৰাজনৈতিক বৃদ্ধ নেতা মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ চ'ৰাত সন্ধিয়াপৰত সত্যনাথ বৰাক সততে উপস্থিত পাইছিল আৰু ভালেমান বিষয়ত তেওঁৰ সজ পৰামৰ্শ সাৰোগতকৈ গৈছিল।

খ্ৰীঃ ১৯১৭ চনত, "অসম এচোচিয়েচন"ৰ পঞ্চদশ বছেৰেকীয়া অধিবেশন সত্যনাথ বৰাৰ সভাপতিত্বত শিৱসাগৰত বহে। এচোচিয়েচনৰ সেই বৈঠকৰ সভামণ্ডপতে প্ৰথম দিনা এই লেখকৰ সভাপতিত্বত "অসম সাহিত্যিক সন্মিলনী"ৰ পোন-প্ৰথম অধিৱেশনো বহিছিল। সাহিত্যিক সন্মিলনীত পৰম উলাহেৰে যোগদান কৰি আৰু একান্তমনেৰে সভাপতিৰ অসমীয়া অভিভাষণ পাঠ শুনি বৰাদেৱে সৰলভাৱে সন্তোষ প্ৰকাশ কৰে। পিচদিনা, সেই মণ্ডপতে, "অসম এচোচিয়েচন" বৈঠকৰ সভাপতিৰ আসন গ্ৰহণ কৰি সত্যনাথ বৰাদেৱে তেখেতৰ সাৰুৱা, শুৱলা আৰু জ্ঞানগৰ্ভ ইংৰাজী অভিভাষণ স্বাভাৱিক অঙ্গ-ভঙ্গীৰে পাঠ কৰি সমবেত ৰাইজক মোহিত কৰিছিল। ৰাজনৈতিক ক্ষেত্ৰত সত্যনাথৰ অধিকাৰ কিমান বহল আছিল, সেই দিনা ভালকৈ বুজা গৈছিল। তাৰ পাচত, আবেলি অভ্যৰ্থনা সমিতিৰ আহ্বান অনুসৰি, পুৰণি ৰংপুৰৰ তলাতল-ঘৰৰ টোলত অভ্যাগতসকলৰ সন্মানাৰ্থে পতা চাহ-খোৱা মেললৈ যোৱা হয়। তালৈ দুয়োজন সভাপতিক এখন সুসজ্জিত মটৰ-গাড়ীত তুলি নিয়া হৈছিল; লগতে মিঃ গঙ্গাগোবিন্দ ফুকন চাহাব আৰু

ৰায়বাহাদুৰ ফণিধৰ চলিহা ডাঙৰীয়াও আন এখন গাড়ীত গৈছিল। দিখৌৰ 'আমগুৰি ঘাট'ত মটৰ পাৰ কৰিবলৈ দিহা লগাওঁতে, চাৰিওজনে গাড়ীৰপৰা নামি পাৰতে খন্তেক থিয়াথিয়িকৈ কথা-বাৰ্তা পাতোঁতে, কথাপ্ৰসঙ্গত এই লেখকে সৰল অন্তৰেৰে এই বুলি মন্তব্য প্ৰকাশ কৰিছিল, "আজিৰ সভাপতিৰ অভিভাষণটি বাস্তৱতে বৰ উপভোগ্য হৈছিল,—কি যে জ্ঞানগৰ্ভ ভাব, সাকৰা বিচাৰ-ব্যাখ্যা, শুৱলা পাঠ-ভঙ্গী সুৰ!" বিনয়নম্ৰ সত্যনাথে মুখৰ আগতে কৰা সেই প্ৰশংসা সহিব নোৱাৰি, ততালিকে এই বুলি তাৰ প্ৰতিশোধেৰে তেওঁৰ গুণ বখানোতাক 'জব্দ' কৰি দিলে, "নিজৰটি হলে তল পেলাইছে;—কালিৰ অভিভাষণ কি যে সাৰগৰ্ভ, সময়োপযোগী, শৃঙ্খলাবদ্ধ, Well Arrangement of thoughts, হৃদয়গ্ৰাহী পাঠ-ভঙ্গী!" দুয়োৰো মাজত পৰস্পৰ শলাগৰ অৰিয়া-অৰি লগা দেখি, বুঢ়া ডাঙৰীয়া দুজনে খল্‌খলাই হাঁহিবলৈ ধৰিলে; ই দুজনে তলমূৰ কৰিলে। তাৰ পাচত, চাহখোৱা মেলত উপস্থিত হৈ. গুৱাহাটী, বৰপেটা আৰু গুৱালপাৰাৰ প্ৰথমে তলাতল ঘৰত সোমাই চাবলৈ ইচ্ছা কৰাত, এই লেখকে আগে-আগে বাট দেখুৱাই দি, তলৰ তিনি তলালৈকে দেখুৱাই, আকৌ আওবাটেদি ওপৰৰ তিনি তলালৈ তুলি আনিলে। নিচেই ওপৰ তলাৰ ওপৰত থিয় দি, কেইওপিনে শিৱসাগৰ-দৌলত, ৰংনাথ-দৌল, জয়সাগৰ-দৌল, ৰংঘৰ প্ৰভৃতি আহোম ৰজাদিনীয়া কীৰ্তিৰাশিলৈ চকু ফুৰাই চাই, সভাপতি সত্যনাথ বৰাই এটি দীঘলীয়া হুমুনিয়াহ পেলাই এই বুলি খেদ প্ৰকাশ কৰিলে, "দেহি-ঐ, সুসভ্য জাতিসুলভ এনেবিলাক কীৰ্তিচিন্ মাৰ নৌ যাওঁতেই চুবুৰীয়া 'বঙ্গভয়া' সকলে আমাক 'অসভ্য জংঘলী' বুলি হাঁহে"! শুনি, কাষতে থিয় দি থকা অসমৰ সিংহপুৰুষ মিঃ গঙ্গাগোবিন্দ ফুকন চাহাবেও ম্লানমুখেৰে এই কেই-আষাৰ জোৰা দি থলে, "বোলে, কালবো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল"!

ইচ্ছাময়ৰ ইচ্ছাত, সত্যনাথ বৰাৰ এখনি সুখৰ সংসাৰ সংগঠিত

হৈছিল। তেওঁ ওকালতি কৰাৰ বছৰদহেকৰ ভিতৰতে, ৺লক্ষ্মীলাল নামতিয়াল বৰুৱা মুন্‌চিফৰ ভুবনমোহিনী নাম্নী চতুৰ্থী জীয়াৰীক বিয়া কৰায়। এওঁ এগৰাকী শান্তিময়ী মহিলা আৰু দিপ্‌লিপ্‌ শিপিনী আছিল। বাহিৰত স্বামী সাহিত্যিক-শিল্পী, ভিতৰত ভাৰ্যা গৃহিনী-শিপিনী; দুইৰো স্বভাৱ-চৰিত্ৰ, আৱ-ভাৱ, ৰীতি-নীতি, সাংসাৰিক গঢ়-গতিত দুয়ো একে ধৰণৰ আছিল; দুয়ো দুইকো সংসাৰত অপৰিহাৰ্য সহায় সাৰথি যেন দেখিছিল। তাৰ ফলেই সিবিলাকৰ দাম্পত্য সুখ আৰু সম্পদ। সত্যনাথৰ সংসাৰ পোনতে তেওঁৰ পিতৃভেঁটি ভৰলুমুখত প্ৰতিষ্ঠিত হৈছিল; পিচে, আবেলি বয়সত তেওঁৰ বহুল সংসাৰলৈ সেই ঠাই ঠেক বুজোৱাত, তেওঁ গুৱাহাটীৰ উজান বজাৰৰ দীঘলী-পুখুৰীৰ পূবপাৰত মাটি কিনি লৈ, এখন আহল-বহল বাৰীৰে সৈতে নতুন ঘৰ-দুৱাৰ কৰি লৈ, স্কুল-কলেজ-কাছাৰিৰ ওচৰ চাপি থিতাপি হ'ল। নতুন ঘৰ-দুৱাৰ পুৰণি কৰি বসতি কৰা কিছুমান বছৰৰ পাচত, স্বামী-ভাৰ্যা দুইৰো স্বাস্থ্য পৰি যাবলৈ ধৰে; কালত সেয়ে কাল হৈ অকালত দুয়ো কালপ্ৰাপ্ত হয়। অন্তিম কালত, দুয়ে দুইকো পিচ পেলাই আগ বাঢ়িবলৈ বাঞ্ছা কৰিছিল; কিন্তু নিয়তিৰ নিৰ্দ্ধাৰিত নীতি অনুসৰি, নিজৰ মুক্তিমাৰ্গ চিকনাই সুগম কৰাৰ অৰ্থে, স্বামী আগ বাঢ়িল; দুমাহমান পাচত হে স্বামী-অনুগামিনী হল। সত্যনাথ-ভুবনমোহিনীৰ সংসাৰত দুটি সুযোগ্য পুত্ৰ-বংশধৰ ৰৈ গ'ল,—প্ৰথমটি শ্ৰীমান্ অম্বিকানাথ বৰা, এম-এ, কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া অধ্যাপক; দ্বিতীয়টি শ্ৰীমান্ জ্ঞাননাথ বৰা, বি-এল, কলিকতা হাইকোৰ্টত অসমীয়া এড্‌ভোকেট।

সত্যনাথ বৰা এজন একনিষ্ঠ সাহিত্যসেৱক আৰু নিভাঁজ অসমীয়া লেখক আছিল। সত্যনাথ ভাবত অসমীয়া, চিন্তাত অসমীয়া, ভাষাত অসমীয়া, শব্দত অসমীয়া, বাক্যত অসমীয়া, ব্যাকৰণত অসমীয়া আৰু ব্যাখ্যাতো সুগম অসমীয়া সাহিত্যিক আছিল।

# ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা

ঘনশ্যাম বৰুৱা খ্ৰীঃ ১৮৬৭ চনৰ ১৫ এপ্ৰিলত গোলাঘাটৰ অন্তৰ্গত খুমটাই মৌজাত দেউতাকৰ নিজ ঘৰত ওপজে। তেওঁৰ পিতাক ৺কান্তি বৰুৱা খুমটাইৰ মৌজাদাৰ আছিল। তেখেতৰ একে গৰাকী ভাৰ্যাৰ পৰা ৺ৰায়বাহাদুৰ দণ্ডধৰ বৰুৱা, ৺কেশৱচন্দ্ৰ বৰুৱা আৰু ৺ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা এই তিনি পুত্ৰ লাভ হয়।

উজনি অসমত সেই সময়ত আজিকালিৰ দৰে পঢ়াৰ সুবিধা নথকাত, ঘনশ্যামে ঘৰতে শিক্ষা আৰম্ভ কৰি, তাৰ পাচত ইংৰাজী শিক্ষাৰ কাৰণে ককাইদেৱাক ৺ৰায়বাহাদুৰ দণ্ডধৰ বৰুৱাৰ লগত থাকি, খ্ৰীঃ ১৮৮২ চনত এণ্ট্ৰেঞ্চ পৰীক্ষা দিয়ে। এই পৰীক্ষাত তেওঁ সন্মানেৰে উত্তীৰ্ণ হয় আৰু কুৰিটকীয়া বৃত্তি লাভ কৰে। ইয়াৰ পাচত, তেওঁ উচ্চশিক্ষাৰ কাৰণে কলিকতালৈ যায়; আৰু যথাক্ৰমে প্ৰেচিডেন্সি কলেজপৰা এফ, এ, আৰু জেনেৰেল এচেম্ব্লিৰপৰা ১৮৮৭ চনত বি, এ, পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পাচত তেওঁ বি, এল, পৰীক্ষা দিয়ে আৰু তাতো সুখ্যাতিৰে উত্তীৰ্ণ হয়। সেই সময়ত ছাত্ৰসকলে প্ৰবন্ধ লিখাটো বাধ্যতামূলক হোৱাৰ কাৰণে, তেৰো প্ৰবন্ধ লিখিছিল। তেওঁৰ "আত্মশিক্ষা" প্ৰবন্ধ এতিয়াও সাহিত্যিক পেঞ্চনাৰ ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাৰ দ্বাৰাই সংগৃহীত আৰু সম্পাদিত "সাহিত্য-সংগ্ৰহত" জিলিকি আছে। আৰু অসমীয়া "ভ্ৰমৰঙ্গ" নাটক ভণোতা চাৰিজন অসমীয়া গ্ৰেজুৱেটৰ ভিতৰত তেৰো এজন আছিল।

ঘনশ্যাম বৰুৱাই খ্ৰীঃ ১৮৮৮ চনত বি, এল, পাচ কৰি গোলাঘাটত ওকালতি আৰম্ভ কৰে। সেই সময়ত গোলাঘাটত উকীলৰ সংখ্যা নিচেই তাকৰ আছিল। বৰুৱাদেৱে তেওঁৰ কাৰ্যদক্ষতাৰ গুণত অতি অলপ দিনৰ ভিতৰতে ওকালতিত খ্যাতি লাভ কৰিছিল।

পোনতে গোলাঘাটত অসমীয়া বি, এল, উকীল, তেৱেঁই হে আছিল ; আৰু অলপ দিনৰ ভিতৰতে আইন-ব্যৱসায়ত লাভ কৰাৰ কাৰণে, তেওঁক "বৰ উকিল" বুলিছিল।

ঘনশ্যাম বৰুৱাৰ যত্ন-চেষ্টাতেই স্বনামধন্য বিদ্যোৎসাহী ৺গোবিন্দ বেজবৰুৱা চাহাবৰ দ্বাৰাই স্থাপিত হাইস্কুলখনে গা কৰি উঠে। ইয়াত বৰুৱাদেৱে বিনা-বেতনেৰে ওপৰ শ্ৰেণীত ইংৰাজী সাহিত্য, অঙ্ক আৰু সংস্কৃত পঢ়ুৱাইছিল। তেওঁৰ যত্নতেই কালক্ৰমত স্কুলখন এইডেড-স্কুল হয় আৰু ১৯১৪ চনত চৰকাৰী হয়। তেখেতৰ যত্নতে গোলাঘাটত ইউনিয়নৰ ঠাইত মিউনিচিপাল বোৰ্ড স্থাপিত হয়। অসমৰ পোন্‌-প্ৰথম কাউন্সিললৈ যোৱাৰ সময়লৈকে লোকেল বোৰ্ড আৰু মিউনিচিপাল বোৰ্ডৰ চেয়াৰমেনৰ বাব তেখেতৰ গাত আছিল।

বৰুৱাদেৱে মাথোন একেটা কামতে কেতিয়াও ব্যস্ত নাথাকিছিল। ওকালতিৰ বাহিৰেও তেওঁ জ্যোতিষ্‌ বিদ্যাৰ চৰ্চ্চা কৰিছিল। জ্যোতিষ শাস্ত্ৰত তেওঁ বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। বৰুৱাদেৱে প্ৰকৃত মহাপুৰুষীয়া ধৰ্ম্ম কি, সেইটো সম্পূৰ্ণৰূপে বুজি লৈ, চিৰজীৱন সেই ধৰ্মৰ দহৰ উপকাৰ কৰিব পাৰিছিল। আৱশ্যক হলে, তেওঁ ৰোগীৰ ঘৰলৈকে গৈ চাইছিল আৰু পথ্যৰ ব্যৱস্থা দিছিল। বৰুৱাদেৱে প্ৰতি দেওবাৰে আবেলি মহাপুৰুষীয়া ধৰ্ম আলোচনা কৰিছিল। গোলাঘাট ষ্টেচন ৰোডৰ বাওঁফালে তেখেতসকলৰ ঘৰত থকা "ঘনশ্যাম বৰুৱা ৰাজহুৱা নামঘৰ"টিয়ে তেখেতৰ অতুল কীৰ্তিৰাশি উজ্জ্বল কৰি ৰাখিছে।

মৌলবীসকলৰ সহায়ত ঘনশ্যামে উৰ্দ্দু ভাষা শিকি "কোৰাণ চৰিফ"ত নো কি আছে তাক বুজিবলৈ চেষ্টা কৰিছিল আৰু কৃতকাৰ্যও হৈছিল।

গোলাঘাটৰপৰা সাত মাইল দক্ষিণে থকা "দলৌজান" চাহ-বাগিছা ঘনশ্যাম বৰুৱাদেৱে নিজে স্থাপন কৰে। তেওঁৰ ককাই-ভাই তিনি 'গৰাকী বুলি আগতে কৈ অহা হৈছে। কালত সন্তানসকলৰ ভিতৰত

মিলা প্ৰীতি অটুট ৰাখিবৰ অৰ্থে, এই বাগিচাখনৰ আধা ভাগ নিজে ৰাখি, বাকী আধা ই দুজনৰ সন্তানক ভগাই দিয়ে। এনে ভ্ৰাতৃপ্ৰেমৰ আদৰ্শ সংসাৰত বিৰল।

সেই সময়ত আজিকালিৰ দৰে "ভোট যুদ্ধ"ৰ প্ৰভাৱ নাছিল। এজন গুণবান্ আৰু উপযুক্ত মানুহ নিৰ্বাচনত উঠিলে সবাৱে ৰং পাইছিল; আজিকালিৰ দৰে তেতিয়া তেখেতৰ বিপক্ষে উঠিবলৈ কোনেও আগ নাবাঢ়িছিল। খ্ৰীঃ ১৯১৩ চনত, অসম উপত্যকাৰ লোকেল-বোৰ্ডবিলাকৰ দ্বাৰাই নিৰ্বাচিত হৈ তেওঁ অসম কাউন্সিলৰ সদস্য হয় আৰু সেই কাউন্সিলৰপৰাই ভাৰতীয় কাউন্সিললৈ প্ৰতিনিধি স্বৰূপে যায়। তাত তেওঁ নিজৰ কাৰ্যদক্ষতাৰ চিনাকি দিয়ে আৰু এজন্য সু-সদস্য বুলি গণ্য হয়। খ্ৰীঃ ১৯১৫ চনৰ জানুৱাৰী মাহত বৰলাট বাহাদুৰে বৰুৱা ডাঙৰীয়াক ৰায়বাহাদুৰ উপাধি দান কৰে।

তাৰ পাচত ১৯১৬ চনত, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা দ্বিতীয় বাৰ নিৰ্বাচিত হয়। এইবাৰ তেওঁ অসম কাউন্সিলৰ ৰিপৰ্ট পঢ়াৰ ভাৰ লব লগাত পৰিছিল ১৯১৯ চনত, কৰ্ণেল গৰ্ডনে কামৰপৰা অৱসৰ লোৱাত, সেই ঠাইত চীফকমিচনাৰ চাৰ নিকল্চ বিটচন বেল চাহাবে ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা ডাঙৰীয়াক ভাইচ্ প্ৰেচিডেণ্ট পাতে।

মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ ঠাইত, খ্ৰীঃ ১৯১৪ চনত, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা ডাঙৰীয়াৰ গাত "অসম এচোচিয়েচন"ৰ সম্পাদকৰ ভাৰ পৰে। তেওঁ সম্পাদক থকাৰ কালতে "অসম এচোচিয়েচনে" ভালকৈ মূৰ দাঙি উঠিছিল। মন্ত্ৰী হোৱাৰ আগলৈকে তেওঁ তাক সুকলমে চলাই আহিছিল।

খ্ৰীঃ ১৯২১ চনৰপৰা "ৰিফৰ্ম কাউন্সিল"ৰ সৃষ্টি হয়। তাৰ আগতেও সেই কথা আলোচনাৰ অৰ্থে দুখন ৰাজকীয় কমিটী বহিছিল ঃ—এখন "মণ্টেগুচেমচফোৰ্ড প্ৰস্তাৱনা কমিটী" আৰু আনখন "চাউথবুৰো কমিটী"। এই দুয়োখনতে ৰায়বাহাদুৰ বৰুৱা ডাঙৰীয়া সদস্য আছিল।

"ৰিফৰ্ম" কাউন্সিলৰ বাছনিত উঠি, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা ডাঙৰীয়াই পোনপ্ৰথম মন্ত্ৰীপদ লাভ কৰে। তেওঁৰ গাত স্বায়ত্ত শাসন আৰু ডাক্তৰী বিভাগৰ ভাৰ আছিল; ইয়াত তেওঁ দক্ষতাৰে আৰু সুখ্যাতিৰে মন্ত্ৰীৰ বিষয়-বাব চলাইছিল। তেওঁৰ মন্ত্ৰীত্বতে বৰ্তমান মিউনিচিপাল আইন প্ৰণয়ন হয়। তাৰ কিছুমান দিনৰ পাচতে মিষ্টাৰ আব্দুল মজিদ চাহাবে ছুটী লোৱাত তেখেতৰ গাত জুডিচিয়েল মেম্বৰৰ ভাৰ পৰিছিল; কিন্তু দুৰ্ভাগ্যবশতঃ কামত হাত দিবলৈ নৌ পাওঁতেই, ৰোগ-শয্যাত পৰি, খ্ৰীঃ ১৯২৩ চনৰ পৱিত্ৰ অশোকাষ্টমী তিথিত, অসমৰ ৰাজধানী শ্বিলং নগৰত, পৃথিবীৰ পৰা চিৰদিনৰ কাৰণে বিদায় লৈ, তেওঁ স্বৰ্গধামলৈ প্ৰয়াণ কৰে।

ঘনশ্যাম বৰুৱা ডাঙৰীয়া অসমৰ কীৰ্তিমান নক্ষত্ৰৰাশিৰ ভিতৰত এটি উজ্জ্বল নক্ষত্ৰ। সৰ্বসাধাৰণৰ ভিতৰত একে সময়তে দুটা বেলেগ কাম সুকলমে সম্পাদন কৰা দেখা নাযায়; কিন্তু বৰুৱা ডাঙৰীয়াৰ গাত ইয়াৰ ওলোটাটোহে খাটে। তেখেত অনেক দায়িত্বপূৰ্ণ কামত যদিও ব্যস্ত থাকিব লগীয়া হৈছিল, তথাপি তেখেতে অসমী আইলৈ কেতিয়াও পাহৰিব পৰা নাছিল। তাৰ ভিতৰেদিয়েই তেখেতে অসমৰ ভিতৰুৱা অৱস্থালৈ চকু দি, অসমক উন্নতিৰ পথত আগুৱাবলৈ উপযুক্ত কৰিবৰ কাৰণে পাৰেমানে চেষ্টা কৰিছিল আৰু কৃতকাৰ্যও হৈছিল।

ঘৰুৱা বিষয়তো ঘনশ্যাম বৰুৱা আগৰণুৱা গৃহস্থ আছিল; আন কি, তেওঁ কবি আদি শাক-পাচলিৰ গুৰি খুচৰিবলৈকো পিচ নপৰিছিল। "গা ধোৱা পানীখিনিও কবিৰ সাৰ হক" এই বুলি তেওঁ কেতিয়াবা কবিয়নীত গা ধুইছিল। এইবোৰ উদাহৰণত বৰুৱা ডাঙৰীয়াৰ ঘৰুৱা কৰ্মপটুতাৰ চিনাকি বেচকৈ পোৱা যায়।

ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা স্বাধীনচিতীয়া মানুহ আছিল। সৰু, ডাঙৰ সকলোৰে লগত তেওঁ মিলিব পাৰিছিল। সকলো মানুহকে তেওঁ বন্ধু-জ্ঞান কৰিছিল আৰু সজ পৰামৰ্শ দিছিল। তেওঁৰ

পুত্ৰ-সন্তান চাৰিজন :—শ্ৰীযুত মহেন্দ্ৰনাথ বৰুৱা বৰ্তমানে চাহ-খেতিয়ক আৰু ভাৰতীয় কংগ্ৰেচ মহাসভাৰ (Indian National Congress) এজন কৰ্মী ; ৺গিৰীন্দ্ৰনাথ বৰুৱাই গুৱাহাটীত বি, এল, পঢ়ি থাকোতেই ইহলোক ত্যাগ কৰে ; শ্ৰীযুত সুৰেন্দ্ৰনাথ বৰুৱাই বিলাতৰপৰা বি, কম, পাচ কৰি আহি বৰ্তমান "চাউথ ইণ্ডিয়ান ৰেল কোম্পানী"ৰ ট্ৰেফিক বিভাগত কাম কৰে ; সৰুজন শ্ৰীযুত বীৰেন্দ্ৰনাথ বৰুৱা দলৌজান চাহ-বাগিছাৰ মেনেজাৰ।

ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা এজন প্ৰকৃত স্বদেশপ্ৰেমিক পুৰুষ আছিল। তেখেত বাস্তৱতে এগৰাকী নীৰৱ দেশকৰ্মী আছিল। সদ্‌-উপদেশ লবলৈ গৈ কোনো মানুহ তেখেতৰ ওচৰৰপৰা বিফল মনোৰথ হৈ উভতি আহিব নালাগিছিল। জ্যোতিষ, হোমিওপ্যাথিক, ধৰ্মশাস্ত্ৰ আৰু ৰাজনীতিৰ চৰ্চ্চা কৰি তেখেতে জীৱন অতিবাহিত কৰিছিল। বৰুৱাদেৱে দেশ-সেৱাৰ আৰু ভ্ৰাতৃপ্ৰেমৰ যি আদৰ্শ ৰাখি থৈ গ'ল, সি যেন অসমীয়াৰ ঘৰে ঘৰে প্ৰতিধ্বনিত হয়।



# ৰায়বাহাদুৰ ফণিধৰ চলিহা বৰুৱা

অসমৰ সু-প্ৰখ্যাত বিশুদ্ধ কায়স্থ চলিহা বংশৰ শিৰোমণি ফণিধৰ চলিহা খ্ৰীঃ ১৮৫৫ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে, অথবা অং ১৭৭৭ শকৰ ২ ফাগুণ তাৰিখৰ দিনা, কৃষ্ণা দ্বাদশী তিথি, মঙ্গলবাৰে ৰাতি, উত্তৰ-লক্ষ্মীম্‌পুৰ টাউনত ওপজে। তেওঁৰ পিতৃৰ নাম কেশীৰাম পুৰণিমেলীয়া বৰুৱা আৰু মাতৃৰ নাম পীতাম্বৰী বৰুৱানী; কিন্তু উত্তৰ-লক্ষ্মীমপুৰত বৰুৱানী 'আইটা' নামে হে প্ৰখ্যাতী আছিল,—যেয়ে-সেয়ে তেওঁকে 'আইটা' বুলি হে মাতিছিল। বংশৰ নিয়ম অনুসৰি, সকলো সংকাৰ্য সমাধা কৰাৰ পাচত, ফণিধৰক পাঁচ বছৰীয়া বয়সত, লক্ষ্মীমপুৰ টাউন পঢ়াশালিত পঢ়িবলৈ পঠোৱা হয়। তেতিয়া, ৺ভুলিৰাম গগৈ তাৰ পণ্ডিত আছিল। ফণিধৰে ইয়াত কিছুমান দিন পঢ়াৰ পাচত, ১৮৬০ চনত, কেশীৰাম বৰুৱা পেস্কাৰ ৰেভিনিউ চিৰস্তাদাৰ হে ডিব্ৰুগড়লৈ বদলি হয়; গতিকে, তেওঁৰ ঘৰোৱাহেই তালৈ উঠি যায়। তাৰ পাচত, ডিব্ৰুগড় মধ্যম শ্ৰেণীৰ বঙ্গলা স্কুলত ফণিধৰক নাম লগাই দিয়া হয়। তেতিয়া সেই কেশীৰাম স্কুলৰ মাধৰ বৰপূজাৰী 'বৰদেউ' অৰ্থাৎ হেড্ পণ্ডিত আৰু দেউৰাম শৰ্মা "সৰুদেউ" বা দ্বিতীয় পণ্ডিত আছিল। ইয়াত কিছুমান দিন পঢ়ি, ১৮৬৪ চনত ডিব্ৰুগড় ইংৰাজী স্কুলত ফণিধৰে নাম লগায়। তাৰপৰা ১৮৭১ চনত, পৰশুৰাম খাউন্দৰে সৈতে একে লগে ফণিধৰ দ্বিতীয় বিভাগত এণ্ট্ৰেঞ্চ মহলাত উঠে। তাৰ পাচত, তেওঁ কলিকতালৈ গৈ প্ৰেচিডেঞ্চি কলেজত নাম লগাই পঢ়ে। কিন্তু, পৰীক্ষাৰ দুই-তিনি মাহৰ আগতে তেওঁৰ মাকৰ টান নৰিয়াৰ টেলিগ্ৰাম পাই তেওঁ ঘৰলৈ আহে। নৰিয়াও সোনকালে ভাল নোহোৱাত আৰু অনেক ঘৰৰ জঞ্জালে বেৰি ধৰাত, তেওঁ আৰু ঘূৰি কলিকতাত পঢ়িবলৈ যাব নোৱাৰিলে।

কলিকতীয়া ছাত্ৰাৱস্থাত ৺কৃষ্ণানন্দ গোহাঞিদেৱ তেওঁৰ অন্যতম অন্তৰঙ্গ বন্ধু আছিল। পাচত সংসাৰত প্ৰৱেশ কৰাৰ পাচৰপৰা সেই বন্ধুতা গাঢ়তৰ হবলৈ ধৰে।

১৮৭৭ চনত, দুৰ্গা-পূজাৰ বাবে কলেজ বন্ধ হোৱাত তেওঁ গঙ্গা, গয়া, কাশী প্ৰভৃতি তীৰ্থ দৰ্শন কৰে; আৰু তাত ত্ৰৈল্যঙ্গ স্বামী প্ৰমুখ্যে তীৰ্থস্থ সাধুসকলেৰে তেওঁৰ সাক্ষাৎ হয়। ফণিধৰ চলিহা-বৰুৱাদেৱে শিক্ষা-বিভাগত দহ-বাৰ বছৰ শিক্ষক, স্কুল-চব-ইন্‌স্পেক্টৰ আৰু ডেপুটী ইন্‌স্পেক্টৰৰ কাম কৰে। খ্ৰীঃ ১৮৮৫ চনত তেওঁ "Subordinate Executive Service Competitive Examination" দি, পৰীক্ষাত উঠি, দৰং জিলাৰ চব-ডেপুটী কলেক্টৰ হয়। ১৮৮৬ চনত, চব-ডেপুটী কলেক্টৰ হৈ থাকোতে, পৰ্বতৰ ওপৰত ইংৰাজ ৰাজ্যৰ সীমাত "ইনাৰ লাইনত" পোতা শিলৰ খুটা আৰু পকী 'পিলপায়া' লগোৱা কামত ডেপুটী কমিচনাৰ আৰু ১নং কোম্পানীৰ চিপাহীৰ লগত ফণিধৰ চালহা চব-ডেপুটী কলেক্টৰো গৈ বৰ ওখ ডাঙৰ পৰ্বতবোৰত উঠিব লগীয়া হয়। তাত নানা প্ৰকাৰ কষ্ট সহ্য কৰিব লগীয়া হয়। ১৮৮৬ চনৰ অক্তোবৰ মাহত, ফণিধৰ চলিহাক 'কেডেষ্টেল চাৰ্ভে' পাৰ্টি লৈ বদলি কৰা হয়; তেতিয়া চাৰ্ভে পাৰ্টীৰ কেম্প কলাইগাঁৱত আৰু হেড্‌কোৱাৰ্টচ্‌ গুৱাহাটীত আছিল। ১৮৮৮ চনত চাৰ্ভে পাৰ্টিৰ লগত তেওঁ নগাঁৱলৈ বদলি হয়। তাত তেওঁ বৰ পৰিশ্ৰম কৰিছিল; দিনে ৩০।৪০ মাইলকৈ ফুৰিব লগীয়া হৈছিল। ফলত, শৰীৰ অসুস্থ হোৱাত, তেওঁ ছুটী লৈ চিকিৎসাৰ নিমিত্তে কলিকতালৈ যায়। তাত কিছুমান দিন থাকি, তেওঁ মাকক লৈ গয়া, কাশী, প্ৰয়াগ আদি তীৰ্থ দৰ্শন কৰে গৈ। ১৮৮৯ চনত চাৰ্ভে পাৰ্টিৰ লগত তেওঁ যোৰহাটলৈ বদলি হয়। তাত কিছুমান দিন কাম কৰি, তেওঁ মঙ্গলদৈলৈ Revision চাৰ্ভে বা পৰতাল জৰিপৰ কামত বদাল হয়। তাতে ১৮৯১ চনত তেওঁৰ প্ৰথমা ভাৰ্যাৰ অকাল-বিয়োগ হয়। সেই শোক পাই তেওঁ মঙ্গলদৈত থাকিবৰ ইচ্ছা

নকৰিলে। তাৰ পাচত, কিছুমান দিন তেজপুৰত থাকি, সেই বছৰৰ খৰালিত তেওঁ শিৱসাগৰলৈ বদলি হয়। তাত কিছুমান দিন থাকি, তেওঁ মাজুলীত "লাখেৰাজ ৰিভিজন চার্ভে" কাম কৰে। আৰু, সেই সময়তে শিৱসাগৰত "হিন্দু ধৰ্মালোচনী সভা" নামে এটা ডাঙৰ নাম ঘৰৰে সৈতে তেওঁ এখন সভা পাতে। মাজুলীৰপৰা মাজে-সময়ে ছেগ পালেই, চলিহা বৰুৱাদেৱে নিজৰ জন্মস্থান উত্তৰ-লক্ষ্মীমপুৰত একো একোটা ভুমুকি মাৰি পুৰণি বন্ধু-বান্ধৱবৰ্গৰে সৈতে দেখা-সাক্ষাৎ কৰি পৰম প্ৰীতি আৰু আনন্দ উপভোগ কৰি আহিছিলগৈ। ফণিধৰ চলিহা বৰুৱাদেৱৰ চেমনীয়া কালৰেপৰা ভৰ বয়সলৈকে কৰ্ম-জীৱন ছোৱাত ডাঙৰীয়া ৺ঘিণাৰাম গোহাঞি-বৰুৱা মৌজাদাৰ তেওঁৰ সোদৰপ্ৰতিম বিশ্বাসী বন্ধু আছিল; টানত পৰিলে দুইকো দুয়ে বিচাৰে। তাৰ বিশিষ্ট প্ৰমাণ-পটন্তৰ চলিহা বৰুৱা ডাঙৰীয়াৰ বিস্তৃত জীৱনীত বহলাই কোৱা যাব।

১৮৯৪ চনত, মিষ্টাৰ (পাচত চাৰ) গেইট চাহাবৰ আদেশ অনুসৰি, ফণিধৰ চলিহা বৰুৱা ডাঙৰীয়াই ভালেমান আহোম ভাষাত আৰু আহোম আখৰেৰে লিখা বুৰঞ্জী আৰু আহোম পুথি সংগ্ৰহ কৰে। ৺গোপালচন্দ্ৰ বৰুৱাক (যি পাচত ৰায়চাহাব আৰু এচিষ্টেণ্ট স্কুল-ইন্‌স্পেক্টৰ হয়) সেই পুথিবোৰ ইংৰাজীলৈ ভাঙিবলৈ চলিহা ডাঙৰীয়াই মনোনীত কৰে। আৰু, যাতে এই কাম অনতিপলমে কৰিব পাৰে, তদৰ্থে তেওঁ ৪।৫ জন মোহন, দেওধাই, বাইলুং পণ্ডিত আনি লগ লগাই দিয়ে। এওঁবিলাকে চলিহা ডাঙৰীয়াৰ তত্ত্বাৱধানত শিৱসাগৰ টাউনত থাকি কাম কৰে। ফণিধৰ চলিহাই স্কুল-চব-ইন্‌স্পেক্টৰ আৰু ডেপুটী ইন্‌স্পেক্টৰ হৈ থাকোতে আৰু দৰং আৰু শিৱসাগৰ জিলাৰ চব ডেপুটী কলেক্টৰ হৈ থাকোতে, বিশেষ পৰিশ্ৰম কৰি সেই কেইখন জিলাত ভালেমান "মধ্য ইংৰাজী" আৰু "মধ্য দেশী" স্কুলত বঙলাৰ ঠাইত অসমীয়া ভাষা প্ৰচলন কৰায়। আৰু ১৮৯৮—৯৯ চনত শিৱসাগৰত অসম-টেক্সট্-বুক-কমিটীৰ মেম্বৰ হৈ থাকোতে, সেই কালৰ

ডিৰেক্টৰ ডক্টৰ বুথ (Dr. Booth) চাহাবক টানি ধৰি, শিৱসাগৰৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ তলৰ শ্ৰেণীবোৰত ফণিধৰ চলিহা বৰুৱা ডাঙৰীয়াই বঙলাৰ ঠাইত অসমীয়া ভাষা চলোৱাৰ ব্যৱস্থা কৰায়।

খ্ৰীঃ ১৮৯৪ চনত চলিহা-বৰুৱা ডাঙৰীয়াৰ আইতাক ৭১ বছৰ বয়সত শিৱসাগৰত মৃত্যু হয়। খ্ৰীঃ ১৮৯৫ চনত, ফণিধৰ চলিহা ডাঙৰীয়াই একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰৰ পদলৈ পদোন্নতি লাভ কৰে। মুন্‌চিফ্ হৈ পোনতে মঙ্গলদৈ, ধুবুৰী আদি ঠাইত তেওঁ কাম কৰে; তাৰ পাচত, ১৮৯৭ চনৰ বিখ্যাত ডাঙৰ ভূমিকম্পৰ সময়ত তেওঁক শিৱসাগৰলৈ বদলি কৰা হয়।

খ্ৰীঃ ১৯০০ চনত, চলিহা-বৰুৱা ডাঙৰীয়া বৰ টান নৰিয়াত পৰে। সেই কাৰণে, তেওঁ ছুটী লৈ সাগৰেদি ব্ৰহ্ম বা মানদেশ আদি ঠাইত ফুৰিবলৈ যায়। তাৰ পাচত তেওঁ সাগৰ-সংগম, পুৰী, জগন্নাথ প্ৰভৃতি তীৰ্থলৈ যায় আৰু ১৯০১ চনত ছুটীৰপৰা ঘূৰি আহে। সেই সময়তে তেওঁৰ একেটি মাথোন সহোদৰ ভায়েক ৺ঘনকান্ত চলিহা বৰুৱাদেৱ ১৯০১ চনৰ ডিচেম্বৰ মাহৰ শেহত কলাইগাঁৱত কণ্ঠ-ৰোগত অকস্মাতে মৃত্যু হোৱাত, তেওঁ মৰ্মান্তিক বেজাৰ পায়। ৺ঘনকান্ত চলিহা বৰুৱা এই লেখকৰ অন্তৰঙ্গ বন্ধু আছিল; তেওঁ কলাইগাঁৱৰ আৰু এই লেখক মঙ্গলদৈৰ তহচীলদাৰ হৈ, দুয়ো লগালগিকৈ বৰ উলাহেৰে কাম কৰিছিল। সেই তেজীমনা ডেকা বন্ধুজনৰ অকাল-বিয়োগত এই লেখকো মৰ্মাহত হৈ পৰে।

প্ৰাণপ্ৰতিম প্ৰিয়জনৰ অকাল-বিয়োগৰ শোক-সন্তাপ আৰু অনেক কাৰণত, গৱৰ্ণমেণ্টৰ চাকৰিত থাকিবলৈ চলিহা ডাঙৰীয়াৰ সম্পূৰ্ণ অনিচ্ছা হ'ল। খ্ৰীঃ ১৯০৩ চনত মুন্‌চিফৰ পদৰপৰা ফণিধৰ চলিহা বৰুৱা ডাঙৰীয়াই আবতৰীয়া পেঞ্চন লয়। তাৰ পাচত, তেওঁৰ আজৰি বতৰৰ সদ্ব্যবহাৰৰ অৰ্থে, খ্ৰীঃ ১৯০৪ চনৰপৰা ১৯০৬ চনলৈকে, চোকা ল'ৰা গোটাই লৈ ঘৰতে বহি তেওঁ এখন স্কুল পাতে। সেই স্কুলৰ প্ৰায়বিলাক ল'ৰা শেহত গ্ৰেজুৱেট হয় গৈ। মিঃ মনাহান কমিচনাৰ

চাহাৰ আৰু মিঃ কে, চি, ৰায় ৰেজিষ্ট্ৰাৰ চাহাবৰ বিশেষ অনুৰোধত পেঞ্চনীয়া চলিহা ডাঙৰীয়া ১৯০৭ চনত কো-অপাৰেটীভ চোচাইটীৰ অনাৰেৰী অৰগেনাইজাৰ হয়। তাৰ লগে লগেই তেওঁ অনাৰেৰী ম্যাজিষ্ট্ৰেটো হয়। তেওঁ শিৱসাগৰ, যোৰহাট, গোলাঘাট, ডিব্ৰুগড় আৰু লক্ষ্মীমপুৰ মহকুমাত ১০০ খনৰ ওপৰ "চোচাইটি" পাতে। তেওঁ সেই সম্পৰ্কীয় সদৌ ভাৰতীয় সম্মিলনীলৈ ৩।৪ বাৰ যায় আৰু সেই ছেগতে ভাৰতৰ ভালেমান ডাঙৰ মানুহেৰে চিনাকী হয়। সেই সময়তেই তেওঁ অযোধ্যা, উত্তৰ-পশ্চিম প্ৰদেশ, পঞ্জাব, লাহোৰ প্ৰভৃতি ঠাইলৈকো যায়; আৰু সেই ছেগতে কাশী, অযোধ্যা, সৰযু, নৈমিষ্যাৰণ্য, হৰিদ্বাৰ, প্ৰয়াগ, গয়া প্ৰভৃতি নানা তীৰ্থ দৰ্শন কৰে গৈ।

পেঞ্চনীয়া ফণিধৰ চলিহা বৰুৱা ডাঙৰীয়াই "অসম এচোচিয়েচন"ৰ বিশেষ উন্নতিৰ চেষ্টাও কৰে। ১৯০৪ চনত যোৰহাটত তেওঁ তাৰ এটা বছৰেকীয়া বৈঠকত সভাপতি হয়; আৰু ১৯১৭ চনত শিৱসাগৰত হোৱা "অসম এচোচিয়েচন" আৰু পোন-প্ৰথম "সাহিত্যিক সম্মিলনী"ৰ বৈঠকত তেওঁ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। ১৯১৫ চনত স্বৰ্গীয় মানিকচন্দ্ৰ বৰুৱাৰ মুৰে অনাৰেবোল ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়া অসম কাউন্সিলৰ মেম্বৰ হয়; প্ৰায় আটাইবিলাক মিউনিচিপালিটীয়ে চলিহা বৰুৱা ডাঙৰীয়াক "ভোট" দিয়ে। সেইদৰেই, দ্বিতীয়বাৰতো তেওঁেই কাউন্সিললৈ মিউনিচিপাল প্ৰতিনিধি নিৰ্বাচিত হয়।

খ্ৰীঃ ১৯১৫—১৬ চনত, বানপানীত পানীদিহিং, কোৱঁৰপুৰ আদি মৌজাত যেতিয়া ৰায়তৰ খেতি পয়মাল হোৱাত প্ৰজাৰ বৰ কষ্ট হয়, তেতিয়া তেওঁ কাউন্সিলৰ মেম্বৰ আছিল। সেই সুচলতে চলিহা ডাঙৰীয়াই বৰ পুৰুষাৰ্থ কৰি ভালেমান টকা কৃষি-ঋণ আৰু অৰ্থ সাহায্য চৰ্কাৰৰ ঘৰৰপৰা ৰায়তক দান কৰে। সেই সৎকৰ্মৰ বাবে তেওঁ জিলাৰ কৰ্তৃপক্ষসকলৰ বৰ প্ৰিয়পাত্ৰ হয় আৰু তেওঁৰ প্ৰতি সদৌ জিলাৰ ৰায়তবৰ্গৰ গভীৰ আস্থা স্থাপিত হয়।

বিগত জাৰ্মাণ মহাৰণ চলি থাকোতে অসম কাউন্সিলৰ তৰফে চলিহা

ডাঙৰীয়া "War Committee"ৰ মেম্বৰ হয় আৰু ১৯১৮ চনত, দিল্লীত বহা সেই ৰণ-সমিতিৰ দৰবাৰলৈ তেওঁ নিমন্ত্রিত হয়। সেই সময়তে ১৯১৭ চনৰ জানুৱাৰী মাহত, ডাঙৰীয়া ফণিধৰ চলিহাই "ৰায়বাহাদুৰ" খিতাপ লাভ কৰে। ফণিধৰ চলিহা বৰুৱা ডাঙৰীয়াই ১৯১৬ চনত বিশেষ যত্ন কৰি শিৱসাগৰ মিউনিচিপালিটীৰ সদস্য পদত থাকি প্রথম নন অফিচিয়াল চেয়াৰম্যান কৰায়; আৰু কমিচনাৰবিলাকো তেওঁ নিয়মমতে নির্বাচিত (Elected) কৰায়। তাৰ পাচত, তেওঁ আকৌ বহু যত্ন কৰি, ১৯১৯ চনত পুনৰপি মিউনিচিপাল চেয়াৰম্যান নন অফিচিয়াল কৰায়। তাৰ পাচত, ১৯২১ চনত শিৱসাগৰ লোকেলবোৰ্ডৰ চেয়াৰম্যানজনো পোন-প্রথমে ৰায়বাহাদুৰ ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়াৰ যত্নৰ ফলতেই লাভ হয়।

বিগত জাৰ্মাণ যুদ্ধৰ ধাৰ পৰিশোধ কৰা কাৰ্যত পৰিশ্রম কৰাৰ বাবে গৱৰ্ণমেণ্টে দৰবাৰ পাতি ৰায়বাহাদুৰ চলিহা-বৰুৱা ডাঙৰীয়াক এখন বিশেষ চাৰ্টিফিকেট দিয়ে। এইদৰেই ভালেমান দিন কাম-কাজ মিলাপ্রীতিৰেই চলে। পিচে, ১৯১৯ চনৰ এপ্রিল মাহত, গৱৰ্ণমেণ্টৰ আবকাৰী ব্যৱসায়টো অন্যায়, অধৰম, নীতিবিগৰ্হিত বুলি তাক উঠাই দিবলৈ ৰায়বাহাদুৰ ফণিধৰ চলিহা ডাঙৰীয়াই অসম কাউন্সিলৰ 'বাজেট' আলোচনাৰ সময়ত তীব্র সমালোচনা কৰে। সেই বাবে বিৰক্ত হৈ, চীফ্ কমিচনাৰ চাৰ বিট্চনবেল চাহাবে সভাপতিৰ আসনৰপৰা অবচনীয় বচনেৰে ডাঙৰীয়াৰ প্রতি অশোভনীয় ব্যৱহাৰ কৰে। সেই কথাত, আত্মসম্মানপ্রাণ, নিৰ্ভীকহৃদয়, তেজীমনা, সিংহপুৰুষ ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়াই গৰ্জি উঠি ততালিকে কাউন্সিল মেম্বৰৰ পদ অকাতৰে প্রত্যাহাৰ কৰিলে। সেই বাবে সদৌ অসমবাসী আৰু প্রায় ভালেমান ভাৰতবাসী আৰু ভাৰতীয় বাতৰি কাকতে চাৰ বিট্চন বেল চাহাবক গৰিহণা দিয়ে; আৰু চলিহা-বৰুৱা ডাঙৰীয়াৰ সৎসাহ আৰু সৎকাৰ্য সদৌ ভাৰতবাসীয়ে এককণ্ঠে প্রশংসা কৰিবলৈ ধৰে। স্বৰূপত, আবকাৰীৰ কানি-ভাং-ফটিকাৰ, বিশেষকৈ

কানি ৰৰবিহুৰ জলন্ত যম আছিল অনাৰেবোল ৰায়বাহাদুৰ ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়া।

চলিহা-বৰুৱা ডাঙৰীয়াই কাউন্সিলৰ পদ ইস্তফা দিয়াৰ অলপ দিনৰ পাচৰ পৰা অসমত মহাত্মা গান্ধীৰ নন-কো-অপাৰেচন আন্দোলন চলে। উজনি অসমৰ আন্দোলনৰ নেতা বুলি, চলিহা-বৰুৱা ডাঙৰীয়াৰ বৰ পুত্ৰ কুলধৰ চলিহা বি, এল, দেৱক দণ্ডবিধিৰ ১০৮ ধাৰামতে এবছৰলৈ বিনাশ্ৰমৰ কাৰাদণ্ড দিয়া হয়। আৰু, ডাঙৰীয়াৰ তৃতীয় পুত্ৰ পুণ্যধৰ চলিহাদেৱক কানি-ভাং-ফটিকাৰ দোকানত 'পিকেটিং' কৰা অপৰাধত ১৭ (খ) ধাৰামতে ৯ মাহলৈ কঠিন পৰিশ্ৰমৰ ফাটেক দিয়া হয়। সেই বাবে বুঢ়াকালত চলিহা-বৰুৱা ডাঙৰীয়াই বৰ সন্তাপ পায়।

১৯১৯ চনত Sadler Royal University Commission ৰ আগত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, বাৰিষ্টাৰ মিঃ তৰুণৰাম ফুকন, মৌলবী (এতিয়া চাৰ) চাদুল্লা চাহাব প্ৰভৃতিৰে সৈতে ৰায়বাহাদুৰ ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়াই সাক্ষ্য দিছিলগৈ।

ফণিধৰ চলিহা-বৰুৱা স্বৰূপতে এজন ৰূপহ পুৰুষ আছিল। ডেকা কালত চলিহা-বৰুৱাদেৱ পূৰ্ণবিকশিত ৰঙা গোলাপটিৰ দৰে নিঘূণী নিপোটল ৰূপহ পুৰুষ আছিল। তেতিয়া স্কুল-চব-ইন্‌স্পেক্টৰী বিষয়-বাবত থকা কালত, তেওঁ ডাঙৰ অফিচাৰ চাহাব-চুবুৰক সাক্ষাৎ কৰোঁতে, কিচ্‌কিচ্‌ কৰে কলা চুলতানী বনাতৰ আঁঠুৰ তললৈকে পৰা চাপ্‌কণ আৰু পেণ্টলুন পিন্ধি, বগলী পাখি যেন বগা ঘৰত বোৱা আশীনম্বৰী সূতাৰ দীঘল চেলেং দীঘে-দীঘে মুঠিয়াই লৈ পিঠিৰ ফালৰপৰা বুকুৰ ফাললৈ ঘূৰাই নি দুকান্ধে পেলাই লৈ সাজ-পাৰ কৰিছিল; আৰু উদং মূৰটিও ভোমোৰা কলীয়া চুলিৰে ঢকা, মুঠেই সুন্দৰ গোলাপী মুখখনি সদৌ কলাৰ মাজত জোনটি যেন হৈ জিলিকি থাকে। সেই সাজে তেওঁক তুলি ধৰে। এনে সাজেৰে ওপৰৱালা ডিৰেক্টৰ মিঃ জে, উইলচন চাহাবৰে সৈতে খোজ মিলাই আলিবাটেদি যাওঁতে বাটৰ বাটৰুৱাবো

খন্তেক বৈ মুগ্ধ হৈ যায়। আদহীয়া বয়সতো নৰীয়া-পেঞ্চনৰ অনুমতি বিচাৰি সাক্ষাৎ কৰোঁতে, সেই কালৰ চীফ কমিচনাৰ মিঃ কটন চাহাবে ৰং মনেৰে এই বুলি সমিধান দিছিল, "Phanidhar, a perfect picture of health, why should you go on a invalid pension before time?" বাস্তৱতে, বুঢ়া বয়সলৈকে ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়া পকা থেকেৰা যেন মুখাকৃতিৰে এজন থুলন্তৰ পুৰুষ আছিল।

ফণিধৰ চলিহা-বৰুৱাই দুগৰাকী ভাৰ্যা বিয়া কৰায়। প্ৰথমা ৺সাবিত্ৰী চলিহা-বৰুৱানী (৺বংশীধৰ নামতিয়াল বৰুৱাৰ বৰ জীয়েক)। তেওঁ আৰু ৺মাহিন্দ্ৰী গোহাঞিনী (৺কৃষ্ণানন্দ গোহাঞিৰ ভাৰ্যা আৰু লেখকৰ বাইদেৱাক) এই দুগৰাকী আদৰ্শ সখীয়া আছিল; দুয়ো দুইকো সহোদৰা যেন দেখিছিল। সেই প্ৰথমা প্ৰিয়তমা ভাৰ্যাৰ অকাল-বিয়োগ ঘটাত, চলিহা-বৰুৱা ডাঙৰীয়াই ভাটী বয়সত দ্বিতীয়া ভাৰ্যা (৺দামোদৰ নামতিয়াল বৰুৱাৰ মাজিউ জীয়েক) গ্ৰহণ কৰে। প্ৰথমা ভাৰ্যাৰপৰা দুটি পুত্ৰ-সন্তান মাথোন লাভ হয়,—৺প্ৰেমধৰ চলিহা (স্বৰ্গীয় পানীন্দ্ৰনাথ গগৈৰ নিচিনা ইউনিভাৰ্চিটীৰ গেঁড়-নগজা অসমীয়া সু-লিখাক) আৰু কুলধৰ চলিহা বি-এল; দ্বিতীয়া ভাৰ্যা গুণদা চলিহা-বৰুৱানী শ্ৰীপদ্মধৰ চলিহা এম-এ, বি-এল, প্ৰমুখ্যে পাঁচোটি পুত্ৰ-সন্তানৰ জননী। ফণিধৰ চলিহা বৰুৱা ডাঙৰীয়াৰ জীয়াৰী সন্তান এটিও হোৱা নাই।

ৰায়বাহাদুৰ ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়াৰ জীৱন-সন্ধিয়াত, বিবিধ-ৰজাঘৰীয়া আৰু নিজাঘৰীয়া জঞ্জালে তেখেতক বেৰি ধৰে। ফলত, তেখেতৰ স্বাস্থ্য ক্ৰমাৎ পৰি যাবলৈ ধৰে; বিশেষকৈ চকুৰ বিকাৰ বৰ টান হৈ উঠে। সদৌশেহত, সেইবোৰ বিকাৰৰ ফলস্বৰূপ, সেই থুলন্তৰ কায়া হাড়-ছালসাৰ হৈ পৰাত, অন্তিমৰ নশ্বৰ দেহা এৰি, ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়াৰ অবিনাশী আত্মা খ্ৰীঃ ১৯২৩ চনৰ জুলাই মাহত সজ্ঞানে স্বৰ্গী হ'ল।

এই পৃথিবীত ৺ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়াৰ সৰু-বৰ অনেক বন্ধু-বান্ধৱ আছিল আৰু আছে। সেই সকলৰ ভিতৰত, এই লেখক সমন্বিতে অসমৰ ভালেমান আপোন আৰু অন্তৰঙ্গ বন্ধুজনৰ উপৰিও, বিলাতবাসী ৺কর্ণেল মেক্সৱেল, চাৰ এডোবার্ড গেইট, কর্ণেল গর্ডন প্ৰভৃতি ইউৰোপীয়ান বন্ধুৰ লগত চিঠি-পত্ৰৰে সৈতে জীৱনৰ অন্তিম কাললৈকে তেখেতে আন্তৰিক সংপ্ৰীতি-সম্ভাৱ সলনাসলনি কৰিছিল।

# 'ৰসৰাজ' লক্ষ্মীনাথ বেজবৰুৱা

অসমৰ প্ৰখ্যাত বেজবৰুৱা বংশৰ কুলতিলক স্বৰ্গীয় ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ তেৰটি ল'ৰা আৰু চাৰিজনী ছোৱালী, মুঠ সোতৰটি সতি-সন্ততিৰ ভিতৰত যেনেকৈ লক্ষ্মীনাথ জাকতজিলিকা আৰু দেখনিয়াৰ আছিল, সেইদৰেই সেই লক্ষ্মীনাথেই পাচত দেশৰ, সমাজৰ আৰু দহৰ মাজত যে সৰবৰহী আৰু আদৰৰ পাত্ৰ হৈ উঠিবগৈ, তাৰ লক্ষণ লক্ষ্মীনাথৰ লৰালি কালৰেপৰা বৃদ্ধ অৱস্থালৈকে সকলো সময়তে স্বভাৱ-চৰিত্ৰত লক্ষিত হৈছিল; সেই কাৰণেহে আমাৰ কথাত কয়—'বঢ়া মূলাৰ দুপাততে চিন্”।

লক্ষ্মীনাথ বেজবৰুৱা ১৭৮৫ শকৰ কাতি মাহৰ শুক্লা পূৰ্ণিমা লক্ষ্মীপূজাৰ দিনা জন্ম হয়; আৰু সেই আপাহতে তেওঁৰ নাম লক্ষ্মীনাথ থোৱা হয়। তেওঁৰ জন্মৰ সময়ৰ অৱস্থাৰ আৰু এটা বিশেষত্ব আছিল এই যে, যেতিয়া তেওঁৰ পিতৃদেৱ ডাঙৰীয়া দীননাথ বেজবৰুৱা মুন্‌চিপ্ নগাঁৱৰপৰা বৰপেটালৈ বদলি হৈ যায়, তেতিয়া নাৱৰ ভিতৰৰ সৰিয়হৰ থৈলাৰ ওপৰতেই তেওঁৰ জন্ম হয়। সেই কাৰণে, খুহুটীয়া কথাত কোৱা যায়,—তেওঁ ভূমিস্থ নহৈ জলস্থ হে হৈছিল।

শিশুকালৰপৰা চালুকীয়া অৱস্থালৈকে লক্ষ্মীনাথে দেউতাকৰ চৰকাৰী বিষয়-বাৱৰ লগে লগে ঠাই সলাই বৰপেটা, তেজপুৰ, উত্তৰ-লক্ষ্মীমপুৰ, গুৱাহাটী আদি ঠাই চাই ফুৰিবলৈ পাইছিল আৰু সবাতকৈ বেচিকৈ চিনি লৈছিল বহাবান্ধৱ লুইত্ নৈখনত। লুইতৰ বুকুৱেদি উজনি নামনিমুৱা হৈ কেইবাবাৰো অহা-যোৱা কৰা সুবিধা পোৱাৰ কাৰণেই তেওঁ বাল্যকালৰপৰা জীৱনৰ শেহলৈকে লুইতৰ দুইপাৰ ভালদৰেই চিনি লৈছিল; লুইতৰ মাজৰ বালিৰ ওপৰতো ভালদৰে গৰখীয়া দৌল বান্ধি গ'ল; লুইতৰ কাষতেই নিজৰ নখৰ দেহাও এৰি

গ'ল। সেই কাৰণে হে লুইতৰ পৰা বহুকাল আঁতৰত থাকিও অন্তত লুইতৰ বালিতে নিজৰ দেহাৰ ছাঁই মিলাই দিবলৈ আহিল লক্ষ্মীনাথ।

চালুকীয়া অৱস্থাৰপৰা চেমনীয়া কাললৈকে লক্ষ্মীনাথে লৰালিৰ যি লীলা খেলা কৰি গ'ল, তাক নিৰোগী-নিপোটল লোদোৰ-পোদোৰ হৈ ডাঙৰ হোৱা যেই কোনো 'বাপৰ পোৰ' গাতে মহালক্ষণ হিচাপে দেখা পোৱা যাব। যদিও আজিকালিৰ 'বাৰ্লি ফুড' খাই ডাঙৰ হোৱা ল'ৰাৰ আগত সেই লক্ষণবোৰ 'জঙ্ঘলী' জাতিৰ স্বভাৱ বুলিহে গণ্য হব পাৰে, তথাপি সেই টাং-গুটি, হাডু-ডুডু, গছ-কবদি খেল খেলিয়েই সেই কালৰ ল'ৰা লক্ষ্মীনাথে কাঠনিত কুঠাৰ লৈ সোমাবলৈ দেহাৰ বল বান্ধিছিল আৰু তিনি কুৰি পোন্ধৰ বছৰ বয়সলৈকে সেই ডেকাটি হেন হৈয়েই ডেকাতেজ সকলোকে দেখুৱাইছিল। সৰু কালত লক্ষ্মীনাথৰ বৰশী-বোৱা, দল চেলাই মাছ মৰা, গছত উঠা, সাঁতোৰা, তামোল গছত বগোৱা, ভুৰ-খেলা আদি বিদ্যাত অঘাইতং বুলি খ্যাতি আৰ্জিছিল। দিখৌ নৈৰ বুকুলৈ মাৰ নাৱত উঠি গৈ মাজ পানীত জাপ দি বুৰ মাৰি ওভত্‌গোৰে-নচা আজিকালি কেইটা কুৰি শতিকাৰ অসমীয়া ডেকা ওলাব কব নোৱাৰোঁ; কিন্তু সেই কালৰ ল'ৰা লক্ষ্মীনাথৰ সেইবোৰ দৈনন্দিন ক্ৰীড়া-কলাপৰ খেলা স্বৰূপে আৰু লৰালি কালৰ লীলা হিচাপে চলি আহিছিল; আৰু আদহীয়া বয়সতো মাজে-সময়ে তেনে কাৰ্যত জাপ মাৰি পৰিবলৈ দেহাই নেটানিলেও মনে যে কল্‌কলাই আছিল তাক সেই সময়ত সমীপত থকা জনেহে ভু পাব পাৰিছিল। লৰালিৰ উপযোগী সকলো ধিতিঙালি গুণেৰে বিভূষিত হৈয়েই মাক-বাপেকৰ' বুকুত আৰু ককাই-ভাইৰ বাউসিৰ মাজত দোপত্‌দোপে বাঢ়ি আহিছিল ডেকা লক্ষ্মীনাথ বেজবৰুৱা।

লৰালি কালৰ ডেওনা পাৰ হৈ ডেকাৰ চাওত উঠাৰ লগে লগে বিদ্যাৰাম্ভকাৰী লক্ষ্মীনাথে পঢ়াশলীয়া বিদ্যা সাং কৰি কলেজীয়া বিদ্যাবাগীশৰ জপনাৰ ওচৰ পালেগৈ, অৰ্থাৎ তেতিয়াৰ কালৰ 'এণ্ট্ৰেন্স' পৰীক্ষা দিব পৰা হ'লগৈ। তেতিয়াৰ দিনৰ এণ্ট্ৰেন্সৰ, অৰ্থাৎ কলেজৰ

ভিতৰ সোমাব পৰা হুৱাৰ আজিকালিৰ মেট্রিক পৰীক্ষা দিব পৰা উপযুক্ততাৰ মাপ-কাঠীৰে জুখিলে আচল জোখ নোলাব, বহুত হেৰ-ফেৰ থাকি যাব। অধ্যৱসায়ৰ বলত, চাৰি-পাঁচবাৰ 'ফেইল' হৈও লক্ষ্মীনাথ বেজবৰুৱাই ১৮৮৬ খ্রীষ্টাব্দত দ্বিতীয় বিভাগত এণ্ট্ৰেঞ্চ পাচ কৰি কলেজীয়া জপনাৰ ওচৰ পালেগৈ। এই ডোখৰ কালতেই উঠি-অহা ডেকা লক্ষ্মীনাথে তেখেতৰ পিতৃদেৱতাৰ দ্বাৰাই অত্যন্ত কটকটীয়া নিয়মেৰে চালিত দৈনন্দিন নিয়ম-কাৰণ, নাম-কীৰ্তন, আহ্নিক-আৱতি সকলো অভ্যাসতে নিপুণালি আৰ্জি লবলৈ সুবিধা আৰু অনুপ্ৰেৰণা পাই সেইমতেই সেইবোৰত হাত অহাই ললে। সেই বিদ্যাত অভ্যাস আৰু শিক্ষাৰ ভেঁটি তেতিয়াই বান্ধি লব পাৰিছিল গুণেই চাহাবী ধাৰণ-কাৰণেৰে দিন কটোৱা মিষ্টাৰ লক্ষ্মীনাথে হাওৰাৰ বৰ বঙলাত বহিও, বঙালীৰ মাজত ভোৰতাল বজাই শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱৰ তিথি মহাসমাৰোহেৰে বছৰি পাতিবলৈ পাহৰি নগৈছিল। নিজে ভোৰতাল বজাই নাম লগাই দি, সেইকালৰ অসমীয়া ডেকাসকলক লৈ নাম প্ৰসঙ্গ কৰা দৃশ্য কলিকতাত যেয়েই এবাৰ দেখি গৈছে তাৰে মূৰ ভক্তিত দোঁ নাখাই নগৈছিল।

তাৰ পাচত আহিল কলেজীয়া জীৱনৰ আগলি ভাগটো। কলেজলৈ পঠোৱা-নপঠোৱা বিষয় লৈ ঘৰখনত এটা ডাঙৰ সমস্যা হৈ পৰিল। এই বিষয় লৈ ঘৰখনৰ ককাইদেৱাকসকলৰ আৰু পিতৃদেউতাকৰ মাজত দুটা মত হ'ল। পিতৃদেৱাক দীননাথ বেজবৰুৱা ডাঙৰীয়াই প্ৰথমতে ভাবিছিল যে, লক্ষ্মীনাথক কলিকতালৈ নপঠিয়াই অসমতে ৰাখি, ওকালতি পৰীক্ষা দিয়াই উকীল কৰাই লয়। তেখেতৰ মনত তেনে ভাব হোৱাৰ কাৰণো আছিল। ইয়াৰ আগতে ডাক্তৰ গোলাপ বেজবৰুৱা আৰু মিঃ গোবিন্দ বেজবৰুৱাৰ নিচিনা দুটি সন্তানক কলিকতালৈ পঠিয়াই প্ৰায় হেৰুৱাৰ দৰেই হৈছিল; কাৰণ তেওঁলোক দুয়োজন দেশ-বিদেশত ফুৰি পছিমীয়া ধাৰণ কাৰণেৰে চলি প্ৰায় 'চাহাব' হৈ গৈছিল বুলি তেখেতে মনতে বেজাৰ কৰিছিল। এতিয়াও লক্ষ্মীনাথক

পঠিয়ালে আকৌ এজন পুত্ৰক হেৰুৱাব বুলি ভয় কৰিছিল। এই বাধা জন্মোৱা কাৰ্যত সহায় আৰু সমৰ্থক হিচাপে লক্ষ্মীনাথৰ মাজু ককায়েক জগন্নাথ বেজবৰুৱায়ো তাল ধৰিছিল। কিন্তু, ইফালে লক্ষ্মীনাথৰ হকে মুখ পাতি ধৰি ওকালতি কৰিছিল আৰু দুজন ককাইদেৱাকে। গোবিন্দ আৰু বিনন্দ বেজবৰুৱাৰ নানা টনা-আজোৰাৰ মাজত লক্ষ্মীনাথৰ প্ৰৱল ইচ্ছাই শেহত বাহাল ৰ'লগৈ। তেওঁক সেই দুই ককায়েকে গাৰ বলেৰে কলিকতালৈ পঠিয়াই দিলে। প্ৰথমতে, গোবিন্দ ককাইদেৱাকে ৰংপুৰৰ ঘৰৰপৰা হাতীত তুলি যোৰহাটলৈ লক্ষ্মীনাথক পলুৱাই নিলে আৰু লেখকৰ পিতৃদেৱতা শ্ৰীযুত বিনন্দ ককাইদেৱাকে বাট-খৰছৰ ধন যোগাই উচ্চশিক্ষাভিলাষী লক্ষ্মীনাথক কলিকতালৈ পঠিয়াই দিলে। এই কথা লৈ পাচত বহুত গালি-শপনি ককৰ্থনা-বিকৰ্থনা এই দুই ককায়েকে খাব লগাত পৰিছিল ; কিন্তু কবলৈ গলে লক্ষ্মীনাথৰ ভবিষ্যত জীৱনৰ বাট ধৰাই দিওঁতা হিচাপে এই দুই ভ্ৰাতৃয়ে কোনোৰপৰা ককৰ্থনা আৰু কোনোৰ প্ৰশংসাৰ পৰা হাত সাৰিব নোৱাৰিছিল। প্ৰথমতে যদিও ডাঙৰীয়া দীননাথ বেজবৰুৱাই পুতেকক কলিকতালৈ পঠিৱা বিষয়ত মত দিয়াত হোহঁকা-পিছলা কৰিছিল, তথাপি পাচত লক্ষ্মীনাথলৈ মাহিলি টকা-কড়ি পঠিয়াই পঢ়াৰ খৰছৰ যোগান ধৰিছিল।

কলিকতালৈ গৈ প্ৰথম অৱস্থাত একে মেছতে অসমীয়া মানুহ হিচাপে লক্ষ্মীনাথে লগ পালে ৰমাকান্ত বৰকাকতীক আৰু কলেজত পঢ়াৰ সহায়কাৰী হিচাবে পালে ঘনশ্যাম বৰুৱাক (পাচত অনৰেবোল ৰায়বাহাদুৰ মন্ত্ৰী ঘনশ্যাম বৰুৱা ডাঙৰীয়া)। তাৰ কিছুদিনৰ পাচতে ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ পৰিয়ালটিৰে সৈতে চিনা-জনা হৈ বৰ ঘনিষ্ঠতা স্থাপন হ'ল ; আৰু সেই সম্বন্ধ তেওঁলোকৰ মাজত চিৰকাললৈকে ৰ'ল। সেই সময়ত লক্ষ্মীনাথৰ মেছৰ ওচৰৰ অইন এটা মেছত ৺সত্যনাথ বৰা, ৺দেবীচৰণ বৰুৱা, ৺কালিকান্ত বৰকাকতী, ৺ঘনশ্যাম বৰুৱা, ৺গুজানন বৰুৱা, শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ (পাচত ৰায়বাহাদুৰ),

৺গোপীনাথ বৰদলৈ প্ৰমুখ্যে অসমীয়া ছাত্ৰসকল আছিল। তেতিয়া "আসাম বন্ধু" নামৰ কাকতখন বন্ধ হৈ 'মৌ' নামেৰে আৰু এখন কাকত মিঃ বলীনাৰায়ণ বৰা ইঞ্জিনিয়াৰ চাহাৱৰ যত্নত ওলাই কিছুদিনৰ পাচতে কলিকতাতে মৰে। সেই সময়তে ডাঙৰীয়া হৰিবিলাস আগৰৱালাৰ মাজিউ পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ লগত লক্ষ্মীনাথৰ চিনা-পৰিচয় হয়; আৰু বন্ধুত্বৰ বান্ধোনত আৱদ্ধ হৈ 'হৰিহৰ আত্মা' হিচাপে চলি কাম কৰি যোৱাৰ যি যি ব্ৰত ধৰি ললে, সেই পণ মৃত্যুৰ কাললৈকে দুই অভিন্নহৃদয়ৰ 'মাজিউ-বেজ' ৰাখি গ'ল। সেই সময়তেই দুয়োৰে চেষ্টাত ১৮১০ শকৰ মাঘ মাহত "জোনাকী"ৰ প্ৰথম সংখ্যা আগৰৱালাদেৱৰ নামে সম্পাদিত হৈ ওলায়; আৰু তাতে লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰথম ধেমেলীয়া নাটক "লিটিকাই" একেৰাহে এবছৰলৈ ওলাই যাবলৈ ধৰিলে।

এফালে 'জোনাকী' কাকতে যেনেকৈ এদল নতুন লিখাৰুৰ হতুৱাই প্ৰবন্ধ-পাতি লিখাই অসমীয়া ভাষা-সাহিত্যৰ পৰিপুষ্টি সাধন কৰাত নতুন বল দিলে, তেনেকৈয়ে ১৮১০ শকৰ ভাদ মাহত ৬৭নং মিৰ্জাপুৰ ষ্ট্ৰীটৰ বহাত হোৱা অসমীয়া 'টী-পাৰ্টি'ত "অসমীয়া ভাষা উন্নতি সাধিনী" সভাৰ* ( অঃ ভাঃ উঃ সাঃ সভা ) জন্ম হৈ প্ৰবাসী অসমীয়াসকলৰ মিলন কৰ্মস্থল স্থাপিত হ'ল। আধুনিক যুগৰ অসমীয়া ভাষা-সাহিত্যৰ ক্ৰমোন্নতিৰ বুৰঞ্জী লিখিবলৈ গলে, "জোনাকী" আৰু "অঃ ভাঃ উঃ সাঃ সভাৰ" কথাৰ উল্লেখ থাকিবই লাগিব। সেই কাল ডোখৰতেই কলিকতা-প্ৰবাসী এমুঠি অসমীয়া ছাতৰৰ ভিতৰৰে ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতী, গুঞ্জানন বৰুৱা, ঘনশ্যাম বৰুৱা এই চাৰিজনে কাপ ধৰি আৰু শিৱৰাম বৰদলৈ, সত্যনাথ বৰা আৰু লক্ষ্মীনাথ বেজবৰুৱা এই কেজনে প্ৰধান সহায়ক হৈ ছেক্সপিয়েৰৰ 'কমেদি অৱ এৰ্ৰ্চৰ' ভাঙনী নাটকখন প্ৰথম অসমীয়া ভাঙনী-নাটক হিচাপে উলিয়াই কলিকতাত প্ৰথম ভাওনা কৰে। এইদৰেই সেই সময়ত কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰ এমুঠিয়েই ভাষা, সাহিত্য, নাট্য-নাটক আদি বিষয়ত আৰু লুপ্ত

হৈ থকা পুৰণি অসমীয়া সম্পদবোৰৰ পুনৰুদ্ধাৰৰ অৰ্থে যেনেদৰে কঁকালত টঙালি বান্ধি লাগিছিল তাক সুঁৱৰিবলৈ গলেই লক্ষ্মীনাথৰ কলিকতীয়া, ছাত্ৰ জীৱনৰ কথা মনত পৰিব।

কলিকতাত থকা কালছোৱাতে লক্ষ্মীনাথৰ জীৱনৰ প্ৰধান ঘটনাটি ঘটে। লক্ষ্মীনাথ বেজবৰুৱাৰ বিয়াৰ 'ঘটক' হৈছিল তেওঁৰ বন্ধু চন্দ্ৰকুমাৰ। চন্দ্ৰকুমাৰৰ দুয়োপক্ষীয়া আহ-যাহতেই কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ ঘৰৰ জীয়াৰী প্ৰজ্ঞাসুন্দৰী দেবীৰ লগত বেজবৰুৱাৰ বিয়া মহাসমাৰোহেৰে কলিকতাতে সমাধা হৈ যায়। এই বিয়াৰ খবৰ পাই পিতৃদেৱাকে কোনোবা বিজাতিৰ ছোৱালী বিয়া কৰাইছে বুলি যদিও প্ৰথমতে মৰ্মাহত হৈছিল, তথাপি পাচত প্ৰকৃত সকলো আদ্যোপান্ত বুজি পুতেক-বোৱাৰীয়েকক সামৰি ললে। এইদৰে বি, এ, পাচ কৰাৰ লগে লগে লক্ষ্মীনাথৰ বিয়া-কাৰ্য সমাধা হৈ কলিকতাতে বি, এল, আৰু এম, এ, পঢ়াত তেওঁ মনোবিষ্ট কৰিলে। কলিকতাত থকা এই কাল ছোৱাতেই লক্ষ্মীনাথ বেজবৰুৱাৰ লগত বিখ্যাত অসমীয়া সাউদ ভোলানাথ বৰুৱা ডাঙৰীয়াৰ চিনাকি হৈ দুয়ো পাচত গৈ ব্যৱসায়ী অংশীদাৰী ৰূপত পৰিণত হৈ দুয়ো ককাই ভাই বুলিহে জনাজাত হয়গৈ। তেতিয়াই বেজবৰুৱাই ভোলানাথ বৰুৱাৰ লগত একগোট হৈ কাৰবাৰত হাত দিলে। লক্ষ্মীনাথৰ নিচিনা এজন সহযোগী সহকৰ্মী পাই ভোলানাথ বৰুৱা উঠি পৰিল; আৰু কিছুদিনৰ ভিতৰতে অনেক টকা লাভ হ'ল। পাচত দুয়ো হাওৰাত ঘৰ এটা লৈ ডাঙৰ ডাঙৰ ধৰণেৰে কাৰবাৰ চলাবলৈ ধৰিলে। কাৰবাৰ চলাই থাকোতেই অসমৰ চীফ কমিচনাৰপৰা হাকিমৰ পদ যাচি এখন চিঠি বেজবৰুৱা ডাঙৰীয়ালৈ গৈছিল। কিন্তু, স্বাধীনচিতীয়া লক্ষ্মীনাথে স্বাধীন ভাবেৰেই ব্যৱসায়ত লাগি থাকিবলৈ মন বান্ধি সেই পদ গ্ৰহণ নকৰি প্ৰত্যাখ্যান কৰিলে। তাৰ কাৰণে হয়তো ককায়েক-দেউতাক বন্ধু-বান্ধৱ আদিৰপৰা কিছু ককৰ্থনাও শুনিব লগাত পৰিছিল; কিন্তু তালৈ তেওঁ কেৰেপকে নকৰিলে।

কলিকতাৰ "বি, বৰুৱা এণ্ড কোং" সিবিলাক দুই ককাই ভায়ে তেজক পানী কৰি অৰ্জা ধন আৰু শ্ৰমৰ ওপৰতে দোপত্‌দোপে উন্নতি কৰি লাভ দেখুৱাই যাবলৈ ধৰিলে। তেতিয়াৰ ভোলানাথ' আৰু লক্ষ্মীনাথ' দুটি ভাই সদৰ্পে ব্যৱসায় কাৰ্যত চলি যায়,—হাতত ধনৰ মোনা আৰু কুঠাৰ—চাৰিওফালে নদনবদন অৱস্থা। দুই ভাইবন্ধুৰ অগাধ্ মিলাপ্ৰীতি! কিন্তু মানুহৰ মন সদায়েই একেভাৱে নাযায়। সেই অগাধ্ মিলাপ্ৰীতি আৰু ভ্ৰাতৃ-ভাবৰ মাজতো কেৰোণ সোমাই পাচত বন্ধুত্বৰ গাঠি ঢিলা পৰি দুয়ো দুয়ো বেলেগ বেলেগ হৈ সৰি পৰিল। এই বেলেগ হোৱাৰ কাৰণ বিচাৰিবলৈ গলে বহুত মনোমালিন্যৰ কথা ওলাই পৰে বুলিয়েই লক্ষ্মীনাথে নিজৰ জীৱন সোঁৱৰণত উল্লেখ নকৰাকৈ বাদ পেলাই গ'ল। আমিও সেই বিষয়ে আৰু উদ্‌ঘাটিবলৈ নোযোৱাই ভাল। সংসাৰৰ সকলো কাৰ্যতে মিলন-বিচ্ছেদ আছেই। একে মাক-বাপেকৰ সহোদৰ ভাই-ককাইৰ ভিতৰতেই বেলেগ হোৱা কাৰ্য স্বাভাৱিক কথা। সেই কাৰণে, লক্ষ্মীনাথ-ভোলা-নাথ'ৰ বিচ্ছেদো সেইমতে ললেই হয়।

"বি, বৰুৱা কোং"ৰ পৰা আতৰ হৈ, লক্ষ্মীনাথ বেজবৰুৱাই কিছুদিন এনেয়ে বহি থাকি, তাৰ পাচত কলিকতাৰ বিশিষ্ট কাঠৰ কাৰবাৰী "বাৰ্দ এণ্ড কোং"ৰ লগত কাৰবাৰ কৰে আৰু শেহত চম্বলপুৰৰপৰাই কাম চলায়। এই ডোখৰ কালৰ ভিতৰতে ইং ১৯১০ চনত আৰম্ভ কৰা তেওঁৰ প্ৰাণৰ সুৰ থকা বাঁহীয়ে পূৰ্ণ পয়োভৰেৰে চলি থাকে। অসমীয়া মানুহ মাত্ৰেই "বাঁহীৰ" ধ্বনিত চমক্ খাই এসময়ত ইপাক-সিপাক কৰি নাচি উঠিছিল। এই ডোখৰ কালতেই বেজবৰুৱাই তেওঁৰ প্ৰায়খিনি পুথি লিখি উঠি ছপা কৰি উলিয়ায়। তেওঁৰ পুথিবোৰৰ নাম তলত দিয়া হ'ল :—'লিতিকাই', 'জোনবিৰি', 'জুণুকা', 'বাখৰ', 'সুৰভি', 'সাধুকথাৰ কুকি', 'পদুম কুঁৱৰী', 'ককাদেউতা আৰু নাতিলৰা', 'বুঢ়ী আইৰ সাধু', 'নোমল', 'পাচনি', 'চিকৰপতি-নিকৰপাতি'; 'কদম-কলি', 'জয়মতী কুঁৱৰী', 'চক্ৰধ্বজ সিংহ', 'বেলি

মাৰ’, ‘ভাৰত-বুৰঞ্জী’, ‘কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা’, ‘কৃপাবৰ বৰুৱাৰ ওভতনি’, ‘কামত কৃতিত্ব লভিবৰ সঙ্কেত’, ‘ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন চৰিত্ৰ’, ‘শ্ৰীমদ্ভাগৱত কথা’, ‘শঙ্কৰদেৱ’ আৰু শ্ৰীমাধৱদেৱ’।

কলিকতাত থকা কালত বেজবৰুৱাই অঃ ভাঃ উঃ সাঃ সভাত অসমীয়া ভাষাৰ বিষয়ে আলোচনা কৰি ধাৰাবাহিক ৰূপে এটি বক্তৃতা জোৰে। সেই বক্তৃতাখিনি ‘জোনাকী’ত প্ৰকাশ পায়। ইয়াৰ উপৰিও, অসম ছাত্ৰ-সম্মিলনী, অসম-সভাপতিৰ অভিভাষণ, সাহিত্যসভাৰ অভিনন্দনৰ প্ৰত্যুত্তৰ, শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ বিষয়ে আৰু তেখেতসকলে প্ৰচাৰ কৰি যোৱা মহাপুৰুষীয়া ধৰ্মৰ বিশেষত্বপূৰ্ণ কথাৰে লিখা প্ৰবন্ধৰাজিয়েই একোখন পুথি হৈ পৰিব। কৃপাবৰ বৰবৰুৱাৰ ভাও লৈ অসমীয়া আলোচনী আৰু বাতৰি কাকতবোৰত খুহুটীয়া ভাৱে লিখা ‘ভাৱৰ বুৰ্ব্বুৰণি’খিনি গোটালেও এখন ডাঙৰ পুথি হব। বাঁহীতকৈ পাঁচ বছৰ আগেয়ে শোণিতপুৰৰপৰা ওলোৱা ‘উষা’ আলোচনী কাকতৰ স্বনামধন্য সম্পাদক পদ্মনাথ গোহাঞি-বৰুৱা ডাঙৰীয়া (পাচত ৰায়বাহাদুৰ সাহিত্যিক পেন্সনাৰ) আৰু লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ মাজত যি তৰ্কবাদ চলিছিল আৰু দুয়ো ফালৰপৰা দুদল মহাপৰাক্ৰমী সাহিত্য-দেৱীৰ দ্বাৰাই পৰিবেষ্টিত হৈ দুই ধনুৰ্দ্ধৰে যি ধনুৰ্বাণ দুয়ো পক্ষলৈ নিক্ষেপ কৰিছিল আৰু তৰ্কযুক্তিৰ যি মহান লাণ্ডি জাল দুয়ো পক্ষই পেলাই দিছিল, সেই জালত পৰি বোৱা আৰু ‘উষা’ ‘বাঁহী’ কাকতৰ পাতৰ বৰ খালৈত ভৰাই থোৱা বৌ-বৰালি স্বৰূপ সাহিত্য ৰশ্মিৰ উজ্জ্বল কণাবোৰ এতিয়াও অসমীয়া সাহিত্য-পেৰাত অমূল্য ৰত্ন হৈ জিলিকি আছে। সেই কাৰণে হে এতিয়াৰ বুৰঞ্জী লিখকে এইদৰে লিখিবলৈ সময় আৰু সুচল পাইছে—‘উষা-বাঁহী’ৰ মতভেদ অসমীয়া আলোচনী কাকতৰ বুৰঞ্জীত এটি লেখত লব লগীয়া অধ্যায়”। ইয়াৰ পাচতো, ‘প্ৰদীপিকা’ কাকতৰ লগত ‘বাঁহী’ৰ তৰ্কৰ অস্ত্ৰ মৰামৰি প্ৰসঙ্গত সমুদ্ৰ মন্থন কৰিবলৈ

বাওঁতে যিখিনি অমৃত ওলাল সিয়ো অসমীয়া সাহিত্য ভঁৰালৰ এখোঁ-টালীত মাণিকীমধুৰী জহা হিচাপে খুন্দ খাই আছে।

সম্বলপুৰৰ হাবিত সোমায়ো বেজবৰুৱা ডাঙৰীয়াই অসমলৈ পাহৰিব নোৱাৰিছিল। সম্বলপুৰৰ সকলো ৰাজহুৱা অৱস্থানতে এজন আদৰ্শ নাগৰিক হিচাপে আগ ভাগ লৈ সকলো কাম চলোৱাৰ উপৰিও, বেজবৰুৱাই মাজে-সময়ে বঙালী ভাষাতো দুই-চাৰিটা সুমধুৰ বক্তৃতা দিছিল। বঙালীৰ মাজত তেওঁ আচল বঙালী আৰু উড়ীয়াৰ মাজত তেওঁ প্ৰকৃত উড়ীয়া হিচাপেই চলিছিল। যি দেশৰ লোণ খাইছিল সেই দেশৰ বায়ুৰেই বেজবৰুৱা ডাঙৰীয়াই নিশ্বাস লৈ সকলো কামতে খ্যাতি আৰ্জিছিল। এই কথা বেজবৰুৱা ডাঙৰীয়াৰ জীৱনৰ লেখত লব লগীয়া আদৰ্শ; আৰু সেই আদৰ্শত অনুপ্ৰাণিত হৈ বিশ্বাস ৰাখি চলিয়েই অসমত ভাত খাই ডাঙৰ দীঘল হোৱা বঙালী ভাইসকলৰ খাই-পাত-ফলা স্বভাৱৰ গৰিহণা-গঞ্জনা কৰি সময়ে সময়ে কটু-বাক্য প্ৰয়োগেৰে তেওঁ-লোকক তেওঁ গালি-শপনিও পৰিছিল। ইফালে অসম আৰু অসমীয়া জাতিৰ চিন্তাত তেখেতে মন-প্ৰাণ উধাই দিছিল আৰু শেষ অৱস্থালৈকে অসমীয়া জাতিৰ জীৱন-মৰণৰ সমস্যা কিছুমানৰ বিষয়ে চোকা বাক্য প্ৰয়োগ কৰি দৈনিক বাতৰি কাকতত কিছুমান প্ৰবন্ধ-পাতি লিখি পঠিয়াই ডেকাদলৰ সংৰক্ষিণী আন্দোলন সমৰ্থন কৰিছিল। অন্তৰেৰে সৈতে অনুভৱ কৰি লিখা সেই কথাবোৰ সকলো সময়তে তেখেতৰ বন্ধু-বান্ধৱ জ্ঞাতি-কুটুম্বলৈ দিয়া চিঠিত প্ৰকাশ পাইছিল। অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে আলোচনা প্ৰসঙ্গত শালৰ মাজত শিঙৰী হিচাপে হৈ তেখেতৰ জেঠেৰী, বৈনায়েক আৰু দদাশহুৰেক কবি-সম্ৰাট ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগতো যি তৰ্কযুদ্ধ কৰিব লগাত পৰিছিল, সেই সকলো অৱস্থাতে নিজৰ কথা বুকু ডাঠ কৰি সগৌৰৱে ৰণত জিকি আহিব পাৰিছিল সেই লক্ষ্মীনাথ বেজবৰুৱাই। তেখেতক অন্তি বেচিকৈ জনা এজনৰ কথাৰপৰাই জনা গৈছে যে, শেহত কবিবৰ ৰবীন্দ্ৰনাথ ঠাকুৰেই বেজবৰুৱা ডাঙৰীয়াৰ যুক্তিত মুখ বন্ধ হৈ অসমীয়া জাতি আৰু

সাহিত্য বঙালীৰপৰা সম্পূৰ্ণ বেলেগ বুলি কৰলৈ বাধ্য হ'ব লগা হ'ল। বেজবৰুৱাই বঙ্গদেশৰ সৰ্বোচ্চ প্ৰধান সাহিত্যিকৰ দ্বাৰা সেইটো স্বীকাৰ কৰাই লোৱালে।

অসমীয়া জাতিৰ উন্নতিৰ বাট যে অতি সুগম হৈ আছে, এই কথা লক্ষ্মীনাথ বেজবৰুৱাই অন্তৰে সৈতে বিশ্বাস কৰিছিল; আৰু সেই বিষয়ত আছিল তেওঁ অত্যন্ত আশাবাদী। সেই কাৰণেহে তেওঁ এনেহেন কবিতা লিখিব পাৰিছিল;—"আমি অসমীয়া, নহওঁ দুখীয়া কিহৰ দুখীয়া হম।"—আৰু সেই কাৰণেহে বেজবৰুৱা ডাঙৰীয়াই কাঠনিলৈ হাতত "হাবিত কাহে ওলাই নাহে" স্বৰূপ নিৰ্মম কুঠাৰ লৈ গৈয়ো অসমদেশ আৰু অসমীয়া জাতিৰ প্ৰতি কেতিয়াও কোনো সময়তে পাহৰিব পৰা নাছিল। হাবিৰ মাজৰ পৰাই অসমীয়া ডেকালৈ ৰিঙ মাৰি কৈ গৈছিল,—"অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম ঢাপ"। আৰৌ, "স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মঙ্গল-মন্দিৰৰ সিংহদুৱাৰ হৈছে মাতৃভাষা।"

খ্ৰীঃ ১৯৩৩ চনত বৰোডাৰ গেইকোৱাৰৰ দ্বাৰাই আমন্ত্ৰিত হৈ বেজবৰুৱাই বৰোডাত "ভাৰতত বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জী" আৰু "শ্ৰীকৃষ্ণৰ ৰাসলীলা" নামৰ দুটি অতি চিন্তাশীল বক্তৃতা দি আহেগৈ। সেই দুয়োটা বক্তৃতা ৰাজদৰবাৰে ছপাই প্ৰচাৰ কৰিছে আৰু সেই বক্তৃতা দুটিত বেজবৰুৱাই বৈষ্ণৱ ধৰ্মৰ বিষয়ে লালিত্যপূৰ্ণ কথাৰে আলোচনা কৰা নিপুণতা ভালদৰে ফুটি ওলাইছে।

কৰ্মময় জীৱনৰ ঘাই ডোখৰ কাল বিদেশত কৰ্মতে কটাই জীৱন শেষ কৰিলে আহি তেখেতৰ জন্মভূমিতেই। এয়েই আছিল লক্ষ্মীনাথৰ আন্তৰিক কামনা। খ্ৰীঃ ১৯৩৮ চনৰ মাৰ্চ্চ মাহৰ ২৬ তাৰিখ শুকুৰবাৰে, ৭৫ বছৰীয়া বয়সত, ডিব্ৰুগড়ত মাজিউ জোঁৱায়েকৰ ঘৰত, লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া স্বৰ্গী হয়। মৃত্যুৰ সময়ত ভাৰ্যা বেজবৰুৱানী ডাঙৰীয়ানী আৰু মাজিউ জীয়েক জোঁৱায়েক ওচৰত আছিল। বেজবৰুৱা ডাঙৰীয়াৰ তিনটি ছোৱালী বৰ্তমান আছে,—ডাঙৰ গৰাকীৰ

নাম শ্ৰীযুতা অৰুণা মুখাৰ্জী, এম. এ. মাজিউ গৰাকী শ্ৰীযুতা ৰত্নাৱলী বৰুৱা বি. এ. আৰু মুমলীয়া গৰাকী শ্ৰীযুতা দীপিকা বেজবৰুৱা বি. এ, বি. টি. চিৰকুমাৰী হৈ আছে। বেজবৰুৱাৰ সহধৰ্মিণী শ্ৰীযুতা প্ৰজ্ঞাসুন্দৰী বেজবৰুৱানীও স্বামী বেজবৰুৱাৰ স্মৃতিৰক্ষাৰ উদ্দেশ্যে অসমীয়া সাহিত্যৰ সেৱা কৰিবলৈ মন মেলি তাৰ চৰ্চাত আছে।

# পণ্ডিত পানীন্দ্ৰনাথ গগৈ

উত্তৰ-লক্ষীমপুৰ মহকুমাৰ চেটিয়া গাঁৱত, ১৭৯৩ শকৰ আঘোণ মাহত পানীৰামৰ জন্ম হয়। তেওঁৰ দেউতাক ৺কটীয়া গগৈ বেণুৰ গাওঁখনৰ ভিতৰত এজন মাতব্বৰ লোক আৰু আইটাক এগৰাকী আহোম ৰাজখোৱা ঘৰৰ বিচক্ষণীয়া জীয়াৰী আছিল।

পানীৰাম সৰুৰেপৰা এটি অজলা ল'ৰা আছিল। গাঁৱৰ সমনীয়া ল'ৰা-ছোৱালীয়ে জোকালেও পানীৰামে কাকো একো নকয়, মনে মনে সহি থাকে; কোনোবাই কেতিয়াবা মাৰি-কিলাই গাত দুখ দিলে, পানীৰামে ফেঁকুৰি ফেঁকুৰি মাকৰ ওচৰত গোচৰ দিয়েগৈ, নিজে উভতি ধৰি কাকো একো নকৰে। এনেকুৱা হোজা আৰু শান্ত স্বভাৱৰ ল'ৰা বাবেই গাঁৱৰ বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, বোৱাৰী-জীয়াৰী আটায়ে পানীৰামক মৰম-বেথা কৰিছিল।

অং ১৮০১ শকৰ আঘোণ মাহত এই লেখকৰে সৈতে একেলগে একেদিনাই উত্তৰ-লক্ষীমপুৰৰ চহৰীয়া পঢ়াশালিত 'পানীন্দ্ৰনাথ গগৈ' নামেৰে পানীৰামৰ নাম লগোৱা হয়। তেতিয়া সেই পঢ়াশালিৰ একেজনা পণ্ডিত আছিল ৺পুহিৰাম দেৱশৰ্মা। সেই অৱধি দুয়ো একাদিক্ৰমে সহপাঠী হৈ পঢ়োইঁক। প্ৰতি বছৰে শ্ৰেণী-মহলাৰ ফলত ১ম আৰু ২য় স্থান আমি দুইৰ ভিতৰত এদনীয়া হৈ চলিছিল। এইভাৱে বছৰচেৰেক যোৱাৰ পাচত, সেই পঢ়াশালিটি নিম্নপ্ৰাইমাৰী খাপৰপৰা মধ্য বঙলা ছাত্ৰবৃত্তি খাপলৈ তোলা হয়। গুৱালপাৰাৰ ৺বিশ্বনাথ চৰকাৰ তাৰ প্ৰথম হেড্ পণ্ডিত বা প্ৰধান শিক্ষক আৰু ৺মাধৰাম গগৈ দ্বিতীয় শিক্ষক আছিল। তাৰপৰা বছৰদিয়েকৰ পাচত, গুৱাহাটীৰপৰা নীলকান্ত তালুকদাৰ নামেৰে গুৱাহাটী নৰ্মাল স্কুলৰ তৃতীয় বাৰ্ষিক মহলাত উঠা এজন উচ্চশিক্ষিত লোকক প্ৰধান শিক্ষক

নিযুক্ত কৰি, আগৰ দুজনক ক্ৰমে দ্বিতীয় আৰু তৃতীয় শিক্ষকৰ পদত ৰখা হয়। সেই সময়ত, উত্তৰ-লক্ষীমপুৰৰ স্কুল-ছব্-ইন্স্পেক্টৰ ফণীধৰ চলিহা বৰুৱা সেই স্কুলৰ ছেক্ৰেটৰী আছিল। তেওঁৱেই অহোপুৰুষাৰ্থেৰে স্কুলটি 'মধ্য ইংৰাজী আৰু মধ্য বঙলা' যুটীয়া কৰি, তেওঁৰ কলিকতীয়া কলেজৰ সহপাঠী ৺কৃষ্ণানন্দ গোহাঞিদেৱক (লেখকৰ ভিনীহিদেৱক) হেড্মাষ্টৰ পাতি তাৰ অৱস্থা টনকিয়াল কৰে। কিন্তু, এই লেখকৰে সৈতে পানীন্দ্ৰনাথে বঙলা বিভাগতে থাকি, প্ৰথম শ্ৰেণীলৈকে দুয়ো সহপাঠী হৈ উদ্গতি কৰে। কোৱা বাহুল্য মাথোন যে, সেই স্কুলত আদি-পুথি মদনমোহন তৰ্কালঙ্কাৰৰ 'শিশু-শিক্ষা'ৰেপৰা আৰম্ভ কৰি প্ৰথম শ্ৰেণীৰ পাঠ্য ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ 'ৰামেৰ ৰাজ্যাভিষেক,' যদুনাথ চট্টোপাধ্যায়ৰ 'পদ্যপাঠ' প্ৰভৃতি সমুদায় বঙলা আছিল। গতিকে, অনুস্বাৰ-বিসৰ্গ-বৰ্জিত বঙলুৱা সংস্কৃত শিক্ষাত লেখক আৰু পানীন্দ্ৰই অযাচিতে সোণাময় ছেগ লাভ কৰিছিল। তাৰ পাচত, 'মধ্য বঙ্গবিদ্যালয়ৰ' শিক্ষা সাং কৰি দুয়ো দুফালে গতি কৰে; লেখক শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়েগৈ, গগৈদেৱো গুৱাহাটীৰ নৰ্মাল স্কুলত ভৰ্তি হয়গৈ। এইখিনিতে উনুকিৱা উচিত যে, যদিও আদিৰেপৰা বঙলা ভাষাত হে শিক্ষা পোৱা হৈছিল, তথাপি সৰুৰেপৰা আমাৰ দুয়োৰো অসমীয়া ভাষাত বৰ ৰাপ আছিল; আৰু তেতিয়াৰপৰাই দুয়ো অসমীয়া ভাষাত বাতৰি কাকতলৈ ('আসাম বিলাসিনী', 'আসাম নিউচ') সৰু-সুৰা বাতৰি-প্ৰৱন্ধ লিখিবলৈ অভ্যাস কৰিছিলোঁ।

গুৱাহাটী নৰ্মাল স্কুলৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্তি হোৱাৰেপৰা পানীন্দ্ৰনাথ গগৈদেৱে বছৰি সুখ্যাতিৰে মহলাত উঠি, তিনি বছৰৰ ভিতৰত তৃতীয় বাৰ্ষিক মহলাত বৰ সুখ্যাতিৰে উত্তীৰ্ণ হৈ দেশীভাষাৰ (বঙলা) উচ্চ শিক্ষা সাং কৰে। সেয়ে বঙলা ভাষাৰ মূধত উঠা শিক্ষা। সেই শিক্ষা ইংৰাজী এম. এ. খাপৰ শিক্ষাৰ সমান আছিল।

প্ৰথম শ্ৰেণীৰ নৰ্মাল স্কুলৰ তৃতীয় বাৰ্ষিক মহলাত উত্তীৰ্ণ হৈ ঘৰলৈ উলটি আহি, পানীন্দ্ৰনাথ গগৈদেৱে পোন-প্ৰথমে উত্তৰ-লক্ষীমপুৰৰ

ঢকুৱাখানা গৱৰ্ণমেণ্ট মধ্য-বঙ্গলা-ছাত্ৰবৃত্তি স্কুলত ১০৲ টকীয়া দৰ্মহাত দ্বিতীয় শিক্ষকৰ পদত সোমাই শিক্ষকতা আৰম্ভ কৰে। তাৰ বছৰচেৰেকৰ পাচত, উত্তৰ-লক্ষীমপুৰ মজলীয়া ইংৰাজী স্কুলৰ হেড্ পণ্ডিতৰ পদটো খালি হয়। ঘৰৰ ওচৰ পাই, গগৈদেৱে গৱৰ্ণমেণ্ট স্কুলৰ কামটো ইস্তফা দি, সাহায্যকৃত মজলীয়া স্কুলৰ পদলৈ আহে; অৱশ্যে ইটো পদৰ দৰ্মহা কুৰিটকীয়া। এই পদত থিত্ লোৱাৰ পাচৰপৰা পানীন্দ্ৰনাথ গগৈদেৱে তেওঁৰ সাহিত্য চৰ্চালৈ বৰ সুচল পায়; আৰু তেতিয়াৰপৰা এই চৰ্চাত তেওঁ ধাৰাবাহিকৰূপে লাগি যায়। সেই ছেগতে, পানীন্দ্ৰনাথ গগৈদেৱে 'জোনাকী', 'বিজুলী', প্ৰভৃতি আলোচনী কাকতলৈ বৰ সাৰুৱা প্ৰৱন্ধাদি লিখিবলৈ ধৰে। তেওঁৰ প্ৰৱন্ধাদি দীঘল নহয়, লেখতো তাকৰ; কিন্তু সেয়ে বাছকবনীয়া —অনেকৰ দীঘলীয়া আৰু সৰহীয়া প্ৰৱন্ধাদিক সেইবোৰে চেৰ পেলাব পাৰিছিল। আৰু সেই চুটি আৰু তাকৰীয়া লিখাৰ প্ৰভাৱতে গগৈদেৱ এজন অসমীয়া সু-লিখাৰুৰূপে জিলিকি উঠিল। তেওঁৰ গভীৰ গৱেষণাপূৰ্ণ গোটাদিয়েক প্ৰৱন্ধ 'জোনাকী' আৰু 'বিজুলী' কাকতত ওলোৱা দেখি সেইকালৰ প্ৰবীণ অসমীয়া সাহিত্যিকসকলে, বিশেষকৈ অসমীয়া ভাষাৰ ওজা, 'হেমকোষ' প্ৰণেতা ৺হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই গগৈদেৱক অশেষ প্ৰশংসা কৰে। বাস্তৱতে, 'জোনাকী', 'বিজুলী'ত প্ৰকাশিত হোৱা পানীন্দ্ৰনাথ গগৈৰ 'আমাৰ উন্নতি নে অৱনতি', 'তেন্তে নো উপায় কি' প্ৰভৃতিৰ দৰে গদ্য ৰচনাৰ শাৰীত থিয় দিব পৰা প্ৰৱন্ধ অতি বিৰল; তেওঁৰ ৰচিত 'উটঙ্গনি' শীৰ্ষক পদ্যটিয়ে নিৰ্জীৱ অসমীয়া জাতিৰ প্ৰাণত আজিও সঞ্জীৱনী শক্তি সঞ্চাৰ কৰে।

খ্ৰীঃ ১৮১৩ চনত, উত্তৰ-লক্ষীমপুৰত এই লেখক আৰু পানীন্দ্ৰনাথ গগৈদেৱ কিছুমান দিনৰ কাৰণে আকৌ লগ লাগে। সেই সময়ৰ ভিতৰতে দুয়োৰো পুৰণি সাহিত্যচৰ্চাৰ ৰাপ আকৌ উথলি উঠে আৰু সেই আলমতে অসমীয়া ভাষাত ওখ খাপৰ সাহিত্য-পুথি এখন যুগুত কৰিবলৈ দুয়োৰো যুটীয়া সংকল্প হয়; আৰু তাৰে ফলস্বৰূপে, দুয়ো

মিলি নতুন-পুৰণি আলোচনী কাকত আনি আৰু পুৰণি পুথিৰপৰা সাৰুৱা সমল সংগ্ৰহ কৰি, 'সাহিত্য-সংগ্ৰহ' নামেৰে এখন ওখ খাপৰ অসমীয়া সাহিত্য পুথি প্ৰচাৰ কৰিবলৈ কাপ হাতত লোৱা হয়। ইতিমধ্যে সেই কালৰ শিক্ষাবিভাগীয় ডিৰেক্টৰ মিঃ জে. উইলচন চাহাবৰে সৈতে বিস্তৰ লিখালিখি কৰি এই সিদ্ধান্ত লাভ কৰা যায় যে, যেতিয়াই টেক্সট্ বুক কমিটীৰ দ্বাৰাই অনুমোদিত এখন ওখ খাপৰ অসমীয়া সাহিত্য-পুথি মজলীয়া ছাত্ৰবৃত্তি মহলাৰ উপযোগীকৈ প্ৰকাশ কৰা হয়, তেতিয়াৰপৰাই সেই খাপৰ পঢ়শালিবোৰত বঙলাৰ ঠাইত অসমীয়া চলোৱা যাব। তাৰ লগতে এই কথাও উল্লেখ থাকে যে, তলৰ শ্ৰেণীবোৰৰ কাৰণেও উপযুক্ত অসমীয়া সাহিত্য-পুথি এলানি যুগুত হৈ উঠিব লাগিব। শিক্ষাবিভাগৰ গুৰিয়ালৰপৰা সেই শুভ-সমিধান পাই দুয়ো অহোপুৰুষাৰ্থ কৰি, আমাৰ সংকল্পিত সাহিত্য পাঠ্যপুথিখন অনতিপলমে যুগুত কৰি উলিয়ালোহঁক,—সেয়ে 'সাহিত্য-সংগ্ৰহ'। ইয়াৰ পাচত, ডিৰেক্টৰ চাহাবৰ দিহা অনুসৰি, তলৰ শ্ৰেণীবোৰৰ কাৰণে পঢ়াশলীয়া সাহিত্য পাঠ্যপুথি এলানি যুগুত কৰিবলৈ দুয়োৰো যুটীয়া যত্নৰ আৰম্ভ হয়। এনেতে, এই লেখক কহিমা গৱৰ্ণমেণ্ট ইংৰাজী স্কুলৰ হেড্মাষ্টৰ হৈ নগা পৰ্বতলৈ যাবলগীয়া হোৱাত সেই আয়োজন এৰা পৰিল; কিন্তু এৰা এৰিৰ সময়ত দুয়োৰো ভিতৰত এই সংকল্প স্থিৰ হ'ল যে, গগৈদেৱে ক-খ আদিপুথিৰ আদি ছোৱাৰপৰা আৰম্ভ কৰি সংকল্পিত সাহিত্য পুথি লানিৰ প্ৰথম তিনি ছোৱা লিখিব; আৰু তাৰপৰা ওপৰলৈ সাহিত্য-পাঠ তিনি ছোৱা এই লেখকে লিখি উলিয়াব।— তাৰে ফল, পানীন্দ্ৰনাথ গগৈৰ 'ল'ৰাশিক্ষা' তিনি ছোৱা আৰু, এই লেখকৰ 'নীতিশিক্ষা' তিনি ছোৱা। এই ছখন অসমীয়া সাহিত্য পুথি প্ৰচাৰ হোৱাত, 'সাহিত্য-সংগ্ৰহ'ৰে সৈতে মজলীয়া স্কুলৰ কেইও শ্ৰেণীত অসমীয়া সাহিত্য পাঠ্যপুথিৰ অভাৱ গুচিল। গগৈদেৱৰ 'লৰাশিক্ষা' তিনি ছোৱাৰ গুণাগুণৰ বিষয়ে বহলাই কোৱাৰ সকাম নাই, সি আপোন-গুণে সকলোৰে ওচৰত সমাদৃত। মুঠৰ ওপৰত ক'বলৈ গ'লে,

পানীন্দ্ৰনাথ গগৈৰ 'ল'ৰাশিক্ষা'ৰ লগত ফেৰ মাৰিব পৰা অসমীয়া আদিপুথি আজিলৈকে ওলোৱা নাই ; আন কি, চহকী বঙলা ভাষাতো নাই, মাথোন তাহানিৰ ৺মদনমোহন তৰ্কালঙ্কাৰৰ 'শিশুশিক্ষা' বঙলা আদিপুথি তিনি ছোৱাক একোবলৈ ৰিজাব পাৰি। এনে হেন শুৱলা নিভাঁজ অসমীয়া ভাষাত লিখা "ল'ৰাশিক্ষা" পুথি তিনি ছোৱাই ৺গগৈদেৱক, আজিও অমৰ কৰি ৰাখিছে। অকল সেয়ে নহয়, নিজে শিক্ষকতাৰ অভিজ্ঞতাৰপৰা অনুভৱ কৰি অসমীয়া পঢ়াশালিত অসমীয়া পাঠ্য-পুথিৰ আন-আন বিষয়তো অভাৱ গুচাবৰ কাৰণে, পানীন্দ্ৰনাথ গগৈদেৱে দুই-চাৰিখন অন্যান্য স্কুলীয়া পাঠ্য পুথিও লিখি প্ৰচাৰ কৰিবলৈ ধৰে ; তাৰ ভিতৰত 'অসমীয়া ল'ৰাৰ ভূগোল', 'ধাৰাপাত', 'গণনাৰ আদি পুথি' ইত্যাদি অসমৰ সদৌ পঢ়াশালিত পাঠ্যৰূপে ব্যৱহৃত হৈছিল।

অকল পঢ়াশলীয়া পুথি লিখাতে পানীন্দ্ৰনাথ গগৈৰ সাহিত্যচৰ্চা আৱদ্ধ নাছিল ; আপুৰুগীয়া পুৰণি লুপ্তপ্ৰায় পুথি-গ্ৰন্থাদি আৰু প্ৰত্ন-তাত্ত্বিক তথ্যাদি সংগ্ৰহ কৰি প্ৰচাৰ কৰাও তেওঁৰ জীৱনৰ এটা প্ৰধান লক্ষ্য আছিল। সেই উদ্দেশ্যে তেওঁ ভালেমান পুথি-পত্ৰাদি সংগ্ৰহ কৰি লৈছিল ; তাৰ ভিতৰত দ্বাদশ স্কন্ধ ভাগৱত খণ্ড প্ৰচাৰিত হৈ গৈছে ; অসমীয়া 'ৰামায়ণ', 'মহাভাৰত' প্ৰভৃতিৰ ভালেমান লাগতিয়াল পৰ্ব নিজ হাতে নকল কৰি ছপাবলৈ ধৰিছিল। বুৰঞ্জীমূলক তথ্যেৰেও গগৈদেৱ চহকী আছিল ; তাৰ আংশিক দানেৰে তেওঁ এই লেখকক 'অসমৰ বুৰঞ্জী' লিখা কাৰ্যত বিস্তৰ সহায় কৰিছিল।

পানীন্দ্ৰনাথ গগৈৰ সাহিত্যিক প্ৰতিভা অতি বিচক্ষণীয়া আছিল। তেওঁৰ ভাৱ মধুৰ আৰু গধুৰ ; ভাষা নিভাঁজ আৰু প্ৰাঞ্জল ; ব্যাখ্যা সৰল আৰু সুগম ; শব্দ-যোজনা নিভাঁজ অসমীয়া ; লিখা-প্ৰণালী বিতোপন। অসমীয়া সাহিত্যিক ওজা হেমচন্দ্ৰ বৰুৱা পানীন্দ্ৰনাথৰ আদৰ্শ আছিল। ওজাদেৱে তেওঁৰ 'হেমকোষ'ৰ পাতনিত লিপিবদ্ধ কৰা লিখাৰ নিয়ম-কাৰণ আৰু উপদেশ গগৈদেৱে নিৰীহ-নিপানীকৈ পালন কৰি

সাহিত্যক্ষেত্ৰত আগ বাঢ়িছিল। নিজৰ মনোভাৱ ফুটাবলৈ নিজৰ মাতৃ-ভাষাৰ অসমীয়া শব্দৰ নিতান্ত নাটনি নপৰালৈকে পানীন্দ্ৰনাথে কোনো বিদেশী বা সংস্কৃতীয়া বঙলা শব্দাদি তেওঁৰ ৰচনালৈ ধাৰ নকৰিছিল। অনুস্বাৰ-বিসৰ্গবৰ্জিত বঙলুৱা সংস্কৃতীয়া সাহিত্যত বহুল অধিকাৰ থকা সত্বেও গগৈদেৱে কাচিতো অবাবত সংস্কৃতীয়া শব্দ তেওঁৰ ৰচনাত প্ৰয়োগ নকৰিছিল। সেয়ে পানীন্দ্ৰনাথৰ অসমীয়া লিখাৰ বিশেষত্ব। সেই বিশেষত্ব আজিকোপতি কেৱে নিয়াৰিকৈ অনুকৰণ কৰিব পৰা নাই। সেই বিশেষত্বৰ গুণতে পানীন্দ্ৰনাথে তেওঁৰ তাকৰীয়া সমলেৰেই আন-আন সৰহীয় সমলৰ গৰাকী প্ৰখ্যাত সাহিত্যৰথীসকলৰ শাৰীত নিৰ্ব্বিবাদে আসন পাইছে।

পানীন্দ্ৰনাথ গগৈ অতি ধীৰ, শান্ত আৰু নম্ৰ স্বভাৱী পুৰুষ আছিল। সেই সু-গুণৰ গৰিমাৰেই তেওঁ সৰু, বৰ সকলোৰে ওচৰত শ্ৰদ্ধা, স্নেহ আৰু আদৰৰ পাত্ৰ হ'ব পাৰিছিল। পানীন্দ্ৰনাথ বাস্তৱতে এজন নীৰৱ কৰ্মী আছিল। তেওঁৰ মততে কথাতকৈ কাম আগ বাঢ়ে। বাক্‌যুদ্ধত তেওঁ তেনেই ভেবা কিন্তু কাপযুদ্ধত গগৈদেৱ অজেয় আগৰণুৱা আছিল। অসমীয়া ভাষাৰ মৌলিক অস্তিত্ব বিষয়ক কাপ-তৰ্কত পানীন্দ্ৰনাথক কেৱে চেৰ পেলাব নোৱাৰিছিল আৰু, তেওঁ আটাইকে সহিব পাৰে, কিন্তু অসমীয়া ভাষাৰ নিন্দাবাদ তেওঁৰ সমূলি সহ্য নহৈছিল। অসমীয়া ভাষাক বঙলাৰ অপভ্ৰংশ বোলা অপবাদে পানীন্দ্ৰনাথৰ সৰল অন্তৰত বৰকৈ আঘাত লগাইছিল; 'আৰু ছেগ পালেই সেই অসাৰ অপবাদ লিখিত যুক্তি-তৰ্কেৰে খণ্ডাবলৈ গগৈদেৱে অহোপুৰুষাৰ্থ কৰিছিল। পানীন্দ্ৰনাথ গগৈ এজন ভাষা-প্ৰেমিক সাহিত্যিক আছিল।

ধন-সম্পত্তিত দুখীয়া আছিল বুলিও, চৰিত্ৰ সম্পত্তিৰে সৈতে পানীন্দ্ৰনাথ গগৈদেৱ বৰ চহকী আছিল। তেওঁৰ ন্যায়পৰায়ণতা গুণ আন সকলো গুণৰ ওপৰত আছিল। তেওঁ ভুলতো কাৰো প্ৰতি অন্যায়-অধৰম আচৰণ নকৰিছিল। ফাঁকি, প্ৰবঞ্চনা, ঠগ আদি পাপৰ চেক তেওঁৰ স্বভাৱত সমূলি নাছিল। নিজৰ লাভ হলেও, পৰৰ কুটা এগছো•

তেওঁ অন্যায়কৈ গ্ৰহণ নকৰিছিল। এদিন গগৈদেৱৰ মাকে গোলাৰপৰা আঁচুসূতা কিনিবলৈ তেওঁৰ হাতত ধন দি পঠাইছিল। কিনোতে, গোলাৰ মহাজনে ভুলকৈ দুনেছা সূতা বেছিকৈ দিছিল; পিচে, গগৈদেৱে আদবাটৰপৰা উভতি আহি সেই দুনেছা ওলোটাই দি ক'লে যে, ভুলত হে সেইখিনি বঢ়াই দিয়া হৈছিল। আচল বেচতকৈ চৰা বেচ দিবলৈ যি দৰে তেওঁৰ আপত্তি, প্ৰাপ্যতকৈ চৰা মাল পাবলৈকো সেইদৰেই অমাস্তি। মহাজনে ভক্তিভাৱে গগৈদেৱৰ মুখলৈ ঠৰ্ লাগি চাবলৈ ধৰিলে।

পানীন্দ্ৰনাথ গগৈদেৱে ২৩ বছৰীয়া বয়সত, চফল ডেকা কালত, উত্তৰ-লক্ষীমপুৰ কাছাৰিৰ আমোলা ৺বনমালী গগৈ বৰমেধিৰ জীয়াৰী এটিক বিয়া কৰায়। গগৈদেৱ যেনে শান্ত, তেওঁৰ ভাৰ্যাও তেনে শান্তিময়ী গৃহিণী আছিল। দুয়োৰো দাম্পত্যজীৱন ছবছবমান বৰ সুখ-শান্তিত পাৰ হয়। সেই সংসাৰত গগৈদেৱৰ কেইবাটিও সন্তান হৈছিল; তাৰ ভিতৰত তেওঁৰ বৰপুত্ৰ শ্ৰীমান ডম্বৰুধৰ গগৈদেৱ বংশধৰৰূপে উল্লেখ যোগ্য। শাৰীৰিক নিশকতীয়া আছিল যদিও, পানীন্দ্ৰনাথ গগৈদেৱ ৰুগীয়া নাছিল; তেওঁৰ জীৱন্ত কালত তেওঁ কোনো টান নৰিয়াতো পৰা নাই। তেওঁৰ ভাৰ্যাও সবল কায়িক এগৰাকী স্বাস্থ্যৱতী গৃহিণী আছিল। পিচে, খ্ৰীঃ ১৯০০ চনৰ আঘোন মাহত অলপ জ্বৰ নৰিয়াৰ লেচু লৈ, পানীন্দ্ৰনাথ গগৈদেৱ অকস্মাতে স্বৰ্গী হ'ল; গগৈদেৱে ডেৰকুৰি বছৰো পাৰ হবলৈ নাপালে! স্বামীৰ লোকান্তৰৰপৰা দুমাহমানৰ পাচতে ভাৰ্যাৰো পৰলোক হয়। ৺পানীন্দ্ৰনাথ গগৈৰ আকস্মিক অকাল-বিয়োগত অসমীয়া ভাষা আৰু সাহিত্যৰ মহৎ ক্ষতি হ'ল। গগৈদেৱে অসমীয়া সাহিত্য-সেৱা-চৰ্চাৰ অৰ্থ কৰা সংকল্প তেওঁৰ লগতে মাৰ গ'ল! তদৰ্থে সামৰি লোৱা সমল সেই ভাগেই পৰি ৰ'ল!

# সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা

এটি লাগতিয়াল জীৱনৰ ঘটনাৱলী আলোচনা কৰি দেখুৱাবৰ ঠাই 'উষা'ৰ সংকীৰ্ণ পাতকেইটিয়ে যথেষ্ট নহয়। ৺লক্ষ্মীৰাম বৰুৱা এজন শ্ৰমজীৱী কেৰাণী আছিল। কিন্তু, তেওঁৰ জীৱন-চৰিত্ৰ আঁকিবলৈ হলে যোৱা কুৰি বছৰৰ অসমীয়া সমাজ আৰু সাহিত্যৰ বুৰঞ্জী লিখাৰ আৱশ্যক। কেৰাণী লক্ষ্মীৰামৰ জীৱনী এনে লাগতিয়াল কেনেকৈ হ'বলৈ পালে আৰু তেওঁৰ জীৱন-চৰিত্ৰ লিখি পঢ়িবৰ আৰু প্ৰচাৰ কৰিবৰ সকাম নো কি, তাকো আলচ কৰিবলৈ প্ৰকৃতে ই ঠাই নহয়। ৺লক্ষ্মীৰাম বৰুৱা কেনে বিধৰ লোক আছিল তাৰ এটি আহি 'উষা'ৰ পাঠকক দিয়াই এই প্ৰৱন্ধৰ উদ্দেশ্য। তেওঁৰ একাগ্ৰপতীয়া মনোযোগ, তেওঁৰ কঠোৰ কষ্ট-সহিষ্ণুতা, অসাধাৰণ অধ্যৱসায়, অতুলনীয় ধৈৰ্যশীলতা নিভাঁজ দেশ-হিতৈষিতা, অনুপম সাহিত্যপ্ৰেম, সঙ্গীতত অগাধ পাণ্ডিত্য বেহেলা-চেতাৰাদি বাদ্যত অসাধাৰণ পাৰ্গতালিৰ বিষয়ে পাঠকে জানিব পৰাকৈ ৺লক্ষ্মীৰামৰ জীৱনৰ গোটাচেৰেক ঘাই ঘাই ঘটনা মাথোন প্ৰৱন্ধত উল্লেখ কৰা যায়।

৺লক্ষ্মীৰাম বৰুৱা উত্তৰ-গুৱাহাটীৰ শিলসাঁকোত বেজদলৈ ভঁৰালী বৰুৱা বংশত জন্মে। তেওঁৰ পিতাকৰ নাম বেথাৰাম বৰুৱা; আৰু সু-প্ৰখ্যাত ৺আনন্দৰাম বৰুৱাৰ বংশৰ হৰকান্ত বৰুৱাৰ জীয়েক সেউতী বৰুৱানী তেওঁৰ মাক আছিল। লক্ষ্মীৰামৰ আদিপুৰুষ নৰসিংহদেৱ আদিতে কণৌজৰপৰা আহিছিল। লক্ষ্মীৰাম বৰুৱাৰ বয়স বছৰেক নৌ হওঁতেই তেওঁৰ পিতৃ-মাতৃ উভয়ৰে বিয়োগ হয়। জগতত যি মাতৃ-স্নেহৰ তুলনা দিবলৈ নাই, লক্ষ্মীৰাম বৰুৱাই তাৰ গোন্ধকো নাপালে। পিতৃবিয়োগৰ পাচত ঘৰৰ সমস্ত ভাৰ তেওঁৰ বৰককাইদেৱাক

ললিতৰাম বৰুৱাৰ গাত পৰিল। লক্ষ্মীৰামৰ দুগৰাকী বায়েক আছিল; ডাঙৰ গৰাকী অনাৰবোল মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ দেউতাক ৺হৰিনাথ বৰুৱালৈ বিয়া দিছিল।

জয়জয়তে উত্তৰ গুৱাহাটীৰ মজলীয়া ইংৰাজী স্কুলত বৰুৱাদেৱৰ শিক্ষাৰম্ভ হয়। সেই স্কুলত তেওঁ ছবছৰ পঢ়ি পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তি পাই গুৱাহাটীৰ হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত ভৰ্তি হয়। তাত তেওঁ দুষ্ট ল'ৰাৰ সঙ্গত পৰি আৰু বঙালী যাত্ৰাদলৰ লগ লাগি পঢ়া-শুনাৰ ফালে সমূলি আওকাণ কৰিবলৈ ধৰাত, তেওঁক নগাঁৱলৈ শিক্ষাৰ নিমিত্তে পঠোৱা হয়। নগাঁৱ স্কুলত ৺ধৰ্মেশ্বৰ গোস্বামীৰ তলত বৰুৱাদেৱে তৃতীয় শ্ৰেণীলৈকে পঢ়িছিল, কিন্তু তাৰপৰা আৰু উধাব নোৱাৰিলে। ইংৰাজী স্কুলৰ শিক্ষা সিমানতে সাং হ'ল। তাৰ পাচত তেওঁ চাকৰিৰ নিমিত্তে লালায়িত হ'ল। তেতিয়া চাকৰি কৰিবলৈ আজিকালিৰ নিচিনা বি-এ, এম-এ পাচ কৰিবৰ দৰ্কাৰ নাছিল। লক্ষ্মীৰাম বৰুৱাই কিছুদিন মঙ্গলদৈৰ ঘাটত জাহাজ কোম্পানীৰ কাম কৰি, চিলঙলৈ চাকৰি বিচাৰি যায়। চিলঙলৈ যাওঁতে তেওঁ চাৰিদিন খোজ কাঢ়ি গৈছিল, ভৰিত জোতা নাছিল; আৰু লগত আঁঠ অনা পইচা মাথোন সম্বল আছিল। চিলঙত কিছুদিন একটিং কৰি, পাচে ৪৫৲ টকা দৰ্মহাত নিগাজীকৈ গৱৰ্ণমেণ্ট কামত মকৰল হ'ল। তাত তেওঁ ৭ বছৰ আছিল। তাৰপৰা তেওঁ নগাপৰ্বতলৈ বদলি হয়। তাৰ পাচত, তেওঁ ১৮৯০ চনৰ ৩১ জানুৱাৰীত ধুবুৰীলৈ ইঞ্জিনীয়াৰিং অফিচৰ কেৰাণী হৈ যায়। তাত তেওঁ চৈধ্য বছৰ আছিল। তাৰ পাচত, দুবছৰ ছুটী লৈ গুৱাহাটীত বহি থাকি, জীৱনৰ শেহছোৱা তেজপুৰত কটায়। বৰুৱাদেৱৰ জীৱনৰ ভিতৰত ধুবুৰীত আৰু তেজপুৰত থকা দোছোৱাই ঘটনাপূৰ্ণ কাল। এই দুই ঠাইতে তেওঁ সামাজিক, সাংগীতিক আৰু সাহিত্যিক কাৰ্যক্ষেত্ৰত আশাতীত কাৰ্য কৰি অসমীয়া সমাজক উপকৃত কৰি গৈছে।

লক্ষ্মীৰাম বৰুৱাৰ বৈবাহিক জীৱন ধুবুৰীতে আৰম্ভ হয়; আৰু তাতে

তাৰ সামৰণিও পৰে। তেওঁ ১৮৯২ চনত বিয়া কৰায়; আৰু ১৯০৫ চনৰ ৮ নৱেম্বৰত তেওঁৰ প্ৰিয়তমা ভাৰ্যাই তিনিজনী ছোৱালী আৰু দুটি ল'ৰা এৰি ইহলীলা সম্বৰণ কৰে। বৰুৱাদেৱৰ বিবাহিত জীৱন অতি সুখপ্ৰদ আছিল। কিন্তু, এনে সুখময় সোণৰ সংসাৰ ইমান সোনকালে ছাৰখাৰ হোৱাত হে লক্ষ্মীৰামৰ কৰ্মজীৱনৰ কঁকাল ভঙ্গাৰ দৰে হ'ল। বৰুৱাদেৱৰ ভাৰ্যা জাহ্নবী তেওঁৰ মাকৰ একমাত্ৰ সন্তান; আৰু সেই দেখি লক্ষ্মীৰাম তেওঁৰ শাহুৰেকৰ পুত্ৰৱৎ আছিল। ঘৈণীয়েক ঢুকুৱাৰ পাচত, তেওঁৰ শাহুৰেক আৰু বাইদেৱাকে সন্তান কেইটিৰ প্ৰতিপালনত বিশেষ সহায় কৰিছিল।

"যি লাই বাঢ়িব তাৰ দুপতীয়াতে চিন" বুলি কয়। লক্ষ্মীৰামৰো নিচেই ল'ৰাকালৰেপৰা তেওঁৰ সঙ্গীত শাস্ত্ৰত অনুৰাগ, গান গোৱা আৰু বাদ্য বজোৱাত প্ৰীতি আৰু তৃপ্তি যথেষ্ট ফুটি ওলাইছিল। একাষাৰ কথাৰে ক'বলৈ হলে, লক্ষ্মীৰাম এজন আজন্ম সাংগীতিক আছিল। লক্ষ্মীৰামৰ এনে এটা শক্তি আছিল যে, এটা গান শুনিলেই তাৰ সুৰটো তেওঁৰ মনত ৰৈছিল আৰু পাচত গাই তাক অভ্যাস কৰি ৰাখিছিল। নগাঁৱত স্কুলীয়া ছাত্ৰ হৈ থাকোঁতে মুখৰ মোহিনী গানে তেওঁক সকলো ডাঙৰ মানুহৰ মৰম-চেনেহ দিছিল। ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা, নৰনাথ মহন্ত, পীতাম্বৰ উকীল প্ৰভৃতিয়ে তেওঁক বৰ মৰম কৰিছিল। চিলঙত থাকোঁতেই তেওঁৰ সঙ্গীত বিদ্যা-চৰ্চাৰ প্ৰথম আৰম্ভণ হয়। তাতে তেওঁ বেহেলা আৰু চেতাৰ কিনি পুলিচ ইন্স্পেক্টৰ প্ৰিয়লাল বসু আৰু গুৰুচৰণ ধৰৰ তলত শিক্ষা লাভ কৰে। কিছুদিনৰ পাচত চিলঙত এটা থিয়েটাৰ পাৰ্টি গঠিত হয়; প্যাৰী বাবু তাৰ ব্যাণ্ডমাষ্টৰ আৰু আমাৰ ডেকা বৰুৱা সহকাৰী ব্যাণ্ডমাষ্টৰ হৈছিল। তেওঁৰ সঙ্গীতপ্ৰিয়তা আৰু পটুতাই চিলঙতো বঙালী, অসমীয়া সকলোৰে তেওঁক আদৰৰ কৰি তুলিছিল। আধুনিক যোগীপুৰুষ যোগেশ্বৰ কটকী, গুণগোবিন্দ বৰুৱা, শম্ভুৰাম বৰা, অসমৰ সুসন্তান ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ প্ৰভৃতিৰ লগত তেওঁৰ অতিশয় প্ৰণয় হৈছিল।

ধুবুৰীত থাকোঁতে লক্ষ্মীৰামৰ গান-বাজনাই গোটেই গুৱালপাৰাত বিস্তাৰিত হৈ মানুহক মোহিত কৰি তুলিছিল। গুৱালপাৰাত সকলো ৰজা-জমিদাৰৰ লগত লক্ষ্মীৰাম বৰুৱাৰ বন্ধুত্ব হ'ল। ৰূপসীৰ জমিদাৰে তেওঁৰ লগত বৈবাহিক সম্বন্ধ কৰিবলৈ বিচাৰিছিল, কিন্তু বৰুৱাদেৱৰ অনিচ্ছা হোৱাত শেহত দুয়ো সখি বন্ধালে। তাৰ পাচত জমিদাৰে তেওঁৰ সখিয়েক বৰুৱাক ৯০৲ টকা দৰ্মহাত চুপাৰিণ্টেন্‌ডেণ্ট কাম দিব খোজে। কিন্তু, দূৰদৰ্শী আৰু সাধুচেতা বৰুৱাদেৱে তেওঁৰ সেই কাম ল'বলৈ অমান্তি হৈ, জমিদাৰৰ সৰুকালৰ অভিভাৱক ৰজনী মোক্তাৰক সেই কামত নিযুক্ত কৰায়। লক্ষ্মীৰাম ধুবুৰীত বহুত দিন আছিল; আৰু সেই সময়ত তাত যিবিলাক দেশহিতকৰ সামাজিক আৰু সাহিত্যিক কাম হৈছিল তাৰ ভিতৰত 'থিয়েটাৰ পাৰ্টি', 'বিজনী হল' আৰু 'অসম-এচ'চিয়েচনে'ই প্ৰধান। লক্ষ্মীৰামৰ বৰ সৌভাগ্যৰ বিষয় যে, এই তিনিও কাৰ্যই তেওঁৰ বেহেলা-চেতাৰৰ ভুবনমোহিনী সুৰৰ ফল বুলিলে বেছি কোৱা নহয়। ৰূপসীৰ জমিদাৰৰ বাহিৰেও গৌৰীপুৰৰ ৰজাবাহাদুৰৰ দেশহিতৈষী অনাৰেবোল শ্ৰীযুক্ত প্ৰভাতচন্দ্ৰ বৰুৱাক লক্ষ্মীৰামে অকৃত্ৰিম বন্ধু পাইছিল। বৰুৱাৰ "সঙ্গীত-সাধনা" কিতাপ ৰজাবাহাদুৰক উচৰ্গা কৰিছে; আৰু তাত তেওঁ মাননীয় ৰজাক সম্বোধন কৰিছে "প্ৰিয় ৰজাবাহাদুৰ" বুলি; ইয়াতে বুজিব পাৰি, ৰজাৰ লগত লক্ষ্মীৰামৰ কেনে ভাৱ আছিল। লক্ষ্মীৰামৰ অকাল মৃত্যুৰ দাৰুণ বাতৰি শুনি ৰজাবাহাদুৰ শোকবিহ্বল হৈ, লক্ষ্মীৰামৰ শেষ জীৱনৰ অন্তৰঙ্গ বন্ধু সাহিত্যিক পেঞ্চনাৰ অনাৰেবোল শ্ৰীযুক্ত পদ্মনাথ গোহাঞি বৰুৱাৰ জড়িয়তে মৃতকৰ ল'ৰা-ছোৱালীলৈ সমবেদনা জনাইছিল আৰু বৰুৱাৰ ঘাট-মাউৰা ল'ৰা-ছোৱালী তিনটিৰ পোহ-পাল আৰু শিক্ষাৰ কাৰণে তেজপুৰৰ উক্ত অনাৰেবোল গোহাঞি বৰুৱা, শ্ৰীযুত যোগেন্দ্ৰনাথ বৰুৱা এম-এ, বি-এল মুন্‌চিফ প্ৰভৃতি বন্ধুৰ যত্নত যি পুঁজি খোলা হৈছিল তাতো ৰজাবাহাদুৰে ১০০৲ টকা চাঁদা পেলাইছিল। ৺বৰুৱাদেৱ থকা কালিত তেজপুৰৰ সমাজৰ

অৱস্থা বৰ ভাল আছিল। অসমীয়া মুন্‌চিফ শ্ৰীযুত ৰাধানাথ ফুকন এম্. এ, বি. এল. আৰু শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী তেতিয়া তেজপুৰত। অনাৰেবোল পদ্মনাথ গোহাঞিবৰুৱা তেতিয়া অ-ভা-উ-সা সভাৰ সম্পাদক। সভাৰ প্ৰকাণ্ড নামঘৰ চাৰি হাজাৰ টকা খৰছ কৰি তেতিয়াই সজোৱা হয়। সেই নামঘৰতে "বাণথিয়েটাৰ ষ্টেজ" খুলিবৰ প্ৰস্তাৱ হয়। ইফালে লক্ষ্মীৰাম বৰুৱাই নিজৰ ঘৰতে গান-বাজনাৰ এখন টোল খুলি ডেকা ল'ৰাবিলাকক সঙ্গীত শিকাবলৈ ধৰিলে। "বাণ-ষ্টেজ" খোলাত তেওঁ তাত মিউজিক মাষ্টৰ বা সঙ্গীত-অধ্যাপক হ'ল। অলপ দিনৰ ভিতৰতে বৰুৱাৰ যত্ন আৰু স্বাৰ্থত্যাগৰ ফলত বাণ-থিয়েটাৰ পাৰ্টিয়ে সঙ্গীতত আশাতীত উন্নতি কৰি উঠিলে।

স্বৰ্গপাৰ্থত তেওঁ বাণ-থিয়েটাৰ ষ্টেজৰ সঙ্গীত-ধৰণী আছিল। বাণ-থিয়েটাৰৰ মিউজিক মাষ্টৰ বুলিয়েই তেওঁ গৱৰ্ণমেণ্টৰ ওচৰত আৰু অসমৰ বাহিৰেও আন আন ঠাইত পৰিচিত আছিল। বৰ সন্তোষৰ কথা যে, বাণ-থিয়েটাৰ পাৰ্টিয়ে তেওঁৰ গুণৰ মোল বুজি, তেওঁৰ কাৰ্যৰ শ্ৰেষ্ঠত্ব মানি, তেওঁৰ উপকাৰ স্বীকাৰ কৰি, তেওঁৰ সোৱঁৰণী যুগমীয়া কৰিবলৈ বাণ-থিয়েটাৰ ষ্টেজত লক্ষ্মীৰামৰ আদৰৰ নাটক সাহিত্যৰথী অনাৰেবোল পদ্মনাথ গোহাঞিবৰুৱা ৰচিত 'সাধনী'ৰ অভিনয় দি, তাৰ ধনেৰে তেওঁৰ হুবহু ছবি এটি ষ্টেজ হলত ৰাখিবলৈ দিহা কৰিলে। সেই বাবে বাণ-থিয়েটাৰৰ সভ্যসকল শতবাৰ ধন্য। ই সিবিলাকৰ প্ৰকৃত "বীৰপূজা"। সভ্যজগতত ইয়াতকৈ সভ্যোচিত কাম আৰু কি আছে। "বীৰপূজা" বহুতে কৰে, কিন্তু সেই উৎসৱৰ ৰাতিৰ সুবক্তা মাননীয় শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াই কোৱা কথাৰেই কওঁ যে, "কেৰাণীৰ বীৰত্ব পূজা" তেজপুৰত এই নতুন দেখিলোঁ,—ই অকল অসমত নতুন নহয়, ই ভাৰতত নতুন।

তেজপুৰত থাকোতেই বৰুৱাদেৱৰ ওপৰত গৱৰ্ণমেণ্টৰ সুদৃষ্টি পৰে। 'পূৰ্ববঙ্গ আৰু অসম' প্ৰদেশৰ স্কুল-ইন্‌স্পেক্‌ট্ৰেচ্ মিচ্ গেৰেটে বৰুৱাদেৱক '*Teachers' Manual*' নামে গানৰ কিতাপৰ

ৰচনাত লগায়। তাৰ বহুত গানৰ অসমীয়া, বঙালী আৰু ইংৰাজী *notation* ঠিক কৰি দি লক্ষ্মীৰাম বৰুৱাই গৱৰ্ণমেণ্টক বিস্তৰ সহায় কৰিছিল। তাৰ পাচত মিচ্‌ গেৰেটে তেওঁক উপযুক্ত বঁটা আৰু দৰ্মহাত অসম আৰু বঙ্গদেশৰ স্কুলবোৰত গান শিকাবলৈ বিশেষ কামত নিযুক্ত কৰিবলৈ যো-জা কৰিছিল। ইতিমধ্যে সম্ৰাট পঞ্চম জৰ্জৰ ৰাজ্যাভিষেকত অসম-বঙ্গৰ ৰাজনৈতিক সালসলনি ঘটাত সেই কাৰ্য হৈ নুঠিল যদিও, বৰুৱাদেৱৰ সঙ্গীতশাস্ত্ৰ-জ্ঞান এনেকৈ আদৃত হোৱাটো অসমীয়াৰ পক্ষে গৌৰৱৰ কথা। তেজপুৰত থাকোঁতেই অনাৰেবোল পদ্মনাথ গোহাঞিবৰুৱা, শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰাধানাথ ফুকন আৰু শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱৰ উৎসাহ আৰু উদ্যোগত তেখেতে 'সঙ্গীত-কোষ' আৰু 'সঙ্গীত-সাধনা' প্ৰকাশ কৰিলে। এই দুখন কিতাপে অসমীয়া সাহিত্যত কি যুগান্তৰ ঘটালে, তাক ক'বলৈ গ'লে বহুত। তাৰ পাচত, ৺বৰুৱাই এখন লয়ভঙ্গী (notation) লিখিবলৈ হাতত লৈছিল ; দুখৰ বিষয়, সেই কিতাপ লিখা শেষ ন'হল। আৰু, 'বীণাপাণি' নামেৰে এখন অসমীয়া গানৰ মাহিলী কাকত চলাবলৈ গৱৰ্ণমেণ্টৰ অনুমতি আদি লৈ থোৱাতেই থাকিল। তেওঁৰ অকাল-বিয়োগে অসমৰ আৰু অসমীয়া সাহিত্যৰ পূৰাব নোৱাৰা ক্ষতি কৰিলে। তেওঁৰ যিমান কৰিলে তাৰ তিনি ভাগ্ কৰিবলৈ বাকী থাকিল। অসমীয়া সঙ্গীতক তেওঁ পুনৰ্জীৱন দি যেনেকৈ ঠন্ ধৰাই আনিছিল আৰু দহ বছৰ তেওঁ বেহেলাৰ তান অসমীয়াই শুনিবলৈ পোৱা হ'লে, নিশ্চয় অসমীয়া সঙ্গীতৰ অভাৱ গুচিলহেঁতেন। তথাপি, তেওঁ যি কৰি গ'ল তাৰ বাবে অসমীয়া চিৰকাল তেওঁৰ ওচৰত কৃতজ্ঞ থাকিব লাগিব। অসমীয়া সঙ্গীত-সাহিত্যত তেওঁ অমৰ। অসমীয়া ভাষা-সাহিত্যত তেওঁৰ ঠাই দেশ পূজ্য ৺হেমচন্দ্ৰ বৰুৱাৰ লগত।

৺লক্ষ্মীনাথ বৰুৱাৰ সঙ্গীত-বিদ্যা শিক্ষাৰ ঠাই চিলঙেই। গুৰুচৰণ বাবুৱে তেওঁক জয়জয়তে বেহেলা এখন কিনি দি কৈছিল, "ইয়াৰ সলনি মোক এচিচা লেভেণ্ডাৰ দিৱা ;" লক্ষ্মীৰামে লেভেণ্ডাৰ এচিচা গুৰুচৰণ

বাবুক দি ক'লে, "এই চিচা লেভেণ্ডাৰৰ যেনে গোন্ধ, তেনেকৈ মোৰ বেহেলাৰ গোন্ধ যেন অসম দেশৰ চাৰিওফালে বিস্তাৰিত হৈ যায়।"— সুখৰ কথা, তেওঁৰ বেহেলাৰ সুৰৰ সুললিত গোন্ধো গোটেই অসমত আমোলিত হোৱাৰ উপৰিও, ভাৰতৰ পূৰ্ব প্ৰান্ত শদিয়াৰপৰা পশ্চিম প্ৰান্ত বোম্বাইলৈকে ব্যাপি শেহত বিলাত পাইছিলগৈ। বঙ্গবালা সৰস্বতী সত্যবালা দেৱীয়ে বোম্বাইৰ 'All India Academy of Music' ৰপৰা তেওঁৰ Associate (এ. আই. এ. এম. এ.) খিতাপ দি ডিপ্লোমা দিছিল।

সঙ্গীত স্বৰ্গীয় বস্তু। আজি সেই সঙ্গীতৰ ওজা ৺লক্ষ্মীৰামো স্বৰ্গী হৈছে।

# দেশপ্ৰাণ নবীনচন্দ্ৰ বৰদলৈ

কামৰূপ জিলাৰ উত্তৰ-গুৱাহাটীত, ১৭৯৭ শকৰ ১৩ কাতি, ভ্ৰাতৃ-দ্বিতীয়া তিথিত, নবীনচন্দ্ৰৰ জন্ম হয়। তেওঁ স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈ ৰায়বাহাদুৰ আৰু তেওঁৰ প্ৰথমা ভাৰ্যা সোমেশ্বৰী দেৱীৰ দ্বিতীয় পুত্ৰ।

নবীনচন্দ্ৰ সৰুৰেপৰা বৰ মৰমিয়াল আৰু ন্যায়পৰায়ণ স্বভাৱৰ ল'ৰা আছিল। কাৰো লগত তেওঁ হাই-কাজিয়া নকৰিছিল। দুখীয়া দৰিদ্ৰক আৰু বিপদগ্ৰস্তক সহায় কৰা আৰু নিজে নেখাই আনক খুউৱা বিধৰ আছিল তেওঁৰ স্বভাৱ। ল'ৰাকাল ডোখৰত দেউতাক আন ঠাইত চৰকাৰী কামত থকাত, ভালেমান দিন তেওঁ তেওঁলোকৰ পুৰণি ঘৰ উত্তৰ গুৱাহাটীত কটায়। পাচত, দেউতাকৰ কৰ্মস্থল তেজপুৰলৈ আহি, তেজপুৰ হাইস্কুলৰপৰাই তেওঁ এণ্ট্ৰেঞ্চ পৰীক্ষা পাচ কৰে। খেল-ধেমালিতো তেওঁ বৰ পাকৈত খেলুৱৈ আছিল। ঘোঁৰাত উঠা, সাঁতোৰা, নাওঁ বোৱা, চিকাৰ কৰা সকলোতে তেওঁ পাৰ্গত আছিল। তাৰ পাচত, তেওঁ কলেজত পঢ়ি খ্ৰীঃ ১৮৯৪ চনত কলিকতাৰ চেণ্টজেভিয়াৰ কলেজৰপৰা এফ. এ. আৰু ১৮৯৮ চনত প্ৰেচিডেন্সি কলেজৰ পৰা সুখ্যাতিৰে বি. এ. পৰীক্ষা পাচ কৰে। ১৮৯০ চনত তেওঁ ৰিপণ কলেজৰপৰা বি. এল পৰীক্ষা পাচ কৰি, গুৱাহাটীলৈ আহি, ওকালতি আৰম্ভ কৰে। ওকালতিত নবীন বৰদলৈয়ে সুনাম আৰু প্ৰচুৰ অৰ্থ উপাৰ্জন কৰে। এই সময়তে তেওঁক গৱৰ্ণমেণ্টে মাজিষ্ট্ৰেটৰ কাম যাচিছিল, কিন্তু তেওঁ স্বাধীনতাত আঘাত লাগে বুলি সেই পদ প্ৰত্যাখ্যান কৰে। গুৱাহাটীত বছৰচেৰেক ওকালতি কৰাৰ পাচত, ১৯০৮ চনৰপৰা ১৯১৮ চনলৈকে নবীনচন্দ্ৰ বৰদলৈদেৱে কলিকতা হাই-কোৰ্টৰ এড্‌ভোকেট হৈ কলিকতাত ওকালতি কৰেগৈ। কলিকতাৰ

ওকালতি কৰা কাল ডোখৰতো তেওঁ যথেষ্ট ধন আৰু সুখ্যাতি অৰ্জন কৰিছিল। ইং ১৯১৮ চনত মাতৃৰ নৰিয়াৰ বাবে গুৱাহাটীলৈ উলটি আহি, তেওঁ মাতৃৰ সেৱাত আত্মনিয়োগ কৰে। আৰু মাতৃৰ মৃত্যুৰ পাচত, কলিকতালৈ নগৈ, তেওঁ গুৱাহাটীতে থাকি, আকৌ গুৱাহাটীতে নিগাজীকৈ ওকালতি আৰম্ভ কৰে।

নবীনচন্দ্ৰ বৰদলৈদেৱে উজনিৰ চাহ-খেতিয়ক ৺মালভোগ বৰুৱাৰ কন্যা শ্ৰীযুতা হেমন্তকুমাৰী দেবীক বিয়া কৰায়। তেওঁৰ চাৰিটি সন্তান হয়। প্ৰথমা কন্যা এই লিখিকা (শ্ৰীমতী নলিনী দেবী)। দ্বিতীয়া কন্যা ৺মৃণালিনী দেবী; প্ৰথম পুত্ৰ ৺উমেশচন্দ্ৰ বৰদলৈ এম,-বি; মুমলীয়া পুত্ৰ শ্ৰীমান্ অপূৰ্বচন্দ্ৰ বৰদলৈ ইন্‌জিনিয়াৰ (লণ্ডন)। নবীনচন্দ্ৰ বৰদলৈদেৱে জীৱিতাৱস্থাত কেইবাটিও শোকৰ আঘাত পায়ঃ—তেওঁৰ প্ৰথমা কন্যা এই লিখিকা বিধৱা হয়; তেওঁৰ কনিষ্ঠা কন্যা মৃণালিনীৰ অকাল-মৃত্যু হয়; আৰু তেওঁৰ জীয়েকৰ সৰু ল'ৰা মুমলীয়া নাতি ৺পুতলিৰ অকাল-মৃত্যু হয়। নবীনচন্দ্ৰ বৰদলৈদেৱে যদিও প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিছিল, তথাপি তেওঁ বদান্যতা গুণৰ কাৰণে সদায় ঋণগ্ৰস্ত আছিল।

গুৱাহাটীত থকা কালত নবীনচন্দ্ৰ বৰদলৈদেৱে গুৱাহাটী সমাজৰ মুখপাত স্বৰূপ আছিল। সকলোৰে বিপদ আপদত দেহে-কেহে তেওঁ সহায় কৰিছিল; তেওঁ অত্যাচাৰীক দমন আৰু দুখীয়াক পুতৌ কৰি নানা উপায়েৰে সিবিলাকৰ অভাৱ-অভিযোগ গুচাবৰ চেষ্টা কৰিছিল। তেওঁ ৰোগীক ঔষধ দি, বিপন্নক আশ্ৰয় দি, শোকাতুৰক শান্তনা দি সকলোৰে শ্ৰদ্ধা আৰু সন্মানৰ পাত্ৰ হব পাৰিছিল।

গুৱাহাটীৰ উজান বজাৰত থিয়েটাৰ হল, কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ মাটি দান, পূজা ঘৰ, ক্লাব, গুৱাহাটীত কটন কলেজ স্থাপনৰ আলোচনাত, আৰ্ল-ল-কলেজ স্থাপনৰ আন্দোলনত তেওঁ প্ৰধান উদ্যোগী আৰু কৰ্মী আছিল। আৰ্ল-ল-কলেজৰ স্কীমখন বৰদলৈয়ে তৈয়াৰ কৰিছিল। কিছুমান দিন তাত তেওঁ অধ্যাপকতাও কৰিছিল। কটন কলেজৰ ভূতপূৰ্ব

মেনেজিং কমিটীৰ তেওঁ মেম্বৰ আছিল। উক্ত দুয়োখন কলেজৰ উন্নতিৰ অৰ্থে তেওঁ সদায় চেষ্টা কৰিছিল।

উত্তৰ-গুৱাহাটীত ইংৰাজী স্কুলৰ অভাৱত, ধুমুহা বতাহত নৈ পাৰ হৈ স্কুলীয়া ল'ৰা গুৱাহাটীলৈ পঢ়িবলৈ আহিব লগাত, বছৰি প্ৰায় নাও বুৰি ছাত্ৰৰ প্ৰাণ নাশ হৈছিল। সেই অভাৱ দূৰ কৰি উত্তৰ-গুৱাহাটীত "কমলদেৱ ইনষ্টিটিউচন" স্থাপিত কৰায় নবীন বৰদলৈয়ে। নবীন বৰদলৈৰ আপ্ৰাণ চেষ্টাৰ ফলত উদাৰহৃদয় পূজ্যপাদ শ্ৰীশ্ৰীআউনী আটীয়া সত্ৰাধিকাৰ মহাপ্ৰভু কমলদেৱ গোস্বামীৰ মহান্ দানেৰে স্কুলটি স্থাপন কৰা হয়। প্ৰভুৱে স্কুল স্থাপনাৰ্থে ১০০০০৲ টকা দান দিয়ে। উত্তৰ-গুৱাহাটীত বৰদলৈদেৱে ৰাইজৰ সেৱাৰ অৰ্থে নিজৰ মাটি দি "আনন্দ লাইব্ৰেৰী" স্থাপন কৰি উক্ত লাইব্ৰেৰীত নিজৰ প্ৰচুৰ বহুমূলীয়া কিতাপ দান কৰে। পূজা-ঘৰ আৰু থিয়েটাৰ হলৰ কাৰণেও তেওঁ মাটি দান কৰে। উত্তৰ-গুৱাহাটীত তেও "কৈবৰ্ত সন্মিলনী" পাতি কৈবৰ্তসকলৰ উন্নতিৰ অৰ্থে নিজে টকা ধাৰলৈ দিয়ে।

নবীনচন্দ্ৰ বৰদলৈদেৱৰ স্বদেশানুৰাগী মন চিৰকাল দেশৰ সেৱাত নিয়োগ কৰা হৈছিল। তেওঁৰ পৰিশ্ৰমৰ ফলত অসমত 'শিল্প সমিতি', 'সেৱক সঙ্ঘ', 'খাদ্দি প্ৰতিষ্ঠান', 'কৈবৰ্ত সন্মিলনী', 'কৃষ্ণ সন্মিলনী', 'স্বদেশ প্ৰচলন', 'স্ত্ৰীশিক্ষা', 'অস্পৃশ্যতা বৰ্জন' প্ৰভৃতি ভালেমান সদানুষ্ঠান প্ৰতিষ্ঠিত হৈছিল।

খ্ৰীঃ ১৯০৩ চনত স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱা, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, ৰায়বাহাদুৰ জগন্নাথ বৰুৱা বি-এ ডাঙৰীয়াসকলৰ যত্নত অসমৰ সৰ্বপ্ৰধান জাতীয় অনুষ্ঠান "অসম এচোচিয়েচন" প্ৰতিষ্ঠা কৰা হয়। নবীনচন্দ্ৰ বৰদলৈদেৱে শিক্ষা সাং কৰি আহিয়েই "অসম এচোচিয়েচন"ত যোগ দিয়ে। আৰু, ১৯১৪ চনৰ ডিব্ৰুগড় অধিবেশনত তেওঁ সভাপতি নিৰ্বাচিত হয়। আৰু স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পাচত, অক্লান্তকৰ্মী চন্দ্ৰনাথ শৰ্মা বি-এল, নবীনচন্দ্ৰ বৰদলৈ এই অনুষ্ঠানৰ প্ৰাণ-স্বৰূপ হৈ উঠে; আৰু দুয়ো তাৰ উন্নতিৰ অৰ্থে অহোপুৰুষাৰ্থ কৰে।

আৰু, এই অনুষ্ঠানৰ যোগেই মণ্টেগু-চেমচ্‌ফোৰ্ড ডেপুটেচনলৈ অন্যান্য সহযোগীসকলৰে সৈতে কলিকতাত ৰিফৰ্ম কমিটীৰ আগত তেওঁ সাক্ষ্য দিবলৈ গৈছিল। ১৯১৪ চনত, মহাসমৰৰ অন্তত, ভাৰত গৱৰ্ণমেণ্টৰ নৰম ডিচপাচ মতে অসমক শাসন সংস্কাৰৰপৰা বাদ দি থোৱাত অসমবাসীৰ মনত মহা বিক্ষোভৰ সৃষ্টি হৈ জাতীয় আন্দোলন হয়। 'অসম এচোচিয়েচন'ৰ নবীন-প্ৰবীন কৰ্মীসকলে একো উপায় নেপাই অসমৰপৰা প্ৰতিনিধি পঠিয়াবলৈ স্থিৰ কৰে। বিলাতৰ জইণ্ট পাৰ্লেমেণ্টৰ কমিটীত এই আন্দোলনৰ প্ৰতিকাৰাৰ্থে অসম এচোচিয়েচনৰ প্ৰতিনিধিৰূপে নবীনচন্দ্ৰ বৰদলৈদেৱক, সহকাৰী প্ৰসন্নকুমাৰ বৰুৱাক লগত দি, বিলাতলৈ পঠোৱা হয়। সেই বিলাতযাত্ৰাৰ ব্যয়বহুল খৰছ দেশপ্ৰাণ ৺চন্দ্ৰনাথ শৰ্মাৰ কঠোৰ পৰিশ্ৰম আৰু অক্লান্ত চেষ্টাত সোনকালেই সংগৃহীত হয়। প্ৰতিনিধিদ্বয়ে বিলাত পাই, পিচদিনাই "অসম এচোচিয়েচন"ৰ মতামত উক্ত কমিটীত দাখিল কৰে। ভাৰতবৰ্ষৰ হৈ আন আন প্ৰদেশৰ দৰে ভাৰত গবৰ্ণমেণ্টৰ "নৰম ডিস্পাচ" খনৰ সমালোচনাৰ এখন লিখিত জবানবন্দী দিবলৈ তেওঁলোকে অনুমতি পালে। এই জবানবন্দীত অসমে কংগ্ৰেছৰ দাবী অনুসৰণ কৰি আন আন প্ৰদেশৰ লগত লগ লাগেহি। কিন্তু, জইণ্ট পাৰ্লিয়ামেণ্টৰী কমিটীত মণ্টেগু চাহাবে, "চেক্ৰেটৰী অৱ ষ্টেট ফৰ ইণ্ডিয়া" হিচাপে, তেওঁলোকৰ সাক্ষ্যৰ এটা সমালোচনা কৰি, অসমৰ দাবী মঞ্জুৰ কৰিব নোৱাৰে বুলি সমিধান দিলে; প্ৰতিনিধিদ্বয় বিমোৰত পৰি মণ্টেগু চাহাবক ভিতৰুৱাকৈ সাক্ষাৎ কৰিবলৈ জনালে। আৰু, মণ্টেগু চাহাবৰ সাক্ষাৎ পাই, প্ৰতিনিধিদ্বয়ে দৃঢ়তাৰে আৰু নিৰ্ভীকভাৱে যুক্তি দেখুৱাই মণ্টেগু চাহাবৰ লগত তীব্ৰ প্ৰতিবাদ কৰি চেক্ৰেটৰী অৱ ষ্টেট ফৰ ইণ্ডিয়া মহামান্য মণ্টেগু চাহাবক অসমকো শাসন সংস্কাৰৰ অন্তৰ্ভুক্ত কৰিবলৈ সন্মত কৰালে। পিচদিনা সমগ্ৰ ভাৰতবৰ্ষৰ লগত নিচলা অসমেও সমান শাৰীত ঠাই এডুখৰি পাই ভাৰতবৰ্ষৰ শাসন সংস্কাৰৰ অন্তভুক্ত হল। তাৰ পাচত, বিজয়ী প্ৰতিনিধিদ্বয় বিজয়-গৰ্বেৰে মাতৃভূমিলৈ উলটি আহিল। ইপিনে ভাৰত জুৰি শাসন সংস্কাৰ

নেলাগে বুলি অসহযোগিতাৰ আন্দোলন জাগি উঠিল। কংগ্ৰেছে আগৰ নিয়ম এৰি ৰাজনীতিমূলক জাতীয় অনুষ্ঠানৰ পদ্ধতি ললে। ৰাষ্ট্ৰগুৰু মহাত্মা গান্ধীয়ে ভাৰত-আন্দোলনৰ গুৰি ধৰিলে।

খ্ৰীঃ ১৯২০ চনত, নাগপুৰ কংগ্ৰেছত, নবীনচন্দ্ৰ বৰদলৈদেৱে মহাত্মা গান্ধীৰ আদেশ মতে ৰঙ্গস্বামী আয়ঙ্গাৰৰ সহকাৰী হৈ কংগ্ৰেছৰ নতুন নিয়মাৱলীখন মছাবিদা কৰাত সহায় কৰে। সেই আঁচনি আজিলৈকে অপৰিৱৰ্ত্তিত অৱস্থাত আছে। ১৯২১ চনৰ এপ্ৰিল মাহত অসহযোগ আন্দোলনত প্ৰধান জন নায়ক হিচাপে অসমত উক্ত আন্দোলন জগাই তোলে প্ৰথমে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে। দুয়োজনে ওকালতি ত্যাগ কৰি, দেশসেৱাত ব্ৰতী হৈ আন্দোলন প্ৰচাৰ কৰে। তাৰ পাচত, আন আন দেশকৰ্মীসকলেও ওকালতি ত্যাগ কৰি কলেজ-স্কুল বৰ্জন কৰি যোগ দি, অসমৰ সদৌ জিলাত উক্ত আন্দোলন প্ৰচাৰ কৰে। ১৯২১ চনৰ অক্টোবৰ মাহত, দেশভক্ত তৰুণৰাম ফুকন-দেৱেও যোগ দিয়ে। আৰু, দিনে দিনে অসমত আন্দোলন প্ৰৱলতৰ হৈ উঠে। গৱৰ্ণমেণ্টে আন্দোলনৰ সফলতা দেখি, আইন-অমান্য অভিযোগত দেশকৰ্মীসকলক অনুৰোধ কৰে। প্ৰথমতে নবীনচন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকন দেৱৰ কাৰাবাস হয়। উক্ত দণ্ডত বৰদলৈদেৱৰ ডেৰ বছৰ বিনা-শ্ৰমৰ ফাটেক হয়। সদৌশেহত, সিবিলাকৰ অনুবৰ্ত্তিস্বৰূপে অপৰাপৰ দেশকৰ্মীসকলেও কাৰাবৰণ কৰে।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে তেওঁৰ সাহিত্যিক প্ৰতিভা বিকাশ কৰিবলৈকো সুবিধা পায় ৰাজনৈতিক ক্ষেত্ৰৰ ভিতৰতে, দীঘলীয়া কাৰাবাসৰ ভিতৰতে তেওঁ সৰু-সুৰা ছখন গ্ৰন্থ লিখে। তাৰ ভিতৰত "কৃষ্ণ-লীলা" নাটক প্ৰমুখ্যে খনদিয়েক ছপা হৈ ৰাইজৰ আগলৈ ওলাইছে বাকী চাৰিখন অপ্ৰকাশিত অৱস্থাতে আছে। নবীন বৰদলৈয়ে ছাত্ৰ অৱস্থাৰপৰাই সাহিত্যসেৱা কৰি আহিছিল। 'জোনাকী-বিজুলী-উষা যুগ' ৰেপৰা তেওঁৰ গুৱলা সঙ্গীত, কৱিতা, প্ৰবন্ধ আদি তাহানিৰ 'জোনাকী', 'বিজুলী', 'উষা' 'বাঁহী', 'আলোচনী', 'আসাম

বান্ধৱ' আদি অসমীয়া কাকতত প্ৰকাশিত হৈছিল। তেওঁৰ জাতীয় সঙ্গীত 'শ্যাম বৰণীয়া অসম আই ধুনীয়া', 'ডেকা গাভৰুৰ দল' আদি প্ৰখ্যাত জাতীয় সঙ্গীতে দেশত নৱ উদ্দীপনা জগাই তুলিছিল। গুৱাহাটীত ওকালতি কৰি থাকোতেও তেওঁ 'গৃহলক্ষ্মী' নামৰ নাটক এখন লিখে। তেওঁ নিজে সঙ্গীতজ্ঞ আৰু সুগায়ক আছিল। তেওঁৰ কবিপ্ৰাণ আৰু সাহিত্যিক ভাবৰ প্ৰৱল হিয়াৰ আবেগ প্ৰত্যেক কথাত ফুটি ওলাইছিল। তেওঁ বিশ্ৰামবিহীন ৰাজনৈতিক জীৱনৰ মাজতো আজৰিৰ সময়কণ সাহিত্য চৰ্চা, সঙ্গীত চৰ্চা আদিত কটাইছিল। কাৰাবাসৰ ভিতৰতে তেওঁ উৰ্দ্দু পঢ়িছিল। আৰু উৰ্দ্দু "হাতেম তাই"ৰ ভাঙনী অসমীয়ালৈ লিখে। তেওঁৰ পিতৃদেৱ ৺মাধৱচন্দ্ৰ বৰদলৈ ৰায়বাহাদুৰ পৰলোক হোৱাৰ পাচৰপৰা নবীনচন্দ্ৰ বৰদলৈদেৱে বছৰচাৰেক সাহিত্যিক পেঞ্চনাৰ গোহাঞিবৰুৱা ডাঙৰীয়াৰ লগত এণ্ট্ৰেঞ্চ আৰু এফ-এ মহলাৰ অসমীয়া বিষয়ত যুটীয়া প্ৰশ্নকাৰ আৰু পৰীক্ষকৰ বিষয়-বাব বহন কৰিছিল। খ্ৰীঃ ১৯২৫ চনত কংগ্ৰেছে কাউন্সিল গ্ৰহণ কৰাত, নবীনচন্দ্ৰ বৰদলৈদেৱ কাউন্সিলৰ দলপতি হিচাপে অসম কাউন্সিলৰ কামত ব্ৰতী হয়। অসম কাউন্সিলতো তেওঁ নিৰ্ভীক-ভাৱে নিজৰ মতামত জনাই দেশৰ উন্নতিৰ হকে অক্লান্তভাৱে যুঁজ কৰিছিল; আৰু কেইবাবাৰো বিপক্ষক পৰাজিত কৰি সফলকাম হৈ তেওঁ দেশৰ উন্নতি সাধিছিল। এই সময়তে তেওঁক গৱৰ্ণমেণ্টে দুবাৰো মন্ত্ৰী পদ যাচে; কিন্তু বৰদলৈয়ে প্ৰত্যাখ্যান কৰে।

খ্ৰীঃ ১৯২৬ চনত ভাৰতৰ জাতীয় মহাসভা কংগ্ৰেছক ৺দেশপ্ৰাণ ৰোহিণী কান্ত হাতীবৰুৱাদেৱে নিমন্ত্ৰণ কৰিছিল। সেই বিষয়ত আন আন নেতাসকলৰ অমত আছিল; কিন্তু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে সম্পূৰ্ণ সহানুভূতিৰে সমৰ্থন কৰি অসমলৈ কংগ্ৰেছ আহ্বান কৰাত হাতী-বৰুৱাদেৱক সহায় কৰে। জাতীয় শিল্পৰ প্ৰদৰ্শনী, অসমৰ স্বদেশপ্ৰীতি, কংগ্ৰেছৰ বিৰাট মণ্ডপ, ডেলিগেটৰ জিৰণি-বহা আসন, বাট-চৰা সকলো অসম জাত কপাহেৰে অসমৰ নগাঁৱৰ তৈয়াৰী, খদ্দৰেৰে সৈতে সজোৱা

মণ্ডপ এইবোৰত ভাৰতৰ সকলো প্ৰদেশতকৈ অসম দেশ বেচি কৃতকাৰ্য হয়। মহাত্মা গান্ধীয়ে আৰু কৃষ্ণদাসে নবীনচন্দ্ৰ বৰদলৈৰ অসম-বিষয়ক অভিজ্ঞতা দেখি তবধ মানে। কাৰণ, অসমৰ সৰ্বপ্ৰকাৰ অভাৱ অভিযোগ বৰদলৈৰ কণ্ঠস্থ আছিল। পৰিণামত কংগ্ৰেছৰ ব্যয়বহুল কাৰ্যত নবীন বৰদলৈ আৰু ফুকন দেশনেতাদ্বয়ৰ ঋণজালত বহুমূলীয়া সম্পত্তি নিলাম হয়; আৰু ৰোহিণী হাতী বৰুৱাদেৱ দেৱলীয়া হব লগীয়া হয়।

ইং ১৯৩৪ চনত ভাৰত-গৱৰ্ণৰ-জেনেৰেলৰ ইণ্ডিয়া লেজিচলেটীভ এচেমব্লিৰ সদস্য নিৰ্বাচনৰ কাৰণে অসমৰ অন্যতম দলৰ নেতা দেশভক্ত তৰুণৰাম ফুকন কংগ্ৰেছ দলৰ নবীনচন্দ্ৰ বৰদলৈৰ প্ৰতিদ্বন্দী আছিল। সেই নিৰ্বাচন-ৰণত ফুকন চাহাবক পৰাজিত কৰি নবীনচন্দ্ৰ বৰদলৈ ব্যৱস্থা পৰিষদলৈ মেম্বৰ হৈ যায়। এচেম্‌ব্লি মহাসভাত নবীনচন্দ্ৰ বৰদলৈদেৱে অকলশৰে ডেৰ বছৰ কাল অসম দেশৰ মঙ্গলৰ অৰ্থে গৱৰ্ণমেণ্টৰ লগত তৰ্ক প্ৰতিযোগিতাত জয়ী হৈ, নিজৰ উজ্জ্বল প্ৰতিভা, বিচক্ষণ বুদ্ধি, অসম নিৰ্ভীকতা, যুক্তিপূৰ্ণ বাকশক্তিৰ পৰিচয় দি সমগ্ৰ দেশবাসীৰ আৰু ভাৰতৰ নেতৃমণ্ডলৰ শাৰীত থিয় হৈ, আদৰৰ পাত্ৰ হয়; আৰু সেই আপাহতে ব্যৱস্থা পৰিষদ নেতৃমণ্ডলীয়ে বৰদলৈদেৱক ভাৰত ব্যৱস্থাপক সভাৰ কাৰ্যকৰী সমিতিৰ সদস্য পাতে। আৰু, এই সময়তে গোটেই অসমে "কৰ্মবীৰ" উপাধিৰে ভূষিত কৰি নবীনচন্দ্ৰ বৰদলৈক অসমৰ প্ৰধান নেতৃত্ব দি জননায়ক পদত অভিষিক্ত কৰে।

গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰম্যান হৈ নবীনচন্দ্ৰ বৰদলৈদেৱে কেইবা বছৰো কামৰূপৰ উন্নতি কৰিবলৈ সুবিধা পায়। কামৰূপ ডিভিজনৰ প্ৰত্যেক প্ৰাথমিক বিদ্যালয়, পকী নাদ, পুখুৰী, দলং, আস্পতাল, যাতায়াতৰ সুবিধা, পাহাৰ কাটি দুৰ্গম হাজো তীৰ্থৰ বাট সুগম কৰা, মৈমনচিঙ্গীয়া অত্যাচাৰৰ প্ৰতিবিধান কৰা আদি কাম নিজ চকুৰে চাই তেওঁ প্ৰতিকাৰ কৰিছিল।

নবীনচন্দ্ৰ বৰদলৈ যদিও আধুনিক উদাৰ ভাৱাপন্ন লোক আছিল,

তথাপি তেওঁ পুৰণি হিন্দু ঘৰৰ সংস্কৃতি সম্পূৰ্ণ ৰক্ষা কৰিছিল। বাৰ মাহত তেৰ পাৰ্বন তেওঁৰ ঘৰত প্ৰতিপালন কৰা হয়। গ্ৰহ-বিগ্ৰহ গোপালৰ নিত্য পূজা চলি আছে; অতিথি, অভ্যাগত আদি চিৰকাল বৰদলৈৰ ঘৰৰপৰা মুগুচে। হোম পাঠ, যাগ-যজ্ঞ, পূজা-পাৰ্বন সদায় চলি থাকে। নিজেও অতি ঈশ্বৰপৰায়ণ আৰু কৃষ্ণভক্ত আছিল। ঘোষা, কীৰ্তন, বৰগীত, গীতাপাঠ আৰু আৰতিত বৰদলৈৰ বৰ ৰাপ আছিল। নবীনচন্দ্ৰ ইমান ঈশ্বৰনিৰ্ভৰশীল আছিল যে, কাইলৈ কি হব সেই কথা তেওঁ কেতিয়াও নেভাবিছিল, ভগৱানে বিধান কৰিব এইদৰে কৈছিল। আৰু এটি তেওঁৰ প্ৰধান গুণ এই আছিল যে, তেওঁ যেতিয়াই যি সংকল্প কৰিছিল, সেইটো তৎক্ষণাত কৰিছিল, ভাল-বেয়া ফলাফললৈ দৃক্‌পাত নকৰিছিল। 'নিশ্চয় পাৰিম,' সদায় এইটো বিশ্বাস ৰাখি তেওঁ কাম কৰিছিল আৰু সৰহ ভাগতেই কৃতকাৰ্য হৈছিল।

গোটেই জীৱনত নিজলৈ নেচাই দান কৰোঁতে, দেশৰ জনহিতকৰ কাৰ্য কৰোঁতে নবীনচন্দ্ৰ বৰদলৈদেৱ জীৱনৰ শেহ কাল ডোখৰত ঋণগ্ৰস্ত হৈ পৰে। তথাপি, তালৈ তেওঁৰ ভ্ৰুক্ষেপ নাছিল। আৰু, শৰীৰৰ অসীম শক্তিৰ উদ্দীপনাত তেওঁৰ মনলৈ মৃত্যুৰ ভয় অহা নাছিল। কাৰাবাসতে মৃত্যু-ৰোগ বহুমূত্ৰই তেওঁৰ শৰীৰত ঠাই লয়; আৰু সেই ৰোগেই ক্ৰমে শৰীৰত অনাস্থাত অযত্নত বাঢ়িবলৈ চেলু পায়। ক্ৰমে ক্ৰমে অতৰ্কিতে শৰীৰত ঘুণে ধৰে। সদৌশেহত, শ্বিলঙলৈ নিজে মটৰ চলাই যাওঁতে মটৰ গাড়ী স্থানচ্যুত হৈ তেওঁ আঘাত পায়। সেই আঘাতেই ভীষণ মূৰ্তি ধৰি কৰ্মবীৰৰ কৰ্মময় জীৱনৰ অন্ত পেলায়। নৰিয়া-পাটীত পৰি এমাহ কাল তেওঁ জীৱনৰ সাধনা পূৰ্ণ কৰিলে। আগত কৃষ্ণমূৰ্তিৰ বেদী স্থাপনা কৰি, দিনে ৰাতিয়ে চকুৰ লোতকেৰে বুকু তিয়াই, মনৰ অহঙ্কাৰত ছাই দিবলৈ, জগতত দেশৰ দুখ-দুৰ্গতি দূৰ কৰিবলৈ তেওঁ আন্তৰিক প্ৰাৰ্থনা কৰিলে। গোটেই মাহেকত দেশৰ বাবে তেওঁ সহকৰ্মীসকলক নানা উপদেশ দিলে। জীৱনৰ শেহৰ তিনদিনৰ আগতে তেওঁ ব্যৱস্থা পৰিষদৰ সভাপতি নীলকণ্ঠ পাঞ্জেলৈ "অসম" নাম নসলাবলৈ অনুৰোধ

কৰি ঠোকাঠুকি মাতেৰে এখন শেষচিঠি লিখায়। ক্ৰমে কণ্ঠগত হৈ আছে। উদগ্ৰীৱ ৰাইজৰ শান্তনাৰ কাৰণে ডাক্তৰসকলে দৈনিক 'বুলেটীন' প্ৰচাৰ কৰিব লগীয়া হৈছিল। অন্তিমত ৰাইজক শেষবাৰৰ নিমিত্তে চাই লৈ, কৰ্মবীৰে মৃত্যুৰ কোলাত চিৰশয়ন কৰিলে। ব্যৱস্থা পৰিষদৰ নেতা ভুলাভাই দেশায়ে 'অসমৰ মুকুট বিহীন সম্ৰাট' উপাধিৰে বৰদলৈক অন্তিমত বিজয়ৰ অমৰ মুকুট পিন্ধাই ভূষিত কৰিলে।

শৱ-যাত্ৰা ঃ– গুৱাহাটী নগৰৰ দহ হাজাৰমান ৰাইজে আগত জাতীয় পতাকা লৈ শৱ-যাত্ৰী হৈ সংকীৰ্ত্তন কৰি নগৰ পৰিভ্ৰমণ কৰাই ৺নবীনচন্দ্ৰ বৰদলৈ কৰ্মবীৰৰ আত্মাৰ সন্মান দেখুৱাইছিল। গোটেই চহৰ জুৰি হৰতাল হৈছিল। পুৰনাৰীসকলে ফুল, আখৈ, আদি লৈ পুষ্পাঞ্জলি দিছিল। কৰ্ম্মবীৰৰ নশ্বৰ দেহা অশ্বক্ৰান্ত পাহাৰৰ বিষ্ণুপদত সংকাৰ কৰা হয়। সেই দিনা পাৰ-ঘাটৰ ফেৰি ষ্টিমাৰে ফ্ৰিকৈ দিনটো যাত্ৰী বহন কৰে। গোটেই ভাৰতৰ বহুলোকৰ শোকৰ সহানুভূতিপূৰ্ণ প্ৰায় ৫০০ টেলিগ্ৰামে কৰ্মবীৰ ৺নবীনচন্দ্ৰ বৰদলৈৰ অমৰ আত্মালৈ সন্মান জ্ঞাপন কৰে।

# দেশভক্ত তৰুণৰাম ফুকন

যি বুৰঞ্জীবিখ্যাত বংশত ৺হলিৰাম ঢেঁকিয়াল ফুকন, ৺আনন্দৰাম ঢেঁকিয়াল ফুকনৰ জন্ম হৈছিল, যি বংশৰ কেইবাজনো কৃতবিদ্যলোকে অসম আকাশৰ অন্ধকাৰ বিদূৰিত কৰিছিল, যি বংশৰ লোক আহোম ৰজাঘৰীয়া উচ্চ খিতাপ পোৱাৰ উপৰিও মৃগয়াবিদ্ বুলি জন-সমাজত পৰিচিত আছিল, সেই প্ৰখ্যাত বংশত, ১৭৯৯ শকাব্দৰ ৮ মাঘৰ দিনা তৰুণৰাম ফুকনে গুৱাহাটীৰ ভৰলুমুখ খণ্ডত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম ৺বলৰাম ফুকন। ইয়ান্দাবু সন্ধিৰ পাচত, অসম দেশ বৃটিচ্ গৱৰ্ণমেণ্টৰ হাতলৈ যাবৰ মূৰৈতে আঢ়ৈ কুৰি বছৰ হৈছিল। গতিকে, অসমীয়া সমাজৰ অসমীয়া আচাৰ-নীতি তেতিয়াৰ দিনৰ উন্নত পৰিয়াল এটাত সম্পুৰ্ণ পৰিৱৰ্তন বা সংস্কাৰ হোৱা নাছিল। এনে পৰিয়ালিক অৱস্থা আৰু পুৰুষানুক্ৰমিক প্ৰভাৱৰ মাজেদি তৰুণৰাম ফুকন লালিত-পালিত আৰু পৰিবৰ্দ্ধিত হৈছিল। ঘৰুৱা শিক্ষক আৰু অধ্যাপকৰ তলত সংস্কৃত চৰ্চাৰো ঘৰতে তৰুণৰাম ফুকনৰ সুযোগ ঘটিছিল। সময়ত গুৱাহাটী কটন-কলেজিয়েট্ স্কুলৰপৰা এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ তাৰ পাচত কলিকতাত প্ৰেচিডেঞ্চি কলেজত উচ্চ শিক্ষা লাভ কৰে। কিন্তু, সেই কলেজত বি-এ মহলালৈ অধ্যয়ন কৰি থাকোতে, বিলাতলৈ যাবলৈ সুযোগ ঘটি উঠাত, বিশ্ববিদ্যালয়ৰ ডিগ্ৰী-পৰীক্ষাৰ আশা এৰি দি, বাৰিষ্টাৰী পঢ়িবৰ মনেৰে তেওঁ লণ্ডনলৈ যাত্ৰা কৰে। গুৱালপাৰা জিলাৰ "মেছপাৰা ষ্টেটৰ" বিদ্যানুৰাগী জমিদাৰ ভোলানাথ চৌধুৰীৰ বদান্যতাত বিলাতৰপৰা মিঃ তৰুণৰাম ফুকনে বাৰিষ্টাৰ হৈ আহি কলিকতাৰ হাইকোৰ্টত ওকালতি আৰম্ভ কৰে। কলিকতাত থকা কাল ডোখৰত ছাত্ৰ অৱস্থাৰপৰা তৰুণৰাম ফুকনৰ বহুতো নামজ্বলা বিশিষ্ট পৰিয়ালৰ লগত বন্ধুতা আৰু ঘনিষ্ঠতা ঘটে; আৰু, আগলৈ যি এজন

পাৰ্গত আইনজ্ঞ আৰু সুচতুৰ আইন ব্যৱসায়ী পুৰুষ হব পাৰিব তাৰো সকলো লক্ষণ প্ৰকাশ পায়।

ছাত্ৰ অৱস্থাৰপৰাই তৰুণ ফুকনৰ বহুমুখী প্ৰতিভাৰ চিনাকি পোৱা গৈছিল। চাৰ চাদুল্লা চাহাবে লিখিছে যে, ছাত্ৰাৱস্থাত তৰুণ ফুকনে এদিনাখন গুৱাহাটীৰ কলেজিয়েট্ স্কুলত বঁটা-বিতৰণী সভাত ইংৰাজীত এনে সুন্দৰ বক্তৃতা দিছিল যে, তাৰপৰা ফুকন যে এজন আগলৈ বাগ্মী পুৰুষ হব পাৰিব তাক সুন্দৰকৈ বুজিব পৰা গৈছিল। শাৰীৰিক সৌন্দৰ্য আৰু সবলতাত তৰুণৰাম ফুকন ল'ৰা কালৰেপৰা এজন দেখনিয়াৰ লোক আছিল। ডেকা কালৰ তেওঁৰ প্ৰতিকৃতি দেখিলে, শৰীৰৰ সৌষ্ঠৱতাৰ গুণত তেওঁক কন্দৰ্পকুমাৰ নামে অভিহিত কৰিবলৈ কোনো জন কুণ্ঠিত নহব। ডেকা কালত ঘোঁৰাত উঠা বা ঘোঁৰা-চোৰাৰী হিচাপেও তেওঁ বৰ পাকৈত আছিল। আদহীয়া অৱস্থাতো সুন্দৰ আটিল শৰীৰ সদায় কাৰ্যক্ষম আৰু শক্তিপৰায়ণ বুলি ধাৰণা হৈছিল। মূৰৰ আন এটা নাম উত্তমাঙ্গ; আৰু প্ৰকৃততে এই অঙ্গত তৰুণৰাম ফুকনৰ উত্তম মস্তিষ্কৰ সম্পূৰ্ণ স্থালী থকা বুলি প্ৰমাণ পোৱা গৈছিল।

তৰুণৰাম ফুকন চাহাবে সাংসাৰিক জীৱনত ডিব্ৰুগড়ৰ স্বনামধন্য অসমীয়াৰ উচ্চ শ্ৰেণীৰ লোক ৰায়বাহাদুৰ পৰশুৰাম খাউন্দৰ তৃতীয়া কন্যা স্বৰ্গীয়া বিদ্যুৎপ্ৰভা দেৱীৰ পাণিগ্ৰহণ কৰি গাৰ্হস্থ্য ব্ৰতৰ সূচনা কৰে। গুৱাহাটীত তেতিয়া নৱ-পৰিণীতা বিদ্যুৎপ্ৰভা দেৱীক লগত লৈ ৰাজ-আলিত উলিয়াই ফুৰি ফুৰোঁতে, তেতিয়াৰ দিনৰ সংৰক্ষণশীল তৰপৰ কোনো কোনো অসমীয়া লোকে উচ্চ শ্ৰেণীৰ পৰিয়ালৰ ঘৰত ফুকনে ওৰণী প্ৰথা উৰাই দিলে বুলি কোৱা মেলা কৰিছিল। গাৰ্হস্থ্য ব্ৰতৰ ফল স্বৰূপে তেখেতৰ দুটি কন্যা আৰু দুটি পুত্ৰৰ জন্ম হয়। কিন্তু, প্ৰথমা কন্যা ৺প্ৰতিভা দেৱী আৰু তেওঁৰ উপযুক্ত স্বামী অসমীয়াৰ স্বদেশানুৰাগী চোকা বুদ্ধিৰ ডেকা ৺লক্ষ্মীধৰ শৰ্ম্মাৰ অকাল-মৃত্যু হয়। তাৰ পাচত, ফুকনৰ গুণসম্পন্না পত্নীৰো অকাল মৃত্যু ঘটে। বৰ্তমান তেওঁৰ দুটি পুত্ৰ আৰু এটি কন্যা জীৱিত। বৰটি শ্ৰীমান্ বলেন্দ্ৰৰাম ফুকন বি, এ,।

সাংসাৰিক অৱস্থাত ফুকন সদায় কাৰ্যতৎপৰ আছিল। পৰিয়ালৰ শোক, সামাজিক বিবাদ আৰু অন্যান্য সাংসাৰিক উপসৰ্গই তৰুণ ফুকনক সহজতে অভিভূত কৰিব পৰা নাছিল। তৰুণৰাম ফুকন বিখ্যাত মৃগয়াবিদ্ বা চিকাৰ-প্ৰিয় পুৰুষ আছিল। হাতী, বাঘ আদি বনৰীয়া জন্তু চিকাৰৰ বিষয়ে ভাবিলে আৰু দুটা প্ৰকাণ্ড হাতী দাঁত দুয়োফালে দুয়ো হাতে ধৰি থিয় দি থকা অৱস্থাৰ প্ৰতিকৃতি লক্ষ্য কৰিলে তৰুণৰাম ফুকন "মৃগয়াৰ বীৰ বা চিকাৰৰ কাল" আছিল বুলি সহজে কব পাৰি। সাংসাৰিক জীৱনত কলিকতাৰপৰা ওকালতি এৰি, গুৱাহাটীতে নিজা ঘৰত থাকি গোটেই অসম দেশৰ টান টান মোকৰ্দ্দমাবোৰত ফুকনে বাৰিষ্টাৰী কৰি জয় লাভ আৰু বিস্তৰ ধন উপাৰ্জন কৰিছিল। গুৱাহাটী আইন কলেজত তেওঁ ১৯১৪ চনৰপৰা, অসহযোগ আন্দোলনত যোগ দিয়াৰ পূৰ্বলৈকে, আইনৰ শিক্ষকতা কৰিছিল। তেওঁ গুৱালপাৰা মিউনিচিপালিটী আৰু লোকেল্‌বোৰ্ডত কেইবাবাৰো চেয়াৰমেন্ হৈ লোক-হিতকৰ কামবোৰ পৰিচালনা কৰিছিল। সোণাৰাম হাইস্কুলৰ মেনেজিং কমিটিৰ সভাপতি স্বৰূপে কাৰ্য কৰি মৃত্যুলৈকে তেওঁ সেই বিষয়-বাব লৈ আছিল। অসহযোগ আন্দোলনৰ পূৰ্বে অসম কাউন্সিলত সদস্য আছিল। ভাৰত-গৱৰ্ণৰ জেনেৰেলৰ ৰাজসভাত কংগ্ৰেছ বৰ্জনৰ আগলৈকে তেওঁ প্ৰতিনিধি আছিল। অসম এচোচিয়েচনৰ গুৱালপাৰা অধিবেশনত, ছাত্ৰ-সন্মিলনীৰ তেজপুৰ আৰু শিৱসাগৰত সমাৰোহেৰে পতা অধিবেশনত তৰুণৰাম ফুকনে সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। অসংখ্য সভা-সমিতিত, ছাত্ৰসকলৰে অনুষ্ঠান হওক, নাইবা যুবকবৃন্দৰ অনুষ্ঠান হওক, নাইবা বৃদ্ধসকলৰ অনুষ্ঠান হওক, সকলোতে তেওঁ যোগ দিছিল। মণ্টেগু চেম্‌চ্‌ফোৰ্ড ডেপুটেচনত তেৰোঁ এজন সদস্য আছিল।

পঞ্চশৰ উৰ্দ্ধে বৃদ্ধ বুলি ধৰিলেও, তৰুণৰাম সদায় তৰুণ কৰ্মোপযোগী বুলি ধাৰণা হৈছিল। তেওঁৰ মনত আনন্দ, কৰ্মত উৎসাহ, কাৰ্যত বুদ্ধি, ভোগ বিলাসত ৰতি, বসন-ভূষণত পৰিপাটি, বাক্যত মধুৰ, সমাজত জন-প্ৰিয়, তৰ্কত পাৰ্গত, আলাপত খুহুটীয়া ইত্যাদি আখ্যা দিলে বোধকৰো

বাহুল্য কোৱা নহব। ফুকনৰ উপস্থিতিত সকলো প্ৰকাৰ তমঃ বিদূৰিত হৈছিল; সিদিনা গুৱাহাটীত স্মৃতি সভাত মাননীয় প্ৰধান মন্ত্ৰী বৰদলৈ ডাঙৰীয়াই কোৱা ভাষাত কব পাৰি যে, য'ত ফুকনৰ উপস্থিতি বা যি ডোখৰ ঠাইত ফুকন থাকিব, তাত নিৰানন্দ থাকিব নোৱাৰে, নৈৰাশ্যৰ ভাৱ আহিব নোৱাৰে, অসঙ্গ বা অন্যায় কথাৰ আলোচনা হব নোৱাৰে।

ৰাজনৈতিক ক্ষেত্ৰত ফুকন এজন বিচক্ষণ লোক আছিল। অকল এয়ে নহয়, তেওঁ সৰ্ববাদীসম্মত প্ৰধান নেতা আছিল। যদিও তেওঁ কিছুকাল কংগ্ৰেছৰ লগত মতভেদ হোৱাত আঁতৰি আছিল, তথাপি ৰাষ্ট্ৰপতি-সুভাষ বসুৱে কোৱাৰ দৰে, নেতা হিচাপে তেওঁৰ সম্মান অকণো কমা নাছিল। সকলোৱে তেওঁক পুনৰ কংগ্ৰেছৰ নেতা হিচাপে পাবলৈ সতৃষ্ণ নয়নে বাট চাই আছিল। ভালেমান উচ্চমনা লোকে তেওঁক কংগ্ৰেছত যোগ দিবলৈ সানুনয়ে প্ৰাৰ্থনা জনাইছিল। শেহত তেওঁ তুনাই কংগ্ৰেছব্ৰতী হৈছিল। মহাত্মা গান্ধীয়ে ফুকন কংগ্ৰেছৰপৰা আঁতৰি থকা শুনি কৈছিল, বোলে, দেশভক্তই পুনৰায় কংগ্ৰেছক আঁকোৱালি ধৰিব; আৰু সঁচাকৈয়ে সেঁয়ে কাৰ্যত পৰিণত হৈছিল। খ্ৰীঃ ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰত আলহী আছিল; আৰু ফুকনৰ টোলত এখন বিৰাট সভা বহিছিল, যত প্ৰায় ২৫ হাজাৰ লোকৰ সমাগম হৈছিল। তাত ফুকনে মহাত্মাৰ বক্তৃতা ততাতৈয়াকৈ অসমীয়ালৈ অনুবাদ ক'ৰ লগে লগে বক্তৃতা দি গৈছিল। আৰু, এবেলি মহামতি এন্দ্ৰুজ চাহাবৰো আগমনত গুৱাহাটীত কানিবৰ্জন বিষয়ে দিয়া ইংৰাজী বক্তৃতাৰ লগে লগে অসমীয়াত সুন্দৰকৈ অনুবাদ কৰি ফুকনে কৈ গৈছিল। তেওঁৰ আনৰ বক্তৃতা ততালিকে অনুবাদ কৰি মাতৃভাষাত কোৱাৰ অতুল ক্ষমতা আছিল। "Young Indian" কাকতৰ ভাষাৰে বা মহাত্মা গান্ধীৰ ভাষাৰে কব লাগিলে "বাস্তৱিকতে তৰুণৰাম ফুকনৰ ক্ষমতা অদ্ভুত; মহাত্মাজীৰ বক্তৃতা শেষ হলেই তেওঁ অকণো চিন্তা নকৰি তৎক্ষণাৎ তাক হুবহু অসমীয়ালৈ ভাঙ্গি ৰাইজক কৈ যায়। আশ্চৰ্যৰ বিষয় এই যে, আচল বক্তৃতাৰ এটা কথাও অনুবাদত বাদ নপৰে।"

ফুকন যেতিয়া কংগ্ৰেছৰপৰা আঁতৰি ভাৰত-গৱৰ্ণৰ-জেনেৰেলৰ সভালৈ অসমৰ প্ৰতিনিধি স্বৰূপে নিৰ্বাচিত হব খুজিছিল, সেই সময়ত অসমত দুই শ্ৰেণীৰ লোকৰ দুটি দলৰ উদ্ভৱ হয়। এদল কংগ্ৰেছ-সেবী; আন দল জাতীয়তাবাদী আৰু সেই দলৰ প্ৰতিষ্ঠাতা পণ্ডিত মদনমোহন মালব্য। কোনো কাৰণত, যি দেশভক্ত ফুকনে অসমত কংগ্ৰেছৰ কাৰণে ইমান নিৰ্যাতন সহিছিল, সেই ফুকন জাতীয়তাবাদীৰ পক্ষপাতী হৈ এচেম্‌ব্লি নিৰ্বাচনত অসম কংগ্ৰেছৰ অন্যতম নেতা স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈৰ প্ৰতিদ্বন্দ্বী ভাৱে প্ৰকাশ্যে যুদ্ধ কৰিবৰ প্ৰয়োজন হৈছিল। সেই এচেমব্লিৰ প্ৰায় ১৫ বছৰ কাল অসমৰপৰা অপ্ৰতিদ্বন্দ্বীভাৱে ফুকন সদস্য নিযুক্ত আছিল। ফুকনে কংগ্ৰেছৰ পৰা আঁতৰি যোৱাত হে বৰদলৈয়েও প্ৰতিদ্বন্দ্বী ভাৱে সমুখীন হবলৈ বাধ্য হৈছিল। সেই সময়ত দেশখনত দুয়োদলৰ লোক নিৰ্বাচনত জয়লাভৰ অৰ্থে ঐকান্তিক চেষ্টাৰ বাহিৰেও, সঁচা, মিছা নানা ছলনা প্ৰতাৰণাৰ সৃষ্টি হৈছিল। কিন্তু ফুকন বৰদলৈৰ মাজত ব্যক্তিগত হিচাপে কোনো মনোমালিন্য হোৱা নাছিল। ফুকনে নিজে লিখিছে, "বহুতে ভাবিব পাৰে, বোধকৰোঁ কিছুমানে ভাবিছিলও যে, এচেম্‌ব্লি নিৰ্বাচন লৈ আমাৰ ভিতৰত মনোমালিন্য হৈ গৈছিল; কিন্তু সেইটো সৰ্বতোভাৱে মিছা।"

তৰুণৰাম ফুকনে সাহিত্যক হিচাপেও অসমীয়াৰ উচ্চস্থান অধিকাৰ কৰে। সৰহ কিতাপ ৰচনা কৰি মাতৃভাষাৰ যোগান ধৰিব পৰা নাই সঁচা, কিন্তু বিশেষ বিষয়ৰ অভাৱ থকা ভাগত অসমীয়া সাহিত্যলৈ তেওঁ বিশিষ্ট দান দি গৈছে। আজিকালি কথা-সাহিত্যৰ যুগ; ভ্ৰমণ-কাহিনী, চিকাৰ সম্বন্ধীয় কথা, গল্প, উপন্যাস ইত্যাদিৰ পঢ়ুৱৈ সমাজ গঠন কৰিবলৈ লিখকসকলে বিশেষ চেষ্টা কৰিছে। দেশভক্ত ফুকনৰ হাতী-চিকাৰ আদি বিষয়ক প্ৰবন্ধ কেইটিয়ে অসমীয়া সাহিত্যৰ সেই অঙ্গত বিশেষ পৰিপুষ্টি সাধন কৰিছে। সেই প্ৰবন্ধ কেইটিতে তেওঁৰ সাহিত্যত পাৰ্গতালি প্ৰকাশ পাইছে। জেইলত বা ফাটেকত মানুহৰ অকণো সুখ-শান্তি নাথাকে। কিন্তু, তেনেকুৱা নিৰ্যাতনৰ অৱস্থাতো "স্তুতিমালা" নামেৰে

কবিতা-গ্ৰন্থ ৰচনা কৰি দেশভক্ত ফুকনে মাতৃভাষাৰ সেৱা কৰিছিল; আৰু সেই শ্ৰেণীৰ কিতাপবোৰৰ মাজত "স্তুতিমালা" সৰ্বশ্ৰেষ্ঠ। 'যৌনতত্ত্ব' নামৰ উচ্চতম গ্ৰন্থ মাতৃভাষালৈ তেওঁৰ আন এটি দান। 'যৌনতত্ত্ব' বিষয়ক গ্ৰন্থ ৰচনা কৰিবৰ অধিকাৰ আৰু সেই গ্ৰন্থ ৰচনাৰ ভাব আৰু ভাষা প্ৰকাশৰ ক্ষমতাৰে সেই শ্ৰেণীৰ গ্ৰন্থ ৰচনা কৰা ক্ষমতা বা শক্তি সকলোৰে গাত নাই বুলি কব পাৰি। দেশভক্ত ফুকনৰ সেই গ্ৰন্থত তেনে শক্তিৰ বিকাশ পাইছে। ধুবুৰীত বহা সাহিত্য-সম্মিলনীত দৈবাৎ অসমীয়া আৰু বঙালী ভাষাৰ সম্বন্ধ লৈ এক বিষম সমস্যাৰ উদ্ভৱ হয়। আৰু, ডাঙৰ এটা সংঘৰ্ষণ ঘটিবৰ উপক্ৰম হয়। সেই সভাত দেশভক্ত ফুকনে মাতৃভাষাৰ পৰিস্থিতি সম্পৰ্কে কেনে হৃদয়গ্ৰাহী সময়োপযোগী তেজোময়ী বক্তৃতাৰে দীপ্তমান জনমণ্ডলীক সাম্য কৰিছিল তাক দেখোঁতাসকলে পাহৰিব নোৱাৰে; অসমীয়া ভাষাৰ প্ৰাণময়ী মূৰ্তি যেন দেশভক্ত ফুকনৰ মুখেদি প্ৰকাশিত হৈছিল। অসমীয়া সাহিত্যৰ উন্নতি কল্লে পতা অনুষ্ঠানবোৰত তেওঁ সৰ্বোতোভাৱে সহানুভূতি দেখুৱাইছিল। তেওঁৰ অসমীয়া লিখাৰ নীতি সৰল আৰু ৰসময় আছিল; ভাষা প্ৰাঞ্জল আৰু শব্দযোজনা মধুৰ আছিল। তেওঁ ঠাই বুজি খুহুটীয়া কথাৰ অৱতাৰণা কৰি পাঠক বা শ্ৰোতাৰ মনত হাস্যৰসৰ উদ্ৰেক কৰিব পাৰিছিল; গভীৰ ভাবৰ কথাত সংস্কৃত, উৰ্দ্দু আদি উক্তি দিব পাৰিছিল। তেওঁ মহাকবি সেক্সপিয়েৰৰ বিখ্যাত উক্তিবোৰ মুখস্থ মাতিব পাৰিছিল।

আইন-ব্যৱসায়ী আৰু আইনজ্ঞ হিচাপে ফুকনৰ স্থান সম্ভৱতঃ শীৰ্ষস্থানত। আইন-অধ্যয়নে মানুহৰ বুদ্ধি চোকা কৰে আৰু চিন্তা গধুৰ কৰে; ই তৰ্কত পণ্ডিত আৰু বুদ্ধিত জ্ঞানী কৰে; যি কথাৰে এজনক আক্ৰমণ কৰিব পাৰি আৰু যি কথাৰে এজনৰ কথা সমৰ্থন কৰিব পাৰি তাৰ সম্যক জ্ঞান জন্মায় আনে নভবা নিচিন্তা কথাৰ হেতু উলিয়াব পৰা কৰে; সকলোবোৰ ব্যৱসায়ৰ ভিতৰত ওকালতি মানুহৰ মহত্ত্ব প্ৰকাশ হবৰ সুযোগ বাট। দেশভক্ত তৰুণ ফুকনৰ গাত এই

সকলোবোৰ গুণ দেখা গৈছিল আৰু বিশেষকৈ লক্ষণবোৰ প্ৰকাশ পাইছিল। আইন-কলেজত অধ্যাপক হৈ থাকোতে তেওঁ জটিল বিষয়-বোৰ ৰসাল কৰি সকলো বিদ্যাৰ্থীক বুজাব পাৰিছিল আৰু লগতে বিদ্যাৰ্থীৰ মনত আনন্দৰ সঞ্চাৰ কৰি দিছিল। গোটেইখন অসম দেশৰ টান টান গোচৰবোৰত ফুকনে বাৰিষ্টাৰী কৰি জয়লাভ কৰিছিল। তেওঁ সেই ব্যৱসায়ত যথেষ্ট উপাৰ্জন কৰিছিল আৰু সেইদৰে খৰছতো কাতৰ নহৈছিল। ইয়াতে এটি প্ৰশ্ন উঠে যে, ফুকন যদি মিতব্যয়ী বা ভগনত নিয়মীয়া হলহেঁতেন, তেন্তে কদাপি অৰ্থৰ ইমান অভাৱগ্ৰস্থ বা ইমান ঋণগ্ৰস্ত নহলহেঁতেন। যি শ্ৰেণীৰ লোকে ফুকনৰ এই সাংসাৰিক ভগনত খুত্ ধৰে, সেই শ্ৰেণীলৈ আমাৰ মন্তব্য এই যে, কাৰ সংসাৰ কোনে কি দৰে চলায়, সংসাৰ-প্ৰবাহত কোন্ জন কিমান খৰছী বা ধোঁৱাখুলীয়া হয়, কি অৱস্থাৰ ভিতৰেদি কিমান পৰিয়ালৰ উন্নতি সাধনত ব্যস্ত থাকি কেনেকৈ মানুহ ঋণদায়ত ব্যতিব্যস্ত হৈ পৰে, কাৰ সংসাৰ যাপনৰ Standards বা মাপকাঠী কেনেকুৱা, সেই সমস্তবোৰৰ বিষয় সম্পূৰ্ণকৈ অভিজ্ঞ নহলে ন্যায়-অন্যায় সৎ-অভিমত প্ৰকাশ কৰাটো সদায় সৰ্ববাদী-সম্মত নহয় বুলি আমি বিবেচনা কৰোঁ। ফুকনে বিলাসৰ বহুত সামগ্ৰী আহৰণ কৰিছিল, সুখ-সৌন্দৰ্যৰ উপলব্ধিৰ চেষ্টাত বিশেষ ৰতি দেখুৱাই-ছিল। প্ৰথমে বাইচাইকেল ওলাওঁতেই গুৱাহাটী চহৰত পোন্-প্ৰথমে ফুকন চাহাবেই বাইচাইকেল চলাইছিল। মটৰ-কাৰ কেইখন কিনি কেইখন সলাইছিল, ঘৰিয়া মাছ, সিহু আদি মাৰিবৰ কাৰণে কত ৰকমৰ বৰশী আনিছিল, ঘোঁৰাত উঠা, বাগীত ফুৰা আদি বাহনৰ বা যানৰ বন্দোবস্ত ৰাখিছিল, বিলাতলৈ কেইবাৰ অহা-যোৱা কৰিছিল, আজি ফুকন অ'ত কালি ফুকন ত'ত এইদৰে কতবাৰ বিহাৰ কৰিছিল, কতজন তেখেতৰ গুৱাহাটীৰ বঙলাত ভাৰতীয় বিশিষ্ট অভ্যাগতসকল থাকি, সুৰেশচন্দ্ৰ দাস গুপ্ত উকীলে কোৱাৰ দৰে, ফুকনৰ সেই সক খেৰৰ বঙলা তীৰ্থক্ষেত্ৰত পৰিণত কৰিছিল আৰু সেই বিশিষ্ট অভ্যাগতসকলৰ আতিথ্যৰ ভাৰ গ্ৰহণ কৰি তেওঁ অসমীয়া জাতিৰ গৌৰৱ বৃদ্ধি কৰিছিল, সেই

সকলোবোৰৰ দায়িত্ব যে পৰিচালনা কৰিব পাৰিছিল, তাৰ কৃতিত্ব দেশ-ভক্তৰ গাত বিশেষ ভাৱে প্ৰকাশ পাইছিল যদিও, সেই সকলো কাৰ্যত বিস্তৰ অৰ্থ ভগন হৈছিল।

অসমৰ ৰাজনীতিত ফুকন এজন বিচক্ষণীয়া নেতা আছিল। খ্ৰীঃ ১৯২৬ চনত স্বৰ্গীয় ৺ৰোহিনীকান্ত হাতীবৰুৱাদেৱে নিমন্ত্ৰণ কৰি অনা ভাৰতীয় কংগ্ৰেছ মহাসভাৰ গুৱাহাটী বৈঠকে ৺তৰুণৰাম ফুকন আৰু ৺নবীনচন্দ্ৰ বৰদলৈদেৱৰ ঐকান্তিক যত্নত হে সফলতা লাভ কৰিছিল। বৰ্ত্তমান পাণ্ডু অঞ্চলত এখন অস্থায়ী নগৰ পতা হৈছিল। তাত বিৰাট সভামণ্ডপ অনুষ্টুপীয়াকৈ সজোৱা হৈছিল। সন্মুখত অস্থায়ী বাছকবনীয়া ফুলনিবাৰী পতা হৈছিল। চাৰিওপিনে খদ্দৰৰ তোৰণ কৰা হৈছিল। সভা-মণ্ডপৰ চাৰিওকাষৰৰ ঠাইত অসংখ্য প্ৰতিনিধি আৰু দৰ্শকৰ আবাস স্থানৰ ব্যৱস্থা কৰা হৈছিল। প্ৰতিনিধি আৰু দৰ্শক থকা বাহৰ, দোকান-পোহাৰ, বাট-ঘাট, আদিৰে সৈতে পাণ্ডু অঞ্চল প্ৰকৃততে এখন স্থায়ী পাণ্ডুৱ নগৰ যেন হৈছিল।

কিন্তু, কালৰ কুটিল গতি। বিবিধ গুণেৰে অলঙ্কৃত আমাৰ সেই সিংহ-পুৰুষ হঠাৎ ১৯৩৯ চনৰ ২৮ জুলাই তাৰিখে আবেলি গুৱাহাটীৰ নিজাঘৰত দুদিনীয়া অলপ জ্বৰ ভুগি, ৬৩ বছৰীয়া বয়সত নিজ পুত্ৰ-পৰিয়াল, জ্ঞাতি কুটুম্ব আৰু দেশবাসীক শোকাকুল কৰি এই সংসাৰৰপৰা অন্তৰ্হিত হল। গুৱাহাটী নগৰ মানুহেৰে ভৰি পৰিল। মৃত্যুকালৰ শোভাযাত্ৰাই নগৰখনৰ ইমূৰৰপৰা সিমূৰলৈ তোলপাৰ লগালে; সকলোকে সংবাদৰ ভাৱে আচ্ছন্ন কৰি পেলালে। সমস্ত দেশত হাহাকাৰ ৰোল উঠিল। স্কুল-কলেজ, অফিচ আদি সকলো কাৰ্যালয় বন্ধ থাকিল। মনৰ শোকৰ বেগ কত প্ৰকাৰ ভাষাৰে আৰু সভা-সমিতিৰ যোগেৰে প্ৰকাশ পালে! দেশৰ অপূৰণীয় ক্ষতি হ'ল। ৰাতি ১০।১২ বজাত আন্ধাৰ বালিৰ কাষত, ব্ৰহ্মপুত্ৰৰ পাৰত, কামাখ্যাৰ প্ৰাকৃতিক পূৰ্ব প্ৰাঙ্গনত দেশভক্তৰ ভৌতিক দেহ বিপুল জনতাৰ মাজত চাওঁতে চাওঁতে অগ্নিত ভস্মীভূত হল। কিন্তু, তেওঁৰ সেই

অদম্য উৎসাহ, নেতৃত্ব শক্তি, প্ৰৱল স্বদেশানুৰাগ, অনৰ্গল বাক্‌শক্তি, প্ৰখৰ স্মৃতি, প্ৰত্যুৎপন্নমতি, দেশৰ গতিবিধি লক্ষ্য কৰিব পৰা দূৰদৰ্শিতা গুণ, সাদৰ-সম্ভাষণৰ বিবিধ প্ৰণালী বা কৌশল অসমীয়াৰ মানস-পটত চিৰকাললৈ জিলিকি থাকিব।

# নিধি লেভি ফাৰৱেল

শ্ৰীলীলা গগৈ

উনৈশ শতিকাৰ তৃতীয় দশকত এদল মিছনেৰী আহিছিল খৃষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ। ধৰ্ম প্ৰচাৰৰ মাধ্যম ভাষা। গতিকে তেওঁবিলাকে অসমীয়া ভাষা শিকিব আৰু শিকাব লগীয়া হৈছিল। ছপাশাল আৰু পঢ়াশালি পাতি শিক্ষা বিস্তাৰ আৰু ভাষাৰ উন্নতিৰ বাবে অশেষ চেষ্টা কৰিছিল। দেশীয় মানুহক খৃষ্টান ধৰ্মৰ দীক্ষা দিয়াৰ প্ৰথম ছবছৰ ধৰ্মান্তৰ গ্ৰহণৰ বাবে চেষ্টা কৰাৰ পিছত এজন মাত্ৰ মানুহক খৃষ্টান ধৰ্মৰ দীক্ষা দিব পাৰিছিল। তেৱেঁই নিধিৰাম কেওঁট। নিধিৰাম কেওঁটে নিধি লেভি ফাৰৱেল হৈ আন্তৰিকাৰে ধৰ্ম গ্ৰহণ কৰাৰ উপৰিও অসমীয়া ভাষা-সাহিত্যৰো উপকাৰ সাধি গ'ল। নিধিৰাম প্ৰথম অসমীয়া খৃষ্টান হিচাপে বিখ্যাত নহয়; আধুনিক অসমীয়া সাহিত্যৰ অৰুণোদয়ৰ বেলিকা যথাসাধ্য বৰঙণি দিওঁতা এজন হিচাপেহে বিখ্যাত।

নিধিৰাম কেওঁট কুলীয়া মানুহ। তেওঁৰ পিতৃ-মাতৃৰ নাম অজ্ঞাত। অজ্ঞাত বা অখ্যাত বংশৰ অনেক মানুহে কামৰ বলত বিখ্যাত হয়। নিধিৰ গাতো সেই কথা খাটে। কোনোৱে কয় যে নিধিৰামৰ জন্ম

হয় তেজপুৰ মহকুমাৰ কলংপুৰ মৌজাৰ সূতাৰ গাৱঁত। কিন্তু নিধিয়ে নিজে 'অৰুণোদয়' কাকতৰ ৭ম বছৰৰ ২য় সংখ্যা কাকতত তেওঁৰ জন্মস্থান গহপুৰ বুলিহে লিখিছে "কলঙ্গপুৰত ফুৰি এটাই ১৯ তাৰিখে তাৰপৰা এবেলাৰ উজনি হোআ গহপুৰ নামে মোৰ জন্ম ঠাইলৈ গলো।" গহপুৰতে ১৮২৭ চনত নিধিৰামৰ জন্ম হয়। পিছত হেনো নিধিৰামৰ পৰিয়াল নগাৱঁৰ কলংসুঁতিৰ পাৰলৈ উঠি আহে। পিছৰ জীৱনত নিধিৰাম শিৱসাগৰত থাকোতে কলংসুঁতিৰ গাৱঁৰপৰা মানুহ আহি খৃষ্টান ধৰ্মত দীক্ষিত হৈছিল।

অসমলৈ অহা পোন প্ৰথম খৃষ্টান মিছনেৰী ডঃ নাথন ব্ৰাউন। তেওঁ ব্ৰহ্মদেশৰপৰা পাটকাই পাৰ হৈ আহি ১৮৩৬ চনত শদিয়া পায়হি। শদিয়াতে লগত লৈ অহা ছপাশাল পাতি পাঠ্যপুথি ছপা কৰে আৰু পঢ়াশালি পাতি লৈ অসমীয়া আৰু খামতি ভাষাৰ শিক্ষা দিবলৈ ধৰে। এই সময়তে নিধিৰামক পাই ডঃ ব্ৰাউন আৰু শ্ৰীমতী কট্টাৰে শদিয়াৰ পঢ়াশালিত নাম লগাই দিয়ে। লগে লগে ছপাশালৰ কামো শিকায়। নিধিৰাম অতি চোকা বুধীয়া আৰু পৰিশ্ৰমী লৰা আছিল। তেতিয়াৰ দিনত এটা চৈধ্য বছৰীয়া চেঙেলীয়া লৰা গহপুৰৰ পৰা গৈ শদিয়া পোৱাটো, ভাবিলে আচৰিত লাগে।

১৮৩৬ চনৰ পৰা একেৰাহে ছবছৰ চেষ্টা কৰাৰ পিছত এজন অসমীয়া হিন্দু মানুহে খৃষ্টান ধৰ্ম গ্ৰহণ কৰিলে। তেৱেঁই নিধিৰাম কেওঁট। ১৮৪১ চনৰ ১৩ জুনৰ দিনা জয়পুৰত মাইলছ ব্ৰন্সলন চাহাবে নিধিৰামক খৃষ্টান ধৰ্মৰ দীক্ষা দিয়ে। ধৰ্ম গ্ৰহণ অনুষ্ঠানৰ খৰছৰ ধন ফাৰৱেল নামেৰে চহকী আমেৰিকান মানুহ এজনে দিবলৈ গাত লোৱাত নিধিৰামক ফাৰৱেল উপাধি দিয়ে। তেতিয়াৰ পৰাই নিধিৰাম কেওঁট নিধি লেভি ফাৰৱেল হয়। নিধিয়ে খৃষ্টান ধৰ্ম গ্ৰহণ কৰাৰ পিছত কথাই কামে মিছনেৰীৰ আদৰ্শ গ্ৰহণ কৰে আৰু সমাজ সেৱা আৰু ধৰ্ম প্ৰচাৰৰ কামত আত্মনিয়োগ কৰে। ১৮৪৭ চনত নিধিয়ে ইলাইজা নচিমনি ৱৰ্ড নামেৰে এগৰাকী খৃষ্টান ছোৱালীক খৃষ্টান বিধিমতে

বিয়া কৰায়। ১৮৪৪ চনত ইলাইজাক ডঃ নাথন ব্ৰাউনে খৃষ্টান ধৰ্মৰ দীক্ষা দিছিল। আদিতে তেওঁ শিৱসাগৰৰে কোনোবা হিন্দু পৰিয়ালৰ ছোৱালী আছিল। নিধিৰ পুত্ৰ সন্তান নাছিল; চাৰিজনী জীয়েক আছিল চালমী, লুইচা, চম্পা আৰু ৰাহেল। প্ৰথম দুগৰাকীক তেওঁ নিজে বিয়া দি থৈ যায়। ইদুগৰাকীক বিয়া দিয়াৰ আগতেই কৰ্কৰ বিকাৰত তেওঁৰ মৃত্যু হয়। শিৱসাগৰৰ এমণ্ড পৰিয়াল লুইচাৰে সতি সন্ততি।

শদিয়াত প্ৰতিষ্ঠিত মিছনেৰী অনুষ্ঠান খামতি বিদ্ৰোহৰ পৰিণতি স্বৰূপে ১৮৩৯ চনত জয়পুৰলৈ উঠি আহে আৰু তাৰ চাৰি বছৰৰ পিছত মিছনৰ কেন্দ্ৰমূল শিৱসাগৰলৈ স্থানান্তৰিত হয়। নিধি লেভি ফাৰৱেলো মিছনৰ লগতে আহি শিৱসাগৰত থিতাপি লয়হি। তেতিয়াৰে পৰা মৃত্যুৰ সময়লৈকে নিধিয়ে শিৱসাগৰতে কৰ্মস্থলী পাতি অসমীয়া সাহিত্যলৈ যথাসাধ্যে বৰঙণি দি যায়। শিৱসাগৰ নগৰৰ পশ্চিমে দিখৌৰ কাষতে ফাৰৱেলৰ ঘৰ আছিল। চুকৰ গাওঁ খৃষ্টান সমাধি স্থলত তেওঁৰ সমাধিটো এতিয়াও আছে। এই চুকৰ গাওঁৰ কাষতে পোনতে 'মিছন প্ৰেছ' প্ৰতিষ্ঠিত হৈছিল আৰু তাৰ পৰাই 'অৰুণোদয়' কাকত ছপা হৈ ওলাইছিল।

নিধি লেভি ফাৰৱেল মিছনেৰী চাহাবসকলৰ অতি প্ৰিয় পাত্ৰ আছিল। ডঃ নাথন্ ব্ৰাউন আৰু মাইলছ ব্ৰন্সন চাহাবৰ সৌঁহাত আছিল। বিশেষকৈ অসমীয়া ভাষা চৰ্চা আৰু ধৰ্ম প্ৰচাৰৰ কামত ফাৰৱেল ব্ৰন্সনৰ সহকৰ্মী আছিল। ব্ৰন্সনে নাম চাওত পঢ়াশালি পাতি শিক্ষা-দান ব্ৰতত ব্ৰতী থাকোঁতে ব্ৰন্সনো লগৰীয়া আছিল। ১৮৪২ চনত ব্ৰন্সনে নগাওঁত স্থাপন কৰা Nowgong orphan Institution ৰ কামতো নিধিয়ে সহযোগ কৰিছিল আৰু আন্তৰিক-ভাৱে কাম কৰিছিল।

নগাওঁ মিছন স্কুলৰো তেওঁ এজন অন্যতম উদ্যোগী কৰ্মী আছিল। জয়পুৰত থাকোঁতে তেওঁ চিংফৌ জনজাতিৰ মাজতো কাম কৰিছিল।

নিধি লেভি ফাৰৱেলে ইংৰাজী অসমীয়া দুয়ো ভাষাতে পাৰ্গত হৈ উঠিছিল। ১৮৪৬ চনৰ পৰা প্ৰকাশিত 'অৰুণোদয়' কাকতৰ তেওঁ এজন উদ্যোগী কৰ্মী আৰু উৎসাহী লিখক আছিল। তেওঁৰ বিষয়-বস্তু আছিল বহুমুখী। বেপ্টিষ্টমিছন প্ৰেছৰ প্ৰায় সকলো ধৰণৰ কামত একান পতীয়াকৈ লাগি থকাৰ উপৰিও ধৰ্ম চৰ্চা আৰু সাহিত্য চৰ্চাতো মনোনিবেশ কৰিছিল। 'অৰুণোদয়' যুগৰ লিখকসকলৰ ভিতৰত নিধি অন্যতম। তেওঁ গদ্য পদ্য উভয় বিধৰ ৰচনাৰে 'অৰুণোদয়'লৈ বৰঙণি দিয়াৰ উপৰিও কেইবাখনো সৰুসুৰা পুথিও লিখিছিল। পুৰণি বৈষ্ণৱ কবিতাৰ ঠাচঁত খৃষ্টান ধৰ্মৰ বাণীসমূহ ৰচনা কৰাৰ উপৰিও ভালেমান খৃষ্টীয় ধৰ্ম গীত অনুবাদ কৰিছিল। তাৰে কিছুমান আজিকালিও চলি আছে।

ফাৰৱেল অসমীয়া আছিল যদিও ব্ৰাউন-ব্ৰন্সনে ব্যৱহাৰ কৰা বৰ্ণবিন্যাসৰ ৰীতিহে অনুসৰণ কৰিছিল। অৱশ্যে এই ৰীতি সাধাৰণ অসমীয়া কথিত আৰু উচ্চাৰণগত ঠাঁচেৰেই পৰিণতি বুলিব পাৰি। এই ৰীতিত ফাৰৱেলৰ আস্থা আছিল আৰু পৃষ্ঠপোষকতা কৰিছিল। 'হেমকোষ' প্ৰণেতা হেমচন্দ্ৰ বৰুৱাই অৰুণোদয়ত বিজ্ঞান সন্মত বৰ্ণ-বিন্যাস প্ৰচলন কৰোঁতে নিধিয়ে বিৰোধিতা কৰিছিল। ভাষাৰ সৰলীকৰণৰ উদ্দেশ্যে নে ব্ৰাউন-ব্ৰন্সৰৰ প্ৰতি থকা আনুগত্যৰ বাবে তেওঁ এই ৰীতি কঠোৰ ভাবে অনুসৰণ কৰিব খুজিছিল, জনা নাযায়। নিধিৰ পৰা বাধা পাই হেমচন্দ্ৰ বৰুৱাই বিক্ষুব্ধ হৈ মন্তব্য কৰিছিল— "মোৰ এই চেষ্টাত নিধি লেভি ফেয়াৰৱেল নামেৰে এটা দেশী খ্ৰীষ্টীয়ানৰ পৰা বৰ বাধা পাইছিলো। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণ-বিন্যাসৰ প্ৰণালীৰ পৰা এক আঙ্গুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল।" তেওঁৰ 'বিনই বচন', 'প্ৰভু যিচু খ্ৰীষ্টৰ অৱতাৰ বিবৰণ', 'নিস্তাৰৰ উপাই' আদি ৰচনা মিছনাৰী বৰ্ণ-বিন্যাসৰ ৰীতিৰে লিখিলেও অসমীয়া পুৰণি কাব্যাদৰ্শৰ চানেকী দেখা যায়

'অৰুণোদয়' কাকতত এওঁ আৰম্ভণিৰে পৰা মৃত্যুৰ সময়লৈকে

গদ্য-পদ্য দুয়ো বিধৰে বৰঙণি যোগাইছিল। এওঁ ন. ফ. আৰু ন. ল. ফ এই দুটা চুটি নামেৰে 'অৰুণোদয়'ত লিখিছিল। ১৮৫২-৫৩ চনত লিখা অসমৰ 'তীৰ্থৰ বিৱৰণ'ত সূক্ষ্ম পৰ্যবেক্ষণ আৰু কাব্যিক সৌন্দৰ্যৰ পৰশ আছে। অৱশ্যে নতুনকৈ ধৰ্মান্তৰ গ্ৰহণ কৰা মানুহে ত্যক্ত ধৰ্মৰ প্ৰতি বিৰূপ মন্তব্য প্ৰকাশ কৰাৰ দৰে নিধিয়েও কামাখ্যা, হাজো আদি হিন্দু তীৰ্থৰ বিষয়ে পাতল মন্তব্য প্ৰকাশ কৰিছে। আনপিনে আকৌ 'নিস্তাৰৰ উপাই'ৰ বৰ্ণনা বৈষ্ণৱ ৰচনাৰ অনুৰূপ।

"মতস্য ৰূপে অৱতাৰ ভৈল্গা প্ৰথমতে,
উধাৰিলা চাৰিবেদ প্ৰলয় জলতে।
কুৰ্ম অৱতাৰ ভৈলা থিৰু দধি তিৰে,
ৰাখিলা মন্দাৰ গিৰি পিঠিৰ ওপৰে।
ত্ৰিতিয় বৰাহ ৰূপে ভূমি উধাৰিলে,
হিৰৈণ্যাখ্য মহা বিৰ দৈতাক বধিলে।"

এইদৰে হিন্দুৰ দশাৱতাৰৰ বৰ্ণনা কৰি শেষত খৃষ্টান ধৰ্মমতে নিস্তাৰৰ উপায় আঙুলিয়াই কৈছে—

"শ্ৰীষ্টৰূপে অৱতাৰ হৈয়া প্ৰিথিবিতে,
উধাৰিছে পালিগণ স্বপ্ৰাণ দানতে।"

দুলড়ী ছন্দত লিখা 'প্ৰভু যিচুখৃষ্টৰ অৱতাৰ বিৱৰণ' বিশেষ মনোগ্ৰাহী।

যিচুৰ চৰিত্ৰ অত্যন্ত পৱিত্ৰ
গুণৱন্ত মনোহৰ;
সুনা মন দিয়া ত্ৰিপ্ত হব হিয়া
অম্ৰিত বাক্য সুন্দৰ।

'বিনই বচন' পদ্যৰ যিচু শব্দৰ ঠাইত কৃষ্ণ শব্দ বহুৱাই দিলে বৈষ্ণৱ ৰচনাৰ আত্মীয়তা অনুভূত হব।

সুনা সৰ্বজন বিনই বচন
ৰিদয়ে দিওক বাস,

পাপ তৰিবৰ যিচু পদ সাৰ
নাহি অন্য আৰ আস।
তেৱে দয়াতুৰ আপুনি ইশ্বৰ
পূৰ্ণ ব্ৰহ্ম সনাতন,
য়িচু বিনে আৰ সকলো অসাৰ
ভাবিদেখা সৰ্বজন।

বৈষ্ণৱ কাব্যাদৰ্শৰ আহি লৈ তেওঁ পদ, ছবি, তুলডী, লেছাৰি আদি ছন্দ প্ৰয়োগ কৰিছিল। 'অৰুণোদয়' কাকতত তেওঁৰ কিছুমান চিঠিও প্ৰকাশিত হৈছিল। বাতৰি কাকতত প্ৰকাশিত প্ৰবন্ধৰ উপৰিও 'কনি বেহেৰুৱাৰ সাধু', 'সত্য গুৰুৰ পৰিচয়' আৰু 'এজন দেশীয় লোকে লিখা' আদি পুথি বেপ্টেষ্টমিছন প্ৰেছৰ পৰা ছপাই উলিয়াইছিল। 'ভাৰতীয় দণ্ডবিধি আইন' ( ১৮৬৫ ) আৰু 'পদাৰ্থ বিদ্যাৰ সাৰ' নামৰ দুখন পুথিও অনুবাদ কৰি প্ৰকাশ কৰিছিল। ইয়াৰ উপৰিও বাইবেলৰ কিছুমান খণ্ড আৰু খৃষ্টীয় প্ৰাৰ্থনা-গীতো অসমীয়ালৈ অনুবাদ কৰিছিল। অৱশ্যে তেওঁৰ সৰহভাগ ৰচনাই প্ৰচাৰ গন্ধী আছিল আৰু যথাৰ্থতে 'অৰুণোদয়' কাকতৰ ধৰ্মমূলক ৰচনাৰ তেৱেঁই ধৰণী আছিল।

ফাৰৱেলৰ গদ্য ৰচনাও ব্ৰাউন-ব্ৰন্সনৰ আদৰ্শৰ অনুৰূপ। তেওঁৰ প্ৰকাশভঙ্গী প্ৰাঞ্জল কিন্তু বৰ্ণনাত ওজস্বিতা আছে। 'অৰুণোদয়'ত প্ৰকাশিত 'তিনিজন ভাইৰ মিস্তনেৰি জাত্ৰা' শিতানৰ ৰচনাখন বোধকৰো অসমীয়া সাহিত্যৰ পোন প্ৰথম ভ্ৰমণ কাহিনী। ৰচনাখনত উজ্জ্বল বৰ্ণনাৰ চানেকী থকাৰ উপৰিও খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে কৰা প্ৰচেষ্টাৰ প্ৰমাণ পোৱা যায়। মিৰি-ডফলা আদি জন-জাতিৰ মাজত কেনেকৈ খৃষ্টান মিছনেৰী সোমাইছিল তাৰ প্ৰমাণ পোৱা যায়। ১৮৬১ চনত নগাৱঁৰ ফুলগুৰিত হোৱা কৃষক বিদ্ৰোহৰ বিষয়ে 'নগঞা দ্ৰোহীলোকৰ চৰিত্ৰ বৰ্ণনা' শিতানত লিখা ৰচনাখনত 'মহৰ সিঙত কঁকীলা দাঁৰ মৰা', 'মৌপীয়া চটকে পৰ্বত লই তুলি, ঢোল যেন কণী পাৰে চুঙ্গাৰ বাদুলি, 'পানীৰ তলৰ কাইট' 'লোকলৈ বুলি হুল পাতি' আদি বহুল, অৰ্থ

প্ৰকাশক খণ্ড বাক্যৰ প্ৰয়োগ দেখা যায়। উক্ত কাকততে 'হিন্দুস্থানৰ বুৰঞ্জী' খণ্ড খণ্ডকৈ ওলাইছিল। বুৰঞ্জীখনৰ বৰ্ণনাত বিশালতা আছে। কোনোবা ইংৰাজ লিখকৰ ছাঁ লৈ ফাৰেলে বুৰঞ্জীখন লিখা যেন লাগে। অৰুণোদয় কাকতত 'তয়ো মাৰি দিবি', অৰুণোদয় পঢ়া লৰাবিলাকৰ প্ৰতি 'গিয়ান' আদি ৰচনায়ো ফাৰেলৰ কথা ৰীতিৰ চানেকী ডাঙি ধৰে। সেই সময়ৰ অসমীয়া ভাষা সাহিত্যৰ পৰিস্থিতি আৰু পৰম্পৰালৈ চালে নিধি লেভি ফাৰেল এজন সু-প্ৰতিষ্ঠিত লিখক আছিল।

নিধি লেভি ফাৰেল এজন প্ৰকৃত মিছনেৰী কৰ্মী আছিল। সকৰেপৰা মিছনেৰী চাহাববিলাকৰ লগত থাকি, তেওঁবিলাকৰ আদৰ্শত অনুপ্ৰাণিত হৈছিল। খৃষ্টান ধৰ্ম আৰু সাহিত্য সেৱাই তেওঁৰ জীৱনৰ ব্ৰত আছিল। তেওঁৰ স্বাস্থ্য সিমান ভাল নাছিল। দীঘলীয়া কফৰ বিকাৰত ভুগিছিল। তথাপি তেনে অৱস্থাৰেই পাৰ্যমানে সমাজৰ কাম কৰিছিল। ব্ৰন্সন চাহাবে প্ৰণয়ন কৰা অসমীয়া ইংৰাজী অভিধানৰ বাবে ফাৰেলে বহুতো শব্দ সংগ্ৰহ কৰি দিছিল আৰু ছপা কাৰ্যতো সহায়তা কৰিছিল। ব্ৰাউন চাহাবকো অনেক কামত সহায়তা কৰিছিল। সেয়েহে ব্ৰাউন চাহাবে আমেৰিকালৈ গৈয়ো নিধিলৈ পাহৰা নাছিল; চিঠি লিখিছিল—"শ্ৰীনিধি লিবাই আৰু কলিবৰ আদি কৰি আমাৰ সকলো খ্ৰীষ্টীয়ান ভাই ভনীবিলাকলৈ পাতুৰি ব্ৰাউন চাহাব আৰু মেম চাহাবেও হেজাৰ হেজাৰ চেলাম দিছে।"

'অৰুণোদয়'ৰ ধলফাটৰ ভূমিকাত ডঃ মহেশ্বৰ নেওগে নিধিৰ বিষয়ে লিখিছে—"'অৰুণোদয়'ত সকলোতকৈ বেচি প্ৰবন্ধ কবিতা লিখা লেখক হ'ল নিধি লিবাই ফাৰোৱেল। অসমীয়া খ্ৰীষ্টীয়ান সাহিত্যলৈ এওঁৰ বৰঙণিয়েই সেই দেখি আটাইতকৈ ডাঙৰ বুলি ক'ব পাৰি। আমাৰ অনুমান হয়, এওঁ 'অৰুণোদয়'ৰ সম্পাদকসকলৰ সদায় সোঁ-হাত আছিল আৰু অনেক নিনাও লেখা এওঁৰেই। এওঁৰ

প্ৰবন্ধৰ বিষয় অতি বিস্তৃত।” অসমীয়া সাহিত্যলৈ তেওঁ জীৱনৰ জোখাৰে অধিক বৰঙণি দি কুৰি বছৰৰ দেওনা পাৰ হওঁতেই নৌহওঁতেই কফ্‌ৰোগত ফাৰেলৰ শিৱসাগৰত মৃত্যু হয়। জন্মস্থান গহপুৰ, ধৰ্মস্থান জয়পুৰ আৰু কৰ্মস্থান ৰংপুৰ। এই তিনি পুৰে আজিও নিধিৰামৰ স্মৃতি ভৰপূৰকৈ ৰাখিছে।

# ময়িদুল ইচলাম বৰা

আব্দুল চাত্তাৰ

ডঃ ময়িদুল ইচলাম বৰা ডাঙৰীয়াক এজন বুৰঞ্জীবিদ্ আৰু ফাৰ্চী উৰ্দ্দু জনা অসমীয়া পণ্ডিত বুলি জনা যায়। এই ডঃ বৰাই মিৰ্জা নাথনে লিখা “বাহাৰিস্তানে গাইবী” নামৰ ফাৰ্চী গ্ৰন্থৰ অসমীয়া অনুবাদ কৰি অসম বুৰঞ্জীৰ এটা আপুৰুগীয়া দিশ পূৰাই গৈছে। ইয়াতে এই দুষ্পাপ্য গ্ৰন্থখনৰ সমন্ধে ক’ব লাগিব যে এই ফাৰ্চী গ্ৰন্থখনি ভাৰতীয় বুৰঞ্জীবিদ্ চাৰ যদুনাথ চৰকাৰে আবিষ্কাৰ কৰে আৰু তাকেই বৰাই অনুবাদ কৰে। এই পুথিখন ইংৰাজীলৈ ভাঙনি কৰাৰ লগে লগে মোগল বাদচাহ জাহাঙ্গীৰৰ ৰাজত্বকালত কোচবিহাৰ, বঙ্গদেশ, বিহাৰ আৰু অসমত হোৱা মোগল যুদ্ধৰ বিতং বিৱৰণ পোহৰলৈ আহিল। অসম সাহিত্যসভাৰ অষ্টাদশ অধিবেশনত এই গৰাকী বুৰঞ্জীবিদে সাহিত্য সভাৰ সভাপতি ৰূপে যোৰহাটত কৈছিল,—“এই সমস্যা হৈছে বৈজ্ঞানিক প্ৰণালীৰে অসমৰ এটা বিস্তাৰিত বুৰঞ্জীৰ গ্ৰন্থমালা সংকলন কৰা। যদি অসমৰ বুৰঞ্জীক তিনি ভাগে ভাগ কৰি আদি যুগ, মধ্য যুগ আৰু বৰ্ত্তমান যুগৰ তিনিখন বিস্তাৰিত বুৰঞ্জী প্ৰকাশ কৰিব পৰা যায়,

তেন্তে আমাৰ এটা ডাঙৰ জাতীয় অভাৱ আঁতৰাব পৰা হ'ব।' এই গৰাকী বুৰঞ্জীবিদে ১৯৪০ চনতে কৰা যি আশা সি আজিও বাস্তৱত পৰিণত হোৱা নাই। তেখেতৰ মতে—আমাৰ দেশত যিমান কম আয়াসত বুৰঞ্জীৰ অনুসন্ধান কৰিব পৰা হ'ব আন দেশত সিমান সহজে সম্ভৱ নহয়। বৰাদেউৰ মতে বুৰঞ্জীৰ বৈজ্ঞানিক বিশ্লেষণ আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে অসম বুৰঞ্জীৰ ৰচনা নহলে কোনো অৱস্থাত আমাৰ এই জাতীয় অভাৱ পূৰণ নহয়। এনে এটা দৃষ্টিভঙ্গী আছিল কাৰণে তেখেতে যথাৰ্থতে ক'ব পাৰিছিল—"অসমত গৱেষণাৰ উপাদান কোনো কোনো বিষয়ত ভাৰতৰ আন আন প্ৰদেশকৈ সুবিধাজনক ৰূপে আৰু বেচি পৰিমাণে পোৱা যায়। বুৰঞ্জীৰ বাহিৰেও বনতত্ত্ব ( forestry ) খনিজতত্ত্ব (Minerology), মানৱতত্ত্ব (Anthropology) ভূতত্ত্ব (Geology) আৰু পশুতত্ত্ব (Zoology) বিভাগত বৈজ্ঞানিক গৱেষণা কৰিবলৈ আমাৰ দেশত যিমান সাজ-সজুলি সহজে পোৱা যায় ভাৰতৰ আন ঠাইত ইমান সহজে পোৱা কঠিন। এই গৰাকী পণ্ডিতে যি অনুভৱ কৰিছিল তাৰ সম্যক আমি বহুতো ক্ষেত্ৰত কাৰ্যত পৰিণত হোৱা দেখা পাইছো। বিশেষকৈ গৱেষণাৰ দ্বাৰা মানৱতত্ত্ব, ভূতত্ত্ব আদিৰ ভালেমান সন্ধান আমাৰ অসম দেশতে পোৱা এতিয়াও সম্ভৱপৰ হৈয়ে আছে।

অসমৰ নিচিনা এখন বহু ভাষাভাষীৰ দেশত অসমীয়া ভাষা-সাহিত্যৰ কেনেকৈ প্ৰচাৰ আৰু প্ৰসাৰতা বৃদ্ধি পায় তাৰ কাৰণে বৰাদেৱে খুব চিন্তা কৰিছিল। এই সম্বন্ধে তেখেতৰ সাহিত্য সভাৰ সভাপতিৰ ভাষণ বিশেষ প্ৰণিধানযোগ্য। এনে এজন অসমীয়া সাহিত্য প্ৰেমী লোকেই এই শতিকাৰ তৃতীয় চতুৰ্থ দশকত এ, এছ, এল, ক্লাবৰ গুৰিয়াল ৰূপে অসমীয়া ছাত্ৰৰ মাজত ঢাকাত সাহিত্য চৰ্চাৰ প্ৰেৰণা যোগাইছিল। ময়িদুল ইচলাম বৰা চাহাবেই আছিল লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা হোৱা প্ৰথম ডক্টৰেট। গৱেষণাৰ কথাকেহে যে তেওঁ কৈছিল এনে নহয়, প্ৰকৃত গৱেষণাৰ দৰে কাম কৰিছিল কাৰণে মাত্ৰ বত্ৰিশ বছৰ বয়সতে

ডক্তৰ দিনচন ৰচৰ নিৰ্দেশনাত দিল্লীৰ কবি আমীৰ হাচানৰ সাহিত্যিক কাৰ্যাৱলী আৰু জীৱনৰ ওপৰত (The life & works of Amir Hosan Dillari) গৱেষণা কৰাৰ কাৰণে ১৯৩০—৩৩ চনত লণ্ডন বিশ্ববিষ্ঠালয়ে বৰাদেৱক উক্তৰেট ডিগ্ৰীৰে সম্মানিত কৰিছিল, গতিকে গৱেষকৰ মুখতহে গৱেষণাৰ কথাই শোভা পায়।

এই গৰাকী গৱেষণাৰত বুৰঞ্জীবিদে তেখেতৰ বুৰঞ্জীৰ জ্ঞানৰ প্ৰতিভা প্ৰকাশ কৰিছিল গুৱাহাটীত আয়োজিত "প্ৰতিভা দেৱী স্মৃতি বক্তৃতা"ৰ প্ৰথম বক্তাৰূপে, যেতিয়া তেখেতে ফাৰ্চী সাহিত্যত থকা অসম বুৰঞ্জীৰ সমলৰ সম্বন্ধে কৈ সকলোকে তবধ লগাইছিল। বুৰঞ্জীৰ এই অনুসন্ধান বৰাদেৱেই অসমীয়াক পোনপ্ৰথমে দিলে আৰু তাৰ ফলতেই আমি বুৰঞ্জীৰ আন্ধাৰত থকা বিশেষ এছোৱা পোহৰলৈ আহিল। গৱেষকৰ ইঙ্গিতেই যথেষ্ট। তেখেতৰ পৰবৰ্ত্তী যিসকল বুৰঞ্জীবিদে অসম বুৰঞ্জীৰ অনুসন্ধান চলাইছে বা চলাব তেখেতসকলক এই ইঙ্গিতে যথেষ্ট সহায় কৰিব।

বৰাদেৱে নিজৰ প্ৰতিভাৰ কাৰণে ফাৰ্চী সাহিত্যৰ অধ্যাপকৰূপে ঢাকা বিশ্ববিদ্যালয়ত চাকৰি কৰি আছিল। চাকৰি কৰিছিল বঙালীৰ মাজত আৰু পঢ়াইছিল ফাৰ্চী। কিন্তু এই গৰাকী অসমীয়াই চিৰদিনেই অসমীয়া ৰাইজৰ হকেই চিন্তা কৰিছিল আৰু হিন্দু মুচলমান উভয় জাতিৰ মাজত কেনেকৈ সংহতি স্থাপন হয় তাৰে যত্নত আছিল। এই কাৰণে অসমীয়া মুছলমানসকলে সাহিত্য চৰ্চা কৰা কথাটোত বৰাই বৰ বেচি গুৰুত্ব দিছিল আৰু কৈছিল, "মুছলমানসকলে যদি লিখিবলৈ ধৰে, অসমীয়া সাহিত্যৰ উন্নতি আৰু ইচলামৰ কৃষ্টি প্ৰচাৰত বহুত সহায় কৰা হ'ব।" কায়মনোবাক্যে বৰাদেৱে অসমীয়া সাহিত্যৰ উন্নতিৰ কাৰণে সদায় চিন্তা কৰিছিল।

এই গৰাকী অসমীয়া গৱেষকৰ লেখনী খুব বিস্তৃত নহয়। হয়তো আঠৈকুৰি বছৰৰ জীৱন এটা পোৱাহেঁতেনো বৰাদেৱে অসমীয়া জাতিৰ কাৰণে আৰু বহুতো কৰিলেহেঁতেন। কিন্তু কম লিখিলেও

তাৰে বৰ নিৰহনিপানীকৈ লিখিছিল। তেখেতৰ '১৭ শতিকাৰ অসমীয়াৰ ৰণ বল' নামৰ বুৰঞ্জীমূলক প্ৰবন্ধটো এটা উল্লেখযোগ্য অৱদান। বৰাদেৱে লণ্ডনত থকা অৱস্থাত ইণ্ডিয়া লাইব্ৰেৰীত ৰুচিনাথ কামৰূপী নামৰ এজন লোকৰ এখন অসমীয়া অভিধান সম্বন্ধে সন্তেদ দি গৈছে। * ইয়াৰ বাহিৰেও বৰাদেৱৰ ভালেকেইটা ইংৰাজী প্ৰবন্ধ অপ্ৰকাশিত অৱস্থাত আছে। এইবোৰ প্ৰকাশ হ'লে বহুকথা পোহৰলৈ আহিব। বৰা ইংৰাজী লিখাত এজন সিদ্ধহস্ত লোক আছিল। তাৰ উদাহৰণ স্বৰূপে আঙুলিয়াব পাৰি My first Reader, My Second Reader আদি পাঁচখন ইংৰাজী স্কুলীয়া পাঠ্য পুথিলৈ।

বৰা ডাঙৰীয়াৰ জন্ম হয় ইংৰাজী ১৮৯৯ চনত শিৱসাগৰ নগৰৰ জেওনিকটীয়াত। জেওনিকটীয়াৰ প্ৰখ্যাত বৰা পৰিয়ালৰ ৰাজেন বৰাৰ পুতেক মেহেৰুদ্দিন বৰাই আছিল এওঁৰ বাপেক। আগেয়ে অসমীয়া মুছলমান সমাজত হিন্দু নাম প্ৰচলিত আছিল। তাৰ উদাহৰণ বহুতো আছে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে সাতাৰনৰ বিদ্ৰোহী ফৰ্মুদ আলিৰ বাপেকৰ নাম আছিল পদো মোল্লা।

শিৱসাগৰৰ উচ্চ ইংৰাজী স্কুলৰপৰা প্ৰবেশিকা পৰীক্ষা পাচ কৰি গুৱাহাটীৰ কটন কলেজৰ পৰা বি. এ পাচ কৰি ঢাকা বিশ্ববিদ্যালয়ৰপৰা ১৯২৩ চনত ফাৰ্চী সাহিত্যত এম, এ পাছ কৰি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে। বৰাই পাঠশালাৰপৰা আৰম্ভ কৰি বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষালৈকে সকলোতে বৃত্তি পাইছিল। সকলো পৰীক্ষাতে প্ৰথম বিভাগত পাছ কৰিছিল।

বৰা ডাঙৰীয়াৰ বাল্যকাল অতি দুখত অতিবাহিত হৈছিল। এই কাৰণেই হয়তো তেওঁ দুখীয়াক বৰ আদৰ-সাদৰ কৰিছিল। তেওঁ

---

* এই সম্বন্ধে এই প্ৰবন্ধৰ লিখকে সুকীয়াকৈ বৰাদেৱৰ অপ্ৰকাশিত কাৰ্যাৱলী আৰু ৰুচিনাথ কামৰূপীৰ সম্পৰ্কে আলোচনা কৰিবলৈ লৈছে।

ঢাকা বিশ্ববিদ্যালয়ত কাম কৰি থাকোতে বছৰি স্নাতকোত্তৰ শ্ৰেণীৰ দুখীয়া প্ৰতিভাসম্পন্ন দুজন ছাত্ৰক মাহলী দহটকাকৈ বৃত্তি দিছিল। বৰা ডাঙৰীয়াৰ খেলা ধূলাত বৰ ৰাপ আছিল। তেওঁ টেনিচ, গলফ আদি নিয়মিতভাৱে খেলিছিল। ঘোঁৰাত উঠাত তেখেতৰ বৰ চখ আছিল। চিকাৰ কৰিও তেওঁ বৰ ভাল পাইছিল।

এনে এজন গুণী অসমীয়াৰ অসম সাহিত্য সভাই গুণৰ মোল বুজি অসমবাসীয়ে দিব পৰা শ্ৰেষ্ঠ সন্মান সভাপতিৰ আসনত বহুৱালে। বৰাই অসমীয়া জাতিৰ কাৰণে কৰা পৰিশ্ৰম সাৰ্থক হ'ল। ১৯৪৪ চনৰ ৫ মে তাৰিখে বৰাদেৱৰ মৃত্যু হয় লক্ষ্ণৌত। এখেতৰ মৃত্যু এটি করুণ ঘটনা। এখেতৰ কবৰ আছে লক্ষ্ণৌ চহৰতে।

# মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য

শ্ৰীৰজনীকান্ত দেবশৰ্ম্মা

ভাৰতীয় সংস্কৃতিৰ প্ৰাণ সংস্কৃত ভাষাত থুপ খাই থকা অপাৰ জ্ঞান ৰাশি মন্থন কৰি অমৃতৰ সোৱাদ লোৱা আৰু বিলোৱা পণ্ডিতসকলৰ অন্যতম আছিল মহামহোপাধ্যায় ৺ধীৰেশ্বৰ আচাৰ্য। এইজনা বিদগ্ধ পণ্ডিতৰ অসাধাৰণ প্ৰতিভাই কিদৰে অসমৰ বাহিৰে ভিতৰে পোহৰ পেলাইছিল সেই কথা আজিও কিম্বদন্তী যেন হৈ এই অঞ্চলৰ মানুহৰ মুখে মুখে প্ৰচলিত হৈ আছে।

১৭৭৩ শকৰ জেঠ মাহত কামৰূপ জিলাৰ আঠঘৰীয়া গাঁৱত ৺ধীৰেশ্বৰ ভট্টাচাৰ্যদেৱৰ জন্ম হয়। তেওঁৰ পিতৃদেৱ কেশৱাচাৰ্য আছিল এজন আচাৰনিষ্ঠ ধাৰ্মিক লোক। নিত্য ক্ৰিয়াআদি যথা নিয়মে পালন কৰোতেই তেওঁৰ দিনটো অতিবাহিত হৈছিল। মাতৃ চন্দ্ৰপ্ৰভা দেবী এগৰাকী সৰল আৰু উদাৰ চিতীয়া পতি পৰায়ণা নাৰী আছিল। ৺কেশবাচাৰ্যৰ সাত পুৰুষৰ ওপৰত আচাৰ্য জয়ভাৰতি। জয়ভাৰতি নৈষধ চৰিতৰ কবি শ্ৰীহৰ্ষৰ বংশজ আৰু শ্ৰীচৈতন্যদেৱৰ সহপাঠী আছিল বুলি প্ৰসিদ্ধি আছে।

শাস্ত্ৰীয় ৰীতি অনুসৰি পাচ বছৰ বয়সত শিশু ধীৰেশ্বৰৰ বিদ্যাৰম্ভ হ'ল। পঢ়া-শুনালৈ তেওঁৰ সমূলি মন নাই। লগৰীয়াৰ লগত খেল ধেমালী, ধিতিঙালি কৰি কাল কটোৱাটো তেওঁৰ স্বভাৱত পৰিণত হল। ইপিনে পিতৃ কেশবাচাৰ্যৰো লৰাৰ ওপৰত চকু দিবলৈ সময় নাই। ত্ৰিসন্ধ্যা, হোম-জপ আদি নিত্যকৃত্য পালন কৰি অকনি আহৰি পালেই যতে ভাগৱত পাঠ হয় তালৈ ধাপলি মেলে। ধৰ্মপ্ৰাণ কেশৱাচাৰ্য ভগৱন্তৰ ওচৰতে যেন শিশুৰ দায়িত্ব অৰ্পণ কৰি নিৰ্বিকাৰ চিত্তে জীৱন যাত্ৰা চলাই গৈছিল।

চাওঁতে চাওঁতে ধীৰেশ্বৰৰ বয়স দহ বাৰ বছৰ হল। তেতিয়াও

শিক্ষাৰ প্ৰতি তেওঁৰ ধাউতি সমূলি নেদেখি পিতাকে তেওঁক নাগৰ কুছি মোমায়েকৰ ঘৰত থলে। নাগৰকুছি আঠঘৰীয়াৰ পৰা দুমাইমান দূৰত। ধীৰেশ্বৰৰ মোমায়েকৰ বংশটোত পুৰুষানুক্ৰমে কেবাজনো যশস্বী পণ্ডিতৰ জন্ম হৈছিল। তেওঁৰ জ্যেষ্ঠ মাতামহ ৺ৰামদেৱ উপাধ্যায় আৰু খুৰাতি মোমায়েক ৺ৰমাকান্ত উপাধ্যায় দুয়ো নানা শাস্ত্ৰত পাৰদৰ্শী খ্যাতনামা পণ্ডিত আছিল। তেওঁলোকৰ তত্ত্বাৱধানত ধীৰেশ্বৰক অধ্যয়ন কৰিবলৈ দিয়া হয়। কিন্তু ইয়াতো তেওঁৰ মন পঢ়াৰ ফালে সমূলি ঢাল খোৱা নাছিল। তেওঁৰ সহপাঠী সকলে যেতিয়া পঢ়িবলৈ বহে, তেওঁ উঠে বিচনাত। এই কাল চোৱাৰ ভিতৰতে ধীৰেশ্বৰৰ অসাধাৰণ মেধাৰ পৰিচয় পোৱা যায়। ৺ৰামদেৱ উপাধ্যায়ে ছাত্ৰক পঢ়ুৱাই থাকোতে ধীৰেশ্বৰে বিছনাতে শুই শুয়ে ভালে মান কথা আয়ত্ত কৰে আৰু কেতিয়াবা উপাধ্যায় দেৱৰ অনুপস্থিতিৰ সুযোগ লৈ নিজেই ছাত্ৰক পাঠ পঢ়ুৱাই সকলোকে আচৰিত কৰি দিছিল।

তেওঁ মোমায়েকৰ ঘৰত চাৰি পাঁচ বছৰ আছিল। এই সময়খিনিৰ ভিতৰত তেওঁ হিতোপদেশ, অমৰকোষ আৰু প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ কিছু অংশ অধ্যয়ন কৰিছিল। তেওঁ মোমায়েকৰ ঘৰত থাকোতে পিতৃদেৱ ৺কেশৱাচাৰ্যই নশ্বৰ দেহা ত্যাগ কৰে। গ্ৰহণী ৰোগত আক্ৰান্ত হোৱা কাৰণে তেওঁ ছমাহ মান কাল পঢ়াশুনা বন্ধ কৰিব লগীয়া হয়। তেওঁ ৰুগ্ন হৈ ঘৰত থকা সময়তে মাতামহ ৺ৰামদেৱ উপাধ্যায়ৰো স্বৰ্গী হয়। আৰোগ্য লাভ কৰি এইবাৰ ধীৰেশ্বৰে সৰমা গাৱঁৰ ৺ধৰ্মপাল উপাধ্যায়ৰ টোলত পঢ়িবলৈ লয়। তিনিমাহ মান পঢ়াৰ পিচত ৺ধৰ্মপাল উপাধ্যায়ৰ লোকান্তৰ হয়! ধীৰেশ্বৰ ভট্টাচাৰ্যই পঢ়া এৰি ঘৰলৈ গুচি আহে। ইয়াৰ পিচত তেওঁ কিছুদিন শুৱালকুছিৰ টোলত পঢ়ে। তেতিয়া শুৱালকুচি টোলৰ অধ্যাপক আছিল ৺বাসুদেৱ উপাধ্যায়। তেওঁ ধীৰেশ্বৰক ৰত্নমালা ব্যাকৰণ আৰু তৰ্কশাস্ত্ৰ পঢ়াইছিল। এই সময়ৰ পৰাই ধীৰেশ্বৰৰ সুপ্ত প্ৰতিভা বিকশিত হবলৈ আৰম্ভ কৰে। কিশোৰ বয়সৰ সেই আভৰণীয়া প্ৰকৃতি আৰু নাই। জ্ঞান লাভৰ

আশঙ্কা তেওঁৰ হৃদয়ত অঙ্কুৰিত হয়। টোলৰ অধ্যাপক ৺বাসুদেৱ উপাধ্যায়ৰ লগত শাস্ত্ৰালোচনাত তেওঁ সমানে যোগ দিব পৰা হয়!

সেই সময়ত কোচবিহাৰ জিলাৰ খাগৰিবাৰী নামে ঠাইত ৺সিদ্ধনাথ বিদ্যাবাগীস্ নামে এজন নামজ্বলা পণ্ডিত আছিল। কামৰূপৰ আৰু অন্যান্য ঠাইৰো ভালেমান ছাত্ৰ আহি বিদ্যাবাগীসৰ টোলত পঢ়িছিল। ৺ধীৰেশ্বৰেও ৺বাসুদেৱ উপাধ্যায়ৰ টোল খাগৰিবাৰী বুলি যাত্ৰা কৰিলে। কিন্তু দুৰ্ভাগ্য বশতঃ তাত দুমাহমান অধ্যয়ণ কৰাৰ পাচতে তেওঁৰ কঠিন জ্বৰ হয়। ৰোগে শাম নকটা দেখি তেওঁ ঘৰলৈ উলটি আহিবলৈ বাধ্য হয়। ধীৰেশ্বৰৰ ছাত্ৰ জীৱনৰ ইয়াতে সামৰণি পৰে। উচ্চশিক্ষাৰ প্ৰতি থকা তেওঁৰ অদম্য হেপাহ মনতে মাৰ যায়। ঘৰত কিছুদিন থকাৰ পিচত নপ্তিপাৰা গাঁৱৰ ৺মহীনাথ গোস্বামীৰ কনিষ্ঠা কন্যাৰ লগত ধীৰেশ্বৰৰ বিয়া হয়। এইবাৰ পিতৃমাতৃহীন ধীৰেশ্বৰৰ প্ৰকৃত জীৱন যুদ্ধ আৰম্ভ হয়। তেওঁৰ সংসাৰ অনাষক্ত ধাৰ্মিক পিতৃদেৱে তেওঁলৈ এৰি গৈছিল এটি গধুৰ ঋণৰ বোজা। জীৱিকা আৰু পিতৃঋণ পৰিশোধৰ চিন্তাই তেওঁক আগুৰি ধৰিলে।

ধীৰেশ্বৰ ভট্টাচাৰ্যৰ কৰ্ম জীৱন আৰম্ভ হয়। সংস্কৃত পণ্ডিতৰ জীৱিকাৰ প্ৰধান উপায় অধ্যাপনাকে তেওঁ আদৰি লয়। এই উদ্দেশ্যে তেওঁ প্ৰথমে উত্তৰ গুৱাহাটীলৈ যায়। তাৰ সংস্কৃত লোকসকলে এখন টোল স্থাপন কৰি ৺ধীৰেশ্বৰ ভট্টাচাৰ্যক তাৰ অধ্যাপক নিযুক্ত কৰে। এই প্ৰসঙ্গত ৺জটাধৰ গোস্বামী, ৺ৰত্নেশ্বৰ গোস্বামী, ৺নন্দৰাম গাওঁবুঢ়া প্ৰভৃতিৰ নাম বিশেষ ভাবে উল্লেখ যোগ্য। গুৱাহাটী লোকেল বোৰ্ডৰপৰা এই টোলে মাহিলি ২৫৲ টকাকৈ সাহাৰ্য লাভ কৰিছিল।

উত্তৰ গুৱাহাটীত ভট্টাচাৰ্যদেৱ কিছু কাল সপৰিয়ালে বাস কৰিছিল। ওপৰত উল্লেখ কৰা ৺নন্দৰাম গাওঁবুঢ়াৰ সহায়ত এডোখৰ মাটি কিনি এটি বাস উপযোগী ঘৰ সাজি লৈছিল। ইয়াতেই তেওঁ প্ৰথমা কন্যা সৰস্বতীক তেওঁ ছুটি ছুটি সংস্কৃত বাক্যবোৰ শিকাইছিল। সৰস্বতী তেতিয়া দুই তিনি বছৰীয়া ছোৱালী।

ধীৰেশ্বৰ ভট্টাচাৰ্যৰ পাণ্ডিত্যৰ যশস্যা ক্ৰমে বিয়পিবলৈ ধৰিলে গুৱাহাটীৰ কলেজিয়েট হাইস্কুলৰ বিদ্বান সংস্কৃত শিক্ষক ৺নৱকুমাৰ তৰ্ক পঞ্চানন মহাশয়ে উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈৰ আগত ভট্টাচাৰ্যদেৱৰ সম্পৰ্কে মন্তব্য কৰি কৈছিল—"আমাৰ পূজ্যপাদ দেউ ব্যাকৰণ আৰু ছদঃ শাস্ত্ৰত অশেষ ব্যুৎপত্তিশালী।" উত্তৰ গুৱাহাটীত পাচ ছয় বছৰ অধ্যাপনা কৰাৰ পিচত ছাত্ৰৰ অভাৱত টোল ভাগি যায়। তেতিয়া ৰায়বাহাদুৰ ৺গুণাভিৰাম বৰুৱা প্ৰমুখ্যে নগাঁৱৰ কেইজনমান সদাশয় লোকে তেখেতক নগাঁৱৰ টোল চলাবলৈ মাতি নিয়ে। দৰমহা মাহিলি কুৰি টকা নিৰ্দ্দিষ্ট হয়। টোল পৰিচালনা কমিটীৰ সম্পাদক ৺গুণাভিৰাম বৰুৱা নিজে আছিল। প্ৰথমতে কিছু সংখ্যক ছাত্ৰ হৈছিল যদিও পিছলৈ ছাত্ৰৰ সংখ্যা কমি আহে। তিনি বছৰমান চলাৰ পাচত টোলখন বন্ধ কৰি দিব লগাত পৰে। কেই মাহমান বহি থকাৰ পিচত নগাঁৱৰ চৰকাৰী হাইস্কুলৰ সংস্কৃত শিক্ষকৰ পদটো খালি হয় আৰু ধীৰেশ্বৰ ভট্টাচাৰ্য সেই পদত মাহে ত্ৰিশ টকা দৰমহাত নিযুক্ত হয়। কিন্তু ছমাহৰ বেচিকাল চাকৰি কৰিব নোৱাৰিলে। প্ৰধান শিক্ষকৰ লগত মনোমালিন্য হোৱাত তেওঁ চাকৰিটো এৰি দিয়ে।

নগাৱঁত অধ্যাপনা কৰি থকাৰ সময়ত ভট্টাচাৰ্যৰ জীৱনত এটি অলৌকিক ঘটনা ঘটে। এদিন ৰাতি তেওঁ এটা অদ্ভুত সপোন দেখে। এঠাইত মনোৰম অট্টালিকা। দুৱাৰ মুখত এজন দণ্ডধাৰী দিব্য পুৰুষ। ভিতৰলৈ সোমাব খোজোতে সেই দণ্ডেৰে তেওঁৰ মূৰতে এটা খোচ সোধাই কলে—'নুবুজ কিয় বুজ।' তাৰ পিচত সেই পুৰুষৰ সংকেত ক্ৰমে তেওঁ সেই গৃহৰ আন এটা কোঠাত প্ৰবেশ কৰি দেখিলে তাত কেইখিলামান পুথিৰ পাত সিচঁৰতি হৈ পৰি আছে। ভট্টাচাৰ্যদেৱে পঢ়ি চাই দেখিলে যে সেইবোৰ পাণিনি ব্যাৰণৰ পাত। ইয়াৰ পিচতে তেওঁ সাৰ পালে।

এই সমাজিকৰ লগত দিঠকৰ কিছু মিল আছে। ধীৰেশ্বৰ

ভট্টাচাৰ্যদেৱৰ মনত এটা কথালৈ সদায় অশান্তি আছিল। ৰত্নমালা ব্যাকৰণত তেওঁৰ অগাধ ব্যুৎপত্তি আছিল সঁচা, কিন্তু তাৰ দ্বাৰা সংস্কৃত মহাকাব্যবোৰৰ মল্লিনাথ প্ৰভৃতি সূৰিসকলৰ টীকা টীপ্পনী বুজাত সুবিধা নহৈছিল, কিয়নো সেইবোৰত পাণিনি ব্যাকৰণৰ সূত্ৰৰ উদ্ধৃতি দি ব্যাকৰণ প্ৰক্ৰিয়া বুজোৱা হৈছিল। গতিকে পাণিনি ব্যাকৰণ অধ্যয়নৰ প্ৰতি ভট্টাচাৰ্যদেৱৰ বহুদিন ধৰি মনত এটা প্ৰবল ইচ্ছা জাগি আছিল ; এই সপোনটো দেখাৰ পাচত তেওঁ সিদ্ধান্ত কৌমুদী এখন সংগ্ৰহ কৰি নিজে নিজে পাণিনি ব্যাকৰণ অধ্যয়নত মনোনিবেশ কৰিলে।

ধীৰেশ্বৰাচাৰ্য নগাঁৱত থকা সময়তে ৰমাবাই নামে এগৰাকী বিদুষী মাৰাঠী মহিলা অসমলৈ আহে। ভাগৱত শাস্ত্ৰত ৰমাবাইৰ অসাধাৰণ ব্যুৎপত্তি আছিল। তেওঁৰ আগমনে গোটেই অসমতে এটা খলকনি তুলিছিল, তেওঁৰ প্ৰতিভাৰ দীপ্তিত যেন আন সকলো নিষ্প্ৰভ হৈছিল। ৺গুণাভিৰাম বৰুৱা, ৺পদ্মহাস গোস্বামী প্ৰভৃতিৰ আমন্ত্ৰণ ক্ৰমে ৰমাবাই নগাঁৱলৈও গৈছিল। নগাঁৱত ধীৰেশ্বৰ ভট্টাচাৰ্য দেৱৰ লগত ৰমাবাইৰ সাক্ষাৎ হয়। তাহানি সংস্কৃত পণ্ডিতসকলৰ মাজত পাণ্ডিত্য আৰু কবিত্ব জুখিবলৈ এটা অভিনৱ ব্যৱস্থা আছিল। এজনে শ্লোক এটাৰ এটা বা দুটা পদ গাব, আন এজনে বাকী অংশ পূৰণ কৰিব, নোৱাৰিলে পৰাজয় স্বীকাৰ কৰিব লাগিব। ইয়াকে সমস্যা পূৰণ বোলা হৈছিল। ধীৰেশ্বৰ আচাৰ্যৰ লগত সমস্যা পূৰণত ৰমাবাইৰো সঘনে পৰাজয় হৈছিল। ইয়াৰ দ্বাৰা তেওঁৰ পাণ্ডিত্যৰ জ্যোতি আৰু উজ্জ্বল হৈছিল। কিছুমানে কয়, ভট্টাচাৰ্যদেৱৰ পাণ্ডিত্যত মুগ্ধ হৈ ৰমাবায়ে তেওঁক "কবিৰত্ন" উপাধি দিছিল, আন কিছুমানে কয় কোচবিহাৰত অধ্যয়ন কৰা সময়তে তেওঁ এই উপাধি লাভ কৰিছিল। সি যিকি নহওক, ভট্টাচাৰ্যদেৱৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ দ্বাৰা নগাঁৱৰ শিক্ষিত অশিক্ষিত সকলো লোক প্ৰভাৱিত হৈছিল। ৺গুণাভিৰাম বৰুৱাদেৱৰ বহা কোঠাত প্ৰায়ে গধূলি যিসকল প্ৰধান নাগৰিকে বহি আমোদ আলাপ কৰিছিল, ধীৰেশ্বৰ ভট্টাচাৰ্যদেৱ সেই

সকলৰ মাজত কেৱল এজনেই নাছিল, তেওঁ আছিল মুখ্য খেলুৱৈ। ভাগৱত ব্যাখ্যাকাৰ হিচাবেও নগাঁৱত তেওঁৰ বিশেষ খ্যাতি বিয়পি পৰিছিল।

পণ্ডিত ভট্টাচাৰ্যদেৱৰ পাণ্ডিত্যৰ যশস্যা শুনি আউনি আটী সত্ৰাধিকাৰ প্ৰাতঃস্মৰণীয় ৺দত্তদেৱ গোস্বামীয়ে তেওঁক নিজৰ সত্ৰলৈ মাতি নিলে। তাতে এখন সংস্কৃত বিদ্যালয় স্থাপন কৰি তেওঁক অধ্যাপনা কাৰ্যত নিযুক্ত কৰিলে। গোস্বামীদেৱৰ নিজ পুত্ৰ ৺কমলদেৱ গোস্বামীও এই টোলৰ ছাত্ৰ আছিল। ধীৰেশ্বৰ কবিৰত্ন আৰু দত্তদেৱ গোস্বামীৰ এই যোগ মণিকাঞ্চন যোগ হয়। গোস্বামী প্ৰভুৰ উৎসাহতে আচাৰ্যদেৱৰ প্ৰতিভাৰ চৰম বিকাশ হয় এই আউনি আটীতে। কালিদাসৰ ৰচিত বুলি প্ৰচলিত শ্ৰুতবোধ নামে ছন্দোগ্ৰন্থৰ আৰ্হিত এখন নতুন ছন্দোগ্ৰন্থ যুগুত কৰিবলৈ গোস্বামীদেৱে তেওঁক অনুৰোধ কৰে। ভট্টাচাৰ্যদেৱে এই অনুৰোধ শিৰোগত কৰি কঠোৰ পৰিশ্ৰম কৰি এখন ছন্দোগ্ৰন্থ লিখি উলিয়ায়। ইয়াত শ্ৰুতবোধৰ শ্লোকবোৰ ৰাখি লগতে প্ৰচুৰ সংখ্যাৰ নতুন ছন্দৰ লক্ষণ আৰু উদাহৰণ সংযোগ কৰে। গ্ৰন্থখনৰ নাম দিয়ে 'বৃহৎশ্ৰুতবোধ' আৰু ৰচয়িতা হিচাবে কালিদাসৰ নামটোকে ৰাখে। সত্ৰাধিকাৰ প্ৰভুৱে আচাৰ্যদেৱৰ কথা পচন্দ নকৰিলে। তেওঁ কৈছিল, "কণী পাৰে হাঁহে, খায় ভকত দাহে। সাপ মাৰি কোনে নেগুৰত বিষ এৰে?" তেতিয়া তেওঁ শ্ৰুতবোধৰ শ্লোকবোৰ সম্পূৰ্ণ বাদ দি 'বৃত্তমঞ্জৰী' নাম দি নতুন কৈ গ্ৰন্থখন লিখি উলিয়ায়। ১৮৮২ শকত আঠোটা স্তৱকত সম্পূৰ্ণ এই গ্ৰন্থখন কলিকতাৰপৰা ছপা হৈ ওলায়। অসমীয়া কাণখোৱা নামে পুথিখনৰ সৰল সংস্কৃত শ্লোকানুবাদ। তেওঁৰ "লীলামঞ্জৰী" পুথিখনো ইয়াতে ৰচিত হয়। গোস্বামী প্ৰভুৰ সম্পাদনাত ওলোৱা "আসাম বিলাসিনী" নামে সাদিনীয়া বাতৰিখনৰ লগত ধীৰেশ্বৰ ভট্টাচাৰ্য দেৱৰ ঘনিষ্ঠ সহযোগিতা আছিল। তেওঁ দক্ষিণপাট সত্ৰতো কিছুদিন আছিল। দুয়ো ঠাইতে মিলি অনুমান সাত আঠ বছৰ কটোৱাৰ পিচত পাৰিবাৰিক অসুবিধাৰ কাৰণে ঘৰলৈ গুচি আহিবলৈ বাধ্য হয়।

ঘৰৰ জেঙা জোঁটবোৰ মাৰি দুবছৰ মান পিচত আকৌ উত্তৰ গুৱাহাটীলৈ আহি তাতে টোল পাতি অধ্যাপনাত প্ৰবৃত্ত হয়। এই সময়তে গুৱাহাটীৰ ভৰলুমুখৰ ৺কালীৰাম বৰুৱাৰ লগত তেওঁৰ আলাপ, পৰিচয় হয়। কালীৰাম বৰুৱাৰ নিজৰ হাউলীতে এখন টোল আছিল। ভট্টাচাৰ্যদেৱৰ পাণ্ডিত্যৰ প্ৰতি আকৃষ্ট হৈ বৰুৱাদেৱে তেওঁক টোলৰ প্ৰধান শিক্ষকৰূপে আনিব খুজিলে। নিজৰ টোলৰ অৱস্থাও ভাল নাছিল। গতিকে ভট্টাচাৰ্যদেৱে বৰুৱাদেৱৰ টোলতে শিক্ষকতা আৰম্ভ কৰিলে। তেওঁৰ দ্বাৰা পৰিচালিত সাদিনীয়া কাকত 'আসাম'ৰো আহিকাকত আদি সংশোধন কৰিছিল। এইদৰে মুঠতে মাহে ত্ৰিশ টকাকে পাইছিল। এই টোলৰ কৃতী ছাত্ৰৰ ভিতৰত ৺কালীৰাম বৰুৱাৰ পুত্ৰ ৺কামাখ্যা ৰাম বৰুৱা অন্যতম আছিল।

সেই সময়ত গুৱাহাটীৰ শুক্ৰেশ্বৰ দেৱালয় প্ৰাঙ্গনত এখন ধৰ্মসভা অনুষ্ঠিত হৈছিল। পণ্ডিত ধীৰেশ্বৰ আচাৰ্যই প্ৰতি দেওবাৰে তাত ভাগৱত বাখ্যা কৰি বিদ্বান শ্ৰোতৃবৰ্গক মুগ্ধ কৰিছিল। ভট্টাচাৰ্য দেৱে কালীৰাম বৰুৱাৰ টোলত শিক্ষকতা কৰি থকা সময়ত গুৱাহাটীৰ প্ৰসিদ্ধ আইন জীৱী ৺কালীচৰণ সেন আৰু ৺দীননাথ সেন আদিৰ যত্নত শুক্ৰেশ্বৰত এখন সংস্কৃত টোল স্থাপিত হয়। ইপিনে আচাৰ্যদেৱৰ লগত তেওঁৰ কিবা কথালৈ মনোমালিন্য হোৱাত তেওঁ বৰুৱাদেৱৰ টোল পৰিত্যাগ কৰি শুক্ৰেশ্বৰ টোলত মাহে ত্ৰিশ টকা দৰমহাত অধ্যাপক নিযুক্ত হয়।

দেশবাসীয়ে শ্ৰেষ্ঠ পণ্ডিত বুলি সমাদৰ কৰিলেও ধীৰেশ্বৰ কবিৰত্ন জীৱনৰ মাজ বয়সতো ছাত্ৰৰ দৰে জ্ঞান আহৰণৰ প্ৰতি সদায় আগ্ৰহান্বিত আছিল। "অজৰামৰবৎ প্ৰাজ্ঞো বিদ্যাৰ্থঞ্চ চিন্তয়েৎ"— এই নীতি বচন ফাঁকিৰ প্ৰথম অংশ তেওঁ কাৰ্যত প্ৰতিফলিত কৰিছিল। পাণিনি ব্যাকৰণৰ শ্ৰেষ্ঠত্ব বুজি পাই তাৰ মাজত প্ৰবেশ কৰিবলৈ নিজে নিজেই চেষ্টা চলাই আহিছিল। দৈবাৎ তেওঁৰ এটা সুযোগ মিলিল। উজান বজাৰৰ ৺গৰ্গৰাম চৌধুৰীৰ ঘৰত ৺বালমুকুণ্ড ঝা

নামে মিহিলাৰ এজন পাণিনি ব্যাকৰণ জনা পণ্ডিত আছিল। ভট্টাচাৰ্যদেৱে প্ৰায়ে এই পণ্ডিত জনৰ ওচৰলৈ গৈ পাণিনি ব্যাকৰণৰ বিশেষ চৰ্চা কৰিবলৈ ধৰিলে আৰু প্ৰতিভাৰ বলত কম সময়ৰ ভিতৰতে তাত গভীৰ ব্যুৎপত্তি লাভ কৰিলে। শুক্ৰেশ্বৰৰ টোলত পাণিনীয় লঘু-কৌমুদী পাঠ্যৰূপে পৰিৱৰ্তন কৰিলে। ৺কালীচৰণ সেন উকীল ডাঙৰীয়ায়ো তেওঁৰ ওচৰত এবছৰ কাল লঘু-কৌমুদী আৰু ভক্তিকাব্য পঢ়ে।

শুক্ৰেশ্বৰৰ টোলত থকা সময়তে তেওঁৰ নিজ বংশৰ ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্যৰ আৰু ৺কালীচৰণ সেনৰ লগত ভট্টাচাৰ্যদেৱে তীৰ্থ ভ্ৰমণ কৰিবলৈ যায়। অযোধ্যা, কাশী, প্ৰয়াগ, মথুৰা, বৃন্দাবন, পুৰী, আদি ভাৰতৰ প্ৰসিদ্ধ তীৰ্থস্থানবোৰ ভ্ৰমণ কৰে। কৰিৰত্নদেৱে দেৱদেৱী দৰ্শন কৰাৰ উপৰিও সেই ঠাইৰ শাস্ত্ৰজ্ঞ পণ্ডিত মণ্ডলীৰ লগত চিনা পৰিচয় হৈ শাস্ত্ৰালাপ কৰি জ্ঞানৰ ভঁৰাল চহকী কৰে আৰু লগতে নিজৰ জ্ঞানৰ পোহৰেৰে সকলোকে চমকিত কৰে। যাওঁতে তেওঁ "বৃত্তমঞ্জৰী" খন লগত লৈ গৈছিল। অযোধ্যাৰ এজন বৃদ্ধ বিচক্ষণ পণ্ডিতে উক্ত গ্ৰন্থখন চকুফুৰাই চাই তেওঁৰ পাণ্ডিত্যৰ ভূয়ো ভূয়ঃ প্ৰশংসা কৰে।

শুক্ৰেশ্বৰৰ টোলখনো চাৰি পাঁচ বছৰ চলাৰ পিচত উঠি যায়। ভট্টাচাৰ্য আঠখৰীয়াৰ নিজৰ ঘৰলৈ গৈ তাতে ছবছৰমান কটায়। এনেতে কামাখ্যা ধামত এখন সংস্কৃত বিদ্যালয় স্থাপিত হয়। সেই টোল স্থাপনতো ৺কালীচৰণ সেন এজন মুখ্য আগভাগ লওঁতা আছিল। তেওঁৰ অনুৰোধ ক্ৰমেই এই নৱ প্ৰতিস্থাপিত টোলত ধীৰেশ্বৰ কৰিৰত্নদেৱ অধ্যাপক নিযুক্ত হয়। দৰমহা মাহে ২৫ টকা নিৰ্দিষ্ট হয়। এইবাৰ তেওঁ উপাধিলৈকে পাণিনি ব্যাকৰণ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰিবলৈ কৃতসংকল্প হ'ল। এই কামত তেওঁ উৎসাহতকৈ বাধাই পাইছিল বেচি। তথাপি নিৰুৎসাহ নহৈ পাণিনিৰ প্ৰচাৰত আত্মনিয়োগ কৰিলে। কেবাজনো ছাত্ৰই প্ৰথম আৰু দ্বিতীয় পৰীক্ষা পাচ কৰিলে।

ভট্টাচাৰ্যদেৱে আউনী আটীত থাকোতে "বৃত্তমঞ্জৰী" নাম দি যিখন ছন্দোগ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছিল, শুক্ৰেশ্বৰত অধ্যাপনাকালত তাৰ কিছু পৰিৱৰ্তন আৰু সংশোধন কৰিছিল। আগতে উল্লেখ নথকা কেইটামান নতুন ছন্দৰ লক্ষণ আৰু নামাকৰণ কৰে। কামাখ্যা ধামত থকা কালছোৱাৰ ভিতৰত তেওঁ "বৃত্তমঞ্জৰী"ৰ টীকা ৰচনা কৰে।

ইংৰাজী ১৯১০ খৃষ্টাব্দৰ পহিলা জুন তাৰিখে ধীৰেশ্বৰ কবিৰত্নই অসম চৰকাৰৰ পৰা তেতিয়াৰ দিনত সংস্কৃত পণ্ডিতৰ শ্ৰেষ্ঠ সন্মানসূচক "মহামহোপাধ্যায়" উপাধি লাভ কৰে। এসময়ৰ গুৱাহাটীত ডেপুটি মেজিষ্ট্ৰেট প্ৰকাশচন্দ্ৰ সিংহদেৱে পণ্ডিত প্ৰবৰৰ পাণ্ডিত্য, কৱিত্ব, নিষ্ঠা আদি অশেষ গুণৰ দ্বাৰা আকৃষ্ট হৈ স্বতঃ প্ৰণোদিত ভাবে কর্তৃপক্ষৰ ওচৰৰ এই উদ্দেশ্যে চুপাৰিচ কৰিছিল।

এই সময় ছোৱাতে তেওঁ পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ অনুৰোধক্ৰমে তেতিয়াৰ ভাৰত সম্ৰাট সপ্তম এডোৱাৰ্ডৰ মৃত্যুত সমবেদনা জনাই "শোক প্ৰকাশ" আৰু পঞ্চম জৰ্জৰ সিংহাসন আৰোহণত আনন্দ স্থাপন কৰি "হৰ্ষপ্ৰকাশ" নাম দি প্ৰাঞ্জল সংস্কৃতত, সুললিত ছন্দত দুখন লঘুকাব্য ৰচনা কৰি সম্ৰাট পঞ্চম জৰ্জৰ ওচৰলৈ পঠিয়াই দিছিল। প্ৰাপ্তি স্বীকাৰৰ লগতে সম্ৰাটৰ পৰা এখন উচ্চ প্ৰশংসাসূচক পত্ৰও পাইছিল।

পণ্ডিত ধীৰেশ্বৰাচাৰ্য কামাখ্যাধামত থকা কালছোৱাত নানা ঠাইৰ বিশিষ্ট পণ্ডিত আৰু সম্ভ্ৰান্ত লোকসমূহৰ সংস্পৰ্শত আহিবলৈ সুবিধা পাইছিল। তাৰ দ্বাৰা তেওঁ নিজেও উপকৃত হৈছিল আৰু লগতে অসামান্য জ্ঞানৰ জেউতিৰে অসম জননীৰ মুখো উজ্জ্বল কৰিছিল। দ্বাৰভাঙ্গাৰ মহাৰাজ ৺ৰামেশ্বৰ সিংহই ভট্টাচাৰ্য দেৱক সংস্কৃত উচ্চাৰণৰ বিশুদ্ধতা লক্ষ কৰি তবধ মানিছিল। 'হাথিভাই শাস্ত্ৰী' নামে বোম্বাইৰ এজন খ্যাতনামা পণ্ডিতে কামাখ্যা দৰ্শন কৰিবলৈ আহোতে আচাৰ্যদেৱে বৃত্তমঞ্জৰীখন তেওঁক পঢ়ি চাবলৈ দিয়ে। শাস্ত্ৰী মহাশয়ে গ্ৰন্থখনৰ উপাদেয়ন উপলব্ধি কৰি তেওঁৰ উচ্চ কাব্যিক প্ৰতিভাৰ শলাগ লয়।

কামাখ্যাত ন দহ বছৰ অধ্যাপনা কাৰ্য চলাই শেষত তেওঁ নিজ

ঘৰলৈ যায়। তাৰপাছত আৰু কেই মাহমান উত্তৰ গুৱাহাটীৰ আউনী-আটী সত্ৰ বাহৰত শিক্ষকতা কৰিছিল। তেওঁৰ নিজৰ গাঁৱৰ ওচৰতে পাণ্ডুলা গাৱঁত "দামোদৰ ধাম" টোল প্ৰতিষ্ঠিত হৈছিল আৰু তাৰ উদ্যোক্তাসকলৰ অনুৰোধ ক্ৰমে তেওঁ তালৈকে যায়। দামোদৰ ধামত তেওঁ একান্তমনে পাণিনি ব্যাকৰণৰ অধ্যাপনাত আত্মনিয়োগ কৰে। সংস্কৃত ভাষা সংৰক্ষণ আৰু প্ৰচাৰৰ কাৰণে ইং ১৯১৩ খৃঃত নলবাৰীত স্থাপিত 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা'ৰ প্ৰথম সভাপতি হিচাবে এই অনুষ্ঠানটোতো গুৰি ধৰিছিল।

আচাৰ্যদেৱৰ পাৰিবাৰিক জীৱন বৰ সুখৰ নাছিল। তেওঁৰ একেটি পুত্ৰ ৺তাৰানাথ তেওঁৰ বৰ অপ্ৰীতিভাজন আছিল। পুত্ৰক লৈ তেওঁ ইমান দাৰুণ মানসিক আঘাট পাইছিল যে একমাত্ৰ পুত্ৰ হলেও তেওঁৰ ত্যাজ্য পুত্ৰ কৰিছিল। দুই কন্যা সৰস্বতী আৰু ভাৰতী সুশীলা আৰু বিদুষী আছিল। সৰস্বতীৰ সংস্কৃতত বিশেষ ব্যুৎপত্তি আছিল। এবাৰ এখন যজ্ঞ সভাত প্ৰাঞ্জলভাৱে ভাগৱত ব্যাখ্যা কৰা বাবে পণ্ডিত মণ্ডলীয়ে তেওঁক "ভাগৱত ভাৰতী" উপাধি দিছিল। পণ্ডিত ৺তাৰানাথ গোস্বামীৰ লগত সৰস্বতীৰ বিয়া হয়। ভাৰতীয়েও শৈশৱৰ পৰাই সংস্কৃত বিদ্যা আয়ত্ত কৰিছিল। তেওঁকো বিয়া দিয়া হৈছিল, কিন্তু বিয়াৰ কিছুদিন পিচতে মৃত্যুৰ মুখত পৰে। শুনা যায় স্বামীৰ লগতো তেওঁৰ গভীৰ প্ৰীতিৰ সম্পৰ্ক নাছিল।

পিতৃঋণৰ গধুৰ বোজা মূৰত লৈ ধীৰেশ্বৰে সংসাৰত প্ৰবেশ কৰিছিল। জীৱিকাৰ অন্বেষণত নানা ঠাই ভ্ৰমি পুত্ৰ পৰিয়ালৰ ভৰণ-পোষণ কৰি, পিতৃয়ে এৰি যোৱা ঋণ পৰিশোধ কৰি অতি কষ্টে যিখিনি সঞ্চয় কৰিছিল জীৱনৰ অন্তিম কালত তাৰে সামান্য টকা নিজৰ পত্নী আৰু বিধবা ভাই বোৱাৰীৰ কাৰণে মাসিক বৃত্তি হিচাবে এৰি বাকী ৯০০০৲ টকাৰে অসমত বেদ আৰু পাণিনি ব্যাকৰণৰ প্ৰচাৰৰ কাৰণে "ধীৰেশ্বৰাচাৰ্য ট্ৰাষ্ট ফাণ্ড" প্ৰৱৰ্তন কৰি পাণ্ডুলাত "দামোদৰ ধাম ৺ধীৰেশ্বৰ বিদ্যালয়" প্ৰতিষ্ঠা কৰিছিল। এই বিদ্যালয়

এজন কৃতবিদ্য পণ্ডিতৰ অসামান্য ত্যাগ, বদান্যতা, বিদ্যানুৰাগ আৰু আদৰ্শ নিষ্ঠাৰ জ্বলন্ত নিদৰ্শন। দামোদৰ ধাম অসমৰ পুণ্যক্ষেত্ৰ।

দামোদৰ ধামত অলপ কেই বছৰ মান অধ্যাপনা কৰাৰ পাচত মাত্ৰ সাত আঠ দিন মান জ্বৰত ভুগি মহামহোপাধ্যায় কৱিৰত্ন ধীৰেশ্বৰাচাৰ্যই ১৩২৬ চনৰ ৮ কাতি তাৰিখে ইহলীলা সম্বৰণ কৰে। মৃত্যুৰ সময়ত তেওঁৰ বয়স ৬৮ বছৰ মাত্ৰ হৈছিল। তেওঁৰ মৃত্যুৰ বাতৰিয়ে গোটেই অসমতে বিষাদৰ ছাঁ পেলায়। নানা ঠাইত শোক সভা পাতি সুৰ ভাৰতীৰ একনিষ্ঠ এই সাধকৰ অমৰ আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি নিবেদন কৰা হয়।

৺ধীৰেশ্বৰ আচাৰ্যৰ নশ্বৰ দেহ পঞ্চভূতত মিলি গ'ল, কিন্তু স্থায়ী হৈ ৰল তেওঁৰ জীৱনৰ কীৰ্তিৰাশি। "বৃত্তমঞ্জৰী" তেওঁৰ জীৱন সৰ্বস্ব আছিল। ৺দত্তদেৱ গোস্বামীৰ উদগনিত এই কাম হাতত লৈছিল। জীৱনৰ বহু বছৰ ব্যাপি সাধনা কৰি ছন্দঃ, শাস্ত্ৰ, কাব্য, নাট্য মন্থন কৰি গ্ৰন্থখনৰ সম্পূৰ্ণতা দান কৰিছিল। সম্প্ৰতি অসম চৰকাৰৰ ইতিহাস আৰ পুৰাতত্ত্ব বিভাগৰ দ্বাৰা এই গ্ৰন্থ প্ৰকাশিত হৈ ওলাইছে। পূৰ্বতে উল্লেখ কৰা লীলামঞ্জৰী শোক প্ৰকাশ, হৰ্ষপ্ৰকাশ—এই লঘু কাব্য তিনিখনৰ উপৰিও তেওঁ কলঙ্ক ভঞ্জন কাব্য আৰু গোপাল লাস্য, কামাখ্যাষ্টক, বাণ্যষ্টক, কাল্যষ্টক, শিৱস্তুতি আদি সংস্কৃত ভাষাত নানা স্তৱ স্তুতি ৰচনা কৰিছিল। ৰত্নমালা ব্যাকৰণৰো টীকা-টিপ্পনীৰে এটি অভিনয় সংস্কৰণ যুগুত কৰিছিল বুলি শুনা যায়। কিন্তু তাৰ পাণ্ডুলিপি কোনেও পোৱা নাই।

আচাৰ্যদেৱৰ সংস্কৃত ভাষা আৰু ছন্দৰ ওপৰত ছাত্ৰ অৱস্থাৰ পৰাই বিশেষ হাত আছিল। খাগৰা বাৰিত পঢ়োতে নবীয়া পাটীৰ পৰাই সৰস্বতী পূজাৰ নিমন্ত্ৰণী চিঠি মধুৰ ছন্দত লিখি সকলোৰে প্ৰশংসাভাজন হৈছিল। চৰ্চা আৰু বয়সৰ লগে লগে এই শক্তিৰ বিশেষ স্ফুৰণ হৈছিল। তেতিয়াৰ কলিকতা "সংস্কৃত পৰীক্ষাবোৰ্ড"ৰ সদস্য হিচাবে এবাৰ কলিকতা সংস্কৃত কলেজত উপস্থিত হৈ এখন পণ্ডিত সভাত

"অস্মিন্ সভায়াং মমৈষা প্ৰতিজ্ঞা, ভুজঙ্গ প্ৰয়াতং বিনা বাগ্ ন বাচ্যা" বুলি অনৰ্গল ভুজঙ্গ প্ৰয়াত ছন্দত বক্তৃতা দিব ধৰিলে। দুজনমান পণ্ডিতে মুখস্থ কৰি মতা বুলি সন্দেহ কৰি আন ছন্দত বক্তৃতা দিব কোৱাত কবিৰত্নদেৱে অন্যান্য ছন্দতে বক্তৃতাৰ সামৰণি মাৰি সকলোকে চমকিত কৰিছিল। নৱদ্বীপ, ঢাকা সাৰস্বত সমাজ আদিতো বিশুদ্ধ সংস্কৃতত বক্তৃতা দি বিদ্বৎ সমাজত যশস্যা আৰ্জিছিল। সুদূৰ বাৰানসী ক্ষেত্ৰতো শাস্ত্ৰজ্ঞ পণ্ডিতৰ লগত শাস্ত্ৰাৰ্থ বিচাৰত জয়ী হৈছিল।

পুৰণি জীৰ্ণলিপি পঢ়া, তামৰ ফলি আদিৰ পাঠ উদ্ধাৰ কৰাতো ধীৰেশ্বৰাচাৰ্য সিদ্ধহস্ত আছিল। ৺হেমচন্দ্ৰ গোস্বামী, ৺পদ্মনাথ বিদ্যাবিনোদ আদি প্ৰত্নতাত্ত্বিকসকলে টানত পৰিলে প্ৰায়ে কবিৰত্ন দেৱৰ কাষ চাপিছিল। নগাওঁ জিলাৰ সূতাৰ গাৱঁত, আবিষ্কৃত বল বৰ্মাৰ তাম্ৰ শাসনৰ পাঠ উদ্ধাৰ কৰি ভট্টাচাৰ্যদেৱে তাৰ অৰ্থ আৰু তথ্যাদিও প্ৰকাশ কৰিছিল।

ইংৰাজী ১৯০১ খৃষ্টাব্দত গুৱাহাটীত লৰ্ড কাৰ্জনক আদৰিবলৈ যিখন সভা পাতিছিল, সেই সভাত ধীৰেশ্বৰাচাৰ্যদেৱে সংস্কৃত ভাষাত অভিনন্দন পত্ৰ ৰচনা কৰি পাঠ কৰিছিল। ইংৰাজী আৰু অসমীয়া অভিনন্দন যথাক্ৰমে ৺জগন্নাথ বৰুৱা আৰু ৺সত্যনাথ বৰাদেৱে পাঠ কৰিছিল। পণ্ডিত ধীৰেশ্বৰ ভট্টাচাৰ্যদেৱ নিৰ্ভীক, স্বাধীনচিতীয়া আৰু দেশপ্ৰেমিক আছিল। শুক্ৰেশ্বৰৰ টোলত থাকোতে এবাৰ ডাইৰেক্টৰ বুথ চাহাবে টোল চাবলৈ আহি প্ৰতিপদ তিথিত টোল বন্ধ পাই খঙত উগ্ৰমূৰ্তি হৈ কৈফিয়ৎ বিচৰাত তেওঁ নিৰ্ভীকভাৱে উত্তৰ দিছিল, "আপোনালোকৰ ৰবিবাৰ যেনে আমাৰো প্ৰতিপদ তিথি তেনে।" এই উত্তৰত বুথ চাহাবে তেওঁক বেয়া পাইছিল। এবাৰ এজন বঙালী পণ্ডিতে অসমত আৰ্যসভ্যতা অলপদিনীয়া বুলি মন্তব্য কৰোতে ক্ষুব্ধ হৈ ভট্টাচাৰ্যদেৱে কৈছিল যে—"অসমতে প্ৰথমে মানুহ সৃষ্টি হৈছিল, বঙ্গদেশত সৃষ্টি হৈছিল শামুক।"

আধ্যাত্মিকতা আৰু ঈশ্বৰ বিশ্বাস ফল্গুধাৰাৰ দৰে তেওঁৰ হৃদয়ত

প্ৰবাহিত হৈছিল। এই অচল বিশ্বাস থকা কাৰণে বহুসময়ত ভগৱানৰ নাম কীৰ্তন কৰিয়ে ৰোগমুক্ত হৈছিল। ফুল তেওঁৰ প্ৰিয় বস্তু আছিল। কামাখ্যাত থাকোতে নিজ হাতে ফুল কই এখন বাগিছা কৰিছিল। খোৱা-বোৱা, ফুৰা-চকা, সকলোতে তেওঁ পৰি-পাটি আছিল। হাতৰ আখৰ বোৰ মুকুতাৰ দৰে আছিল। তেওঁ বৰ ৰসিক আৰু মধুৰালাপী আছিল। কম লোকেহে একাধাৰে ইমান বোৰ সজ্জগুণৰ অধিকাৰী হব পাৰে। দুকুৰি বছৰৰো অধিক কাল জুৰি মাজুলিৰপৰা বঙ্গদেশলৈকে দেশবাসীৰ কাণত দেৱবাণীৰ মধুধাৰা ঢালি তৃপ্তি দিওঁৱা এইজনা পুৰুষ সকলোৰে নমস্য হৈ থাকিব।

—

# চন্দ্ৰকুমাৰ আগৰৱালা

শ্ৰীঅমিয় কুমাৰ দাস

"আপুনি নাভাবিব আপোনাৰ পেন্সন গভৰ্ণমেণ্টে বন্ধ কৰিলে, মই আপোনাৰ পেন্সনৰ টকা দি থাকিবলৈ গাত লৈছোঁ। বিচাৰত আপোনাৰ কাৰাদণ্ড হলে ময়ে আপোনাৰ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব লম। আপুনি চিন্তা নকৰিব।" এই কথাখিনি ক'লে সাদিনীয়া অসমীয়াৰ স্বত্বাধিকাৰী 'আসাম প্ৰিণ্টছ এণ্ড পাবলিছ' কোম্পানীৰ মেনেজিং ডিৰেক্টৰ স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাই সম্পাদক মহেশ্বৰ বৰুৱাক।

মহেশ্বৰ বৰুৱা দোধোৰ মোধোৰত পৰিছে অসমীয়াৰ ওপৰত হোৱা মোকৰ্দমাত কি কৰে! কামৰূপ জিলাৰ পুলিচ ছুপাৰিণ্টেণ্ডেট স্বৰ্গগত আনন্দ আগৰৱালাই (চন্দ্ৰ কুমাৰ আগৰৱালাৰ সম্পৰ্কীয় ভায়েক) বুজাইছে "আপুনি ক্ষমা প্ৰাৰ্থনা কৰক।" এনে এটা অৱস্থাত সম্পাদক মহেশ্বৰ বৰুৱা চিন্তিত।

এই ঘটনা হৈছিল ১৯২২ চনত অসহযোগ আন্দোলন চলি থাকোতে। অসহযোগ আন্দোলন দমন কৰিবলৈ সেই সময়ত ব্ৰিটিচ চৰকাৰে সশস্ত্ৰ চিপাহীৰ দল গাৱেঁ গাৱেঁ লৈ ফুৰাই গাৱঁলীয়া ৰাইজৰ মনত ভুৱা দেখুৱাৰ ব্যৱস্থা লৈছিল। এইবাবে ১৯২২ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত বৰপেটা নগৰৰ পৰা এছিষ্টেণ্ট পুলিচ ছুপাৰিণ্টেণ্ডেট সশস্ত্ৰ পুলিচ বাহিনী লৈ গাঁৱলৈ ওলাল। সুন্দৰী দিয়া সত্ৰৰ ওচৰ পোৱাত পুলিচ বাহিনী থিয় হ'ল। গাঁৱৰ বাহিৰত বাটৰ পশ্চিম কাষে এটা ওখ টিপত খেৰেৰে সজা এটা সৰু নাম ঘৰ আছে। মহাপুৰুষ মাধৱদেৱ আহি সেই ঠাইতে হেনো জিৰনি লৈছিল। ৰাইজে তাত এটা নাম ঘৰ সাজি মহাপুৰুষৰ জিৰনি লোৱা ঠাই ডোখৰৰ স্মৃতি ৰাখিছে।

সহকাৰী পুলিচ চাহাব নতুনকৈ অহা ইংৰাজ ডেকাই এই ঠাই ডোখৰৰ মাহাত্ম্য একো নাজানে। তেওঁ ওখ ঠাই দেখি তালৈ উঠি গ'ল, জোতাৰে সৈতে নাম ঘৰত সোমাই কৰিব নলগীয়া কাম এটা ক্ষুদ্ৰ শৌচ কৰিলে। চাহাবৰ এনে কাৰ্যত ৰাইজে দুখ পালে। বৰপেটা জিলা কংগ্ৰেছৰ সম্পাদক স্বৰ্গগত জনাৰ্দন দাসে কাকতলৈ এই বাতৰি পঠালে—মহাত্মা গান্ধীৰ দ্বাৰা সম্পাদিত ইয়ং ইণ্ডিয়াকে লৈ ভাৰতৰ বহুতো কাকতে এই বাতৰি প্ৰকাশ কৰিলে।

ধৰ্মৰ স্থান অপৱিত্ৰ কৰা বুলি সাম্ৰাজ্যবাদী চৰকাৰৰ ওপৰত মোকৰ্দমাৰ অৱতাৰণা কৰা হ'ল। ঘটনাৰ সত্যাসত্য অনুসন্ধান কৰি কাকতৰ কতৃ'পক্ষ মোকৰ্দমাৰ সম্মুখীন হ'ল। চৰকাৰে ভবা নাছিল অসমীয়া কতৃ'পক্ষ মোকৰ্দমাৰ সম্মুখীন হব। তেওঁলোকে ভাবিছিল মোকৰ্দমাৰ জাননী পোৱা মাত্ৰে কাকতখনৰ কতৃ'পক্ষ সেও হৈ আঠু লব। কিন্তু তেনে নোহোৱাত মানুহৰ স্বাভাৱিক দুৰ্বলতাৰ ওপৰত ভিত্তি কৰি কিছুমানে সম্পাদকৰ মন ভাঙিবলৈ যত্ন কৰিছিল। এনে সময়ত চন্দ্ৰ কুমাৰ আগৰৱালাৰ আশ্বাসে সম্পাদকৰ মনলৈ সাহ আনিলে।

ভাৰতত ছপাখানা আৰু বাতৰি কাকতৰ বুৰঞ্জী এটা দুখ লগা কাহিনী। বাতৰি কাকতৰ যোগেদি দেশ সেৱা বিপদৰ কথা আছিল। দেশ পৰাধীন থকা বাবে সঁচা কথাটো মাত মাতিবলৈ বহুতে সাহ নকৰিছিল। ভাৰতৰ ভিতৰত অসমৰ আৰু অসমীয়া বাতৰি কাকতৰ বুৰঞ্জী আৰু বেজাৰ লগা। জাতীয় চেতনা নথকাত অসমীয়া পঢ়ুৱৈ সমাজ আৰু উদাসীন আছিল। দেশৰ মানুহে বিচাৰে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতি কিন্তু কিবা এটা কাম কৰিবলৈ হলে যে ত্যাগ আৰু সাধনা লাগে তেনে ভাৱ গঢ়ি তোলাত অসমীয়া বৰ আগ বাঢ়িব পৰা নাছিল।

ভাৰতৰ প্ৰতীচ্য শিক্ষাৰ প্ৰৱৰ্তন হোৱাৰ ফলত ভাৰতলৈ নৱ-জাগৰণ আহিল, এই নৱজাগৰণৰ এছাতি বা অসমলৈকো আহিল, তথাপি অসম পাছ পৰি ৰ'ল। ১৯২১ চনত অসহযোগ আন্দোলন

আৰম্ভ নোহোৱালৈকে অসমত উত্তমাহৰ চল অহা নাছিল। ৰাহুৰ গ্ৰাহৰ পৰা অসমীয়া ভাষাক উদ্ধাৰ কৰাটো প্ৰতিজন অসমীয়াই বিচাৰিছিল। কিন্তু এইবাবে যে বহুতো ত্যাগ স্বীকাৰ প্ৰয়োজন সেই কথা সকলোৱে অনুভৱ কৰা নাছিল। সময়ে সময়ে একো একোখন বাতৰি আলোচনী অসমীয়া ভাষা আৰু সাহিত্যৰ ক্ষেত্ৰত জন্ম লয় কিন্তু অসমীয়া পঢ়ুৱৈ সমাজৰ অৱহেলাত এই বিলাকে সৰহ দিনলৈ জীয়াই থাকিব পৰা নাছিল। এইদৰে ১৯১৮ চন পালেহি। এনে সময়ত চন্দ্ৰকুমাৰ আগৰৱালাৰ নেতৃত্বত ডিব্ৰুগড়ত এটা কোম্পানী গঢ়ি উঠিল আৰু এই কোম্পানীয়ে "অসমীয়া" কাকতখন সাদিনীয়া হিচাপে উলিওৱাত লাগিল। এইখন কাকতেই অসমত বৃটিচ গভৰ্ণমেণ্টৰ সমালোচনাত মন দিয়াত এই কাকতখন কেনেকৈ ধ্বংস কৰিব পাৰে গভৰ্ণমেণ্ট তাৰ চেষ্টাত থাকিল। এনে এটা বিপদৰ সময়ত অসমীয়া সাহিত্য আৰু বাতৰি কাকতৰ কৰ্মক্ষেত্ৰত চন্দ্ৰকুমাৰ আগৰৱালাৰ অৱদান অতি মহান।

চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম হয় তেজপুৰৰ কলংপাৰত ১৮৬৭ চনৰ নবেম্বৰ মাহত। তেওঁৰ দেউতাক আছিল হৰিবিলাস আগৰৱালা। তেওঁলোকৰ উপৰিপুৰুষ ৰাজস্থানৰ আছিল। কিন্তু জমিদাৰৰ উৎপীড়নত দেশ এৰিব লগীয়া হ'ল আৰু জীৱিকাৰ সন্ধানত হৰিবিলাস আগৰৱালাৰ দেউতাক নইৰঙ্গ অসম পালেহি। সেই সময়ত ইংৰাজে অসম ললেও সম্পূৰ্ণতে লোৱা নাছিল। উজনি অসমৰ লগতে কলংপুৰ অঞ্চলটো আহোম ৰজাৰ তলত আছিল। উজনি স্বাধীন আছিল সঁচা কিন্তু সেই স্বাধীনতাই উন্নতিৰ বাটত আগবাঢ়িবলৈ দুৱাৰখন মুকলি কৰি দিব পৰা বিধৰ নাছিল। বিষয়ববীয়া সকল ক্ষমতাৰ বাবে নিজৰ মাজতে কাজিয়াত ব্যস্ত। আধুনিক জগতত দেশৰ ৰাইজক কেনেকৈ উন্নতিৰ বাটত আগবঢ়াই নিব লাগে তালৈ মন দিয়া নাছিল। অৱশেষত তেওঁলোকে নিজেই উজনি অসম খণ্ডও ব্ৰিটিচৰ হাতত গতাই দিলে।

কিন্তু ব্ৰিটিচৰ তললৈ যোৱাৰ পাছত অসমীয়া ভাষাৰ অস্তিত্ব বিপন্ন হ'ল। শিক্ষিত বঙালীসকলৰ এটা ভাব আছিল যে অসমীয়া বঙালী ভাষাৰেই অপভ্ৰংশ; যিদৰে পূৰ্ব বঙ্গত প্ৰচলিত কোৱা ভাষা পশ্চিম বঙ্গৰ ভাষাতকৈ বেলেগ অথচ লিখাত একে বঙালী ভাষাই লিখে, সেইদৰে অসমীয়াৰো কোৱা ভাষা পশ্চিম বঙ্গতকৈ বেলেগ হলেও একে বঙালী ভাষা। এইবাবে অসমীয়া ভাষাই চৰকাৰৰ ওচৰত পোনতে স্বীকৃতি পোৱা নাছিল। অসমীয়া ভাষাৰ অস্তিত্ব ৰক্ষা কৰিবলৈ সেই সময়ত কিছুমান অসমীয়া গণ্যমান্য লোকে আন্দোলন কৰিব লগীয়া হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ দেউতাক হৰিবিলাস আগৰৱালা সেই সময়ত অসমত এগৰাকী খ্যাতনামা ধনী সদাগৰ আছিল। কিন্তু বেহাবেপাৰত প্ৰতিষ্ঠা লাভ কৰি ধন ঐশ্বৰ্যৰ মাজত সচৰাচৰে পোৱা আত্ম সন্তুষ্টিত তেওঁ থাকিব নোৱাৰিলে। মানুহৰ আধ্যাত্মিক অন্তৰে বিচৰা, দেশ আৰু সমাজ সেৱাৰ প্ৰতি তেওঁৰ মন বিয়াকুল হৈ উঠিল। এই ব্যাকুলতাই তেওঁক নিলে অসমীয়া পুৰণি সাহিত্য প্ৰকাশৰ আৰু ৰাইজৰ সংগঠনৰ কাৰ্যক্ষেত্ৰলৈ। দেউতাকৰ জীৱনৰ এই প্ৰভাৱ পুতেক চন্দ্ৰকুমাৰৰ ওপৰত নপৰাকৈ নাথাকিল। দেউতাক হৰিবিলাস আগৰৱালাই লৰাকালত আধুনিক শিক্ষা পাবলৈ বিয়াকুল হৈ উঠিছিল বাবে তেওঁ শিৱসাগৰ, ডিব্ৰুগড়লৈকে যাব লগীয়া হৈছিল। কিন্তু সেই সময়ত শিক্ষাৰ অনুস্থানবিলাক অসমত ভালকৈ গঢ়ি উঠা নাছিল। অসমত পাচ পৰা শিক্ষাৰ বাবে যত্ন কৰি থাকোতে তেওঁ পিতৃহীন হৈ সংসাৰৰ দায়িত্ব লব লগীয়া হ'ল। সেইবাবে পুতেকহঁতে যাতে আধুনিক শিক্ষাৰ পৰা বঞ্চিত নহয়, তালৈ তেওঁ বিশেষকৈ মন দিছিল। এইবাবে কলংপুৰৰ পৰা তেজপুৰলৈ আহিল আৰু পুতেকহঁতক কলিকতালৈ পঠাই স্কুলত ভৰ্তি কৰি দিলে। ডেভিদহেয়াৰ ডিৰোজিও প্ৰভৃতি শিক্ষানুৰাগী লোকৰ প্ৰেৰণাত গঢ়ি উঠা হিন্দু স্কুল, প্ৰেছিডেন্সী কলেজ আদিৰ পৰিৱেশত দেশসেৱাৰ আদৰ্শ চন্দ্ৰকুমাৰে নোপোৱাকৈ কেনেকৈ থাকে। সেই সময়ত ভাৰতৰ শিক্ষিত ডেকাসকলৰ অন্তৰলৈ

এটা নতুন ভাৱ আহিছিল। এই ভাৱ আনিবলৈ যত্ন কৰিছিল মহত্ব হৃদয়ৰ এগৰাকী ইংৰাজে। তেওঁ ভাৰতীয় শিক্ষিত ডেকাসকললৈ উদ্দেশ্য কৰি এখন চিঠি লিখিছিল। আন আন ভাৰতীয় শিক্ষিত ডেকাৰ অন্তৰলৈ প্ৰেৰণা অনাৰ লগতে চন্দ্ৰকুমাৰ আগৰৱালাৰ মনলৈকো নিশ্চয় এই চিঠিখনে প্ৰেৰণা আনিছিল—“যদি ৰাইজৰ সেৱা কৰিবলৈ আপোনালোকৰ ভাৱৰ অভাৱ হয়, নিজৰ ব্যক্তিগত স্বাৰ্থক তল পেলাই ৰাইজৰ সেৱা কৰিবলৈ ভাৱ নহয়, যি স্বদেশ প্ৰেমৰ ভাৱে ইংৰাজ অন্তৰলৈ প্ৰেৰণা আনিছে, যি প্ৰেৰণাই ইংৰাজক ইংৰাজ বুলি চিনাকী দিবলৈ সমল যোগাইছে, তেনেবিধৰ প্ৰেৰণা যদি আপোনালোকৰ নাহে, তেন্তে ইংৰাজ আপোনালোকৰ দেশৰ শাসনকৰ্তা অপৰিহাৰ্যভাৱে হব লগীয়া হব। আত্মত্যাগ আৰু নিস্বাৰ্থ সেৱাইহে মুক্তি আৰু আনন্দৰ সন্ধান দিয়ে বুলি সেই চিৰন্তন সত্য উপলব্ধি কৰি যেতিয়ালৈকে কামত নালাগে, তেতিয়ালৈকে পৰাধীনতাৰ শিকলি ডালে আপোনালোকৰ ডিঙিত দুখ দিবই।” এইজনা ইংৰাজ ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠাতা মহামতি হিউম। ১৮৮৫ চনত তেওঁ এই চিঠিখন বাতৰি কাকতৰ যোগেদি ভাৰতত প্ৰচাৰ কৰিছিল। দেশসেৱাৰ ভাৱত প্ৰণোদিত হৈ ছাত্ৰ চন্দ্ৰকুমাৰে কলিকতাৰপৰা অসমীয়া আলোচনী “জোনাকী” প্ৰকাশ কৰিলে। তাৰ আত্মকথাত তেওঁ লিখিলে—

“অনেকে আমাৰ নিবুৰ্দ্ধিতাৰ সাহ দেখি হাঁহিব, সন্দেহ নাই। আমি যে এই বিপদ সাগৰত ভুৰ বান্ধি লৰাৰ দৰে পাৰ হবলৈ ওলাইছোঁ তাক আমি জানো। অসমত কাকতৰ গতি কচুপাতৰ পানী টুপিৰ দৰে। মানুহৰ চেষ্টা “অজৰ অমৰ” বুলি জানিহে আমাৰ সাহ, উদ্যোগীয়ে মৰণ কি কব নোৱাৰে। জীৱনেই হৈছে কাৰ্যশীল। কৰিব লগীয়া আমি কৰিম। যশ লাভ পাছৰ কথা। কামৰ চকৰীৰ তলত বহু মৰেও জীয়েও, মৰি জীহে সংসাৰৰ কাৰ্য সাধিব পাৰি।

আমাৰ উদ্দেশ্য অনেকেই সুধিব। সম্প্ৰতি ইয়াকে ক’লেই হব যে

× × × ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত প্ৰজানীতিহে ধৰিব লগীয়া—সাহিত্য বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়।

"নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙ্গতিৰ পোহৰত বাট পাওঁ তেন্তে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিখাৰী, ধনত দুখীয়া, সংখ্যাবলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা আৰু পৰাধীন—কিন্তু আমি নিজ শক্তি অনুযায়ী হৈহে কামত হাত দিব পাৰোঁ। আমি যুঁজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য দেশৰ উন্নতি 'জোনাক'। × × × তুঁহ জুইৰ দৰে অসমীয়াৰ তেজ আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে—এবাৰ ভমকাই উঠিবই উঠিব।

আধুনিক সমাজত মানুহৰ জীৱন হৈছে আদৰ্শৰ লগত বাস্তৱৰ অবিশ্ৰান্ত টনা আজোৰা। কিছুমানে জীৱনৰ মহাসাগৰত উদ্দেশ্যবিহীন হৈ ওপঙি ফুৰে—জীৱনৰ উদ্দেশ্য সম্পৰ্কে তেওঁলোকৰ একো বোধ নহয়। সেইবাবে তেওঁলোকে বুৰঞ্জীৰ শক্তিবিলাকৰ সন্মুখীন হব লগীয়া মনুষ্যত্বহীন হয়।

ছাত্ৰ অৱস্থাতেই অসমীয়া সাহিত্য উন্নতিৰ বাটত আগবঢ়াই নিবলৈ চন্দ্ৰকুমাৰে 'জোনাকী' উলিয়ালে, কিন্তু অসমীয়া পঢ়ুৱৈ সমাজৰ সমুচিত সমাদৰ নোপোৱাৰ ফলত কাকতখন উলিৱা বন্ধ কৰিব লগীয়া হ'ল। সাহিত্যৰথী বেজবৰুৱাই জীৱন সোঁৱৰণত লিখিছে—"মই কলিকতাৰপৰা অহাৰ পিছত মোৰ সমান বয়সীয়া শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাৰে সৈতে মোৰ এনে বন্ধুত্ব হয় যে তাত এটোপাও পানী সৰকিব নোৱাৰিছিল। × × দুয়োৰো জীৱনত অলেখ পৰিৱৰ্তন ঘটিল; কিন্তু ঈশ্বৰৰ কৃপাত সেই বন্ধুত্বৰ পৰিৱৰ্তন আজিলৈকে চুলি এডালৰ সমানো কটা নাই। × × × ইংৰাজী সাহিত্য চৰ্চা, সংস্কৃত সাহিত্য চৰ্চা

আৰু ঘাইকৈ অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ হাবিলাষেই জয় জয়তে আমাৰ ভিতৰত বন্ধুত্বৰ সূত্ৰপাত কৰে। তাৰ ফলত 'জোনাকী' নামৰ মাহেকীয়া কাকতৰ জন্ম আৰু বৃদ্ধি হ'ল। × × মিষ্টভাষী হাঁহিমুখীয়া চন্দ্ৰকুমাৰে প্ৰথম দৰ্শনতে মোৰ মন অধিকাৰ কৰি পেলালে।"

"কলিকতাৰ বৰবজাৰত আৰ্মেনিয়ান ষ্ট্ৰীটৰ ১০ নম্বৰ ঘৰটো হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ বাণিজ্য ব্যৱসায়ৰ আৰু বাসস্থানৰ 'কুঠি' আছিল। এজন অসমীয়াৰ কলিকতাত তেনে এটা বৰ 'কুঠি' বৰবজাৰত থকা দেখি মোৰ ঘৰটো জাতীয় গৌৰৱত ওফন্দি পৰিছিল।" × ×

কিছুদিনৰ পিছত বন্ধুবৰ (পণ্ডিত) হেমচন্দ্ৰ গোস্বামীও আমাৰ ভিতৰত সোমাল আৰু নীৰিহ নিপানীকৈ "ত্ৰিনিটি" (Trinity) হলোহঁক—অৰ্থাৎ একেই তিনি, তিনিয়েই এক।"

এইদৰে তেওঁলোকে কিছুদিন 'জোনাকী' উলিয়াই অসমীয়া সাহিত্যৰ উন্নতিত বৰঙণি যোগালে।

কলিকতাৰ ছাত্ৰ জীৱনৰ অন্ত পেলাই চন্দ্ৰকুমাৰ আগৰৱালা আহি চাহ খেতিত লাগিব লগীয়া হল। তেওঁলোকৰ পৰিয়ালৰ মাজত উমৈহতীয়া চাহ বাগিচা, তামোলবাৰী চলোৱাত মন দিব লগীয়া হ'ল আৰু গোলাঘাটৰ স্বৰ্গীয় চন্দ্ৰধৰ বৰুৱাৰ এগৰাকী জীয়েকক বিয়া কৰাই সংসাৰত সোমাল। কিন্তু এইবিলাকে তেওঁৰ মনলৈ তৃপ্তি আনিব নোৱাৰিলে। তেওঁৰ কৰি অন্তৰৰ পৰা বিননি ওলাল—

বিচাৰি গোটাই আনি অতনো ৰতন
বান্ধিলোঁহি সম্পদৰ দল—

* * *

ইমানতো কিনো আৰু অসম্পূৰ্ণ ৰ'ল?

ছাপাখানা খোলা আৰু বাতৰি কাকত চলাবলৈ তেওঁৰ অন্তৰত যি হেপাহ আছিল সেই হেপাহ পূৰাবলৈ ১৯১৮ চনত আসাম প্ৰিণ্টাৰ্চ

এণ্ড পাব্লিছাৰ্ছ নামেৰে এটা কোম্পানী গঠন কৰি ১৫ আগস্ট তাৰিখৰ পৰা সাদিনীয়া অসমীয়া উলিয়াত লাগিল।

চন্দ্রকুমাৰৰ বন্ধু সাহিত্যৰথী বেজবৰুৱা সেই সময়ত ব্যৱসায়ৰ কামত সম্বলপুৰত থাকিব লগীয়া হৈছিল। সম্বলপুৰৰ পৰা তেওঁ লিখিলে :

"কাকতখনৰ নামেই প্ৰাণ আকুল কৰে। × × আজি কত বছৰ কালৰ বুকুত মাৰ গ'ল। এই "অসমীয়া" নাম দি এখন অসমীয়া সাদিনীয়া বাতৰি কাকত উলিয়াবলৈ আমি কত আলছিলোহঁক, কত পাঙিছিলোহঁক, সময়ৰ সোঁতত আমি কোন কেনি উটি গলোহঁক! পাৰিপাৰ্শ্বিক অৱস্থাৰ পচোৱা বতাহত আমি কেনি ছেদেলি ভেদেলি হৈ পৰিলোহঁক! মনৰ আশা মনতে বৈ গ'ল্। × × সেই 'অসমীয়া' আজি চকুৰ আগত। কি আনন্দ, কি সন্তোষ! 'অসমীয়াৰ' গুৰিত হাতত গুৰি বঠা লৈ সেই আমাৰ জোনাকীৰ গুৰিয়াল।"

১৯১৮ চনৰ পৰা নিয়মিত ভাবে সাদিনীয়া অসমীয়া ১৯২১ চনলৈকে ওলাল। ১৯২১ চনটো অসমীয়াৰ কাৰণে এটা স্মৰণীয় বছৰ। মহাত্মা গান্ধীৰ আহ্বানত অসমীয়াই এটা নতুন বাটৰ সন্ধান পালে। কবি চন্দ্রকুমাৰ আগৰৱালাৰ অন্তৰৰ পৰা ওলাল—

"এন্ধাৰ কুঞ্জত নামে স্বৰ্গৰ ৰহন
উদ্দীপ্ত পৰাণ মোৰ নৱ পৰশত
ছিগিল হৃদয় গ্রন্থি, গুছিল সংশয়
নতুন বলেৰে বলী মুকলি বিশ্বত
নিঃকিন সেৱক মই নত কৰো শিৰ
পুণ্যাত্মা মহাত্মা গান্ধী ভক্ত কৰ্মবীৰ।

পৰাধীন ভাৰতত বাতৰি কাকত চলোৱা যে কিমান টান কথা আছিল, সেইটো আজিৰ যুগৰ মানুহে বুজিবলৈ টান পাব। প্ৰতি খোজতে ছাপাখানাৰ আইন খড়্গৰ দৰে মূৰৰ ওপৰত ওলমি থাকে।

চাহ বাগিছাৰ বাবে মাটি দিওতে ইংৰাজ চাহ খেতিয়কলৈ পক্ষপাতিতাৰ কথা সমালোচনা কৰি অসমীয়াত লিখা হ'ল—"তেজ ধুলে-

উটে, মঙ্গহ ধুলে মুটে।" এনে এটা অসমীয়া ফকৰাৰ অৰ্থ বুজিবলৈ টান পাই সম্পাদকক ডেপুটি কমিশ্যনাৰে মাতি পঠালে—জানোচা হিংসাত্মক প্ৰৰোচনাৰ ইঙ্গিত ইয়াতেই আছে। এইদৰে চৰকাৰৰ কোপ-দৃষ্টিৰ মাজত সাদিনীয়া অসমীয়াই অস্তিত্ব ৰক্ষা কৰিব লগীয়া হ'ল।

১৯২২ চনত সুন্দৰীদিয়াৰ ঘটনালৈ যিমানে হানিৰ মোকৰ্দমা হৈছিল আৰু যি কলাৰ সভ্যতা সম্পৰ্কে আটৈশৰ ওপৰ লোকে সুন্দৰীদিয়াৰ পৰা আহি সাক্ষ্য দিব লগা হৈছিল সেই মোকৰ্দমাত অসমীয়াৰ ওপৰত দণ্ড বিধান হৈছিল। ইয়াৰ বাবে তেওঁলোকৰ যথেষ্ঠ ধন ভগন হৈছিল। ডিব্ৰুগড়ত অংশীদাৰ কেইজনমানক গোটাই প্ৰাইভেট যৌথ কোম্পানী সংগঠন কৰিলেও ছাপাযন্ত্ৰ পুৰণি কলীয়া আছিল। মূলধনো তাকৰ আছিল। আধুনিক ছাপাযন্ত্ৰৰে সৈতে উন্নত ধৰণৰ ছাপাখানা কেনেকৈ পাতিব পাৰি তালৈকে চন্দ্ৰকুমাৰ আগৰৱালাৰ হেঁপাহ আছিল। সেইবাবে গুৱাহাটীৰ খাৰঘুলীত তেওঁ নিজাকৈ মাটি লৈ কলিকতাৰ পৰা ইংলিছম্যেন কাকতৰ ছাপাযন্ত্ৰ কিনি আনি ডাঙৰকৈ ছপাখানা পাতিলে। আৰু ১৯২৫ চনৰ অক্টোবৰ মাহত ইয়ালৈ সাদিনীয়া অসমীয়া অনা হ'ল। এইদৰে নানান ঘটনাৱলীৰ মাজেদি ১৯৩০ চন পালেহি আৰু ভাৰতীয় জাতীয় কংগ্ৰেছে মহাত্মা গান্ধীৰ নেতৃত্বত পুনৰ সত্যাগ্ৰহৰ আন্দোলন চলোৱাত লাগিল। "অসমীয়া"ই এই আন্দোলনৰ সকলো বাতৰি প্ৰচাৰ কৰাত ত্ৰুটী নকৰিলে। বৰঞ্চ সাদিনীয়া "অসমীয়া" তিনিদিনীয়াত ৰূপান্তৰিত হৈ জনালে, "নতুন বছৰৰ প্ৰথম দিনতে তিনিদিনীয়া অসমীয়াই আজি সকলোকে সেৱা জনাইছে। ভাৰতবৰ্ষৰ মুক্তি লাভৰ অৰ্থে এই যে সংগ্ৰাম, এই সংগ্ৰামৰ পৰা যেন কোনো বাদ পৰি নাথাকে।"

"আজি অমৃতৰ সন্ধান মিলিছে। সেই অমৃতৰ সন্ধানত তীৰ্থযাত্ৰী হৈ ওলাওঁতে তিনিদিনীয়া 'অসমীয়া'ই বিচাৰিছে ৰাইজৰ মঙ্গল আশীৰ্বাদ। ৰাইজেই ৰজা আৰু ৰাইজৰ সেৱাই প্ৰকৃত সেৱা বুলি ৰাইজলৈ মূৰ দোৱাই কাৰ্য ক্ষেত্ৰত আমি আগ বাঢ়িলো। বন্দে-মাতৰম্।"

মুক্তি আন্দোলনৰ সকলো বাতৰি প্ৰচাৰ কৰা দেখি গভৰ্ণমেণ্টে ১৮২৩ চনৰ প্ৰেছ অৰ্ডিনান্স আইনখন পুনৰ উলিয়ালে আৰু এই আইন পুনৰ জাৰী হোৱাত তিনদিনীয়া 'অসমীয়া' কেইবামাহো বন্ধ থাকিব লগীয়া হ'ল। এই তিনদিনীয়া 'অসমীয়া' চন্দ্ৰকুমাৰৰ মৃত্যুৰ পাছত দৈনিক হিচাপে কিছুদিন চলিছিল। অসমলৈ বাতৰি কাকতৰ বৰ্তমান যুগ অনাত চন্দ্ৰকুমাৰে যি বৰঙণি যোগাইছিল সেইটো অসমীয়াই কেতিয়াও পাহৰিব নোৱাৰে। ১৯৩৮ চনত চন্দ্ৰকুমাৰ আগৰৱালাৰ মৃত্যু হয়। মৃত্যুৰ সময়লৈকে তিনিদিনীয়া অসমীয়া বাতৰি কাকতখনৰ উন্নতিয়েই তেওঁৰ একমাত্ৰ চিন্তা আছিল।

# ৰমাকান্ত চৌধাৰী

[ অভিমন্যু বধ প্ৰণেতা ; ১৮৪৬-১৮৮৯ চন ]

শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা

নলবাৰী ৰেলষ্টেচনৰ পৰা এমাইলমান উত্তৰত বতাহগিলা নামেৰে এখনি সৰু গাওঁ আছে। বৰ্তমানে ৰণত পৰি কলীয়া, তেল নাপাই ফপৰীয়া হলেও এসময়ত ই এখন বৰ্দ্ধমান গাওঁ আছিল। ইয়াৰ নিচেই কাষতে গাতে গা লগাই বৈ গৈছে পগলাবাবা বা পাগলা দিয়া নৈ। এটা জনশ্ৰুতি মতে দূৰ অতীজৰ এসময়ত হেনো এজন কছাৰী ডেকাই কঠোৰ তপস্যাৰে মহাদেউ গোঁসাইক সন্তুষ্ট কৰি তেওঁৰ ধৰ্মীয়া পুতেক হৈ অমৰত্ব লাভ কৰিছিল আৰু এখন নৈ লৈ ৰূপান্তৰিত হৈছিল— আমাৰ বুঢ়া লুইতখনৰ দৰেই। সেই কছাৰী ডেকাই এই পাগলাদিয়া নৈ। সেয়েহে ভঙুৱা গোসাঁইৰ পুতেকৰ গাটো আজি পৰ্যন্ত ভাঙৰ ৰাগী লাগি আছে হবলা! নটৰাজ মহাদেৱৰ তাণ্ডৱ নাচত জটাৰ বান্ধোন খুলি যোৱাৰ নিচিনাকৈ বছৰি বাৰিষা কালত পাগলাদিয়ায়ো দেওধা নাচ নাচি এই অঞ্চলৰ মানুহক তামাকাঁহা দেখুৱায়। এই নৈৰ বলিয়া বানত গঞা ৰাইজে জীয়াতু ভুগিব লগা হয়। মৌজা আৰু গাওঁখনৰ নাম বতাহগিলা কিয় হ'ল জনা নেযায়। নলবাৰীৰ বতাহগিলা গাৱঁেই এদিন অসমীয়া কাব্য সাহিত্যৰ এটি উজ্জ্বল নক্ষত্ৰ ৰমাকান্ত চৌধাৰীক বুকুত ধাৰণ কৰি ধন্য হৈছিল। এই গাৱঁতে এদিন ৰমাকান্তৰ পূৰ্ব পুৰুষে থানিকা পাতিছিল আৰু আজিও তাত তেওঁৰ পৰিয়ালৰ লোক দুই চাৰিঘৰ আছে। অসম বুৰঞ্জী পঢ়োতাসকলে জানে স্বৰ্গদেউ গৌৰীনাথ সিংহই মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ বৃটিশ চৰকাৰক খাটনি ধৰি এটি সৰু বৃটিশ ফৌজ অসমলৈ মাতি আনিছিল। ইংৰাজী ১৭৯২ চনত কাপ্তেন ৱালেছৰ অধীনত এই ফৌজত আহিছিল এজন পাঞ্জাবী ডেকা। তেওঁ আছিল কান্নুসিং

চুবাদাৰ। ফৌজটোৱে এই দেশৰ থলুৱা অশান্তি দমন শেষ কৰি উলটি গ'ল, কিন্তু সেই ডেকাজন নগ'ল, আৰু বহুতেই নগ'ল। অসমৰ প্ৰাকৃতিক সৌন্দৰ্যই এই অনা অসমীয়া লোক সকলক মৰমৰ এনাজৰীৰে বান্ধি ৰাখিলে। কানুসিং চুবাদাৰো অসমৰ মোহিনী শক্তিত ভোল গ'ল। অসমৰ চিৰসেউজীয়া পৰিবেশ আৰু অসমীয়া মানুহৰ সৰল সহজ জীৱন যাপন প্ৰণালীত মুগ্ধ হৈ তেওঁ এই দেশতে সজ কুলীয়া অসমীয়া ছোৱালী বিয়া কৰাই নিগাজী হৈ নলবাৰী অঞ্চলতে থাকি গ'ল। তেওঁৰ দেউতাক কেৱল সিং আৰু বংশৰ আন মানুহ পঞ্জাবতে থাকিল। তেওঁলোক পাঞ্জাবৰ উচ্চবৰ্ণ হিন্দু। সেই কানুসিঙেই আছিল আমাৰ এই প্ৰবন্ধৰ নায়ক ৰমাকান্তৰ ককাদেউতাক আৰু কামৰূপৰ এটি বিখ্যাত চৌধাৰী পৰিয়ালৰ প্ৰতিষ্ঠাতা। গুৰিতে অনা অসমীয়া আৰু সুদূৰ পঞ্জাবৰ পৰা আহিলেও অসমৰ সুবিখ্যাত আগৰৱালা পৰিয়ালৰ দৰে এই চৌধাৰী পৰিয়ালটোৱে যে হাড়ে হিমজুৰে অসমীয়া হৈ বিৰাট অসমীয়া জাতিৰ বুকুতে সমূলঞ্চে জাঁহ গৈছে সেই বিষয়ে সন্দেহৰ থল নাই। কেৱল যে এওঁলোকে অসমীয়াৰ লগত বিয়া বাৰুৰ সম্বন্ধ পাতি মিলি গৈছে এনে নহয়, শ্ৰীশ্ৰীআউনি আটী সত্ৰৰ বৈষ্ণৱ শিষ্যবৃন্দৰ মাজতো এওঁবিলাকে আগশাৰীত ঠাই লৈছে। বিখ্যাত অসমীয়া বোলছবি 'মণিৰাম দেৱানো' এই চৌধুৰী পৰিয়ালেই অসমৰ কলা লক্ষ্মীৰ বেদীত আগবঢ়োৱা মূল্যবান বৰঙণি।

কানুসিংহৰ দুটি পুত্ৰ আছিল কমলচন্দ্ৰ আৰু লক্ষ্মীকান্ত। দেউতাক কাণুসিঙে বৃটিশ ফৌজত সুখ্যাতিৰে কাম কৰাৰ বাবে, তেতিয়াৰ কামৰূপ জিলাৰ বৰচাহাবে কমলান্তক ১৪খন গাঁৱৰ সমষ্টি খাতা, ধমধমা, নতুন দেহৰ মৌজাৰ চৌধাৰী পাতিলে।*

---

* 'তুনবিত' শ্ৰীবেণুধৰ শৰ্মাই এশবছৰৰ অসমীয়া সমাজ নামৰ প্ৰবন্ধৰ এঠাইত লেখিছে—"বংশগত ঐতিহ্যৰ গুণত চিৰস্তাদাৰ, মহৰী, উমেদাৰ, চৌধাৰী, পাটগিৰী আদি কাম পাব পাৰিছিল। গুৰি গছ থকা ভাল মানুহৰ ঘৰৰ লৰাইহে চৰকাৰৰ ঘৰত দায়িত্বপূৰ্ণ ওখ থাপৰ বিষয় পাইছিল।

সেই কালত বৃটিশ চৰকাৰৰ খাজনা আদি তোলা বিষয়াসকলক চৌধাৰীৰ বিষয় বাব দিয়া হৈছিল। সেই কাৰণে কমলচন্দ্ৰ আৰু লক্ষ্মীকান্ত দুইজনৰে উপাধি চৌধাৰী হৈছিল। আজিকালি অৱশ্যে পূৰ্বৰ অসমীয়া চৌধাৰীসকলৰ পো-নাতিসকলে চৌধুৰী উপাধিহে লিখি ভাল পোৱা হৈছে। সি যি নহওক কমলচন্দ্ৰ চৌধাৰীৰ জহনী ৰোগত মৃত্যু হোৱাৰ সময়ত তেওঁৰ পুতেক দুলাল চন্দ্ৰ চৌধাৰী নাবালক আছিল। সেই কাৰণে লক্ষ্মীকান্তই ভতিজাক দুলালচন্দ্ৰৰ হৈ মৌজা চলাবলৈ ললে আৰু ধৰ্ম পুৰবো তেঁৱেই চৌধাৰী হ'ল।

লক্ষ্মীকান্তই মৌজা চলাই বিশেষ সুখ্যাতি লাভ কৰি অনাৰেৰী মেজিষ্ট্ৰেট বা অধনুৱা হাকিমৰ বিষয় বাবো পাইছিল। ভোটান যুদ্ধত ইংৰাজ চৰকাৰক সহায় কৰাৰ বাবে তেওঁ গৱৰ্ণমেণ্টৰ বিশেষ প্ৰশংসা ভাজন হৈছিল। তেওঁ সকলো মানুহকে সমানে বিশ্বাস কৰিছিল আৰু সেই নিমিত্তেই এবাৰ বৰ বিপদত পৰিব লগীয়া হৈছিল। ভাগ্য ভাল থকাৰ বাবে কোনো বিপদ হবলৈ নেপালে যদিও সেই বেজাৰতে তেওঁ মৌজাদাৰী আৰু হাকিমি পদ ইস্তফা দিলে। এবাৰ সাপে খালে কেচুঁলৈকো ভয়। সেই কাৰণে ইস্তফা পত্ৰ তুলি লবলৈ চৰকাৰৰ পৰা অনুৰোধ পত্ৰ অহা স্বত্বেও তেওঁ দুনাই কাম কৰিবলৈ মান্তি নহ'ল।

---

তুলি দিয়া ৰাজহৰ ওপৰত চৌধাৰীয়ে শতকৰা ৭৲ টকাকৈ কমিছন পাইছিল। নাইবা ১০০ টকা খাজনাৰ কমিছন বাবদ এপুৰাকৈ মাটি পাইছিল। পাটোৱাৰীয়ে শতকৰা ১ টকাকৈ, ঠাকুৰীয়াই ৪ টকাকৈ, কাকতিয়ে ২।০ অনাকৈ কমিছন পাইছিল। নতুবা, তাৰ সলনি পাটোৱাৰীয়ে ১০০ টকাৰ কমিছন বা ডেৰপুৰা মাটি পাইছিল। ঠাকুৰীয়াৰ ঠাইকতে ৬ পুৰা, কাকতিয়ে ৪ পুৰা আৰু পিয়দাই ৪ পুৰাকৈ ৰূপিত মাটি পাইছিল। মৌজাদাৰক শত ৮ টাকৈ কমিছন দিয়া হৈছিল; নতুবা তাৰ বাবে এশ টকা খাজনাৰ কমিছনত মাৰি এপুৰাকৈ ৰূপিত মাটি ভোগ কৰিবলৈ দিয়া হৈছিল। সেইদৰে সাধনীদাৰে নিগাজীকৈ ৬ পুৰা আৰু কাকতীয়ে দুহালিছা মাটি পাইছিল।

সাংসাৰিক বিষয়ত লক্ষ্মীকান্ত ভোলানাথ পুৰুষ আছিল। টকা-শিকাৰ সম্পৰ্কতো তেওঁ অতি ঢিলা আছিল। এনে কি ৰায়তৰ পৰা খাজানাৰ বাবে একেলগে বেচি টকা আহিলে তেওঁ সেইবোৰ নগনাকৈ দোনেৰে জুখি ৰাখিছিল। তেওঁ জুলনিৰ পৰা উঠি গলে কঠ-ঢাৰি তুলিবলৈ বন্দী-বেটীবিলাকৰ লৰা-ঢপৰা লাগিছিল কিয়নো কঠ-ঢাৰিৰ তলত আধলি, সিকি, আদমহীয়া, চৰতীয়া আদি প্ৰায় পৰি ৰৈছিল কোনো হিচাব নথকাকৈ। পিতৃৰ এনে আদৰ্শকে আগত লৈ শিশু ৰমাকান্তয়ো তেওঁৰ ভবিষ্যত জীৱন গঢ়ি তুলিছিল। সেই কালত লক্ষ্মীকান্তৰ নিচিনাকৈ ভালেমান অসমীয়া ডাঙৰীয়াই সোপাঢিলা ভাবে জীৱন কটায়ো মহত্ব আৰু উদাৰতাৰ বাবে ডাঙৰ খিতাপ সুনাম আৰ্জি থৈ গৈছে—যিবোৰ কথা আজি এশ এটা অভাৱ অনাটনে জুৰুলা কৰা আমাৰ কাণত সাধু কথাৰ কাহিনী যেনহে লাগে। লক্ষ্মীকান্ত চৌধাৰীয়ে ভতিজাক দুলাল চন্দ্ৰ আৰু পুতেক ৰমাকান্তক মানুহ কৰি তুলিবৰ্লৈ যত্নৰ ক্ৰুটী কৰা নাছিল। তেওঁৰ সেই চেষ্টা নিশ্চয় কৃতকাৰ্যও হৈছিল।

ৰমাকান্ত উপজিছিল ১৮৪৬ চনত। এই চনতেই শিৱসাগৰৰ মিচনাৰী প্ৰেছৰ পৰা অসমীয়া সাহিত্যৰ যুগ প্ৰৱৰ্তনকাৰী ‘অৰুণোদয়’ আলোচনী ওলায়। তেওঁ আছিল দেউতাক লক্ষ্মীকান্তৰ বৰঘৈণীৰ একটি সন্তান। ৰমাকান্ত লৰাকালৰ পৰাই দেউতাকৰ নিচিনা অতি সৰল, সজ চৰিত্ৰৰ আৰু ধৰ্ম পৰায়ণ আছিল, কিন্তু সেয়ে হলেও সৈনিক ককাকৰ তেজৰ পিৰপিৰনি তেওঁৰ গাত আছিল আৰু সেয়ে হবলা চৰাই পহু আদি চিকাৰ কৰি তেওঁ ভাল পাইছিল। সেই কালত নলবাৰীত য'তে ত'তে চিকাৰ কৰিবলৈ খাল ডোং আৰু হাবিত অলেখ চৰাই আৰু বনৰীয়া জন্তু পোৱা গৈছিল। ভাটিৰ ফালৰ ৰাজ্যবোৰৰ দৰে তেতিয়া অসমতো ম'ৰা চৰাইৰ প্ৰাচুৰ্য আছিল। গুৱাহাটীৰ কাষৰ লুইতৰ বুকুত থকা উমানন্দক য়ুৰোপীয়সকলে ময়ূৰ দ্বীপ (Peacock island) আখ্যা দিছিল। বৰ্তমানে সৰিয়হতলী

নামেৰে বতাহগিলাত যিখিনি মানুহৰ বসতি পূৰ্ণ গাওঁ আছে তাৰ অধিকাংশই চৌধাৰী পৰিয়ালৰে সম্পত্তি আছিল। এই গাওঁ অৰণ্যে তেতিয়া এখন অঘোষিত অভয়াৰণ্য বা মৃগয়াবন আছিল বুলি কব পাৰি। সৰিয়হতলীতো জাকে জাকে ম'ৰা চৰাই আছিল। তদুপৰি হাইঠা, পহু, বাঘ, ভালুক, আদি নানা তৰহৰ পশু পক্ষীৰে সেই ঠাই পৰিপূৰ্ণ আছিল। চিকাৰী ৰমাকান্তই এইবোৰ মাৰি ঘূৰি ফুৰা দেখি দয়ালু অন্তঃকৰণৰ দেউতাকে অৰণ্যে সমূলে ভাল পোৱা নাছিল। এদিন ৰমাকান্তই বিলত চৰি থকা ৰামকং ( চাকৈ চকোৱা ) চৰাই এটা চিকাৰ কৰি আনিছিল। চৰাইটো তেতিয়াও মৰা নাছিল। কলঢোপ অৱস্থাত সি মৃত্যু যন্ত্ৰণাত চট্‌ফটাই থকা দেখা পাই লক্ষ্মীকান্তই পুতেকক কলে, "চোৱাচোন বোপা। অলপ পিচতেই সেই চৰাইটো মৰিব। আগতে সি যমৰ যাতনা ভোগ কৰিছে। তোমাৰ মোৰ সকলোৰে এই একেদশাই হব।" দেউতাকৰ কথা শুনি ৰমাকান্তই মনত বৰ আঘাত পালে। নীৰৱে তেওঁৰ চকুৰ পৰা দুধাৰি চকুলো ওলাল। হাতৰ পৰা বন্দুক সৰি পৰিল আৰু চিকাৰ নকৰো বুলি তেতিয়াই তেওঁ অঙ্গীকাৰ কৰিলে, সচাঁকৈয়ে তেওঁৰ অন্তৰৰ পৰিৱৰ্তন ঘটিল। চিকাৰী ৰমাকান্ত কৱি ৰমাকান্ত হ'ল। পৰৰ দুখত তেওঁ কান্দিবলৈ শিকিলে।

দুখৰ বিষয় ৰমাকান্তৰ জীৱনৰ বিতং বিৱৰণ আজি পাবলৈ নাই, আনকি তেওঁৰ ছবি এখনিও সংৰক্ষিত হৈ থকা নাই। এইখিনিকে জানিব পৰা গৈছে যে তেওঁ এণ্ট্ৰেঞ্চ মহলাত উত্তীৰ্ণ হোৱাৰ সময়ত গুৱাহাটীত কলেজিয়েট স্কুলৰ লগতে কলেজৰ শ্ৰেণীও আছিল। এই কলেজিয়েট শ্ৰেণী ১৮৬৬ চনত খোলা হৈছিল। ৰমাকান্তই প্ৰথমে তেওঁৰ বংশৰ ভিতৰত উচ্চ ইংৰাজী শিক্ষাত আগৰনুৱা হৈ এফ,-এ মহলাত উত্তীৰ্ণ হৈছিল। স্বৰ্গীয় ফণিধৰ চলিহা, মৰিয়ৎউল্লা, আজিজৰ ৰহমান আৰু ভিৱিৰাম বৰুৱা ( স্বৰ্গীয় যোগেন্দ্ৰ বৰুৱা এম, এল, এ, ৰ দেউতাক ) আদি তেওঁৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু আছিল।

এফ, এ, মহলাত উঠাৰ পিচতে গুৱাহাটীত শিক্ষা সাং হোৱাত ৰমাকান্তই কলিকতালৈ যাবলৈ মন মেলিলে। সেই সময়ত আমাৰ অসমীয়া হিন্দু সমাজখন বৰ নিকপকপীয়া আৰু ঠেকমনা আছিল। অসমৰ বাহিৰলৈ ওলাই গলেই জাত যোৱাৰ ভয়। ভাতৰ চৰুৰ মাজতেই যেন জাতটো সোমাই আছিল। জাত যোৱাৰ ভয়তেই লক্ষ্মীকান্তই আৰু তেওঁৰ পৰিয়ালৰ আন মানুহে তেওঁৰ কলিকতা যাত্ৰাৰ সজ ইচ্ছাত চেঁচা পানী ঢালিলে। অগত্যা সিমানতেই ৰমাকান্তই উচ্চ শিক্ষাৰ নামত পানী এচলু দিবলৈ বাধ্য হ'ল।

ৰমাকান্তই উত্তৰ গুৱাহাটীৰ ৰজা দুৱাৰৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱা বংশীয় দয়াৰাম বৰুৱা ডাঙৰীয়াৰ জীয়েক নন্দীপ্ৰিয়াক বিয়া কৰায় আৰু গুৱাহাটী জিলা অফিচৰ আমোলাত কামত সোমায়। অলপ দিন এই অফিচৰ কাম কৰি গোৱালপাৰাৰ মহকুমা অফিচলৈ হেডক্লাৰ্ক হৈ যায়। তাত সুখ্যাতিৰে কিছুদিন কাম কৰাৰ পিছত ধুবুৰী জিলা অফিচত হেড্‌ক্লাৰ্ক হৈ তেওঁ মুঠতে দুবছৰ নমাহ তাত আছিল। ৰমাকান্তৰ চাকৰিয়াল জীৱনৰ বেচি ভাগ কাল গোৱালপাৰা জিলাতে অতিবাহিত হৈছিল। ধুবুৰীৰ পৰা নিজ ইচ্ছাৰে তেওঁ তাতকৈ কম দৰ্মহাত গুৱাহাটী জিলা অফিচলৈ চিৰস্তাদাৰ হৈ আহে। সেই সময়ত ককাইদেৱক দুলালচন্দ্ৰ চৌধাৰী জজ অফিচৰ চিৰস্তাদাৰ হৈ থকাত গুৱাহাটী সদৰ এক ৰকম তেওঁলোক দুই ককাই ভাইৰেই অধীন হৈছিল বুলিব পাৰি। ১৮৬৫ চনত নৰনাথ শৰ্মা নামৰ এজন লোকৰ পৰা দুলাল চৌধাৰীয়ে গুৱাহাটীৰ উজান বজাৰত বৰ্তমান শ্ৰীমানিক চন্দ্ৰ চৌধাৰী হাউলীৰ মাটি কিনি লয় আৰু তেতিয়াৰ পৰা নলবাৰীৰ চৌধাৰী পৰিয়ালৰ গুৱাহাটীতো এখন আহল বহল ঘৰ হৈ উঠে। তাতে দুই ককাই ভায়ে সুখে-স্বচ্ছন্দে থাকিবলৈ ললে। ৰমাকান্ত ককায়েকৰ অতি বাধ্য আছিল। তেওঁ ককায়েকৰ কোনো কথা কেতিয়াও প্ৰতিবাদ নকৰিছিল আৰু তেওঁৰ আগত মুখ তুলি কথা নকৈছিল। সেই নিমিত্তেই দুয়োজনৰ ভিতৰত কেতিয়াও অমিল হোৱা নাছিল।

দুলাল চন্দ্ৰ চৌধাৰীও সেই সময়ত কামৰূপ জিলাৰ খ্যাতিমন্ত আৰু নেতৃস্থানীয় লোকসকলৰ ভিতৰত অন্যতম আছিল। গুৱাহাটীৰ জাকত জিলিকা ঘৰবোৰৰ ভিতৰত দুলাল চৌধাৰীৰ ঘৰখনো জিলিকি আছিল। তেওঁৰ ঘৰ উত্তৰপাৰাৰ মানুহৰ ভাতঘৰ আছিল বুলি কব পাৰি। দুলালচন্দ্ৰৰ অন্তৰঙ্গ বন্ধু সকলৰ ভিতৰত সেই কালৰ গুৱাহাটীৰ সকলো কেইজন মুখিয়াল লোকেই আছিল। তাৰ ভিতৰত ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, কেশী বৰুৱা ( হেমচন্দ্ৰ গোস্বামীৰ শহুৰেক ), বলোৰাম ফুকন ( দেশভক্ত দেউতাক ফুকনৰ দেউতাক ), মাধৱচন্দ্ৰ বৰদলৈ ( কৰ্মবীৰ বৰদলৈৰ দেউতাক ), কালিৰাম বৰুৱা ( আসামৰ সম্পাদক ) লক্ষ্মীলাল বৰুৱা ( কনকলাল বৰুৱাৰ দেউতাক ), শ্ৰীমন্ত সেন, বেনুধৰ বৰুৱা, গৰ্গ চৌধাৰী নাজিৰ আদিৰ নাম লব পাৰি। এই সকলৰ ভিতৰত তেওঁ হেম বৰুৱাৰ অতিশয় বিশ্বাসী বন্ধু আছিল। সেই কাৰণে হেমচন্দ্ৰই দুলালচন্দ্ৰক তেওঁৰ হেমকোষ অভিধানৰ এজন ন্যাসৰক্ষক পাতি থৈ গৈছিল। সামাজিক বিষয়ত দুলাল চৌধাৰীৰ প্ৰতিপত্তি আৰু সুখ্যাতি বৈ বৈ গৈছিল। সকলোৱে তেওঁৰ মতত মূল্য আৰোপ কৰিছিল। তেওঁ এজন আয়ুৰ্বেদৰো সুচিকিৎসক আছিল। নিজৰ ঘৰতে কবিৰাজী দৰব-জাতি তেওঁ প্ৰস্তুত কৰি ৰাখিছিল আৰু আৱশ্যক মতে তাক চুবুৰীয়া দুখীয়া মানুহৰ মাজত বিলাই দি বিনামূলীয়াকৈ চিকিৎসাৰ দিহা পৰামৰ্শ দিছিল। তেওঁৰ পুতেক ৺কৃষ্ণ চন্দ্ৰ চৌধাৰীৰ বিয়াত এটি আকস্মিক দুৰ্ঘটনা ঘটিল। দৰা বিয়া কৰাবলৈ যোৱাৰ অলপ আগতে হিলৈৰ জুয়ে বিয়া ঘৰত অগ্নিকাণ্ডৰ সৃষ্টি কৰি পয়মাল ঘটালে। তাকে দেখি তেওঁক অনেকে সেই বিয়া স্থগিত ৰাখিবলৈ নাইবা আন এজনী ছোৱালী বিয়া কৰাই আনিবলৈ পৰামৰ্শ দিছিল আৰু সেই অগ্নিকাণ্ড অমঙ্গলৰ আগজাননী বুলি কৈছিল। তাৰ উত্তৰত তেওঁ গহীন ভাৱে কৈছিল—'তেনে কথা কেতিয়াও হব নোৱাৰে। মই মোৰ ল'ৰাৰ বাবে এজনী নতুন ছোৱালী পাম সঁচা, কিন্তু এই ছোৱালীজনী এৰা পৰিলে তাইলৈ জানো আন

দৰা পোৱা যাব ?' এই এটা পটন্তৰৰ পৰাই সহজে বুজিব পাৰি দুলালচন্দ্ৰৰ অন্তৰ কিমান মহান আৰু ডাঙৰ আছিল।

এবাৰ নহয়, দুবাৰ নহয় তিনিবাৰ আবৰী মানবিলাক অসমলৈ আহি অসমীয়া মানুহক মাৰি-কাটি খাস্তাং কৈ থৈ যায়—যি মানৰ আক্ৰমণৰ কথা সুঁৱৰি কবিয়ে চকু পানী টুকি গাইছে—

সুঁৱৰিলে মানৰ দিন,
কঁপি উঠে ধনী দীন।

মানৰ দিনৰ পিছতেই বৃটিশ আমোলত আহিছিল আৰু এটা ডাঙৰ দুৰ্য্যোগ—মহামাৰী কলাজ্বৰ। মানে খচকি যোৱা দেশখনত মৰিহাজি যিখিনি মানুহ বাকী আছিল তাৰো বৃজন অংশ এটা এই মহামাৰীৰ গৰাহত পৰিছিল। এই সৰ্বনশীয়া ৰোগে বিশেষকৈ গাৰোপৰ্বত আৰু নগাও জিলা ধুই পেলাইছিল। আন কেইখন জিলাতো ইয়াৰ তাণ্ডৱ লীলা নচলাকৈ থকা নাছিল। গাওঁৰ পিছত গাওঁ উছন্ন হৈছিল, ৰবৈয়া ঘৰ-গৃহস্থালিৰ মাটি ভেটি এৰাবাৰীত পৰিণত হৈছিল। কোনো পৰিয়ালত বংশত বন্তি দিবলৈ জীয়াই থকা নাছিল। সেয়ে নোহোৱা হলে অৰ্থাৎ হেজাৰে হেজাৰে অসমীয়া মানুহ অকালতে যমৰ নগৰলৈ যাব নলগীয়া হলে অসমত আজি থলুৱা লোকৰ সংখ্যা লঘিষ্ঠ হোৱাৰ ছেগ নোলালহেঁতেন আৰু সনাহী কাকতি ফৰিঙৰ দৰে জাকে জাকে অনা-অসমীয়া লোক আহি এই দেশৰ বৰ পীৰাত নেগুৰ পাৰি বহি টিম্বিল ঘিলাব নোৱাৰিলেহেঁতেন। অসমীয়া ভাষা সাহিত্যৰ পক্ষেও অতি পৰিতাপৰ বিষয় যে ক'লাজ্বৰ ৰাক্ষসীৰ হাতত আমাৰ কবি ৰমাকান্তও বলি পৰিব লগীয়া হ'ল। ৰমাকান্তকে প্ৰমুখ্য কৰি চৌধাৰী পৰিয়ালৰ সৰুৱে বৰে প্ৰায় ডেৰকুৰি জন মানুহক কলাজ্বৰে গিলিছিল। ৰমাকান্তৰ তেতিয়া বয়স মাথোন ৪৩ বছৰ। তাৰে কোনোবা এদিন এক অশুভ মুহূৰ্তত ভাটীৰ পৰা ৰমাকান্তৰ এজন বঙালী বন্ধু এওঁলোকৰ ঘৰত আলহী হ'লহি। সেই বন্ধুজন আহিছিল কলাজ্বৰত আক্ৰান্ত হৈ। বন্ধু নহয় যেনিবা তেওঁ পৰীক্ষিত ৰজাৰ

কাষ লৈ অহা তক্ষক নাগহে আছিল। এদিন ৰমাকান্তৰ গামোচা এখন মনে মনে নি এজনী দাসীয়ে আলহীক ব্যৱহাৰ কৰিবলৈ দিলে। সেই কথা নেজানি তাকেই ব্যৱহাৰ কৰাৰ ফলত বন্ধুৰ গাৰ ক'লাজ্বৰৰ বীজাণু বিজুলী সঞ্চাৰে ৰমাকান্তৰ গালৈ প্ৰবাহিত হ'ল। আলহীৰ গাত থকা খোচৰা ব্যাধি ৰমাকান্তৰ গাতো লম্ভিল। ৰমাকান্ত ৰোগাক্ৰান্ত হোৱা দেখি ভয়ত আৰু চিন্তাত পৰিয়ালৰ সকলো মানুহৰ মুখবোৰ শুকাই টেমী যেন হ'ল। ককায়েক দুলালচন্দ্ৰৰ মুখৰ মাত হৰিল। এসময়ত খেহৰোগ আৰু আজিকালি কৰ্কটৰোগে দেহত খিতাপি লোৱাৰ গম পালে যেনেকৈ ৰোগীয়ে সিপাৰলৈ যোৱাৰ বাবে টালি-টোপোলা বান্ধিব লগীয়া হয়, তেতিয়াৰ দিনত ক'লাজ্বৰ হলেও তেনে অৱস্থা হৈছিল। ক'লাজ্বৰৰ ভাল দৰৱ জাতি একো নাছিল বুলিলেই হয়। সেই সময়ত আমাৰ দেশত এই নৰিয়াৰ যিকণ অলপীয়া ব্যৱস্থাৰ চিকিৎসা আছিল গুৱাহাটীত বা অসমৰ আন কোনো ঠাইত তাৰো একোৰে একোটো নাছিল।

অগত্যা ৰমাকান্তই ইয়াত নীৰৱ দৰ্শক হৈ থকাতকৈ চিকিৎসাৰ বাবে সুদূৰ কলিকতালৈকে যাবলৈ স্থিৰ কৰিলে। ককায়েকেও অনুমতি দিলে। তেতিয়া অসমত ৰেল নাছিল। জাহাজৰ চলাচলো আছিল বৰ অনিয়মীয়া। লুইতৰ বুকুত চলা ভাপ নাও বা জাহাজত উঠি কলিকতালৈ যোৱাটোৱেই আছিল একমাত্ৰ উপায়। ভাল দিনবাৰ চাই ৰমাকান্তই সদলবলে কলিকতালৈ যাবলৈ ঘৰৰ পৰা যাত্ৰা কৰি গুৱাহাটীৰ শুক্ৰেশ্বৰৰ বালিত ছাউনী পাতি জাহাজলৈ খাপ দি থাকিল গৈ। তেতিয়া বিজুলী ডাক নাছিল, টেলিফোন নাছিল। জাহাজ কেতিয়া আহি গুৱাহাটী পাবহি কোনেও কব নোৱাৰে। এবাৰ ঘৰৰ পৰা যাত্ৰা কৰি ওলালে উভতিব নেপায়। সেইবাবে ৰমাকান্তই কেবা দিনো বালিতে টৌ-খুটি মাৰি থৰলি খাই পৰি আছিল। সেই দিন কেইটাত তেওঁৰ কাষত অনবৰত নাম-কীৰ্ত্তন চলিছিল। মৰণ যাত্ৰীৰ কাণৰ কাষত নাম-কীৰ্ত্তনতকৈ জানো ডাঙৰ মহৌষধি আন কিবা

থাকিব পাৰে? তেওঁৰ লগত মাহীমাকৰ পুতেক ভায়েক চন্দ্ৰকান্ত চৌধাৰীও কলিকতালৈ গৈছিল, ৰান্ধনি-বাঢ়নি, লগুৱা-লিকচৌ কেবাজনো গৈছিল। তেওঁবিলাকে নিৰাপদে কলিকতা পালে গৈ। যথা সময়ত তাত কৰিব পৰা চিকিৎসা সকলো খিনিকে কৰা হ'ল কিন্তু ক্ৰমাৎ ৰোগীৰ অৱস্থা বেয়াৰ ফালেহে ঢাল খালে। অসমৰ দুৰ্ভাগ্য যে ১৮৮৯ চনৰ মাঘ মাহৰ কৃষ্ণ পঞ্চমী তিথিত সুদূৰ কলিকতা মহানগৰীত অসমৰ ৰমাকান্তই ইহলীলা সামৰিলে।

গুৱাহাটীৰে মহেশ্বৰ গোস্বামী (শ্ৰীহৰেশ্বৰ গোস্বামীৰ দেউতাক) আৰু যোগেশ্বৰ কটকী (স্বামী সুৰেশানন্দ) আদি সেই সময়ত কলিকতাত পঢ়িবলৈ যোৱা যি কেইজন প্ৰৱসুৱা অসমীয়া ছাত্ৰ আছিল তেওঁলোক সকলোটিয়ে যথাবিহিত ভাৱে কবি ৰমাকান্তক নি গঙ্গাৰ পাৰত খৰি দিলে। গোস্বামী আৰু কটকী কন্নিৰ ইমান অন্তৰঙ্গ বন্ধু আৰু উদাৰমনা লোক আছিল যে ব্ৰাহ্মণ হৈয়ো তেওঁলোকে নিজে শ বহন কৰি নিছিল। সেই দিনত সঁচাকৈয়ে ই এক সৎসাহৰ কাৰ্য আছিল। ভায়েক চন্দ্ৰকান্তই মুখাগ্নি আদি শেষ কৃত্য সম্পন্ন কৰি গঙ্গাৰ জলত অস্থিভস্ম বিসৰ্জন দি ভগা অন্তৰেৰে নিজৰ দেশলৈ উলটি আহিল।

একে ৰোগতে গুৱাহাটীত ৰমাকান্তৰ বৰপুতেক আৰু জীয়েক আৰু দুলাল চৌধাৰীৰ দ্বিতীয় পুতেক গণেশচন্দ্ৰৰ অকাল মৃত্যু হোৱাত ঘৰখনৰ জেউতি মাৰ গ'ল। ৰমাকান্তৰ নিজৰ পৰিয়ালৰ ভিতৰত বাকী থাকিল তেওঁৰ বিধবা পত্নী, দুটি নাবালক পুত্ৰ শ্ৰীকান্ত, হৰকান্ত আৰু আমাৰ মাতৃ দেৱী শ্ৰীমতী নিৰুপমা। দুলালচন্দ্ৰ চৌধাৰীয়ে এই নিঠৰুৱা হোৱা পৰিয়ালটোৰ দায়িত্ব গ্ৰহণ কৰিলে আৰু সকলোটিকে নিজৰ আশ্ৰয়ত ৰাখিলে। তেওঁৰ ঘৰতে লালিত পালিত হৈ বিয়াবাৰু কৰোৱাৰ পিছতহে শ্ৰীকান্ত আৰু হৰকান্ত গুৱাহাটীৰ পৰা পিতৃভূমি নলবাৰীলৈ উঠি যায়। শ্ৰীকান্তই প্ৰথমবাৰ বিয়া কৰাইছিল 'শেৱালি'ৰ কবি ৺ৰত্নকান্ত বৰকাকতীৰ ভনীয়েক ৺শৰৎকুমাৰীক আৰু হৰকান্তই

বিয়া কৰাইছিল তেওঁৰে দদায়েকৰ জীয়েক শ্ৰীমতী কুঞ্জলতাক। নলবাৰীত তেওঁলোকে বতাহগিলাৰ পুৰণি ভেটি এৰি নগৰৰ মাজ বুকুতে কাছাৰীৰ পশ্চিম ফালে মাটি লৈ ঘৰ সাজি থাকিবলৈ লয়। কেই বছৰ মান তাত একেলগে থকাৰ পিচত শ্ৰীকান্তই তাৰ পৰা গৈ বতাহগিলাৰ পিতৃভেটিতে ঘৰ পাতি আছিল। পিতৃ বিয়োগৰ সময়ত আমাৰ মাতৃদেৱী শ্ৰীমতী নিৰুপমাৰ বয়স আছিল মাথোন ডেৰ বছৰ। তেওঁৰ বৰদেউতাক দুলাল চৌধাৰীয়ে নিজৰ জীয়েকৰ দৰে ডাঙৰ দীঘল কৰি বিয়া দিছিল আমাৰ পিতৃ নগাঁৱৰ ৺ৰমাকান্ত হাজৰিকাৰ লগত। তেতিয়াৰ পৰা আমাৰ পিতৃ-মাতৃৰ স্থায়ী বাসস্থান গুৱাহাটীৰ উজান-বজাৰত হয়।

ৰমাকান্তৰ দুই পুত্ৰ শ্ৰীকান্ত, হৰকান্তৰ জীৱনত বহুবাৰ উত্থান পতন, জোৱাৰ ভাটা আদি হৈ যায়। বৰজন শ্ৰীকান্ত চৌধুৰীয়ে সাহিত্য চৰ্চা আৰু নাট্যাভিনয়ৰ প্ৰতি দেউতাকৰ দৰেই ধাউতি ৰাখিছিল। গুৱাহাটীত থকা কালত তেওঁ কামৰূপ নাট্য সমিতিৰ অভিনয়ত লোক প্ৰিয় গোপীনাথ বৰদলৈ, শ্ৰীমাণিকচন্দ্ৰ চৌধাৰী আদিৰ সহ অভিনেতা হৈ যোগ দিছিল। তেওঁ নিজাকৈ 'গৃহ-বিজ্ঞান', 'কৃষি শিল্প বিজ্ঞান', 'স্বপ্ন বিজ্ঞান', আৰু 'বত্ৰিশ পুতলা', এই চাৰিখন পুথি ৰচনা কৰিছিল। তাৰে ভিতৰত 'গৃহ-বিজ্ঞান'খন গুৱাহাটী লয়াৰ্চ বুক ষ্টলৰ গৰাকী শ্ৰীবিচিত্ৰ নাৰায়ণ দত্ত বৰুৱাই প্ৰকাশ কৰিছে। 'কৃষি শিল্প বিজ্ঞান' খন ছোৱা ছোৱাকৈ সাদিনীয়া অসমীয়াত ওলাইছিল। এই পুথি দুখনত লিখকৰ শিল্প আৰু কৃষি সম্পৰ্কে অভিজ্ঞতা আৰু অধ্যয়নৰ নিদৰ্শন পোৱা যায়। গঙ্গাৰাম তহচিলদাৰৰ 'বৈদ্য অমৰ' খনিও তেওঁ পৰিবৰ্দ্ধন আৰু সম্পাদন কৰি তেজপুৰৰ বি, আৰ, কলিতা কোম্পানীৰ সহযোগত দ্বিতীয়বাৰ পোহৰলৈ উলিয়াইছিল।

বতাহগিলাত চৌধাৰী পৰিয়ালৰ অন্তৰ্ভুক্ত আৰু এজন প্ৰতিপত্তি-শালী লোক আছিল। তেওঁ হৈছে গঙ্গাৰাম দাস তহবিলদাৰ। এই গঙ্গাৰাম দাস লক্ষ্মীকান্ত চৌধাৰীৰ ভাগিনীয়েক আছিল। 'বৈদ্য অমৰ,

নামেৰে একেখন মাথোন গ্রন্থ উলিয়াই তহবিলদাৰে আমাৰ দেশৰ ডাঙৰ উপকাৰ কৰি থৈ গৈছে। ডাক্তৰী আৰু হোমিওপেথিক চিকিৎসা আমদানী হোৱাৰ আগতে আমাৰ দেশত কবিৰাজী আৰু বেদ জ্ঞানীৰ চিকিৎসাহে চলিছিল। আজিৰ দিনতো তাহানিৰ অসমীয়া বন দৰব আৰু জৰা ফুকা উলাই কৰিব নোৱাৰি। এসময়ত প্রায় প্রতিটো অসমীয়া পৰিয়ালত ককাজন এজন বেজ আৰু আইতা গৰাকী এজনী বেজিনীৰ সদৃশ আছিল। আমাৰ দেশৰ প্রতি জোপা গছ, প্রতিজোপা লতাৰেই দ্রব্যগুণ আছে। এটা নহয় এটা ৰোগত সেইবোৰ প্রয়োগ কৰিব পাৰি। তেওঁ লোকে এই সহজতে পোৱা গছ লতাকে চিকিৎসাত ব্যৱহাৰ কৰি সৰু ৰোগৰ কথাই নাই, কঠিন ৰোগো আৰোগ্য কৰিছিল। পানীলগা, গ্রহণী আদি আৰু সুৰা ৰোগৰ কাৰণে সিদিনালৈকে আমাৰ মানুহে কোনো ডাক্তৰ কবিৰাজ বিচাৰি যাবলৈ আৱশ্যক হোৱা নাছিল। ঘৰুৱা চিকিৎসাৰেই তাৰ প্রতিবিধান কৰা হৈছিল। সময়ৰ সোঁতত বিজ্ঞানৰ অগ্রগতিত আজি বহু কথাৰ আঁত হেৰোৱাৰ দৰেই নিজৰ ঘৰুৱা চিকিৎসা প্রণালী পাহৰিলো। চোতালৰ আগতে বা বাৰীৰ চুকতে হাঁহি থকা মাটি কাহুৰি, চেঙেৰি টেঙা, শুকলতি, ভেদাই লতা, মাণিমুণি শাক আদিৰ উপকাৰৰ কথাও পাহৰিলোঁ। গঙ্গাৰাম তহচিলদাৰৰ 'বৈদ্য অমৰ' পুথিত অসমীয়া ঘৰুৱা চিকিৎসা প্রণালী আৰু বন দৰবৰ গুণাগুণৰ বিতং বিৱৰণ লিপিবদ্ধ কৰা হৈছিল। এই বহুমূলীয়া পুথিখনি ৺ শ্রীকান্ত চৌধাৰীয়ে দ্বিতীয়বাৰ উলিয়াইছিল। আজি পুনৰ ইয়াৰ প্রকাশ আৱশ্যক হৈছে।

এইটো জীৱনীমূলক আলচ হলেও ৰমাকান্তৰ সাহিত্য প্রতিভাৰ কিঞ্চিৎ আভাস নিদিলে ই নিশ্চয় অসম্পূর্ণ যেন লাগিব। সেইবাবে সদৌ শেষত সেই সম্পর্কে চমুকৈ কবি ৰমাকান্তৰ বিষয়ে অলপ কথা কোৱা হ'ল। 'অভিমন্যু বধ' কাব্য কবি ৰমাকান্ত চৌধাৰীৰ শ্রেষ্ঠ কীর্তি। এইখনেই আধুনিক যুগৰ প্রথম অসমীয়া কাব্য। ৰমাকান্তৰ দ্বাৰা ৰচিত 'সীতা হৰণ' নাটো এই যুগৰ প্রথম অসমীয়া পৌৰাণিক

নাট। এওঁৰ দ্বাৰা ৰচিত 'ৰাৱণ বধ' নাট হাতে লিখা অৱস্থাতে বিলুপ্ত হ'ল। ৰমাকান্তই যি সময়ত সাহিত্য চৰ্চাৰ কাৰণে হাতত কাপ তুলি লৈছিল সেই কালত অসমীয়া মানুহৰ প্ৰাচীন যুগৰ অসমীয়া সাহিত্যৰ লগত যোগ সূত্ৰ সোলোক-ঢোলোক হৈ পৰিছিল, অৰুণোদয়ৰ পোহৰত সৃষ্টি হোৱা নতুন যুগৰ সাহিত্যয়ো ভালদৰে গঢ় লৈ উঠা নাছিল। তেওঁৰ দুই এক অগ্ৰগামী আৰু সমসাময়িক সাহিত্যিক শিল্পীৰ দৰে আগত কোনো আৰ্হি নোহোৱাকৈ তেঁৱো নিজেই নিজৰ সাহিত্যিক পৰিকল্পনাত কটকটীয়া হব লগীয়া হৈছিল। 'অভিমন্যু বধ' ছপা হৈছিল ১৮৭৫ চনত, ৰচনা কাল তাতকৈ দুই এবছৰ আগো হব পাৰে। ইয়াৰ প্ৰায় পঁচিশ বছৰ পাছতহে ভোলানাথ দাসৰ ৰচিত আধুনিক যুগৰ দ্বিতীয়খন অসমীয়া কাব্য 'সীতাহৰণ' ১৯০৩ চনত প্ৰকাশিত হৈছিল। দুয়োখন কাব্যই বৈশিষ্ঠ্যপূৰ্ণ, ইখনৰ প্ৰভাৱ সিখনত পৰিলক্ষিত নহয়। কবি ৰমাকান্ত তেতিয়া গোৱালপাৰাত চৰকাৰী কামত নিযুক্ত আছিল আৰু গোৱালপাৰা হিত সাধনী যন্ত্ৰত যদুনাথ ভট্টাচাৰ্যৰ দ্বাৰা 'অভিমন্যু বধ' কাব্য মুদ্ৰিত হৈছিল। কাব্যখন ৯৮ পিঠিৰ প্ৰথম খণ্ডত তিনিটা সৰ্গ আছে—অভিশাপ সৰ্গ, বলহাৰী সৰ্গ আৰু মিলন সৰ্গ। ইয়াৰ পাছতো যদি অভিমন্যু বধ কাব্যৰ কিবা নতুন খণ্ড ৰচিত হৈছিল, কবিৰ অকাল বিয়োগ ঘটা হেতুকে সম্ভৱতঃ সি পোহৰৰ মুখ নেদেখিলে। এই কাব্যখন সম্পূৰ্ণ আকাৰত প্ৰকাশিত হোৱাহেঁতেন, কেৱল প্ৰথম আধুনিক যুগৰ অসমীয়া কাব্য বুলিয়েই নহয়, আন বিষয়তো ই এখন জাকত জিলিকা অসমীয়া কাব্য হলহেঁতেন। তথাপি প্ৰথম খণ্ডটোকেই এখন স্বয়ং সম্পূৰ্ণ কাব্য বুলি কলে ভুল কৰা নহব। সাহিত্য জগতত ৰমাকান্তই সাৰ্থক ভাবেই পদক্ষেপ কৰিছিল।

কবিতাতকৈ গদ্য ৰচনাত ৰমাকান্তৰ বিশেষ পাৰদৰ্শিতা আছিল যেন লাগে,—'অভিমন্যু বধ'ৰ গদ্যত লেখা পাতনিয়ে তাৰ উপযুক্ত সাক্ষ্য। তলত পাতনিখন হুবহু তুলি দিয়া হ'ল :—

হে ভাগতি সকল!

আজিকালি আমাৰ মৰমৰ মাতৃভাষা যেনেকুৱা দশাত আছে তাৰ-পৰা কোনো ভাল পুথি ৰচিবৰ আশা কৰা কেৱল পৰ্বতত কাছকণী বিচৰা মাথোন। গছজোপাৰ ঠাল শকত আৰু সাৰ ফুটাৰ আগেয়ে আমি তাৰপৰা সজ গুটি পাবৰ মিছা ভৰসা কৰিলে নিচেইকৈ বঞ্চিত হ'ম। আৰু ভাল মলীয়া হলে বেয়া ফুলৰপৰাও চিকন চাকি গাঁথিব পাৰি বুলি যদিও এটি সাধু কথা আছে, কিন্তু কপাল গুণে মই এজন ন শিকাক মলীয়া। মুঠে ছা-পুতলা নচুৱাৰ দৰে এই পুথিখনি মৰ সাহেৰে আপোনালোকৰ আগত উলিয়াইছো। বাওনাই জোনলৈ হাত মেলা বুলি 'মোক ঘিণ নকৰি আজৰি সময়ত ধেমালি নাইবা সাধুকথা শুনাৰ দৰে এই পুথিখনি আপোনালোকে এবাৰ পঢ়ি চালে মোৰ দুখৰ সাৰ্থক হব। অন্তত সন্তোষেৰে জনাইছো যে শ্ৰীযুক্ত প্ৰিয়লাল বৰুৱা ডাঙৰীয়াই এই পুথিখনি আদিৰেপৰা অন্তলৈকে পঢ়ি চাই ঠায়ে ঠায়ে শুধ কৰি দিছে।

গোৱালপাৰা
তাং ২ জ্যৈষ্ঠ
শকাব্দ ১৭৯৭ — শ্ৰীৰমাকান্ত চৌধাৰী।

এইখিনিতে সেই যুগৰ লিখিত অসমীয়া ভাষাৰ চানেকিও পোৱা যায়। 'অভিমন্যু বধ'ৰ সকলো ঠাইতে উপযুক্ত শব্দৰ প্ৰয়োগ দেখা নাযায় যদিও কৱিৰ ৰচনা বৰ্তমানৰ পটভূমিত পেলাই নিৰীক্ষণ কৰিলে তেওঁৰ প্ৰতি অবিচাৰ কৰা হব।

কৱি, নাট্যকাৰ আৰু অভিনয় শিল্পী ৰমাকান্ত চৌধাৰীদেৱৰ সাহিত্যিক আৰু সাংস্কৃতিক অৰিহণা আজি যদিও আমাৰ চকুৰ আঁৰ হৈ আছে তথাপি সি উলাই কৰিব পৰা বিধৰ নহয়। অসমীয়া সাহিত্য-সংস্কৃতিৰ ইতিবৃত্ত লিখা-সকলে এইজন কৱিক শ্ৰদ্ধাৰে সুঁৱৰিব নোৱাৰে। সাহিত্য বুৰঞ্জীত প্ৰাক্ শঙ্কৰী যুগৰ হেম সৰস্বতীৰ যি স্থান প্ৰাক্ জোনাকী যুগৰ ৰমাকান্তৰো সেই একেই স্থান। তেওঁক লৈ সদৌ অসমীয়া সাহিত্যিক শিল্পীয়ে গৌৰৱ কৰিব পাৰে।

# নগেন্দ্ৰনাৰায়ণ চৌধুৰী

## হেমন্তকুমাৰ শৰ্মা

যিসকল লোকে বিজাতীয় পৰিৱেশৰ মাজত থাকিও আৰু নানা বাধা সত্ত্বেও নিজৰ মাতৃভাষা আৰু সাহিত্যৰ উন্নতিৰ কাৰণে আজীৱন চেষ্টা কৰি আহিছিল তেনে লোকৰ ভিতৰত জমিদাৰ শ্ৰীনগেন্দ্ৰনাৰায়ণ চৌধুৰী অন্যতম। চৌধুৰী ডাঙৰীয়াৰ ঘৰ গোৱালপাৰা জিলাৰ লক্ষীপুৰত। তেওঁৰ সময়ত এই জিলাৰ অনেক ঠাইত প্ৰৱসুৱা বঙালীসকলে নিজৰ ভাষা সংস্কৃতিৰ প্ৰভাৱ পেলাবলৈ যত্ন কৰিছিল। ফলত জিলাখনৰ কোনো কোনো অঞ্চলত বঙলুৱা প্ৰভাৱ বাৰুকৈয়ে পৰে। ইয়াৰ কাৰণে গোৱালপাৰাৰ কিছু সংখ্যক লোকে সেই সময়ত নিজৰ অসমীয়া ভাষা আৰু সংস্কৃতিৰ ফালে পিঠি দি বঙলা ভাষা-সংস্কৃতিৰ প্ৰতি আগ্ৰহান্বিত হৈ পৰিছিল। আনকি, গোৱালপাৰাৰ কেইটিমান জমিদাৰ পৰিয়ালেও বঙলুৱা প্ৰভাৱৰ পৰা নিষ্কৃতি পোৱা নাছিল; কিন্তু এনে অৱস্থাতো জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ অসমীয়া ভাষা-সাহিত্য আৰু কলা-কৃষ্টিৰ প্ৰতি অবিচলিত আকৰ্ষণ আছিল। তেওঁ অসমীয়া জাতিক, অসমীয়া ভাষা-সাহিত্যক প্ৰাণভৰি ভাল পাইছিল আৰু তাৰ উন্নতিৰ কাৰণেও সততে যত্ন লৈছিল। ইয়াৰ বাবে আন বঙালী ভাৱাপন্ন লোকৰ কথাও শুনিব লগীয়া হৈছিল যদিও, তেওঁ তালৈ ভ্ৰূক্ষেপ কৰা নাছিল; বৰং 'আৱাহন'ৰ দৰে প্ৰখ্যাত আলোচনী এখন উলিয়াই অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে যত্ন কৰিহে ক্ষান্ত হৈছিল।

১৮০৩ শকৰ ১১ পুহত গোৱালপাৰা জিলাৰ মেছপাৰাৰ জমিদাৰ পৰিয়ালত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম খগেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু মাতৃৰ নাম সাৰদাপ্ৰিয়া দেৱী। নগেন্দ্ৰ নাৰায়ণৰ পিতামহ ৰায়বাহাদুৰ পৃথ্বীৰাম চৌধুৰী এজন বিদ্যানুৰাগী

লোক আছিল। তেৱেঁই মেছপাৰা জমিদাৰীৰ ৰাজধানী বৰ্তমান লক্ষীপুৰত স্থাপন কৰে। মেছপাৰাৰ জমিদাৰৰ সাহায্যতে তেতিয়া গোৱালপাৰা নগৰীত এখন স্কুল প্ৰতিষ্ঠিত হয়, যিখন পিচত পৃথ্বীৰাম চৌধুৰীৰ নামত চলিবলৈ ধৰে। এই স্কুলতেই ল'ৰা নগেন্দ্ৰই বাল্য শিক্ষা লাভ কৰে।

খগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সতি-সন্ততিৰ ভিতৰত প্ৰথম সাতজন ল'ৰা আৰু শেষৰ দুজনী ছোৱালী। নগেন্দ্ৰনাৰায়ণ পিতৃৰ দ্বিতীয় সন্তান আছিল। তেওঁৰ শিশুকাল ছোৱা লক্ষীপুৰতেই প্ৰাথমিক বিদ্যা-শিক্ষা আৰু খেলা-ধূলাৰ মাজতেই অতিবাহিত হয়। অলপ ডাঙৰ হ'লত তেওঁ প্ৰথমে ধুবুৰী আৰু পিচত গোৱালপাৰাৰ স্কুলত পঢ়িবলৈ লয়। স্কুলত অসমীয়া ভাষা শিকাৰ সময়তো ল'ৰা নগেন্দ্ৰই নানাবিধ অসুবিধাৰ সন্মুখীন হ'বলগীয়া হৈছিল; নগেন্দ্ৰনাৰায়ণৰ লগৰ সৰহ সংখ্যক ল'ৰা আৰু প্ৰায়বোৰ শিক্ষক বঙালী, আনকি ঘৰুৱা শিক্ষকজনো বঙালী আছিল। গতিকে তেওঁলোকে ল'ৰা নগেন্দ্ৰক বঙলা ভাষা শিকাবলৈ যত্ন কৰিছিল; কিন্তু সৰুৰেপৰা অসমীয়া ভাষাৰ প্ৰতি নগেন্দ্ৰনাৰায়ণৰ আছিল গভীৰ আকৰ্ষণ। এই বিষয়ে তেওঁ 'মোৰ জীৱন স্মৃতি' নামৰ প্ৰৱন্ধত সুন্দৰকৈ লিখি গৈছে। স্কুলত অসমীয়া ভাষা শিকিব খোজা ল'ৰাবোৰক হেনো বঙালী শিক্ষকসকলে প্ৰায়েই অনুযোগ কৰি কৈছিল—"তোমৰা যদি বল বঙালী নও তবে সেটা বৰ দুখেৰ কথা।" কিন্তু শিক্ষকসকলৰ এই দুখত ল'ৰা নগেন্দ্ৰ বা তেওঁৰ লগৰ আন গোৱালপৰীয়া ছাত্ৰৰ মন নগলিল, বৰং তেওঁলোকে এনে দুখ প্ৰকাশৰ অন্তৰালত অসদ অভিপ্ৰায় থকা বুলি জানিব পাৰি অসমীয়া ভাষা ভালকৈ শিকিবলৈহে মনপুতি লাগি গ'ল। এই সম্পৰ্কে চৌধুৰীয়ে 'জীৱন স্মৃতি'ত লিখিছে—"এতেকে মন আৰু প্ৰাণৰ উপৰিও ভাষা আদিৰ ফালৰপৰাও যাতে গোৱালপাৰাত অসমীয়া হ'ব পাৰে তাৰ বাবে আমাৰ এটা দলে বঙলা ভাষা বৰ্জন কৰি স্কুলত অসমীয়া পঢ়িবৰ কাৰণে মন মেলিলোঁ।" নগেন্দ্ৰ নাৰায়ণৰ এই উক্তি প্ৰাণৰ

উক্তি। অসমীয়া ভাষাৰ প্ৰতি তেওঁৰ আছিল গভীৰ অনুৰাগ। তেওঁ নানা অসুবিধাৰ সম্মুখীন হৈয়ো অসমীয়া ভাষা যেনেকৈ শিকিবলৈ আৰু প্ৰচাৰ কৰিবলৈ যত্ন লৈছিল তাৰ আভাসো 'মোৰ জীৱন স্মৃতি'ত পোৱা যায়। তেওঁ লিখিছে—"স্কুলৰ বাহিৰতো অসমীয়া শিক্ষাৰ চেষ্টা চলিল। তাৰ লগতে 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' নামে এখন সভা কেইজনমান ডেকাৰ চেষ্টাত এজন ছাত্ৰৰ ঘৰত খোলা হ'ল। কিন্তু তেতিয়া আমি ছাত্ৰ আছিলোঁ। কাৰণে আৰু ডেম'ক্ৰেচীৰ (democracy) প্ৰাবল্য বৰ্তমানৰ নিচিনাকৈ নথকাৰ বাবে কাৰো ঘৰলৈ যাবৰ হুকুম নাছিল। গতিকে সেই সভাত যোগ দিবলৈ সুবিধা হৈ নুঠিল। এতেকে ঘৰতে অসমীয়া শিক্ষাৰ ব্যৱস্থা কৰা গ'ল। সেই ব্যৱস্থাৰ কথা শুনিলে বহুতে হাঁহিব পাৰে. কিন্তু সেয়ে মোৰ প্ৰথম প্ৰাদেশিক ভাষাত প্ৰৱেশ। আন কোনো কিতাপৰ ব্যৱস্থা নহ'ল। হাতৰ ওচৰতে পোৱা গ'ল 'মনোমতী' উপন্যাস, গ্ৰন্থকাৰে মোৰ পিতা ৺খগেন্দ্ৰনাৰায়ণ চৌধুৰীক উপহাৰ দিয়া। সেইখনকে লৈ পঢ়িবলৈ বহা গ'ল। ভাবিছিলোঁ 'স'ৰ ঠাইত 'হ' কৰিলেই অসমীয়া হৈ যায়। কিন্তু এতিয়া দেখিবলৈ পালো যে ই সম্পূৰ্ণ বেলেগ ভাষা। সকলো-বিলাক শব্দৰ অৰ্থ বোধ নহয়। তেতিয়া ঘৰত কাম কৰা এজন নলবৰীয়া মানুহৰ সাহায্য লোৱা হ'ল। 'আকাশ ধুৱলী-কুঁৱলী' বুজিলোঁ। কেঁছু চৰায়ে বহি থকা জৰীগছটো বুজিব নোৱাৰিলো। মানুহটোৱেও সেই কথা বুজাব নোৱাৰিলে। সি যিয়েই নহওক বাকী কিছুমান অৰ্থৰ কথাও বুজা টান হৈ উঠিল। যেনে, 'গাভৰু' শব্দ। মানুহটোৱে বুজাই দিলে ঃ "আপীবিলাক যেতিয়া যৌৱন অৱস্থা পায়, সেই অৱস্থাকে গাভৰু বোলে", ভাল কথা। ধুবুৰী, ৰংপুৰ, কোচবিহাৰ প্ৰভৃতি ঠাইত তাকেই কয় "গাবুৰ"। জনা কথা, অথচ গাভৰু শব্দটো পোৱা মাত্ৰকে শিক্ষানুযায়ী পোন প্ৰথমে বঙলা শব্দৰ লগত মিল বিচাৰিবলৈ গৈ তাৰ অৰ্থ বিচাৰি নোপোৱা হৈছিলোঁ। বৰং শুদ্ধ হ'ল গাভৰু শব্দটোহে ; অৰ্থাৎ গা যেতিয়া ভৰপূৰ বা পূৰ্ণ হৈ উঠে।

তেতিয়াৰপৰা যি কোনো শব্দ পালেই গোৱালপাৰাৰ ভাষাৰ ভিতৰত তাৰ অনুৰূপ শব্দ বিচাৰিবলৈ ধৰিলোঁ। দুটা এটা শব্দৰ বাহিৰে সকলো কথা অনায়াসে বুজি পোৱা হ'লো। 'মনোমতী'ৰ পিচতেই 'মিৰিজীয়ৰী' পঢ়া হ'ল।"—এই উক্তিয়ে চৌধুৰী ডাঙৰীয়াৰ অসমীয়া ভাষাৰ প্ৰতি থকা গভীৰ প্ৰীতি আৰু অনুসন্ধিৎসাৰ পৰিচয় দিয়ে। দ্বিতীয়তে শ্ৰদ্ধা, যত্ন আৰু অধ্যৱসায়ৰ গুণত যে কঠিন কামো হেলাৰঙে কৰিব পাৰি চৌধুৰীৰ অসমীয়া ভাষা-শিক্ষাৰ কথাই তাক প্ৰমাণ কৰে। অসীম আগ্ৰহ আৰু চেষ্টাৰ বলতেই চৌধুৰীয়ে অসমীয়া ভাষা শিকি অসমীয়াতে ভালেমান চুটিগল্প, প্ৰবন্ধ আদি ৰচনা কৰি অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধনত সহায় কৰিব পাৰিছিল।

নগেন্দ্ৰ চৌধুৰীৰ আছিল বিভিন্ন বিদ্যা-শিক্ষাৰ প্ৰতি অসীম ধাউতি। সেই কাৰণেই তেওঁ গোৱালপাৰা আৰু ধুবুৰীৰ উপৰিও দেওঘৰ (বৈদ্যনাথ ধাম), গয়া, ঢাকা, কলিকতা আদি ঠাইত থাকি নানা প্ৰকাৰৰ বিদ্যাশিক্ষা আৰু অভিজ্ঞতা লাভ কৰে। চৌধুৰীয়ে এণ্ট্ৰেঞ্চলৈ পঢ়াৰ পিচত কলিকতাৰ জুবিলী আৰ্ট একাডেমীত শিক্ষা লয়গৈ। তেওঁ বিখ্যাত ঐন্দ্ৰজালিক থাৰ্চটনৰ ওচৰত ইন্দ্ৰজাল বিদ্যা আয়ত্ত কৰি বিশেষ খ্যাতি লাভ কৰিছিল। তেওঁ সংগীত বিদ্যাতো পাৰদৰ্শিতা দেখুৱাইছিল। বিশেষকৈ উচ্চাঙ্গ সঙ্গীতত তেওঁৰ বৰ ৰাপ আছিল। চৌধুৰীয়ে তবলা, এচৰাজ, বেহেলা, বাঁহী আদি বজাব জানিছিল আৰু বিভিন্ন সঙ্গীত অনুষ্ঠানত যোগ দিছিল। ভাটী বয়সত লক্ষীপুৰত থকা কালত মাজে মাজে গুৱাহাটীলৈ আহি ভালেমান লোকক গান-বাজনা শিকাই সঙ্গীত-চৰ্চাত উদগনি দিছিল। চৌধুৰীৰ যত্নত গুৱাহাটীত মাজে মাজে সঙ্গীত সন্মিলনো বহিছিল। ইন্দ্ৰজাল আৰু সঙ্গীত-বিদ্যাৰ উপৰি চৌধুৰীৰ চিত্ৰাঙ্কন বিদ্যা, লাঠি, ছুৰী খেল, শাৰীৰিক ব্যায়াম আদিৰো চৰ্চা আছিল। এইদৰে শ্ৰদ্ধা-যত্নৰ ফলতেই চৌধুৰী বহু বিদ্যাৰ অধিকাৰী হৈছিল।

চৌধুৰী ডাঙৰীয়াৰ দুবাৰ বিবাহ হয়। ওঠৰ বছৰ বয়সতে প্ৰথম

বিবাহ হয় কোচবিহাৰত। কিন্তু অলপ দিন পিচতে প্ৰথমা পত্নীৰ মৃত্যু হোৱাত গুৱাহাটীৰ আহোম ৰাজবংশৰ জীয়ৰী শ্ৰীমতী প্ৰফুল্লবালাক বিয়া কৰায়। প্ৰফুল্লবালাৰ পিতৃদত্ত নাম গোবিন্দ কুমাৰী আইদেউ। তেওঁ আহোম স্বৰ্গদেও চন্দ্ৰকান্ত সিংহৰ নাতি যুৱৰাজ কেশৰকান্ত সিংহৰ দ্বিতীয়া কন্যা। প্ৰথমা কন্যাৰ নাম লৌহিত্যকুমাৰী আইদেউ। মানৰ আক্ৰমণৰ সময়ত চন্দ্ৰকান্ত সিংহ ভটিয়াই আহি গুৱাহাটীৰ উজানবজাৰৰ নদীৰ পাৰত অৱস্থিত ৰজাবাৰীতেই থাকিবলৈ লয় আৰু তাতেই গোবিন্দ কুমাৰীৰ জন্ম হয়। বিয়াৰ পিচতহে তেওঁৰ নাম প্ৰফুল্লবালা ৰখা হয়। প্ৰফুল্লবালা আইদেৱে বহুদিন অসমৰ মহিলা আন্দোলনত সক্ৰিয় অংশ লৈছিল আৰু এবাৰ অসম মহিলা সমিতিৰ বছেৰেকীয়া অধিবেশনত সভানেত্ৰীৰ পদ অলঙ্কৃত কৰিছিল।

চৌধুৰীয়ে অসমীয়া ছোৱালী বিয়া কৰোৱা বাবে গোৱালপাৰাত কিছুমান বঙালী ভাৱাপন্ন লোকৰপৰা গৰিহণাও পাব লগীয়া হৈছিল। এই বিষয়ে চৌধুৰীয়ে লিখিছে,—"মোক অসমীয়া ভাষা চৰ্চা কৰা দেখি মোৰ কোনো কোনো ওচৰ সম্বন্ধীয় আত্মীয়ই ক'বলৈ ইতঃস্ততঃ নকৰিলে যে মই মাতৃভাষা এৰি স্ত্ৰীভাষাৰ চৰ্চা আৰম্ভ কৰি দিছো। কথাষাৰ যে শ্লেষ আৰু বিদ্ৰূপপূৰ্ণ তাক বহলাই ক'বৰ দৰকাৰ নাই।" অসমীয়া যে গোৱালপাৰা বাসীৰ মাতৃভাষা আৰু গোৱালপাৰাত বসবাস কৰা বঙালীলোকৰ প্ৰৰোচনাতহে যে গোৱালপাৰাৰ কিছুমান লোক বঙালী ভাৱাপন্ন হৈ উঠিছিল সেইটো চৌধুৰীয়ে স্পষ্টকৈ বুজিছিল। সেইহে তেওঁ নিজে অসমীয়া আলোচনী উলিয়াই আৰু অসমীয়াত গল্প, প্ৰবন্ধ আদি লিখি সেই লোকসকলক চুণ্ডা চাই সোপা দিছিল।

চৌধুৰীৰ সময়ত 'জোনাকী', 'বাঁহী', 'উষা' আদিকৈ কেইবাখনো আগশাৰীৰ অসমীয়া আলোচনী ওলাইছিল। চৌধুৰীয়ে এই কাকতবোৰৰ গ্ৰাহক হৈ নিয়মিতভাৱে পঢ়িছিল। আলোচনীসমূহ পঢ়া বাবে তেওঁৰ অসমীয়া ভাষা শিকাত বেছি সুচল হৈছিল। কিন্তু

চৌধুৰীয়ে লক্ষ্য কৰিছিল যে সেই সময়ত কেবাখনো উচ্চস্তৰৰ অসমীয়া আলোচনী ওলালেও বঙলা বা ইংৰাজীৰ দৰে অসমীয়া ভাষাত বিবিধ গল্প, প্ৰবন্ধ, বিশ্বপ্ৰৱাহ, ভ্ৰমণ-কাহিনী, বৈজ্ঞানিক জগত-শিতান, চিত্ৰ আদিৰে জাকজমকীয়া আলোচনী এখনো ওলোৱা নাছিল। যথেষ্ট সংখ্যক গ্ৰাহক নোলাব আৰু অৰ্থৰ ক্ষতি হ'ব বুলি ভাবি ৰমক-জমক আলোচনী এখন উলিয়াবলৈ কোনেও সাহস বা যত্ন কৰা নাছিল, কিন্তু এই অভাৱ পূৰণ কৰাৰ উদ্দেশ্যে চৌধুৰী ডাঙৰীয়া নিজে আগবাঢ়ি আহি ১৯২৯ চনত নানা দিশৰপৰা সমৃদ্ধ আলোচনী 'আৱাহন' প্ৰতিষ্ঠা কৰিলে। এই আৱাহনৰ যোগেদিয়ে এদল প্ৰখ্যাত অসমীয়া লিখকৰ সৃষ্টি হ'ল। অৱশ্যে পিচত আৰ্থিক অনাটনৰ বাবে আৱাহন চলাবলৈ এৰি দিয়ে যদিও, বহু বছৰলৈ তেওঁ অসংখ্য গল্প আৰু প্ৰৱন্ধেৰে 'আৱাহন'ৰ সৌষ্ঠৱ বঢ়াই আছিল। অসমীয়াত গল্প, প্ৰৱন্ধ লিখা সম্পৰ্কে তেওঁ কৈছিল,—"বঙলা সাহিত্যভঁৰাল যেনে জয়-জয়, ময়-ময় অসমীয়া সাহিত্যৰ বৰ্তমান অৱস্থা তেনে নহয়। গতিকে উকীলৰ নিচিনাকৈ সেই বিদেশী ভাষাৰ আশ্ৰয় লোৱাতকৈ দেশৰ সাহিত্য গঢ়ি তুলিবৰ কাৰণে যিমানখিনি সহায় কৰিব পাৰি, সিমানেই অকল দেশৰ নহয়, নিজৰো মঙ্গল ভাবি বঙলা কাব্যৰ স্ৰষ্টা মাইকেলে যেনেকৈ ইংৰাজী এৰি বঙলা ধৰিছিল, তেওঁৰ পদাঙ্ক অনুসৰণ কৰি কাব্য নহলেও সাধ্য অনুসাৰে প্ৰাদেশিক ভাষা-চৰ্চাত মনোনিবেশ কৰিব পাৰি নিজকে ধন্য মানিছোঁ। পিচে, সাহিত্য বা কাব্য গঢ়ি তোলাৰ কথা নিৰ্ভৰ কৰে মানুহৰ ক্ষমতাৰ ওপৰত। গতিকে অসমৰ্থ হ'লে তাৰ বাবে কোনো আপছোছ নাই।" এয়া নগেন্দ্ৰনাৰায়ণৰ প্ৰাণৰ ভাষা। তেওঁৰ এই আদৰ্শ সকলো ভাষা সাহিত্য-প্ৰেমীৰ কাৰণেই গ্ৰহণীয়।

চৌধুৰী ডাঙৰীয়া অসম সাহিত্য সভাৰ এজন প্ৰধান পৃষ্ঠপোষক আছিল। এই সভাৰ সৰ্বাঙ্গীন উন্নতিৰ কাৰণে তেওঁ সততে যত্ন লৈছিল। চৌধুৰীয়ে শিৱসাগৰত বহা অসম সাহিত্য সভাৰ ত্ৰয়োদশ

সন্মিলনত পৌৰহিত্য কৰিছিল। শিৱসাগৰত অসম সাহিত্য সভাৰ তৰফৰপৰা বেজবৰুৱাক অভিনন্দন যচাঁ হৈছিল আৰু এই সভাতেই বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে চৌধুৰী ডাঙৰীয়াইহে। চৌধুৰীয়ে কিছুকাল কলিকতাৰ এ. এছ. এল. ক্লাৱৰো গুৰি ধৰিছিল।

উদাৰতা আৰু বদান্যতা গুণে তেওঁক বিভূষিত কৰি তুলিছিল। দুখীয়া দৰিদ্ৰক তেওঁ মুক্তহস্তে দান কৰিছিল। অভিজাত পৰিয়ালত জন্মিছিল যদিও তেওঁৰ অন্তৰত আভিজাত্যৰ ভাৱ মুঠেই নাছিল। তেওঁৰ অন্তঃকৰণ আছিল সৰল আৰু সহানুভূতিশীল। সৰু ডাঙৰ সকলো মানুহৰ লগত মিলিব পাৰিছিল। দেখাত গহীন হলেও চৌধুৰী আছিল ৰসিক, সদালাপী, সঙ্গপ্ৰিয় আৰু আপোনভোলা লোক। বোধকৰো নিঃসন্তান হোৱা বাবেই তেওঁ সকলো ল'ৰাছোৱালীক বৰ মৰম কৰিছিল আৰু সিহঁতৰ লগত খেল-ধেমালি কৰি সন্তোষ লভিছিল। বিশিষ্ট লোকৰ ভিতৰত দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, জ্ঞানদাভিৰাম বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, ৰঘুনাথ চৌধুৰী আদি তেওঁৰ অন্তৰঙ্গ বন্ধু আছিল।

১৯৪৭ খৃষ্টাব্দৰ ১৩ নৱেম্বৰত সন্যাস ৰোগত আক্ৰান্ত হৈ নগেন্দ্ৰ নাৰায়ণে নিজঘৰ লক্ষীপুৰত শেষ নিশ্বাস পেলায়।

নগেন্দ্ৰ চৌধুৰীৰ ৰচিত সৰহ ভাগ গল্প-প্ৰবন্ধ প্ৰকাশ হৈছিল 'আৱাহন' কাকতত। অৱশ্যে 'বৰদৈচিলা' আদি সমসাময়িক কাকততো তেওঁৰ দুই এটা গল্প প্ৰকাশ পাইছিল। সম্প্ৰতি 'নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প' (১৯৬৩) আৰু 'বীণাৰ ঝঙ্কাৰ' (১৯৬৪) নামৰ দুটি সংকলনত চৌধুৰীৰ কেইটিমান গল্প প্ৰকাশ পাইছে। চৌধুৰীয়ে লিখা কেইবাখনো অপ্ৰকাশিত নাটক আছে। নাটকবোৰ হাতে লিখা অৱস্থাতে কেবাবাৰো অভিনয় কৰা হৈছিল; কিন্তু দুখৰ বিষয় যে এতিয়ালৈ এখন নাটকো প্ৰকাশ হোৱা নাই।

চৌধুৰীৰ সৰহভাগ গল্পৰ বিষয় বস্তু গাঁৱলীয়া পটভূমিৰপৰা লোৱা হৈছে। সেয়েহে তেওঁৰ গল্পত অসমীয়া গাঁৱবাসীৰ আচাৰ-ব্যৱহাৰ,

ৰীতি-নীতি, লোক-বিশ্বাস, কুসংস্কাৰ আদিৰ চিত্ৰ প্ৰকাশ পাইছে। 'উছৰ্গা', 'ফুটিৰামৰ সংসাৰ', 'পোহৰী' আদিকৈ ভালেমান গল্পত প্ৰণয় কাহিনী আৰু বিশেষকৈ অবলা নাৰী অসহায় অৱস্থাত কেনেকৈ কামলিপ্সু অসৎ লোকৰ দ্বাৰা লাঞ্ছিতও হ'ব লগা হৈছে তাৰ মনোৰম চিত্ৰ ফুটাই তুলিছে। 'মধুমালতী', 'তামৰ তাবিজ' গল্পত শাহুৱেকে বোৱাৰীয়েকক কৰা অত্যাচাৰ আৰু সৰ্বসাধাৰণৰ তাবিজ, যাদু মন্ত্ৰ আদিত থকা বিশ্বাসৰ কথা দাঙি ধৰিছে। 'অসম্পূৰ্ণ আইন', 'মোৰ পৰিণয় কাহিনী' আদি গল্পৰ যোগেদি ব্ৰাহ্মণ সমাজত থকা বাল্যবিবাহ প্ৰথাৰ কুপৰিণাম আৰু বিধবা বিবাহ প্ৰথাৰ প্ৰয়োজনৰ ইঙ্গিত দিছে। নগেন্দ্ৰ চৌধুৰীৰ গল্পত নিৰ্জু, অসহায়া, দুৰ্বলমনা নাৰীৰ চৰিত্ৰ ফুটি উঠা দেখা যায়। নাৰী চৰিত্ৰবোৰে সহজে পাঠকৰ মন আকৃষ্ট কৰিব পাৰে। 'বিজয়া', 'নয়নতৰা' আদি গল্পত তিৰোতাৰ পতিভক্তিৰ সুন্দৰ চিত্ৰ অঙ্কিত হৈছে। চৌধুৰীয়ে গাঁৱলীয়া জীৱনৰ চিত্ৰ অঙ্কন কৰোঁতে এক শ্ৰেণীৰ চৰিত্ৰৰ কাৰ্য-কলাপৰ প্ৰতি বিশেষভাৱে মনোনিবেশ কৰা দেখা যায়। সেই শ্ৰেণী হ'ল গাঁৱৰ দুষ্ট প্ৰকৃতিৰ প্ৰভাৱশালী লোক আৰু সাধাৰণ ৰাজবিষয়া। সিহঁতে সুবিধামতে গাঁৱৰ দুখীয়া, অশিক্ষিত শ্ৰেণীক শোষণ কৰে, কেতিয়াবা ভালৰি লগাই ব্যক্তিগত স্বাৰ্থ পূৰণ কৰে আৰু সুযোগ মিলিলে নাৰীৰ ওপৰতো অত্যাচাৰ কৰিবলৈ কুণ্ঠাবোধ নকৰে। 'পোহৰী' গল্পৰ মেম্বৰ, 'ধনভৰাঁলৰ' বিনোদবিহাৰী সাহা, 'যোৰাফাঁচিৰ' ভীষণ সিং মহাজন, 'সোপাধৰা'ৰ ডাৰোগা, জমিদাৰৰ দেৱান আদি 'ভিক্টোৰিয়া ক্ৰচ'ৰ উকীল-মুক্তিয়াৰ, 'ভাগ-বাটোৱাৰা'ৰ আদ্যনাথ দদাই, 'প্ৰতিশোধ নে প্ৰতিদান'ৰ সীতাৰাম মেধি আদি এই শ্ৰেণীৰ চৰিত্ৰৰ ভিতৰত পৰে। 'ওস্তাদজী' আৰু 'লাহৰী' গল্পত এজন বাদক আৰু এজন গায়কৰ কথা আছে, কিন্তু সঙ্গীত আয়ত্তৰ কাৰণে যি সাধনাৰ প্ৰয়োজন তাৰ ইঙ্গিত সঙ্গীতজ্ঞ চৌধুৰীৰ এটা গল্পতো পোৱা নাযায়। 'প্ৰতিজ্ঞা', 'পৰিবৰ্তন', 'ৰগীতৰা' আদিকৈ চৌধুৰীৰ কেইটামান বৰ দীঘল গল্প আছে। এই গল্প কেইটিৰ

কাহিনীভাগ আকৰ্ষণীয় যদিও প্ৰকাশ ভঙ্গী সুসংহত নহয়। এই গল্প কেইটাকে উপন্যাসৰ পকেট সংস্কৰণ বুলিব পাৰি। 'মৈদাম অনুসন্ধানত' নামৰ গল্পত দুজন ডেকাই পৰ্বতত গুপ্তধন বিচাৰিবলৈ গৈ শেষত কেনেকৈ গাভৰু এজনীৰ দ্বাৰা ঠগ খাই উভতিব লগা হয়, সেই ধেমেলীয়া কাহিনীটো বৰ মনোৰমভাৱে বৰ্ণনা কৰিছে। 'ৰসায়ন' এটি অদ্ভুত ধৰণৰ গল্প। ইয়াত দেখুওৱা হৈছে কেনেকৈ কায়কল্প চিকিৎসাৰ ব্যাঘাত ঘটাত ডেকা হ'বলৈ খোজা বুঢ়া এজন শেষত হনুমান বান্দৰত পৰিণত হৈ বনলৈ গুচি গ'ল। এইদৰে নগেন্দ্ৰ চৌধুৰীৰ গল্পৰ বিষয়বস্তুত বৈচিত্ৰ দেখা যায়। এওঁৰ প্ৰায়বোৰ গল্প কাহিনী বা পৰিবেশ প্ৰধান আৰু চৰিত্ৰবোৰ সহজ-সৰল, বিশেষকৈ নাৰী চৰিত্ৰসমূহ সংবেদনশীল। এনে গুণৰ কাৰণেই গল্পসমূহ আকৰ্ষণীয়।

গল্পৰ দৰে প্ৰৱন্ধ ৰচনাতো নগেন্দ্ৰ চৌধুৰীয়ে দক্ষতা দেখুৱাব পাৰিছিল। তেওঁ যেনেকৈ সঙ্গীত শিক্ষাৰ পৰা কুস্তি, ইন্দ্ৰজাললৈকে বিবিধ বিষয়ৰ বিদ্যা আয়ত্ত কৰিছিল, তেনেকৈ প্ৰৱন্ধ ৰচনাৰ ক্ষেত্ৰতো বিভিন্ন ৰুচিৰ পৰিচয় দিব পাৰিছিল। তেওঁৰ 'আগ্ৰা', 'কুম্ভমেলা যাত্ৰা' আদি ভ্ৰমণ কাহিনীত পৰ্যবেক্ষণশীলতাৰ সুন্দৰ পৰিচয় আছে। 'জীৱজন্তুৰ ওপৰত মানুহৰ কৰ্তৃত্ব' আৰু 'লুপ্ত অতিকায় প্ৰাণী' নামৰ প্ৰৱন্ধ দুটাত চৌধুৰী ডাঙৰীয়াই জীৱতত্ব সম্পৰ্কে আলোচনা কৰিছে। তাত কোৱা হৈছে যে সময়ৰ লগে লগে হাতী, গড়, সিংহ আদি অতিকায় জন্তুবোৰৰ সংখ্যা কমি আহিছে; কিন্তু সৰীসৃপ আৰু খেচৰ প্ৰাণীৰ সংখ্যা বাঢ়িছে। 'ভোজনৰ-ফেশ্যন' প্ৰৱন্ধত বিভিন্ন সময়ৰ ৰজা, মহাৰজা আৰু ডাঙৰীয়াসকলৰ ভোজন সম্পৰ্কে আলোচনা কৰিছে। এই প্ৰৱন্ধটোৰ এঠাইত কোৱা উক্তি প্ৰণিধানযোগ্য—"যেতিয়া কোনো এটা জাতিয়ে আন এটা জাতিক শ্ৰেষ্ঠ বুলি মানে তেতিয়াই সেই শ্ৰেষ্ঠ জাতিৰ আদব-কায়দাৰ অনুকৰণ চলিবলৈ ধৰে। গ্ৰীচ, ৰোম আদি যিবোৰ দেশ পাশ্চাত্য দেশৰ শিক্ষাগুৰু আছিল, সেই

সকলে প্ৰাচ্যক অনুসৰণ কৰি ধন্য হৈছিল। কালৰ মাহাত্ম্যত দিন উলটি গৈছে। এতিয়া প্ৰাচ্যই অনুসৰণ কৰিছে পাশ্চাত্যক।” ‘ড’মিচাইল্ডৰ দিগ্‌বাজী’ প্ৰবন্ধত কৈছে ঃ “যেয়ে যি ঠাইত থাকে তাৰ মানুহৰ লগতে তেওঁৰ জীৱন-মৰণ সম্পৰ্ক থকা উচিত।” ‘মোৰ জীৱন স্মৃতি’ প্ৰবন্ধত চৌধুৰীয়ে অসমীয়া ভাষা শিক্ষাৰপৰা আৰম্ভ কৰি অসমীয়া ছোৱালী বিয়া কৰোৱালৈকে জীৱনৰ বিবিধ স্মৃতিৰ চিত্ৰ দাঙি ধৰিছে। ‘ছেৰাই কেল্লাৰ ছো-নৃত্য’ আৰু ‘মণিপুৰী পৌৰাণিক নৃত্য’ নামৰ প্ৰবন্ধত চৌধুৰীৰ নৃত্যগীত সম্বন্ধীয় জ্ঞান আৰু ‘প্ৰাগ্-ঐতিহাসিক যুগৰ চিত্ৰশিল্প’ প্ৰবন্ধত তেওঁৰ প্ৰত্নতাত্বিক জ্ঞানৰ পৰিচয় পোৱা যায়। ইয়াৰ উপৰিও চৌধুৰীৰ ‘প্ৰবাসীৰ প্ৰলাপ’, ‘বড়ো জাতিৰ কথা’, ‘স্ত্ৰীশিক্ষাৰ প্ৰয়োজনীয়তা’, ‘আহোম ভাষাৰ পুথি’ ‘গুপ্তচৰৰ গুপ্ত কৌশল’ আদিকৈ ভালেমান প্ৰবন্ধ আছে। এইবোৰ সংগ্ৰহ আৰু সম্পাদনাৰে প্ৰকাশ কৰি উলিয়াব পাৰিলে অসমীয়া প্ৰবন্ধ সাহিত্যৰ ভঁৰালটিৰ সমৃদ্ধিত সহায়ক হব। ই যি নহওক, ‘আৱাহন’ৰ প্ৰতিষ্ঠাতা তথা অসমীয়া ভাষা সাহিত্যৰ অন্যতম পৃষ্ঠপোষক আৰু বিশেষকৈ চুটিগল্প লেখক হিচাপে নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ নাম অসমীয়া সাহিত্যৰ ইতিহাসত সদায় জিলিকি থাকিব।

# হলিৰাম ঢেকিয়াল ফুকন

যতীন্দ্ৰনাথ গোস্বামী

ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ প্ৰণীত আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰৰ এঠাইত আছে, "যি নিজৰ সম্ভ্ৰম ৰাখিব জানে তাক সভ্য লোকে মান কৰে।" এই কথাষাৰ এজন মানুহক উদ্দেশ্য কৰি কোৱা হৈছে আৰু সেই জনেই হ'ল হলিৰাম ঢেকিয়াল ফুকন। যি কালত অসমৰ স্বাধীনতাৰ বেলি মাৰ যাওঁ যাওঁ হৈছিল, যি কালত অসমীয়া মানুহে ধন-সম্পত্তি এৰি নিজৰ প্ৰাণ বচাবৰ কাৰণে যেনি-তেনি যাবলগীয়া হৈছিল সেই কালত এইজনা মহানুভৱ আৰু পৰমহিতৈষী লোক অসম দেশত জন্ম গ্ৰহণ কৰি দেশৰ স্বাধীনতা ৰক্ষা আৰু সুস্থ অৱস্থা ঘূৰাই অনাত যি দক্ষতা আৰু অসীম সাহসৰ পৰিচয় দিলে তাৰ কাৰণে তেওঁৰ নাম জাতীয় বুৰঞ্জীত অমৰ হৈ থাকিব।

দ্ৰাবিড়ী দেশৰ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে দেশ পৰ্যটন কৰি কৰি আহি বঙ্গদেশৰ মুৰ্ছিদাবাদ পায়হি। স্বৰ্গদেৱ গৌৰীনাথ সিংহই (১৭৮০-৯৫ খৃঃ) সামান্য অপৰাধতে তেওঁৰ সহপাঠী এজন ডেকা মজুমদাৰৰ চকু কঢ়ালে। এই কণা মজুমদাৰেই বিদেশী ৰজা এজনৰ এখন পত্ৰ আঙুলি বুলাই পাঠ কৰাত ৰজাই মজুমদাৰৰ "চক্ষুদান কৰিবলৈ বেজবৰুৱাসকলক অনুমতি কৰিলে"। বেজবৰুৱাসকলে তেনে কাৰ্য অসম্ভৱ বুলি ৰজাক ক'বলৈ সাহ নকৰি তেওঁবিলাকে মন্ত্ৰণা কৰি ৰজাক জনালে বোলে ভাটীৰপৰা বেজ অনালেহে চকুৰ চিকিৎসা হ'ব। বেজ বিচাৰি ভাটীলৈ মানুহ পঠোৱা হ'ল। এই বৈদ্য অনুসন্ধানকাৰী দলটোৱেও মুৰ্ছিদাবাদত যি ঠাইত লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী আছিল তাতে নাও চপালে। তেওঁলোকে ব্ৰহ্মচাৰীক কি উদ্দেশ্যে ভাটীলৈ আহিছে তাক জনালে। ব্ৰহ্মচাৰীয়ে কামাখ্যা দৰ্শনৰ সুবিধা লৈ তেওঁলোকৰ লগত অসমলৈ

আহিবলৈ প্ৰতিজ্ঞা কৰিলে। তেওঁ কেইজনমান সন্ন্যাসী লগত লৈ বৈদ্য অনুসন্ধানকাৰী দলটোৰ সৈতে গুৱাহাটীলৈ আহে। এই সময়ত গুৱাহাটীত জহনী আৰু তাৰ পিচত গ্ৰহণী ৰোগে দেখা দিয়ে। ব্ৰহ্মচাৰীয়ে গ্ৰহণী ৰোগৰ চিকিৎসা কৰি বহুত লোকক ৰোগমুক্ত কৰে। তেওঁ গুৱাহাটীলৈ অহাৰ কিছু আগতে কণা মজুমদাৰৰ মৃত্যু হোৱাত চক্ষুদানৰ কথা তল পৰিল। ইতিমধ্যে মৰাণ, মোৱামৰীয়া আদি নিজ নিজ ৰজাৰ অধীনত স্বাধীন হোৱাত স্বৰ্গদেৱ গৌৰীনাথ সিংহই ইংৰাজৰ সহায় বিচাৰিলে। ১৭৯২ খ্ৰীষ্টাব্দত কেপ্তেইন ৱেলচ্ অসমলৈ আহি দেশৰ আভ্যন্তৰীণ বিদ্ৰোহ দমন কৰি গৌৰীনাথ সিংহৰ হাতত ৰাজ্যভাৰ দি বঙ্গদেশলৈ উভটিল।

লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী বিচক্ষণ, বুদ্ধিমান আৰু বহুদৰ্শীলোক আছিল। তেওঁ বুঢ়াগোহাঁই প্ৰভৃতি বিষয়াসকলৰ বৰ প্ৰিয়পাত্ৰ হৈ উঠিল। তেওঁ শিখ আৰু হিন্দুস্থানী মানুহ অনাই দেশৰ চিপাহী দল শক্তিশালী কৰি তুলিলে। হাদিৰাচকী বা বঙ্গালহাটৰ বেজ দুৱৰীয়া বৰুৱাই অৱসৰ লোৱাত বুঢ়াগোহাঁই আৰু ৰজাত খাটি ব্ৰহ্মচাৰী দুৱৰীয়া বৰুৱা হ'ল। তেওঁ কেতিয়াবা হাদিৰাচকীত আৰু কেতিয়াবা গুৱাহাটীত থাকে।

টিয়কীয়া অধ্যাপকৰ ঘৰৰ যোগাইৰ পিতৃ অশ্বক্ৰান্তত কালপ্ৰাপ্ত হোৱাত যোগাই ব্ৰহ্মচাৰীৰ শিষ্য হ'ল। যোগাইক বিচাৰি অহা পিতৃৰ দদায়েকৰ পুতেক অৰ্থাৎ যোগাইৰ অনাথ দদায়েক এজনকো ব্ৰহ্মচাৰীয়ে চপাই ললে। ইয়াৰ উপৰি কামৰূপৰ দুটি অনাথ ব্ৰাহ্মণ বালক, এগৰাকী বিধবা বামুণীৰ দুই পুত্ৰ আৰু এজনী অনাথ ব্ৰাহ্মণ বালিকা তেওঁৰ দ্বাৰা প্ৰতিপালিত হয়। তেওঁ প্ৰতিপালন কৰা সন্তানসকলৰ নতুন নামাকৰণ কৰিলে। যেনে—(১) জ্যেষ্ঠজনৰ নাম সীতাৰাম, (২) টিয়কীয়া অধ্যাপকৰ ঘৰৰ বয়োজ্যেষ্ঠজনৰ নাম পৰশুৰাম, (৩) শম্ভুৰাম, (৪) যোগাইৰ নাম ৰণৰাম। বিধবা বামুণীৰ দুটি লৰাৰ (৫) বৰটোৰ নাম অভিৰাম আৰু (৬) সৰুটিৰ নাম পটাভিৰাম আৰু

(৭) ছোৱালীজনীৰ নাম পাতলী। ব্ৰহ্মচাৰীয়ে নিজে সীতাৰাম, পৰশুৰাম আৰু শম্ভুৰামক নিজ গোত্ৰত তুলি উপনয়ন দিলে। ব্ৰহ্মচাৰীৰ সন্তানসকলে তেওঁৰ গোত্ৰ (শ্ৰীবাৎস্য) আৰু প্ৰবৰ গ্ৰহণ কৰে। তেওঁলোকে এই দেশৰ সন্ধ্যাবিধিৰ পৰিবৰ্তে দ্ৰাবিড় দেশীয় সন্ধ্যাবিধি অনুসৰণ কৰে। ব্ৰহ্মচাৰীয়ে সীতাৰাম, পৰশুৰাম আৰু শম্ভুৰামক বিয়া কৰাই দিলে। পৰশুৰামৰ পত্নী হ'ল সীতাংশু সভাপতিৰ ঘৰৰ লক্ষ্মীনাথৰ কন্যা কামেশ্বৰী দেৱী।

ব্ৰহ্মচাৰীৰ সন্তানসকলৰ ভিতৰত পৰশুৰাম অধিক বুদ্ধিমান আৰু বহুদৰ্শী আছিল। ব্ৰহ্মচাৰীয়ে পৰশুৰামৰ নামেই ৰজাঘৰত হাদিৰাচকী লগাই দিয়ালে। এই হাদিৰাচকী হ'ল অসম আৰু বঙ্গৰ সীমাত। —"বিদেশৰ কোনো আক্ৰমণ কি আন কথাবাৰ্তা ৰজাঘৰলৈ দুৱৰীয়াই জনাব লাগে। যি নাও অসম দেশলৈ যায় তাত হাতীদাঁত, মজাঠী, লোণ প্ৰভৃতি, মাচুল লবলগীয়া বস্তু হলে তাৰ মাছল ল'ব লাগে। আৰু বছৰি কোনো নিৰ্দিষ্ট টকা ৰজাৰ ভড়ালত শোধাব লাগে; এই দুটিয়েই দুৱৰীয়াৰ প্ৰধান কাৰ্য আছিল। নাওবিলাক চাবৰ নিমিত্তে লাকলঙীয়া তালাচী আছিল। ব্ৰহ্মচাৰীয়ে ৰজাৰ ঘৰত বাৰ্ষিক ১০,০০০ নাৰায়ণী টকা আৰু ৭০,০০০ টকাৰ নানা দেশীয় দ্ৰব্য দিবলৈ স্বীকাৰ কৰি সেই চকি লৈছিল" (আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ)। ব্ৰহ্মচাৰী ইয়াতে ক্ষান্ত নাথাকিল। "উজনিৰপৰা ভাটীলৈ আৰু ভাটীৰপৰা উজনিলৈ বেপাৰৰ যি বস্তু আছে তাক দুৱৰীয়াৰ ঘৰেই নিজেই লৈ নিজে কাৰবাৰ কৰিবলৈ ধৰিলে" (আ. ঢে. ফু. জী. চ.)। অধিক কি বেপাৰৰ বাবে ২৪০ খন নাও ৰাখি "প্ৰায় সমুদায়" দেশৰ একচেতীয়া ব্যৱসায়ী হৈ উঠিল।

পৰশুৰাম বৰুৱাৰ বৰজনা পত্নীৰ গৰ্ভত ১৭২৪ শকত হলিৰাম আৰু ১৭২৭ শকত যজ্ঞৰাম ওপজে। ইতিমধ্যে লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী পৰলোকপ্ৰাপ্ত হয়। পৰশুৰাম বৰুৱাই ব্ৰহ্মচাৰীৰ জীৱিত অৱস্থাত সকলো কাৰ্য পৰিচালনা কৰিছিল। তেওঁ এনে এটা নিয়ম কৰিলে যে

ভাতৃসকলে নির্দিষ্ট কার্য কৰিব লাগে। ব্ৰহ্মচাৰীৰ মৃত্যুত পৰশুৰাম বৰুৱা ঘাই বৰুৱা হ'ল। এতিয়া ব্ৰহ্মচাৰীৰ দিনতকৈ দুৱৰীয়াৰ ঘৰৰ অৱস্থা বহুত উন্নত হ'ল। পৰশুৰাম বৰুৱা এজন বৰ প্ৰতাপী লোক আছিল। তেতিয়াৰ এজন বিদেশী পর্যটকে মন্তব্য কৰিছিল, বোলে, উজনিত বুঢ়াগোহাই আৰু ভাটীত পৰশুৰামৰ বিনে এই দেশৰ মানুহ নাই। এবাৰ জিলা ৰংপুৰৰ জজ আৰু কমিচনাৰ ডেভিদ স্কটে হাদিৰাচকীত তিনিদিন থাকিও পৰশুৰাম দুৱৰীয়া বৰুৱাৰ সৈতে সাক্ষাৎ কৰিব নোৱাৰিলে।

সেই সময়ত এটা বিশ্বাস আছিল যে যাৱনিক ভাষা শিকিলে জাতি-ভ্ৰষ্ট হৈ পিতৃসকলৰ পিণ্ড তর্পণ দিব নোৱাৰে। সেইকাৰণে পৰশুৰাম বৰুৱাই হলিৰামক কেৱল সংস্কৃত আৰু বঙ্গলা ভাষা আৰু যজ্ঞৰামক সংস্কৃত, বঙলা আৰু ফাৰ্চী ভাষাৰ শিক্ষা দিয়ে। তেওঁলোক দুয়ো সেই সেই ভাষাত বিশেষৰূপে ব্যুৎপত্তি লাভ কৰে।

১৭৩৮ শকত পৰশুৰাম বৰুৱাৰ লোকান্তৰ ঘটে। এই সময়ত হলিৰামৰ বয়স চৈধ্য বছৰ। তেওঁ এতিয়া দুৱৰীয়া বৰুৱা হ'ল। ৰণৰাম তেওঁবিলাকৰ অধ্যক্ষ হ'ল। হলিৰাম বৰুৱা দুৱৰীয়া বৰুৱা হোৱাৰ পাচত অসম আকাশ আকৌ মেঘাচ্ছন্ন হ'ল। ১৭৩৯ শকত বদন চন্দ্ৰ বৰফুকন মান দেশলৈ গৈ মান সৈন্যৰ সহায়ত তেওঁ নিজে মন্ত্ৰীফুকন হ'ল। মানে অসম দেশ ছাৰখাৰ কৰিলে। মানে ১৮১৭ খ্ৰীষ্টাব্দত চন্দ্ৰকান্ত সিংহক ৰাজ্যভাৰ অর্পণ কৰি ধন সোণ আৰু বঁটা-বকৃচিচ লৈ নিজ দেশলৈ উভতিল। ১৮১৮ খ্ৰীষ্টাব্দত ৰূপচিং চুবাদাৰ আৰু ৰহমান খাঁ জমাদাৰক লগাই বদনচন্দ্ৰ বৰফুকনক হত্যা কৰোৱা হয়। চন্দ্ৰকান্ত সিংহ পলাই যোৱাত পুৰন্দৰ সিংহক ( ১৮১৮-১৯ খ্ৰীঃ ) প্ৰথমবাৰ ৰজা বুলি ঘোষণা কৰা হয়। চন্দ্ৰকান্ত সিংহই মানুহ পঠিয়াই দেশৰ অৱস্থা মান ৰজাক জনোৱাত মান ৰজাই ১৭৪০ শকত অসম আক্ৰমণৰ কাৰণে সৈন্য পঠালে। স্বৰ্গদেৱ পুৰন্দৰ সিংহ ভটীয়াই যোৱাত চন্দ্ৰকান্ত সিংহ পুনৰ ৰাজপাটত উঠে। তাৰ পিচত মানৰজাই দেশৰ অৱস্থা বুজিবৰ কাৰণে কিছুমান সৈন্য পঠালে। মানে পুনৰ অসম আক্ৰমণ কৰিবলৈ অহা বুলি

ভাবি স্বৰ্গদেৱে মানৰ আক্ৰমণ নিবাৰিবলৈ সৈন্য পঠালে। মানে আমাৰ সৈন্যক পৰাস্ত কৰি নগৰ প্ৰবেশ কৰিলে। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহ ভটীয়াই গ'ল। মানে উজনি খণ্ড লৈ নামনিৰ ফালে গ'ল। এই দেশৰ মানুহ নানা ঠাইলৈ পলাই গ'ল।

হলিৰাম বৰুৱায়ো গুৱাহাটী এৰি হাদিৰাচকীলৈ গ'ল। মানসৈন্য আগবাঢ়ি হাদিৰাচকী পালেগৈ। শিখ আৰু অন্যান্য লোকেৰে এটা বাহিনী গঠন কৰি হলিৰাম বৰুৱাই মানৰ সৈতে যুদ্ধ কৰে। এই যুদ্ধত তেওঁ অসীম সাহসৰ পৰিচয় দিলে। চৈতন্যসিংহ চুবাদাৰ প্ৰভৃতি চিপাহী ৰণত পৰি পৰাস্ত হ'লত তেওঁ নাওলৈ লৰি গ'ল। সেই নাৱত বন্দুকৰ চঙ্গীন আছিল। সেই চঙ্গীন তেওঁৰ ডিঙিত সোমাল। তেওঁ তাক জোৰেৰে উলিয়াই মূৰৰ পাগুৰিৰে আঘাত পোৱা ডিঙিটো বান্ধি নাৱত উঠিল আৰু নাও ভটীয়াই যোগীঘোপা পালেগৈ। ইফালে মান অহা দেখি তিৰোতাবিলাকেও যিমান পাৰে সিমান বয়বস্তু লৈ নাৱত উঠিল। সেই নাৱত আছিল হলিৰাম বৰুৱাৰ মাক আৰু দুগৰাকী মাহীমাক, ৰণৰামৰ পত্নী ইত্যাদি। হলিৰাম বৰুৱা আৰু তেওঁৰ পৰিয়ালবৰ্গ যোগীঘোপাৰপৰা চিলমাৰীলৈ গ'ল। ইতিপূৰ্বে স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ আৰু বুঢ়াগোহাঁই আদিয়ে চিলমাৰীত আশ্ৰয় লৈছিল। এই সময়ত ডেভিদ স্কট সৈন্য সহ অসমলৈ অহাৰ যো-জা কৰাৰ বাতৰি পাই হলিৰাম বৰুৱা সপৰিবাৰে গঙ্গাস্নান কৰিবৰ উদ্দেশ্যে মুৰ্ছিদাবাদলৈ যাত্ৰা কৰে।

গঙ্গা-তীৰত গ্ৰহণৰ সময়ত এজন দত্ত স্বামীত হলিৰাম, যজ্ঞৰাম আৰু তেওঁলোকৰ মাতৃ আৰু বিমাতা দুগৰাকীয়ে দীক্ষা ল'লে। তাত কিছুদিন থাকি তেওঁলোক পুনৰ গোৱালপাৰালৈ আহি চন্দৰীয়াত থাকে। মাজুলীৰ আঁহতগুৰি সত্ৰাধিকাৰ কুশদেৱ গোস্বামী সপৰিবাৰে পলাই গৈ গোৱালপাৰাত আছিল। তেওঁৰ জ্যেষ্ঠা কন্যা প্ৰসূতি দেৱীক হলিৰামে বিয়া কৰে। বিয়াৰ দিনা এটা দুৰ্ঘটনা ঘটিল। বিয়াৰ হোমৰ পূৰ্ণাহুতি দিয়াৰ সময়ত তেওঁবিলাকৰ ভিতৰৰ ঘৰত অকস্মাৎ

জুই লাগি ঘৰ আৰু অনেক বয়বস্তু পুৰিলে। হলিৰাম বৰুৱাই দ্বিতীয় বাৰ বিবাহ কৰে। তেওঁ মাটিৰ বন্দৱস্তৰ কাৰণে নগাঁৱত থকা কালত দীফলু সত্ৰাধিকাৰ লৰচন্দ্ৰ গোস্বামীৰ কন্যা তিলোত্তমা বা কল্যাণী দেৱীক বিয়া কৰে।

মদগৰ্বী মান সৈন্যই বুটিছৰ ৰাজ্যত লুটপাত কৰাত ১৮২৩ খ্ৰীষ্টাব্দত বঙ্গদেশৰ ৰঙ্গপুৰ জিলাৰ কমিছনাৰ ডেভিদ স্কট সসৈন্যে আগুৱাই আহি হাদিৰাচকীৰপৰা মানক খেদি আনিবলৈ ধৰিলে। মান সৈন্য পলাল। যিবিলাক অসমীয়া মানুহ পলাই গৈ গোৱালপাৰা, যোগীঘোপা, পগলাটেক আদি ঠাইত আছিল সিবিলাকক স্কটে স্বদেশলৈ ঘূৰি আহিবলৈ ক'লে। স্কটে পূৰ্বৰপৰা হলিৰাম আৰু যজ্ঞৰামক চিনি পাইছিল। তেওঁলোকেও গুৱাহাটীলৈ প্ৰত্যাবৰ্তন কৰিবলৈ ইচ্ছা কৰাত স্কটেও সন্মতি দিলে। এই সময়ত দুই ভ্ৰাতৃ হলিৰাম আৰু যজ্ঞৰাম বেলেগ হ'ল। দেশৰ পুনৰ সংগঠনত স্কটে দুৱৰীয়া বৰুৱাৰপৰা যথেষ্ট সহায় পায়। হলিৰাম স্কটৰ সৈতে তেওঁৰ প্ৰধান কাৰ্যকাৰক হৈ দেশত ফুৰে। নগাঁও আৰু দৰঙ্গ প্ৰথম বন্দৱস্ত হলিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত হয়। নগাঁৱৰ এই মাটিৰ বন্দবস্তৰ কথা মানুহে শ্ৰদ্ধাৰে স্মৰণ কৰে। চন্দ্ৰকান্ত সিংহ গুৱাহাটীত থকা কালত হলিৰামক ঢেকিয়াল ফুকন আৰু যজ্ঞৰামক খাৰঘৰীয়া ফুকন বিষয় দিয়ে। ইংৰাজ চৰকাৰৰ প্ৰধান কাৰ্যকাৰক স্কটেও তেওঁলোকক সেই পদত স্বীকাৰ কৰে।

উজনি আৰু নামনি খণ্ড 'চিনিয়ৰ' আৰু 'জুনিয়ৰ' খণ্ডত বিভক্ত হোৱাত হলিৰাম ঢেকিয়াল ফুকন নামনি খণ্ডত থাকিল। ১৮২৫ খ্ৰীষ্টাব্দৰ এপ্ৰেল মাহত তেওঁ গুৱাহাটীৰ কলেক্টৰী চিৰস্তাদাৰ পদত নিযুক্ত হ'ল। তেওঁ কামৰূপৰ বন্দৱস্তৰ বিষয়ে বিশেষ কাৰ্য কৰে। সেই সময়ত কামৰূপত হোৱাইট নামৰ এজন কলেক্টৰ চাহাব আছিল। কোনো এটি সৰু কথাত তেওঁৰে সৈতে হলিৰাম ঢেকিয়াল ফুকনৰ বিবাদ লগাত ঢেকিয়াল ফুকনে সেই পদ এৰি কলিকতালৈ যায়।

হলিৰাম ঢেকিয়াল ফুকন গোৱালপাৰাৰপৰা গুৱাহাটীলৈ অহাৰ কিছুকালৰ পিচতে তেওঁৰ প্ৰথমা পত্নী প্ৰসূতী দেৱীৰ গৰ্ভত এটি কন্যা ওপজে কিন্তু সেই কন্যা নাথাকিল। ১৭৫১ শকৰ ৭ আহিন মঙ্গলবাৰে প্ৰসূতী দেৱীৰ গৰ্ভত এটি পুত্ৰ সন্তান জন্মে। এইজনেই হ'ল আমাৰ স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকন। এই শকৰ কাতি মাহত তিলোত্তমা বা কল্যাণী দেৱীৰ গৰ্ভত এজনী কন্যা ওপজে। এওঁৰ নাম হ'ল তুলসী।

হলিৰাম ঢেকিয়াল ফুকনে যেতিয়া শুনিলে যে তেওঁৰ ভাতৃ যজ্ঞৰাম কলিকতাত ব্ৰাহ্ম হৈছে তেতিয়া তেওঁ তেওঁৰ ভাতৃক কলিকতাৰপৰা ঘূৰাই অনাৰ কথা চিন্তা কৰিলে। কলেক্টৰ হোৱাইটৰ সৈতে বিবাদ লাগিলত ঢেকিয়াল ফুকন কলিকতা পালেগৈ। তেওঁ গ'ল ঢাকা আৰু সুন্দৰবনৰ বাটেৰে; কিন্তু যজ্ঞৰাম ফুকন মুৰ্ছিদাবাদৰ বাটেৰে দেশলৈ ঘূৰি আহিল। হলিৰাম ঢেকিয়াল ফুকন কলিকতাৰপৰা শ্ৰীক্ষেত্ৰলৈ যায়। ইয়াৰ আগতে গোৱালপাৰাৰপৰা তেওঁ গঙ্গা, গয়া, কাশী আদি তীৰ্থলৈ গৈ সেই সেই ঠাইত বিস্তৰ দান-পুণ্য কৰি সুখ্যাতি অৰ্জন কৰিছিল। তেওঁ এইবাৰো বিস্তৰ ব্যয় আৰু দান-পুণ্য কৰে। আনকি স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰপৰা ধনৰ বিনিময়ত এটা সোণৰ ভৃঙ্গাৰ তেওঁ জগন্নাথ মহাপ্ৰভুক অৰ্পণ কৰে। হলিৰাম ঢেকিয়াল ফুকন শ্ৰীক্ষেত্ৰৰপৰা কলিকতালৈ ঘূৰি আহে আৰু এই ঠাইত কিছুদিন থাকি গুৱাহাটীলৈ প্ৰত্যাৱৰ্তন কৰে।

ডেভিদ স্কটৰ মৃত্যুৰ পিচত ক্ৰেক্ৰট (কেৰিক্ৰাপট?) কমিছনাৰ নিযুক্ত হয়। তেওঁ হলিৰামৰ কাৰ্যদক্ষতাৰ বিষয়ে অৱগত আছিল। চৰকাৰে গুৱাহাটীত এজন এছিষ্টেণ্ট মেজিষ্ট্ৰেট মঞ্জুৰ কৰাত হলিৰাম ঢেকিয়াল ফুকন ১৮৩২ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে মাহে ২৩০৲ দৰ্মহাত সেই পদত নিযুক্ত হ'ল। উপযুক্ত পাত্ৰত উচ্চপদ অৰ্পণ হোৱাত সেই চনৰ মাৰ্চ মাহত কলিকতাৰপৰা প্ৰকাশিত বঙলা আলোচনী 'সমাচাৰ চন্দ্ৰিকা'ই আনন্দ প্ৰকাশ কৰি লিখিছিল: "এই বাতৰিত আমি

ৰৰ সন্তুষ্ট হৈছোঁ।" হলিৰাম ঢেকিয়াল ফুকন এই অঞ্চলৰ প্ৰথম হিন্দু এছিষ্টেণ্ট মেজিষ্ট্ৰেট।"

হলিৰাম ঢেকিয়াল ফুকনৰ শৰীৰ ৰুগ্ন আছিল। তেওঁ ৰস-বাতৰ নৰিয়াত কষ্ট ভোগ কৰিছিল। সেই কাৰণে তেওঁ ১৭৫৪ শকৰ বাৰিষাত উমানন্দত থাকি তাৰপৰা কাছাৰীলৈ অহাযোৱা কৰিবলৈ ধৰিলে। তেওঁৰ লগত আছিল প্ৰথমা পত্নী প্ৰসূতি দেৱী আৰু পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকন। ৰামদত্ত নামৰ এজন পৰিচাৰক ব্ৰাহ্মণে হলিৰাম ঢেকিয়াল ফুকনক নিতৌ ঔষধ খুৱাইছিল। ঢেকিয়াল ফুকনে উমানন্দ দেৱালয়ত মহামৃত্যুঞ্জয় শিৱ-পূজা কৰাইছিল। ১১ শাওন কৃষ্ণাত্ৰয়োদশী পুৱা ঢেকিয়াল ফুকনে প্ৰভাততে উঠি শৰীৰ অসুস্থ যেন বোধ কৰি পুনৰ শুবলৈ গ'ল। ৰামদত্তই প্ৰস্তুত কৰা ঔষধ তেওঁক খুৱাবলৈ গ'ল কিন্তু ৰামদত্তই গাত হাত দি নিশ্বাস-প্ৰশ্বাস নোহোৱা যেন অনুভৱ কৰিলে। ইফালে ৰোগ নিৰাময়ৰ অৰ্থে কৰা মহামৃত্যুঞ্জয় শিৱপূজাও শেষ নহ'ল। ঢেকিয়াল ফুকনৰ মৃত্যুৰ বাতৰি চাৰিওফালে ৰাষ্ট্ৰ হৈ পৰিল। অনেক মানুহ গোট খালে। উমানন্দ মন্দিৰৰ পুবফালে নামনিত ঢেকিয়াল ফুকনৰ শ সংকাৰ কৰা হ'ল। এইদৰে এজন বিচক্ষণ, কৰ্মদক্ষ আৰু দেশহিতৈষী লোকৰ জীৱন নাটৰ অৱসান ঘটিল। তেওঁৰ মৃত্যুত দেশবাসী মৰ্মাহত হ'ল। কলিকতাৰ বঙলা আলোচনী 'সমাচাৰ দৰ্পণে' ( ২৫ আগষ্ট, ১৮৩২ খ্ৰীঃ ) "অতি প্ৰধান বিখ্যাত লোক" ঢেকিয়াল ফুকনৰ মৃত্যুত শোক প্ৰকাশ কৰি কৈছিল "তেওঁৰ লোকান্তৰ গমন সংবাদত আমি নিতান্ত দুঃখিত হৈছো।"

হলিৰাম ঢেকিয়াল ফুকন এজন পৰমহিতৈষী, লোকোপকাৰী আৰু মহানুভৱ নেতা আছিল। সংস্কৃত আৰু বঙলা ভাষাত তেওঁৰ বিশেষ ব্যুৎপত্তি আছিল। আনকি তেওঁ তৰ্কশাস্ত্ৰতো পাৰ্গত আছিল। তেওঁ এজন দানী পুৰুষ আছিল। তেওঁ ভাৰতৰ বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰি সিবিলাক ঠাইত বহুত দান-দক্ষিণা কৰিছিল ; অধিক কি কামাখ্যা মন্দিৰৰ সোণৰ কলচীটো তেওঁৰে দান।

হলিৰাম ফুকনে নিজৰ সম্ভ্ৰম ৰক্ষা কৰি চলিছিল। অতি হীন হৈ তেওঁ কাকো সম্ভ্ৰম নকৰিছিল। কাছাৰীলৈ যাওঁতে তেওঁ প্ৰায়ে পাছি দোলাত গৈছিল। স্কট চাহাবক দেখিলে দোলা আদিত উঠি থকা মানুহ নামে নাইবা বৰজাপী ল'লে তাক একাষৰ কৰে। কিন্তু ঢেকিয়াল ফুকনে স্কটক সেই বিষয়ে বা অন্য বিষয়ত তেনে নীচ সম্ভ্ৰম নকৰিছিল। সেই কাৰণে স্কটে তেওঁক বৰমান্য কৰিছিল। হোৱাইট চাহাবে আনৰ কথা শুনি ঢেকিয়াল ফুকনক দাম্ভিক বুলি ভাবিছিল। তেওঁ এদিন হলিৰাম ঢেকিয়াল ফুকনক কাছাৰীত কোনো অপমানজনক কথা কয়। ঢেকিয়াল ফুকনে তাৰ সমুচিত উত্তৰ দিয়ে। কোনো এজন আহোম ডাঙৰীয়াই এদিন তেওঁক দেখা কৰিবলৈ আহিলত, তেওঁ ডাঙৰীয়া জনক উপযুক্ত আসন দি কথাবাৰ্তা পাতিলে। তেওঁ যাবৰ সময়ত ঢেকিয়াল ফুকনৰ ওচৰলৈ আহি আঠু কঢ়াৰ ভাও ধৰি কিবা এটা ক'লে। তেনে আচৰণৰ কাৰণে ঢেকিয়াল ফুকনে তেওঁক ভাল নুবুলিলে।

হলিৰাম ঢেকিয়াল ফুকন এজন ধৰ্মপৰায়ণ লোক আছিল। তেওঁ সদায় পূজা, হোম, শান্তি, স্বস্ত্যয়ন কৰিছিল। দিনত বহুত কাম কৰিব লাগে কাৰণে তেওঁ দিনত চমুকৈ পূজা কৰিছিল কিন্তু ৰাতি বাহুল্যভাৱে নিত্যপূজা কৰিছিল।

তেওঁ এজন বৰ প্ৰতাপী আৰু শাসনকাৰ্যত পটুলোক আছিল। তেওঁ যেতিয়া যি ক্ষমতা পাইছিল তাক উচিতভাৱে প্ৰয়োগ কৰিছিল। বিচক্ষণ আৰু প্ৰশাসনীয় দক্ষতাৰ কাৰণে তেওঁ মেজিষ্ট্ৰেটৰ পদবী পাইছিল।

গীত বাদ্য আদিত তেওঁৰ বৰ উৎসাহ আছিল। প্ৰতি পৰ্ব উপলক্ষে তেওঁৰ ঘৰত প্ৰায়ে গান বাজনা হৈছিল।

তেওঁ সংস্কৃত আৰু বঙলা ভাষাত বৰ পণ্ডিত আছিল। তেওঁ তন্ত্ৰশাস্ত্ৰতো পাৰ্গত আছিল। তেওঁ বঙলা ভাষাত 'আসাম বুৰঞ্জী' আৰু সংস্কৃতত 'কামাখ্যা যাত্ৰা পদ্ধতি' ৰচনা কৰিছিল। এই দুয়োখন পুথি কলিকতাৰ 'সমাচাৰ চন্দ্ৰিকা' যন্ত্ৰত ছপা কৰি বিনামূল্যে বিতৰণ কৰিছিল।

১৭৫১ শকত ( ১৮২৯ খৃঃ ) 'আসাম বুৰঞ্জী'ৰ প্ৰথম ভাগ প্ৰকাশিত হয়। এই বছৰত পুথিৰ দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ ভাগ ছপা হৈ ওলায়। 'আসাম বুৰঞ্জী'ৰ প্ৰথম ভাগত ৰাজ বিৱৰণ অৰ্থাৎ পৃথিৱীৰ পুত্ৰ নৰক ৰজাৰপৰা ইংলণ্ডীয়াধিকাৰ পৰ্যন্ত বৰ্ণনা কৰা হৈছে। দ্বিতীয় খণ্ডৰ আলোচ্য বিষয় হৈছে ৰাজ্য শাসন অৰ্থাৎ ৰাজহ লোৱাৰ ধাৰা আৰু আদালতৰ ৰীতি প্ৰভৃতি। তৃতীয় খণ্ডত নৈ, পৰ্বত, লোকসংখ্যা আদি আৰু কামাখ্যা আৰু দেৱালয়ৰ কথা আছে। চতুৰ্থ খণ্ডৰ আলোচ্য বিষয় হৈছে উৎপন্ন দ্ৰব্য, উন্নতি বিভাগৰ ৰীতি, ঈশ্বৰ আৰাধনা, কাপোৰ পিন্ধা ইত্যাদি। মুঠৰ ওপৰত বিজ্ঞানসম্মত ভাৱে লিখা এই বুৰঞ্জীখন সমাজনীতি, অৰ্থনীতি, নৃতত্ত্ব, ধৰ্ম, কৃষি, বাণিজ্য, ভূগোল আদি বিভিন্ন বিষয়ৰ তথ্য-পাতিৰে পৰিপূৰ্ণ। ঢেকিয়াল ফুকনে বহুলোকৰ উপকাৰাৰ্থে এই পুথি ৰচনা কৰিছিল। এই পুথিৰ বিষয়ে ডঃ স্থকুমাৰ সেনে মন্তব্য কৰিছে যে বঙলা ভাষাত লেখকৰ বিশেষ দখল আছিল আৰু পুথিৰ ৰচনাভঙ্গী সেই সময়ৰ পক্ষে এক ৰকম অভাৱনীয় ( বাঙ্গালা সাহিত্যে গদ্য )।

যোগিনী তন্ত্ৰ, কালিকা পুৰাণ আদি গ্ৰন্থৰপৰা সঙ্কলন কৰি হলিৰাম ঢেকিয়াল ফুকনে 'কামাখ্যা যাত্ৰা পদ্ধতি' ( ১৮৩২ খ্ৰীষ্টাব্দ ) নামৰ সংস্কৃত গ্ৰন্থখন ৰচনা কৰে। এই পুথিত কামাখ্যা আদি সকলো তীৰ্থৰ নিৰ্ণয়, যাত্ৰা আৰু পূজাৰ বিৱৰণ আছে।

হলিৰাম ঢেকিয়াল ফুকন কলিকতাৰ ধৰ্মসমাজৰ সভ্য হৈছিল আৰু তেওঁ ভদ্ৰসমাজত সৰবৰহী হৈছিল। কলিকতাৰ কোনো এক ভদ্ৰলোকে এখন সংবাদপত্ৰত তেওঁৰ নামটো কৌতুক কৰি লিখিছিল, "মুষলীৰাম ঢেঁকী কলকাতায় আসিয়াছেন।" আন এজনে লিখিছিল, "কামাখ্যা হইতে এক ঢেঁকী গাছ চালাইয়া এখানে আসিয়া কচ কচ কৰিতেছে।" সেই সময়ত ঢেঁকিয়াল ফুকন নামটো ইমান লোকপ্ৰিয় হৈছিল যে প্যাৰীচাঁদ মিত্ৰই 'আলালেৰ ঘৰেৰ তুলাল' নামৰ বঙলা উপন্যাসত কামাখ্যা নিবাসী এক ঢেকিয়াল ফুকনক ব্যঙ্গ কৰিছে।

হলিৰাম ঢেঁকিয়াল ফুকনৰ চিঠি আৰু প্ৰবন্ধ সেই যুগৰ 'সমাচাৰ দৰ্পণ', 'সমাচাৰ চন্দ্ৰিকা' আদি আলোচনীত প্ৰকাশিত হৈছিল।

হলিৰাম ঢেঁকিয়াল ফুকনৰ চৰিত্ৰৰ উল্লেখযোগ্য বৈশিষ্ট্য হৈছে অসাধাৰণ ব্যক্তিত্ব, মহানুভৱতা, দেশহিতৈষণা, সম্ভ্ৰমসচেতনতা ইত্যাদি। তেওঁ এজন দূৰদৰ্শী আৰু সুদক্ষ প্ৰশাসক আছিল। অসাধাৰণ পাণ্ডিত্য, নিৰ্ভীকমনা আৰু স্বাধীনচিতীয়া মনোভাৱৰ কাৰণে ঢেঁকিয়াল ফুকন অসমীয়া জাতিৰ মাজত চিৰস্মৰণীয় হৈ থাকিব।

# সাহিত্য সম্ৰাট ৰজনীকান্ত বৰদলৈ

**নলিনীবালা দেৱী**

অসমীয়া সাহিত্য আকাশৰ ভোটাতৰা, অসমীয়া ভাষাৰ শ্ৰেষ্ঠ উপন্যাস ৰচক, বিশেষকৈ অসমীয়া উপন্যাস সম্ৰাট নাম পাওঁতা, যিজন প্ৰতিভাশালী পুৰুষে অসমীয়া সাহিত্যৰ কেচুৱা কালতে বিবিধ প্ৰতিভা পুষ্পেৰে মাতৃভাষাৰ বেদীত অভূতপূৰ্ব প্ৰতিভা অঞ্জলিৰে চিৰচেনেহী অসমীয়া ভাষাক গৌৰৱৰ আসনত প্ৰতিষ্ঠা কৰিবলৈ আপ্ৰাণ সেৱা কৰিলে,—সেইজন অসমৰ বৰেণ্য পুৰুষ স্বনামধন্য স্বৰ্গীয় ৰজনীকান্ত বৰদলৈ। যিজনক অসমৰ সাহিত্য-অনুৰাগীসকলে উপন্যাস সম্ৰাট নামেৰে বিভূষিত কৰি অসমীয়া সাহিত্য জগতত প্ৰতিষ্ঠা কৰিছে সেই জনৰ জীৱনৰ বিষয়ে জানিবলৈ স্বাভাৱিকতে মনলৈ হাবিয়াস আহে। সৌভাগ্যক্ৰমে বৰদলৈদেৱৰ কনিষ্ঠপুত্ৰ শ্ৰীমান দেৱকান্ত বৰদলৈয়ে লিখা বৰদলৈদেৱৰ বিস্তৃত জীৱনীৰপৰা সমল গোটাই থূলমূলভাৱে এই কৃতী পুৰুষজনৰ চমু জীৱনৰ আভাস এটা দিবলৈ আগ বাঢ়িলোঁ।

**পূৰ্বপুৰুষঃ** অসমৰ বাৰঘৰ বৰদলৈ কনৌজৰপৰা অহা। এই বাৰঘৰৰ ভিতৰত ‘বিজয় খৰি’ৰ ঘৰৰ দিহিঙীয়া বৰদলৈৰ পৰিয়ালে পূৰ্বে উজনিৰ দিহিঙৰ পাৰত বাস কৰিছিল, মানৰ উপদ্ৰৱত নিজ বাসস্থান এৰি ভাটীৰ ফালে উঠি আহি কামৰূপৰ হাজোৰ ওচৰৰ বাউসী গাৱঁত বসতি কৰেহি। পিছত গুৱাহাটীলৈ উঠি আহি বৰ্তমান কটন কলেজৰ বোডিং থকা ঠাইতে বসতি কৰে। শেষত গুৱাহাটী জিলালৈ পৰিৱৰ্তন হোৱাত (কুকুৰমুতা গাওঁ) বৰ্তমান শিলপুখুৰীৰ পঞ্চৱটী আশ্ৰমৰ কাষতে নিগাজীকৈ বাস কৰে। ৰজনীকান্ত বৰদলৈৰ দেউতাক ৺নৰকান্ত বৰদলৈয়ে তিনিটা পুত্ৰসন্তান আৰু পৰিবাৰক লৈ গুৱাহাটীত মাটি পিয়লৰ কাম কৰি জীৱিকা নিৰ্বাহ কৰিছিল।

**জন্ম ঃ** ১৯৬৭ চনৰ ২৪ নৱেম্বৰ তাৰিখে ৰজনীকান্ত বৰদলৈৰ জন্ম হয়। এওঁৰ নবছৰ বয়সতে দেউতাক ঢুকায়। মোমায়েক ৺দুৰ্লভ চাংকাকতিৰ তত্ত্বাবধানত ৰজনীকান্ত বৰদলৈৰ অনাথ পৰিয়ালটো থানথিত লাগে। বৰদলৈদেৱৰ তীক্ষ্ণবুদ্ধি আৰু মনোযোগ লক্ষ্য কৰি মোমায়েকে উচ্চ শিক্ষালৈ উদ্‌গনি দিয়ে। নিজৰ অৱস্থা অনুভৱ কৰি ন-বছৰ বয়সীয়া বৰদলৈয়ে একান্তভাৱে পঢ়া-শুনাত মনোনিবেশ কৰে। নিজ প্ৰতিভাৰ বলতে দাৰিদ্ৰ্য-অনাটন সকলো উপেক্ষা কৰি বৰদলৈয়ে ১৮৮৫ চনত গুৱাহাটীৰ চৰকাৰী হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত (সেই দিনৰ) 'এণ্ট্ৰেন্স' পৰীক্ষাত উত্তীৰ্ণ হৈ কুৰিটকীয়া 'ইলিয়ট' বৃত্তি লাভ কৰি উচ্চ শিক্ষাৰ কাৰণে কলিকতালৈ যাত্ৰা কৰে। নিজৰ বৃত্তি আৰু সামান্য খৰচেৰে কটকিনকৈ চলি কলিকতাৰ বিদ্যাসাগৰ কলেজৰপৰা প্ৰথম বিভাগত এফ. এ. পাচ কৰে। চিটি কলেজৰপৰা সুখ্যাতিৰে বি. এ. পাচ কৰে। বৰদলৈৰ জ্ঞানপিপাসু মনে ক্ষন্তেকলৈও জিৰণি নলৈছিল। সেইদিনৰ সুবিধা থকা মতে বি. এ. শ্ৰেণীৰ লগে লগে, মেডিকেল কলেজতো নাম লগাই পঢ়া আৰম্ভ কৰিছিল। আৰ্থিক অনাটনে বৰদলৈক বাধা দিব পৰা নাছিল। বৰদলৈয়ে সৰ্বান্তঃ-কৰণে নিজৰ শক্তি, প্ৰতিভা আৰু পৰিশ্ৰম নিয়োজিত কৰিছিল, নিজৰ জ্ঞানাৰ্জনৰ ক্ষেত্ৰত। দুখন কলেজত পঢ়াৰ তাল ৰখাৰ সামান্য ত্ৰুটিত বৰদলৈয়ে মেডিকেল কলেজত পঢ়াৰ আশা এৰিবলগীয়া হয়। সুখ্যাতিৰে বি. এ. পাচ কৰি পুনৰ আইন কলেজত নাম লগায়। এই-খিনিতে মন কৰিব লগীয়া এজন পিতৃহীন আৰ্থিক অনাটনত পীড়িত শিক্ষাৰ্থী ডেকাই কিদৰে অচল অটল মনোভাৱলৈ বিদেশত নিজৰ জীৱন পাত কৰি শিক্ষাত ব্ৰতী হৈ কৃতিত্ব লাভ কৰিছিল, ঘৰত অনাটনগ্ৰস্ত বিধবা মাক, দুটা অনাথ সৰু ভায়েকলৈ, বৰদলৈয়ে ভ্ৰূক্ষেপ নকৰি নিজ কৰ্তব্য পালন কৰিছিল যেন অসুৰ শক্তিৰে। আইন কলেজত পঢ়ি থকাৰ সময়ত নিজৰ সৰু ভায়েক ৰোহিনীৰ মৃত্যু হয়। মাকৰ অৱস্থা সুঁৱৰি বৰদলৈয়ে উচ্চ শিক্ষাৰ মোহ এৰি ঘৰলৈ উভতি আহি

জাৰিকা নিৰ্বাহৰ কাৰণে এটি ৪০ টকীয়া কেৰাণী কামত সোমায় আৰু পৰিবাৰৰ ভৰণ-পোষণৰ দায়িত্ব ল'ব লগাত পৰে। বৰদলৈৰ জীৱন সংঘাতে আৰৰা; সৰু কালৰেপৰা শোক, দুখ, অভাৱত জৰ্জৰিত। শেষত নিজৰ প্ৰাণসম ভাই, প্ৰাণসম দুটি পুত্ৰক হেৰুৱায়, কন্যা হেৰুৱায়।

শেষত সমস্ত জীৱনৰ যথা সৰ্বস্ব হেৰুৱাই নিঃস্ব হৈয়ে, বৰদলৈয়ে নিজৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ সুন্দৰৰ সাধনা সাহিত্য-সেৱা ত্যাগ কৰা নাছিল. জীৱনৰ শেষ মুহূৰ্তলৈকে মাতৃভূমিৰ সেৱাত জীৱনক নিয়োজিত কৰি ৰাখিব পৰাটোৱেই আছিল বৰদলৈ দেৱৰ আদৰ্শ আৰু কৃতিত্ব।

গুৱাহাটীলৈ আহি প্ৰথমে কেৰাণীকামত ভৰ্তি হৈ নিজ প্ৰতিভাৰ বলত অতি সোনকালেই কানুনগু পদলৈ আৰু শেষত ছাব-ডেপুটী পদলৈ প্ৰমোচন পাই, উত্তৰ লক্ষীমপুৰলৈ বদলি হৈ যায়। গুৱাহাটীৰ কলিয়া বৰদলৈৰ ঘৰৰ ছোৱালী ৺স্বৰ্ণময়ীদেৱীক বিয়া কৰায়। পাঁচটি পুত্ৰসন্তান আৰু পাঁচগৰাকী কন্যাসন্তান জন্ম হয়। ১৯০১ চনত ই. এ. চি. হৈ গোলাঘাটলৈ বদলি হৈ কিছুদিন থকাৰ পিচত নগাওঁলৈ বদলি হয়। পিচত শিলছৰলৈকো বদলি হৈ গৈ কিছুদিন পিচত মঙ্গলদৈলৈ বদলি হৈ বৰপেটালৈ বদলি হয়। বৰপেটাৰপৰা ডিব্ৰুগড়লৈ বদলি হৈ ডিব্ৰুগড়তে ঘৰবাৰী সাজি বসতি কৰে আৰু অৱসৰ লয়।

নগাঁৱত থকা কালতে বৰদলৈদেৱৰ প্ৰথম পুত্ৰ ৺গোলোককান্ত বৰদলৈৰ অকালতে হানি হয়। এওঁৰ মৃত্যুৰ পিচত আই. এ. পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰি বৃত্তি পোৱাৰ বাতৰিয়ে পিতৃমাতৃৰ হিয়া শোকত জুৰুলা কৰে। শান্তিৰ আশাত বৰদলৈদেৱে সস্ত্ৰীক জগন্নাথ-ক্ষেত্ৰ পুৰীলৈ তীৰ্থযাত্ৰা কৰে। এতিয়াৰপৰা জ্ঞানপিপাসু বৰদলৈ দেৱৰ প্ৰাণত পৰমাৰ্থিক পিয়াহ জাগি উঠে। বিশেষভাৱে সাহিত্য-সাধনাত মনোনিৱেশ কৰে।

বৰদলৈৰ চিৰজীৱনৰ সঞ্চিত অৰ্থেৰে এখন চাহ বাগিচা কিনে, সেই সুন্দৰ বাগিছাখন অৱসৰৰ পিচত ভৱিষ্যত সংস্থানৰ কাৰণে। সেইদিনত বাগিচা চলোৱাৰ কোনো সুচল নথকাত কোনো এজন বিহাৰী ধনীৰপৰা

ধাৰ লৈ বাগিচা চলাবলগীয়া হয়, বহুত বেছি সুদ ধৰি সুদক্ষ বিহাৰীয়ে সহজ সৰল বৰদলৈক ঠগাই 'হেবেদা' বাগিচা সুদত মাৰি নিজৰ কৰি লয়। মনৰ বেজাৰত বৰদলৈয়ে ডিবুৰু এৰি গুৱাহাটীলৈ গৈ বসতি কৰে। গুৱাহাটীৰ তিনি চাৰি ঠাইত আগৰে মাটি আছিল। গুৱাহাটীতেই বৰদলৈদেৱে ইহলীলা সামৰে। বৰদলৈদেৱৰ মৃত্যুৰ পিচত তেওঁৰ সমধৰ্মিনী আৰু তিনিজন পুত্ৰ শ্ৰীসূৰ্যকান্ত বৰদলৈ, শ্ৰীচন্দ্ৰকান্ত বৰদলৈ আৰু শ্ৰীদেৱকান্ত বৰদলৈয়ে ডিবুৰুৰ নিজা ঘৰলৈ উভটি আহি বাস কৰিবলৈ লয়। বৰ্তমান চিৰিংচাপৰিতে বৰদলৈৰ ঘৰ।

**বৰদলৈদেৱৰ সাহিত্যত অৱদান** : ছাত্ৰাৱস্থাৰপৰা বৰদলৈ দেৱৰ সৃজনীমনে নিজৰ প্ৰতিভাৰ পৰিচয় দিছিল। কলিকতাত বি. এ. পঢ়ি থকা কালতে সহপাঠী ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱে 'জোনাকী' নামৰ কাকত এখনি উলিয়াবলৈ মনস্থ কৰে। হেমচন্দ্ৰ গোস্বামীদেৱেও এই কথা সমৰ্থন কৰে, আৰু সেই সময়ৰ কলিকতাত পঢ়া ছাত্ৰসকলক প্ৰবন্ধ পাতি লিখিবলৈ অনুৰোধ কৰে। ৰজনীকান্ত বৰদলৈ সেই সময়ত মেডিকেল কলেজত পঢ়ি আছিল। নিজ অভিজ্ঞতাৰে লিখা 'শৰীৰ তত্ত্ব' নামৰ প্ৰবন্ধ এটি 'জোনাকী' কাকতৰ কেইবাটাও সংখ্যাত প্ৰকাশ হয়। শিক্ষা সমাপ্ত কৰি গুৱাহাটীলৈ ঘূৰি আহি বুৰঞ্জীবিদ্ গেইট চাহাবৰ তলত চাকৰি কৰি থকা কালতে গেইট চাহাবৰ উদগনি পাই বৰদলৈ দেৱে অসমৰ বুৰঞ্জী অধ্যয়ন কৰিবলৈ লয়। সেই সময়ত অসমত নাটক লিখা আৰু অভিনয় কৰাৰ এটা জাগৰণে দেখা দিয়ে। ৰজনীকান্ত বৰদলৈদেৱৰ বন্ধু বুৰঞ্জীবিদ্ ৺ৰায়বাহাদুৰ কনকলাল বৰুৱা আৰু সু-সাহিত্যিক ৺গোপালকৃষ্ণ দে আৰু তেওঁ, এই তিনিওজনে 'ভ্ৰমৰঙ্গ' নামৰ নাটক এখনি লিখি তিনিওজনেই অভিনেতাৰ ভাও লৈছিল। 'সাৱিত্ৰী-সত্যৱান' নাটকখনিও এই সময়তে লিখি তিনিওজনে ভাওলৈ কৃতকাৰ্য কৰি তুলিছিল।

গেইট চাহাবৰ প্ৰিয়পাত্ৰ ৰজনীকান্ত বৰদলৈয়ে ছবডেপুটী পদ লৈ

উত্তৰ লক্ষীমপুৰলৈ বদলি হৈ গৈ সোঁৱণশিৰি নৈৰ পাৰৰ মিৰিগাঁওবোৰত সোমাই "মিৰিজীয়ৰী'ৰ সমল গোটায়। মিৰিজীৱনৰ সহজ সৰল অনাড়ম্বৰ কৰ্মপটু জীৱননিৰ্বাহ, মিৰিগাভৰুৰ সুন্দৰ সুঠাম লাৱণ্যময় সৌন্দৰ্য, মিৰিডেকাৰ যৌৱন সৌন্দৰ্যই বৰদলৈদেৱৰ অনুভূতিশীল মনত এটি গভীৰ সাঁচ বহুৱায়। এই অনুভূতিৰ স্বপ্ন ৰূপায়িত হৈ উঠে অসমৰ সাহিত্যৰ গৌৰৱস্তম্ভ স্বৰূপ 'মিৰিজীয়ৰী'ৰ স্বপ্নালীম ৰূপচিত্ৰত। অসমৰ পাহাৰী ডেকাগাভৰুৰ নিৰ্মল মনৰ দাপোণ, সহজ সৰল, সভ্যতাই চুব নোৱাৰা চৰিত্ৰ সৌন্দৰ্যৰ আকৰ্ষণে আজিৰ সুসভ্য স্বাধীন দেশতো মিৰিজীয়ৰীয়ে তুলিছে ৰূপসৌন্দৰ্যৰ কঁপনি। এই অপূৰ্ব আলেখ্যখনি ভাৰতৰ বিভিন্ন ভাষাই অনুবাদ কৰি আদৰি ল'বলৈ হৈছে ব্যাকুল। ইতিমধ্যে হিন্দী, কানাড়া আৰু তেলেগু ভাষাত 'মিৰিজীয়ৰী' অনুদিত হৈছে। মহাপ্ৰাচ্যৰ শ্ৰেষ্ঠ শক্তি ৰুছ মহানগৰীতো অসমৰ পাহাড়ী ডেকা-গাভৰুৰ প্ৰেমৰ আদৰ্শই খলকনি তুলিছে। ৰুছ ভাষালৈও অনুবাদৰ পৰিকল্পনা চলিছে। ৰূপালী পৰ্দাত ৰূপ পাবলৈও 'মিৰি-জীয়ৰী'ৰ যো-জা চলিছে। অকল 'মিৰিজীয়ৰী'য়েই ৰজনীকান্তৰ নাম চিৰ-অমৰ কৰি অসমীয়া সাহিত্যত চিৰস্বাক্ষৰিত কৰিলে, "যি সাহিত্য মৰ্যাদা আজি আন্তৰ্জাতিক ক্ষেত্ৰলৈও বিস্তাৰিত হৈ পৰিছে।"

**মনোমতী উপন্যাস**—১৯০০ খৃষ্টাব্দত ৰজনীকান্ত বৰদলৈ মেজিষ্ট্ৰেট হৈ বৰপেটালৈ বদলি হয়। বৰপেটাত থকা কালত 'মনোমতী'ৰ সমল গোট খায় ৰজনীকান্ত বৰদলৈদেৱৰ সৃজনী মনত। বৰপেটাৰ সমাজ জীৱন, অভিজাত পৰিয়ালৰ লগত সংশ্ৰৱ, কীৰ্তনঘৰ, দোলোৎসৱ আদিয়ে 'মনোমতী'ৰ পটত ৰেখাপাত কৰি বৰদলৈদেৱৰ কল্পনাত মনোমতীৰ মানস কন্যাৰ জন্ম হয়। এইখনি উপন্যাসত বৰপেটাৰ সামাজিক জীৱনৰ এখনি অপৰূপ চিত্ৰ প্ৰতিভাত হৈ উঠে। চৰকাৰী কামত ব্যস্ত বৰদলৈয়ে চৰকাৰী কামৰ মাজে মাজে যি অভিনৱ অৱদান অসমীয়া সাহিত্যলৈ আগবঢ়াইছিল সেই যুগমীয়া অৱদান অকল চমকপ্ৰদেই নহয়, অসমীয়া সাহিত্যসেৱকৰ অদ্ভুত প্ৰতিভাৰ অমৰ

পৰিচয়। 'মনোমতী' সেই সময়তে ছুবাৰ প্ৰকাশ হয়। অসমীয়া সাহিত্য জগতত 'মনোমতী'য়ে অদ্ভুত আলোড়নৰ সৃষ্টি কৰে। মনোমতী ৰূপালী পৰ্দাতো ৰূপ লৈ যুগমীয়া হয়।

বৰপেটাত থকা কালতে গেইট চাহাবৰ অনুৰোধত তেওঁ ইংৰাজীত লিখে ছুটি নোট—'Potteries of Assam' অপ্ৰকাশ অৱস্থাতে থাকি গ'ল; আন এটি নোট—'The Origin of the Miris.' বৰদলৈৰ বহুখিনি মূল্যৱান প্ৰবন্ধ যেনে, 'চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি?', 'ৰক্তাহাৰী পাদপ' ১৮৯১ চনত 'জোনাকী'ত ছপা হয়। গোৱালপাৰাৰ মহকুমাধিপতি ছামান চাহাবৰ অনুৰোধত অসমৰ 'বয়নশিল্প' বোৱা-কটা শিল্পৰ বিষয়ে এটি প্ৰবন্ধ লিখে। সেই প্ৰবন্ধ অতি উচ্চস্তৰৰ বুলি প্ৰশংসিত হৈছিল।

১৮৯৭ চনত অসমত এটা বৰ ডাঙৰ ভূমিকম্প হয়। সেই সময়তে বৰদলৈদেৱৰ মাতৃৰ বিয়োগ ঘটে আৰু গুৱাহাটীলৈ বদলি হয়। গুৱাহাটীত থকা কালতে ৰজনীকান্ত বৰদলৈয়ে 'জ্ঞান-সোপান' ৰচনা কৰি ছপা কৰে। ১৯০০ চনত 'মনোবিজ্ঞান' নামৰ প্ৰবন্ধ 'উষা' আলোচনীত প্ৰকাশিত হৈছিল।

ইয়াৰ পিচত বৰদলৈদেৱ শিলচৰলৈ বদলি হয়। শিলচৰত থকা কালত তেখেতৰ ছুটা ইংৰাজী প্ৰবন্ধ প্ৰকাশ হয়ঃ (১) On the Fisheries of Assam আৰু (২) Notes on the Assamese Language

শিলচৰৰপৰা অস্থায়ী ডেপুটি কমিশ্যনাৰ হৈ নগাৱঁলৈ বদলি হয়। নগাৱঁত থকা কালতে কৰ্ণেল চাহাবৰ অনুৰোধত ১৯০৯ চনত 'মণিপুৰী জ্যোতি' লিখি প্ৰকাশ কৰে।

আত্মবিনোদক থিয়েটাৰ'—বাঁহী'ত প্ৰকাশিত;

চেনচচৰ পিয়ল—'বাঁহী'ত প্ৰকাশিত।

১৯০৯ চনত কমলপুৰত ছবডেপুটী হৈ থকা কালতে ৰজনী বৰদলৈৰ অমৰ লেখনীৰপৰা 'দন্দুৱাদ্ৰোহ' উপন্যাসখনিৰ সৃষ্টি হয়।

হৰদত্ত-বীৰদত্তৰ বিক্ৰমৰ লীলাভূমি কামৰূপৰ এই অঞ্চলবোৰৰ ঐতিহ্যই বৰদলৈৰ সৃজনী মনত 'দন্দুৱাদ্ৰোহ'ৰ বীজ সিঁচে। ১৯১৪ চনত 'দন্দুৱাদ্ৰোহ' লিখে।

'নগৰ সংকীৰ্ত্তন', 'পুৰী ভ্ৰমণ', 'দেৱ দামোদৰ আৰু হিন্দুধৰ্ম্ম' আদি প্ৰবন্ধসমূহ প্ৰকাশ হয়। গোলাঘাট তৃতীয়া সন্মিলনত দিয়া বক্তৃতা ছপা হয়। নগাওঁ সাহিত্য সভাৰ ভাষণ ছপা হৈছিল।

১৯১৮ চনত ৰজনীকান্ত বৰদলৈয়ে চৰকাৰী কামৰপৰা অৱসৰ লয়, শৰীৰত বহুমূত্ৰ ৰোগ প্ৰকাশ হয়। তেতিয়াৰেপৰা ডিব্ৰুগড়ৰ চিৰিংচাপৰিত নিজাঘৰ সাজি বাস কৰে আৰু সাহিত্য-চৰ্চাত মনোনিৱেশ কৰে।

১৯২৫ চনত 'ৰাধাৰুক্মিণীৰ ৰণ' উপন্যাস ৰচনা কৰে। ধাৰাবাহিকৰূপে 'অসম হিতৈষীত' প্ৰকাশিত হয়।

ৰঙিলী—বৰদলৈদেৱ নগাঁৱত থকা কালত 'ৰঙিলী' উপন্যাস লিখে। বুৰঞ্জীৰ ছাঁলৈ 'ৰঙিলী' উপন্যাস ১৯২৫ চনত লিখা হয়।

প্ৰথম পুত্ৰৰ বিয়োগৰ পিচত বৰদলৈয়ে কাশীলৈ গৈ কোনো সিদ্ধ মহাপুৰুষত দীক্ষা লয় আৰু সাধন-ভজন কৰে। কেইবাখনো পুথিত আমি সিদ্ধ পুৰুষসকলৰ উল্লেখ পাওঁ।

নিৰ্মল ভকত—নিৰ্মল ভকত মনোমতীৰ শেষাংশ হিচাপে লিখে।

তাম্ৰেশ্বৰী মন্দিৰ—শদিয়াৰ কেচাইখাতী থান এই তাম্ৰেশ্বৰী মন্দিৰ। মন্দিৰৰ চালখন তামৰ। এই মন্দিৰত নৰবলি দিয়া যুপকাষ্ঠ বা বলিশাল এতিয়াও আছে। বৰদলৈৰ লেখনীত তাম্ৰেশ্বৰীয়ে পালে এটি অভিনৱ ৰূপ, অসমৰ পূৱ উত্তৰ অঞ্চলৰ সেইকালৰ কৃষ্টি সভ্যতাৰ নিদৰ্শন।

ৰহদৈলিগিৰি—আহোম কাৰেঙৰ কোঁৱৰ আৰু লিগিৰিসকলৰ জীৱন-বৈচিত্ৰৰ ছাঁলৈ বৰদলৈৰ সৃজনী মনে আঁকিছিল ৰহদৈ লিগিৰীৰ ছবি। সৃজনৰ মাজে মাজে খনিকৰৰ মনৰ ছবি অঁকা থাকে। ৰজনীকান্ত বৰদলৈৰ সৃজনৰ প্ৰতিমাবোৰত আমি সদায়

ৰজনীকান্ত বৰদলৈৰ মনৰ দাপোণখনি দেখিবলৈ পাওঁ। সেয়েহে কালে মুচি নিলেও খনিকৰৰ সৃজিত প্ৰাণৰ স্পন্দন মাৰ যোৱা নাই আৰু চিৰকাল থাকিব।

গা ধন—গল্পপুথি।

খাম্বা খেইম্বী—মণিপুৰী সাধু—ইত্যাদি উপন্যাসসমূহ অসমৰ সাহিত্য ভঁৰালৰ সম্পদ মণিমুকুতাসমূহ আগবঢ়ায়। ইয়াৰ উপৰিও ৺শঙ্কৰদেৱ, নৰদেৱ প্ৰভুৰ বৈকুণ্ঠ প্ৰয়াণ, চুতীয়া সন্মিলন, মিৰি সন্মিলন, কছাৰী সন্মিলন, অসমত উপন্যাসৰ সঁজুলি, পুৰী ভ্ৰমণ, মণিপুৰী জাতি, মোৱামৰীয়া বিদ্ৰোহ, প্ৰাণৰ স্পন্দন, মোৰ সাহিত্যিক জীৱন আদি মূল্যৱান প্ৰবন্ধসমূহ। 'প্ৰদীপীকা' নামৰ মাহিলী আলোচনী এখনো পৰিচালনা কৰিছিল। আলোচনীৰ পাতত বিবিধ প্ৰবন্ধ আদি লেখি ৰজনীকান্ত বৰদলৈদেৱে কৰ্মময় জীৱনৰ অৱসৰৰ সময়কণত সাহিত্য-সেৱাৰে জাতিৰ, ভাষাৰ, দেশৰ মঙ্গল চিন্তাৰে সময় বালিত খোজৰ চিন থৈ যাব পৰাটো এজন কৰ্মযোগী পুৰুষৰ মহান আদৰ্শ আৰু অসমীয়া লিখকসকলৰ অনুকৰণীয়।

জীৱনৰ শেষছোৱাত সহজ-সৰল মনৰ বৰদলৈদেৱে ধনীৰ কূট চক্ৰান্তত সৰ্বস্ব হেৰুৱাই নিঃস্ব সৰ্বহাৰা হৈ ডিব্ৰুগড় এৰি জন্মঠাই গুৱাহাটীলৈ উলটি গৈ উজানবজাৰৰ নিজা ঘৰত বহুমূত্ৰ ৰোগত ভূগি শেষ নিঃশ্বাস পেলায়। বৰদলৈদেৱৰ খোলা মনৰ অমায়িক ব্যৱহাৰ জ্ঞান, উজ্জ্বল মনৰ সংস্ৰৱ যিসকলে পাইছে, সেই সকলে এই আদৰ্শ পুৰুষজনৰ আদৰ্শময় জীৱন পথৰ পোহৰ অনুকৰণ কৰি সংকল্প ল'লেই সাহিত্যসেৱক বৰদলৈদেৱৰ আত্মাই তৃপ্তি পাব। অসমীয়া সাহিত্য জীয়াই থাকে মানে ৰজনীকান্ত বৰদলৈৰ নামো ভোটা তৰাৰ দৰে অসমৰ আকাশত জিলিকি থাকিব।

# পদ্মনাথ গোহাঞি বৰুৱা

## বেণুধৰ শৰ্ম্মা

পদ্মনাথ গোহাঞি বৰুৱা থাওকক বুঢ়াগোহাঞিৰ ৰক্তবীজৰ সন্ততি, একাধাৰে মাতৃভাষা অসমীয়াৰ একনিষ্ঠ সেৱক আৰু বৃটিছ গৱৰ্ণমেণ্টৰ দিনতে সেই একনিষ্ঠতাৰ বাবে পোন-প্ৰথম আজীৱন সাহিত্যিক পেঞ্চন উপভোগ কৰোঁতা, "ধ্যানৰসিক কৱি, সাহিত্যিক আৰু অমিত্ৰাক্ষৰ ছন্দত পোনপ্ৰথম অসমীয়া খণ্ডবাক্য ৰচোতা", বাতৰি কাকতৰ নিজে সম্পাদক হৈ কাকত চলাই সাংবাদিকতাৰ প্ৰভাৱ বিস্তাৰ কৰোঁতা, সাহিত্যালোচনীৰ সম্পাদকৰূপে চামগছৰ দৰে এচাম সাহিত্যিকক পাগত তোলোতা, "সকাউঞ্চিল চীফ কমিছনাৰী গৱৰ্ণমেণ্টৰ প্ৰথম আহোম প্ৰতিনিধি", একোটা একোটা সময়োচিত ৰাজহুৱা আন্দোলনৰ গুৰিয়াল আৰু 'আসাম এছছিয়েচনৰ' অধিবেশনত পোন প্ৰথম অসমীয়া ভাষাৰে অভিভাষণ পাঠ কৰোঁতা।

"শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজী-শিমলুগুৰি মৌজাৰ মৰাণ গাওঁ নিবাসী কিনাৰাম মৰাণ ডেকাবৰুৱাৰ পুতেক ঘিণাৰাম বৰুৱা। মানৰ লগত যুঁজ কৰি কিনাৰাম কটা যোৱাত আৰু মাকৰো মান ভগনত মৃত্যু হোৱাত পুতেক ঘিণাৰাম ঘাটমাউৰা হৈ ককায়েকৰ আশ্ৰয় লয়। কিন্তু বৌৱেকৰ কেটেৰা-জেঙেৰাৰ তাপত থাকিব নোৱাৰি কুমলীয়া বয়সতে পৈতৃক সম্পত্তি জলাঞ্জলি দি জাঁজীৰ গদাধৰ শৰ্মা নামে লগৰীয়া এজনৰ লগত উত্তৰ লক্ষ্মীমপুৰলৈ গুচি যায়। সেই সময়ত গদাধৰৰ দেউতাক তাত পুলিচৰ বিষয়া হৈ আছিল। তেওঁৰ নাম 'বামুন দাৰোগা' বুলি প্ৰখ্যাত। সেইজনৰ যত্নতে প্ৰতিপালিত হৈ বৰুৱা কালত জিলিকি উঠৈগৈ।"

১৮৪৯ খৃষ্টাব্দত নিচেই অলপীয়া দৰমহাৰেই ঘিণাৰাম পুলিচৰ চাকৰিত সোমায় আৰু দোপতদোপে পদোন্নতি কৰি ১৮৬১ চনত

শদিয়াৰ ওপৰৰ পৰ্বতীয়া জাতিবিলাকৰ সীমা নিৰ্দ্ধাৰণ কৰা বিষয়ত পলিটিকেল-এজেন্টৰ ক্ষমতা পোৱা বিষয়ত নিযুক্ত হয়। কিন্তু কিছুদিনৰ পিচতে সেই কাম পৰিত্যাগ কৰি উত্তৰ লক্ষ্মীমপুৰৰ তিনিটা মৌজাৰ মৌজাদাৰ হয়হি আৰু নকঁাৰী মৌজাতে থাকিবলৈ লয়। তেওঁৰ ধৰ্ম-তত্ত্বালোচনাত ইমান ৰাপ আছিল যে আউনিআটী সত্ৰৰ অধিকাৰ পুৰুষ ৺দত্তদেৱ গোস্বামীৰ এগৰাকী প্ৰিয়তম শিষ্য হ'ব পাৰিছিল। বৰুৱাৰ ভাৰ্যা দুগৰাকী আছিল। দুয়ো গৰাকীৰে মুঠ সন্তান ষোলটি হৈছিল।

নকঁাৰী মৌজাৰ নকঁাৰী গাঁৱতে, ১৭৯৩ শকৰে ৯ আঘোন (১৮৭১ খৃষ্টাব্দৰ ২৪ নবেম্বৰ) শুকুৰবাৰে পিতৃদেৱতাকৰ চতুৰ্থ সন্তানৰূপে পদ্ম-নাথে জন্মগ্ৰহণ কৰে।

স্থানীয় পাঠশালাতে তেখেতৰ বিদ্যাৰম্ভ হয় আৰু তাৰ পঢ়াক্ৰম শেষ কৰি ছাত্ৰবৃত্তি স্কুলত নাম লগায়গৈ। সেই সময়ত পদ্মনাথৰ সহপাঠী লগৰীয়া যি কেইজন আছিল তাৰ ভিতৰত উৎকৃষ্ট ক-খ কিতাপ লেখোঁতা 'লৰাশিক্ষা'ৰ গ্ৰন্থকাৰ পানীন্দ্ৰনাথ গগৈ, বাৰভূঞা বংশধৰ ধাতুৰাম ভূঞা আৰু ঢকুৱাখনাৰ এজন ৰত্ন জীৱনচন্দ্ৰ শৰ্মাকে লেখত ল'ব লগীয়া, আৰু ঘৰৰ ওচৰতে সদায় ধেমালি-ধুমুলা কৰা (বয়সত ডাঙৰ) লগৰীয়া একালত লক্ষ্মীনাথ বেজবৰুৱাও আছিল।

ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ শিৱসাগৰ হাইস্কুলত সেইকালৰ অষ্টমমান শ্ৰেণীত (আজিকালিৰ তৃতীয়) নাম লগায়গৈ, কিন্তু দেউতাকে "ছাৰ্ভে পাছ কৰিলেহে মৌজাদাৰ হৈ থাকিব পাৰিব"—এনে হুকুম দিয়াত, দেউতাকৰ পৰিৱৰ্তে মৌজা চলাব পৰা হ'বলৈ তেওঁ হাইস্কুলৰ ইংৰাজী শিক্ষা আদখিনিতে এৰি ছাৰ্ভে পঢ়িবলৈ যায়। ইতিমধ্যে, পূৰ্বৰ আদেশ প্ৰত্যাহাৰ হোৱাত পদ্মনাথ আৰু মৌজাদাৰ হ'বলগীয়া নহ'ল। সেই ছেগতে তেওঁ পুনৰ ইংৰাজী শ্ৰেণীত নাম লগালেহি। প্ৰথম শ্ৰেণী পাওঁতেই (আজিকালিৰ দশমমান) তেওঁক বৰ মৰম কৰোঁতা হেড্-মাষ্টৰ চন্দ্ৰমোহন গোস্বামী কহিমা হাইস্কুললৈ বদলি হয়। পদ্মনাথো তেওঁৰ লগতে গৈ কহিমা হাইস্কুলত সেই বছৰটো পঢ়ি ১৮৯০ খৃষ্টাব্দত

প্ৰবেশিকা ( এণ্ট্ৰেঞ্চ ) পৰীক্ষাত উত্তীৰ্ণ হয়। পৰীক্ষা দিয়া কেন্দ্ৰ আছিল ডিব্ৰুগড়ত ; গৰু গাৰী আৰু জাহাজেৰে বৰ কষ্টেৰে গৈ তাত পৰীক্ষা দিবলৈ লাগিছিল। তথাপি উত্তীৰ্ণ হ'ল।

এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ্থে পদ্মনাথ কলিকতালৈ গৈ এফ. এ. ( আজিকালিৰ পি. ইউ. ) পঢ়েগৈ। কিন্তু তেওঁৰ কপাল ভাল নথকা গুণে কেইবাটাও কলেজ বাগৰিও সকলোৰে হেঁপাহৰ বি এ ডিগ্ৰী ল'ব নোৱাৰিলে অৰ্থাৎ গ্ৰেজুয়েট হোৱাটো তেওঁৰ ভাগ্যত নঘটিল। যি হওক, সেই অকৃতকাৰ্যতাই দেশৰ হিতসাধনত নথৈ উপকাৰ কৰিলে।

কলিকতাৰপৰা আহি তেওঁ দেশহিতব্ৰতত আত্মনিয়োগ কৰিবলৈ ধৰিলে আৰু 'এলাহে-ভাগৰে ক্ষুভিত অন্তৰে' অচেতন হৈ থকা নিজৰ জাতিবৰ্গক উৎসাহ-দ্দীপনাৰে জগাই দিলেহি। এনেতে কহিমা গৱৰ্ণমেণ্ট হাইস্কুলৰ হেডমাষ্টৰ কাম খালি হোৱাত, সেই পদ পূৰণাৰ্থে পদ্মনাথকে নিয়োগ কৰা হ'ল। তাত কেইবছৰমান থকাৰ পিচতে তেজপুৰৰ নৰ্মাল স্কুললৈ হেড্‌মাষ্টৰৰূপে বদলি হ'ল। সেই কামত থাকোতেই তেখেতক দেশী কচৰৎ শিক্ষাৰ নিমিত্তে জব্বলপুৰলৈ পঠোৱা হয়। জব্বলপুৰৰপৰা ঘূৰি আহি বেছি দিন শিক্ষক হৈ থাকিবলগীয়া নহ'ল। তহছিলদাৰ বা তছিলদাৰী প্ৰথা প্ৰৱৰ্তন কৰাত পদ্মনাথ মঙ্গলদৈত অস্থায়ীৰূপে তহ্‌ছিলদাৰ হয়। তহ্‌ছিলদাৰী পদৰপৰা আজৰি হোৱাত তেখেতে পুনৰ তেজপুৰ হাইস্কুলত উপৰুৱা শিক্ষক-স্বৰূপে নিযুক্ত হয়। কিছুদিনৰ পিচত, তেজপুৰৰপৰা যোৰহাটলৈ বদলি কৰাত যোৰহাটত থাকিবলৈ ভাল নেপাই, ছুটী লৈ নিগাজী ঠাই তেজপুৰলৈ ঘূৰি আহে। ছুটীৰ অন্তত আকৌ আন এঠাইলৈ বদলি হোৱাৰ বাতৰি শুনি পূৰা পেঞ্চন পাব পৰা চাকৰি-ম্যাদৰ কাল অন্ত নৌ পৰোতেই অকালতে চৰ্কাৰী কামৰপৰা একেবাৰেই অৱসৰ লয়। জীৱনৰ শেষ ফালে বৰুৱা ডাঙৰীয়া তেজপুৰ কাছাৰীত প্ৰথম শ্ৰেণীৰ অনৰেৰী মেজিষ্ট্ৰেট বা অধনুৱা হাকিম হৈ সোধ সুধিবৰ ক্ষমতা পায়। তেখেত তেজপুৰ মিউনিচিপালিটিৰ চেয়াৰমেনো হৈছিল। গোহাঞি বৰুৱাক

প্ৰথমতে গৱৰ্ণমেণ্টে 'ৰায়চাহাব' উপাধি দি ১৯০৩ চনত ৰায়বাহাদুৰ উপাধিৰে বিভূষিত কৰিছিল। শিৱসাগৰৰ কেন্দুগুৰিত বহা আহোম-সভাৰ বিশেষ অধিবেশন এখনৰ সভাপতি হৈ ৰাজনীতি ক্ষেত্ৰত আহোম সভাই কি ভূমিকা গ্ৰহণ কৰা উচিত—তাক তেখেতে ফঁহিয়াই দেখুৱায়। 'মণ্ডল কানুনগু সন্মিলনী', 'অসম সাহিত্য সভা' 'অসম ছাত্ৰ-সন্মিলনী', 'জয়মতী-উৎসৱ', 'আসাম এছছিয়েচন', নগাৱত বহা 'অসম সংৰক্ষিনী সভা'ৰ স্মৰণীয় অধিবেশন প্ৰভৃতি বিবিধ ৰাজহুৱা অনুষ্ঠানৰ সভাপতি হৈ আনুষ্ঠানিক বিষয়ৰ প্ৰতি কৰ্তব্যৰ পথ নিৰ্দ্ধাৰণ কৰি দিছিল। ১৯৩৩ চনলৈকে তেখেতে বি এ. নোহোৱাকৈয়ে কলিকতা আৰু পাটনা বিশ্ববিদ্যালয়ৰ প্ৰশ্নকাৰ আছিল। কলিকতা বিশ্ববিদ্যালয়ে সেইবোৰৰ উপযুক্ততা ঠাৱৰ কৰিছিল বৰুৱা ডাঙৰীয়াক বি. এ. উপাধি প্ৰদান কৰি। তেজপুৰৰ 'বাণ নাট্য মন্দিৰ' প্ৰতিষ্ঠানৰ ভূমিকাত পদ্মবৰুৱাৰ নাম যুগমীয়াকৈ জিলিকি আছে। তেজপুৰৰ' পদ্মপাৰ্ক' গোহাঞি বৰুৱাৰে কীৰ্তি। পদ্মনাথৰ গুণমুগ্ধ ৰাইজে তেখেতৰ জন্মস্থান উত্তৰ লক্ষীমপুৰতে তেখেতক 'অসম সাহিত্য সভাৰ' যোগেদি অভিনন্দিত কৰে আৰু গুৱাহাটী এ. এচ. এল. ক্লাবে 'পদ্মজয়ন্তী' উৎসৱ পাতি ডেকা-বুঢ়া সকলোৱে সন্মান-কৃতজ্ঞতাৰে তেখেতক ওপচাই পেলায়।

পদ্মনাথ বৰুৱা পাঠশালাত পঢ়া দিনৰেপৰা কলিকতাত উচ্চশিক্ষা লাভ কৰি অহাৰ পাচলৈকে আমাৰ স্কুল-আদালত সকলোতে বঙলা ভাষা চলিছিল আৰু তেওঁ নিজেই বঙলাৰেহে পঢ়াশলীয়া জীৱন আৰম্ভ কৰিছিল। অসমত অসমীয়া ভাষা চলাবৰ নিমিত্তে আনন্দৰাম ঢেকিয়াল ফুকনৰ দিনৰপৰা অবিৰাম চেষ্টা চলি আহিছিল; তথাপি তাক সম্পূৰ্ণ ফলৱতী কৰিব পৰা নহৈছিল, সেই গুণে বৰুৱা ডাঙৰীয়া কলেজৰ ছাত্ৰ হৈ থকা সময়তে ১৮১০ শকত (১৮৮৮ চনত) কলিকতাৰ প্ৰৱসুৱা অসমীয়া ছাত্ৰসকলে পুৰণি 'অসমীয়া সাহিত্য সভা'খনকে নিছাই অ. ভা. উ. সা. নাম দি এখনি নতুন সভা গঠন কৰে। সেই সভাৰ উদ্দেশ্য আছিল আমাৰ অসমীয়া ভাষাৰ সৰ্বাঙ্গীন

উন্নতি কৰা। পদ্মনাথ বৰুৱাই যেতিয়া কলিকতাৰ কলেজত নাম লগায় তেতিয়া অ ভা. উ. সা. সভাৰ দ্বাৰাই সম্পাদিত, পৰিচালিত কাকত 'জোনাকী'য়ে দুবছৰত ভৰি দিছে। বৰুৱাই সেই সভাৰ সভ্য হৈ 'জোনাকী'তো প্ৰবন্ধ লেখি অসমীয়া ভাষা সেৱা কৰিবলৈ আৰম্ভ কৰে। সামান্য দুৰ্বিপাক এটা হোৱাৰ ফলতেই অ. ভা. উ সা. সভাৰ সভ্যসকলৰ মাজত দলাদলিৰ সৃষ্টি হয়। পুৰণি দলৰপৰা ফাটি গৈ নতুন হোৱা দলটোত পদ্মনাথ বৰুৱাও আছিল। 'জোনাকী' কাকতৰ প্ৰতিদ্বন্দ্বী হিচাপে তেখেত আৰু বেণুধৰ ৰাজখোৱা, কৃষ্ণপ্ৰসাদ দুৱৰা, নীলকণ্ঠ বৰুৱাৰ অপৰিসীম যত্নত 'বিজুলী' কাকতৰ জন্ম হ'ল। সেই কাকততে বৰুৱা ডাঙৰীয়াৰ সাহিত্যিক প্ৰতিভা জিলিকিবলৈ ধৰে। তাতে জয়ে জয়ে তেখেতৰ পোনপ্ৰথমে উপন্যাস 'ভানুমতী' ছোৱা-ছোৱাকৈ প্ৰকাশ পায়। সেই সময়তে কলিকতাত থকা ডিব্ৰুগড়ৰ দুৰ্গানাথ ফুকন আৰু শিৱসাগৰৰ দুৰ্গাপ্ৰসাদ দত্ত মজিন্দাৰে 'ফুকন এণ্ড মজিন্দাৰ এজেঞ্চী' নাম দি এখন পুথি প্ৰকাশৰ দোকান পাতিছিল। সেই এজেঞ্চীৰ দ্বাৰাই বৰুৱাৰ দ্বিতীয় উপন্যাস 'লাহৰী' প্ৰকাশিত হয়। ৺ দণ্ডিনাথ কলিতাৰ মতে "ইয়াৰ আন বৈশিষ্ট নেথাকিলেও লিখাৰ প্ৰণালী অতি মনোৰম। ঘটনাৱলী তৃপ্তিদায়ক আৰু পাঠকৰ মনোৰঞ্জক। এখেতৰ লিখাতেই অসমীয়া উপন্যাসৰ পাতনি।" বায়েক 'জোনাকী'য়ে দেখুৱাই দিয়া পথকে অনুসৰণ কৰি ভনীয়েক 'বিজুলী'য়েও অসমীয়া ডেকাৰ অন্তৰত ভালকৈয়ে বিজুলীৰ ছাটি-চেৰেক মাৰিলে, যাৰ পোহৰ পৰি অসমীয়া ভাষাৰ নৱন্যাস যুগৰ দুগুণে জেউতি চৰিবলৈ ধৰিলে। কহিমা স্কুলত হেড্‌মাষ্টৰ হৈ থাকোতেই তেখেতৰ পোনৰ গৰাকী ভাৰ্যা 'লীলাৱতী'ৰ মৃত্যু স্মৰি সাংসাৰিক, আধ্যাত্মিক, নৈসৰ্গিক, দাৰ্শনিক বিতোপন কাব্য-কল্পনাৰ অনুপম সমাবেশেৰে অমিত্ৰাক্ষৰ ছন্দত 'লীলা' নাম দি অসমীয়া খণ্ডকাব্য ৰচনা কৰে। তাৰ পিচত সন্তাপিত প্ৰাণ জুৰ কৰা অসমীয়া গীতি-কৱিতা 'জুৰণি'ৰ

প্ৰকাশ হয়। গোহাঞি বৰুৱা যে কৰিত্ব প্ৰতিভাৰো অধিকাৰী সেই গীতি কৰিতাই আজিকোপতি পৰিচয় দি আছে। ৺ৰমাকান্ত বৰকাকতী ডাঙৰীয়াই কৈছিল, "লীলা-সন্তাপ উদগীৰণৰ পাচত 'জুৰণি' পান নিচেই স্বাভাৱিক হৈছে।" গোহাঞি বৰুৱা নাট্যকাৰো। 'জয়মতী', 'গদাধৰ', 'সাধনা', 'লাচিত বৰফুকন'. 'বাণৰজা', 'গাওঁবুঢ়া', 'টেটোন তামুলী', 'ভূত :ন ভ্ৰম'—এই কেইখনেই তেখেতৰ বিখ্যাত বুৰঞ্জীমূলক আৰু ধেমেলায়া নাট। অসম বুৰঞ্জীৰ সম্বল লৈ বুৰঞ্জী-মূলক নাট ৰচনা কৰাত পদ্মনাথ গোহাঞি বৰুৱাই অগ্ৰদূত। 'টেটোন তামুলী'ৰ সাধুকথাটোত ইমানবোৰ খুহুটীয়া কথা সোমাই আছে যে বৰুৱা ডাঙৰীয়াই 'নাট'কৈ লিখি নোযোৱা হ'লে এই সাধু কথাত কোনেও তৃপ্তি নেপালেহেঁতেন

পদ্মনাথৰ ছাত্ৰাৱস্থাতেই চৰকাৰৰ ঘৰৰপৰা বুৰঞ্জী-তথ্য সংগ্ৰহ কৰা এটা উদগনি আহিছিল। সেই উদগনিৰেই উজ্জান উঠাত গোহাঞি বৰুৱায়ো কলেজৰপৰা আহিয়েই আৰু চৰকাৰী কামৰপৰা অৱসৰ লৈয়েই বুৰঞ্জী তথ্য সংগ্ৰহ কৰিবলৈ লাগিল। বহু চেষ্টাৰ ফলত ১৮৯৯ চনত তেখেতৰ 'অসমৰ বুৰঞ্জী' ছপা হৈ ওলাল। গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীখনতকৈ ই চমু যদিও ইয়াৰপৰা ঠোৰতে অসমৰ ইতিহাস সম্পৰ্কে ভালেমান কথা জানিব পাৰি। পুথিখন বৃটিছ-চৰকাৰৰ দিনত স্কুল-পাঠ্যৰূপে চলি থকা বাবে উনবিংশ তাঙৰণলৈকে পৰিশোধিত, পৰিবৰ্দ্ধিত আৰু চিত্ৰসম্বলিত হৈ প্ৰকাশ পাই আছিল। এইখন পাঠ্যপুথিৰ লগতে 'নীতিশিক্ষা' (আদিচোৰা, মাজছোৱা, শেহচোৱা) আৰু পানীন্দ্ৰনাথ গগৈৰে সৈতে যুটীয়াভাৱে সম্পাদন কৰি উলিওৱা 'সাহিত্য-সংগ্ৰহ' পুথিখন বহু বছৰ স্কুলীয়া পাঠ্যপুথি হৈ থকাত "সাহিত্যৰ নিমিত্তেই সাহিত্য চৰ্চা" কৰোতা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাতকৈ, পাঠ্যপুথিৰে অসমীয়া ছাত্ৰক অসম দেশ আৰু অসমীয়া ভাষাৰ প্ৰতি অনুৰাগ জন্মাই অনুপ্ৰাণিত কৰোঁতা পদ্মনাথ বৰুৱাই অতি সোনকালেই আৰু অতি সহজেই গাৱঁলীয়া ডেকাৰ অন্তৰত

এখনি স্বকীয়া ঠাই অধিকাৰ কৰিব পাৰিছিল। সঙ্কলিত গ্ৰন্থ 'জীৱনী সংগ্ৰহ'ত অসম গদ্যোত্তাসকলৰ চমু চমু জীৱনী একোটা 'উষা'ৰপৰা আনি পুনৰ মুদ্ৰণ নকৰা হ'লে সেইসকল আজি পাহৰণিৰ গৰ্ভত সোমালহেঁতেন

গোহাঞি বৰুৱাই ভাটী বয়সত প্ৰনয়ণ কৰা 'শ্ৰীকৃষ্ণ' আৰু 'গীতাসাৰ' দুয়োখন পুথিয়েই আপুৰুগীয়া। এই দুয়োখন পুথি গোহাঞি বৰুৱাৰ শেষ জীৱনৰ সাধনাৰ ফল। 'শ্ৰীকৃষ্ণ'ত শ্ৰীকৃষ্ণক লৌকিকৰূপে পাঠকৰ হৃদয়গ্ৰাহীকৈ বৰ্ণোৱা হৈছে। লক্ষ্মীনাথ বেজবৰুৱাই গীতাসাৰ সম্পৰ্কে কৈছিল, "গোহাঞি বৰুৱাৰ এইটি মৌচাক। অসমীয়াই ইয়াৰপৰা আনন্দেৰে মৌ-পান কৰক। গোহাঞি বৰুৱা 'শ্ৰীকৃষ্ণ' কিতাপ প্ৰণেতা। শ্ৰীকৃষ্ণৰ মুখৰ বাণী, গীতাৰ সাৰ গোটাই তেওঁ 'গীতাসাৰ' ৰচনা কৰিছে। সুবুদ্ধিসকলে সন্তোষে পান কৰক! গোহাঞি বৰুৱাৰ ভাষা বিতোপন, পাঠ সুশোভন, ব্যাখ্যা সুগম, প্ৰণালী সুঠাম।"

মঙ্গলদৈত তহছিলদাৰ হৈ থাকোতে মঙ্গলদৈৰ (তেতিয়াৰ) হাকিম, তেখেতৰ প্ৰিয়তম বন্ধু বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰে সৈতে গোট খাই অসমীয়া সাহিত্য চৰ্চা কৰিবৰ অৰ্থে 'মঙ্গলদৈ-মজ্‌লিচ' সভা বুলি এখনি সভা গঠন কৰিছিল। সেই সভাৰ প্ৰধান উদ্যোগী ৰাজখোৱা ডাঙৰীয়াই আছিল যদিও গোহাঞি বৰুৱাৰ সহযোগ, সহানুভূতি আৰু উপস্থিতিয়ে পাচ পৰা অঞ্চল মঙ্গলদৈত ডেকা-বুঢ়া সকলোকে সাহিত্যামোদী হ'বলৈ নথৈ উদগনি দিছিল।

অসমীয়া সাংবাদিকতাৰ ক্ষেত্ৰতো পদ্মনাথ গোহাঞি বৰুৱাই যি অৰিহণা আগবঢ়াই থৈ গ'ল, সিও নিচেই উলামূলা নহয়। কহিমাৰপৰা তেজপুৰলৈ আহি তেখেতে বিবিধ ৰাজহুৱা কৰ্মত আত্মনিয়োগ কৰে। লম্বোদৰ বৰাৰ দ্বাৰা ১৮৯০ চনতে তেজপুৰত প্ৰতিষ্ঠিত 'অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ হৈ দেহেকেহে লাগি সভাখন টনকিয়াল কৰে। সেই সময়তে জয়দেৱ শৰ্মা, অগ্নি-কৱি কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীকান্ত

বৰকাকতী, নীলকান্ত বৰুৱা, লক্ষ্মীকান্ত দাস, ভৱানীচৰণ ভট্টাচাৰ্য প্ৰভৃতি জনচেৰেক লোক গোট খাই 'আসাম চেণ্ট্ৰেল প্ৰেছ' নাম দি এটি প্ৰেছ ( ছপাশাল ) স্থাপন কৰে। সেই প্ৰেছৰপৰা 'আসাম বন্তি' নামেৰে এখনি কাকত উলিয়াবলৈ আয়োজন কৰা হয়। সকলো যো-জা কৰি ইংৰাজী আৰু অসমীয়া, দুয়োটা ভাষাতে হাত থকা মথুৰামোহন বৰুৱাক সম্পাদক পাতি 'আসাম বন্তি' কাকত উলিয়াই দিয়া হ'ল। কাকতখন বছৰদিয়েক চলিলও। এনেতে মথুৰামোহন বৰুৱাই কাম ইস্তফা দিলে। জয়দেৱ শৰ্মাৰ গাত সেই ভাৰ পৰিল। পদ্মনাথে কিন্তু কাকত উলিওৱা দিন ধৰি তলে তলে প্ৰবন্ধ-সম্ভাৰ যোগাই আছিল। চৰ্কাৰী চাকৰিত থকা বাবে দেখাদেখিকৈ কাকতৰ সম্পাদনা কৰিব নোৱাৰিছিল। সি যি কি নহওক, জয়দেৱ শৰ্মা আৰু বৰুৱা দুয়ো প্ৰাণপণে লাগি থকাত 'বন্তি' চলি থাকিল। মাজতে চেণ্ট্ৰেল প্ৰেছ অৰ্থৰ অভাৱত পৰি অচল হোৱাৰ অৱস্থা পাইছিল। সাহসত ভৰ দি শৰ্মা-বৰুৱাই যেনিবা সেই সঙ্কটৰপৰা উদ্ধাৰ কৰিলে। শেহান্তত, জয়দেৱ শৰ্মাৰ যেতিয়া মৃত্যু হ'ল, কিবা এটা পাকত পৰি চেণ্ট্ৰেল প্ৰেছৰ স্বত্বাধিকাৰিত্ব আৰু 'আসাম বন্তি'ৰ সম্পাদকত্ব পদ্মনাথ বৰুৱাৰ গাত পৰিলহি আৰু পদ্মনাথ জীয়াই থাকে মানে সেই 'বন্তি' 'তেজৰ শলিতাৰে জ্বলাই' আছিল। 'বন্তি' চলোৱা কাহিনীটো শুনিলে পদ্মনাথ বৰুৱাৰ প্ৰতি সঁচাকৈয়ে পুতৌ হয়। পাচলৈ 'বন্তি'ৰ অৱস্থা বেয়া হৈ আহিল যদিও 'অৰুণোদই'ৰ নাম যেনেকৈ গাঁৱে-ভূঞে হৈছিল 'আসাম বন্তি'ও তেনেকৈ অসমৰ চুকে-কোণে সোমাইছিল। যেই-সেই বাতৰি কাকত এখন দেখিলেই "সেইখন আসাম বন্তি" বুলিহে বহুতে কৈছিল। সেই চেণ্ট্ৰেল প্ৰেছৰপৰা ১৯০৭ চনত মাহেকীয়া 'উষা' আলোচনী কাকতো উলিয়াইছিল পদ্মনাথ বৰুৱাই।

জনকল্যাণ সাধন কৰাত 'আসাম বন্তি'য়ে যেনেকৈ পদ্মনাথ বৰুৱাক সাংবাদিকৰ আগশাৰীত থৈছিল, 'উষা' কাকতেও তেনেকৈ তেখেতৰ নিমিত্তে এটি যশস্যাৰ লাই খুটা নিৰ্মাণ কৰিছিল। 'বন্তি'ৰ সমান আয়ুস

'উষা'ই নেপালে যদিও, অসমীয়া ভাষাৰ লিখা ঠাঁচ, বৰ্ণবিন্যাসৰ গঢ়; ৰচনা-ৰীতি আৰু নতুন শব্দ সজ্জাত বুঢ়া 'বন্তি'তকৈ গাভৰু 'উষা'ৰ অৰিহণা সৰহ আৰু বাছকবনীয়া। গোহাঞি বৰুৱাই সজা শব্দৰ ভিতৰত 'আজিকোপতি', 'অনতিপললমে', 'অধমুৰা', 'সম্পাদকৰ শৰাই', 'চকুৱে-চকুৱে কথা', 'তুৰঙীয়া লাট' আৰু 'থূল' ( quorum ) কে আদি কৰি ভালেমান নতুন শব্দ আমাৰ ভাষাৰ মাজত কোনেও গম ধৰিব নোৱাৰাকৈ সোঁ সোঁ কৰে চলি গৈছে। গোহাঞি বৰুৱাই ৰাতিক দিনকৈ সাহিত্য-সাধনা কৰিছিল। জীৱন-যাত্ৰাৰ পথত আগভেটা দিয়া অসংখ্য অভাৱ-অনাটন, পাৰিবাৰিক অসুখ-অশান্তি আৰু বৈ-বঙ্গহৰ অকাল মৃত্যুত পোৱা শোক বেজাৰেও তেখেতৰ মন বিচলিত কৰিব নোৱাৰিছিল। সাহিত্যৰ অভাৱ পূৰাবলৈকে যেন তেওঁৰ লিখনীয়ে বাট বুলিছিল।

সাহিত্য সাধনাৰ সোঁ-বয়স পাওঁতেই জীৱনৰ বাকী ছোৱা কাল সুগম কৰিবৰ অৰ্থে ভাৰত গৱৰ্ণমেণ্টৰ পৰামৰ্শ অনুসৰি ১৯০৮ চনৰ ১০ ডিচেম্বৰ তাৰিখে সম্ৰাট পঞ্চম জৰ্জৰ ভাৰত-সচিব ( ছেক্ৰেটৰী অব্ ষ্টেট ফৰ ইণ্ডিয়া ) লৰ্ড মৰ্লীয়ে পদ্মনাথ বৰুৱা ডাঙৰীয়াক এটি আজীৱন সাহিত্যিক পেঞ্চন দিবলৈ অসম গৱৰ্ণমেণ্টক আজ্ঞা কৰে। সেই আজ্ঞা-পত্ৰত জনোৱা হৈছিল যে বৰুৱাই চৰ্কাৰী কাম কৰা বাবে যি অলপ পেঞ্চন পাইছে, সেই পেঞ্চনৰ লগত সাহিত্য পেঞ্চনৰ একো সম্বন্ধ নাই। বৰুৱাই যাতে জীৱনৰ বাকী ছোৱা কাল অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে আত্মনিয়োগ কৰিব পাৰে তাৰ নিমিত্তেহে এই পেঞ্চন দিয়া হৈছে। গোহাঞি বৰুৱাই সেই পেঞ্চন আজীৱন ভোগ কৰিলে।

এই পেঞ্চন পোৱাত বৰুৱা ডাঙৰীয়া গৌৰৱত আপ্লুত হৈ ফুৰিছিল। সকলো সম্মানতকৈ এই সম্মান তেখেতে ডাঙৰ বুলি ভাবিছিল। কিয়নো সেই উচ্চ সম্মান তেখেতকহে ভাৰত গৱৰ্ণমেণ্টে পোন প্ৰথমে দিছিল বুলি তেখেতেই কৈছিল।

বৃটিছ আমোলত অনেকেই অসমীয়া সাহিত্য-চৰ্চা কৰিছিল আৰু অনেকেই আকাঙ্ক্ষা অনুসৰি সুখ্যাতিও লাভ কৰিছিল। কিন্তু কোনেও মনপুতি সাহিত্য সেৱা কৰা বাবে বিদেশী চৰকাৰৰপৰা এনেকুৱা পেঞ্চন বা বৃত্তি পোৱা নাছিল। সেইবাবে গোহাঞি বৰুৱা ডাঙৰীয়াই গৌৰৱত উৎফুল্ল হোৱাটো সম্পূৰ্ণ স্বাভাৱিক।

১৯১৭ চনত ভাৰত-শাসন-সংক্ৰান্ত অনুসন্ধানৰ উদ্দেশ্যে ইংলণ্ডৰ-পৰা ভাৰত-মন্ত্ৰী ( ছেক্ৰেটৰী অৱ্ ষ্টেট ফৰ ইণ্ডিয়া ) ৰাইট অনাৰেবোল মণ্টেগু আৰু ভাৰতৰ বৰলাট লৰ্ড চেমচ্‌ফৰ্ডে কলিকতাত শাসন সংস্কাৰ বিষয়ক সাক্ষ্য গ্ৰহণ কৰিছিলহি। সেই প্ৰসঙ্গতে অসমৰ প্ৰতিনিধি ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, বয়োবৃদ্ধ গঙ্গা গোৱিন্দ ফুকন, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰধৰ বৰুৱা, প্ৰসন্নকুমাৰ বৰুৱা আৰু ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা,—এই সকলে অভিনন্দন-পত্ৰেৰে সৈতে সাক্ষ্য দিছিলগৈ। সেই সাক্ষ্যত গোহাঞি বৰুৱাইও ইসকলৰ লগতে টানি ধৰিছিল—"অসম যে স্বায়ত্ত শাসন পাবৰ বিশেষ উপযুক্ত, ছশ বছৰ ৰাজত্ব কৰা স্বৰ্গদেৱসকলৰ বুৰঞ্জীয়েই ক'ব।"

১৯১৯ খৃষ্টাব্দত 'অসম গৱৰ্ণমেণ্ট' চলাবৰ নিমিত্তে চীফ্ কমিছনাৰৰ এখন ব্যৱস্থাপক সভা বা লেজিচ্‌লেটিভ কাউন্সিল গঠিত হয়। অসম গৱৰ্ণমেণ্টৰ সেইখনেই প্ৰথম ব্যৱস্থাপক সভা। তাত প্ৰজাৰ বাছনিমতে ১১ জন আৰু গৱৰ্ণমেণ্টৰ বাছনিমতে ১৪ জন, মুঠ ২৫ জন সদস্য বা অনাৰেবোল মেম্বাৰ নিযুক্ত হয়। তাতো 'অনাৰেবোল ৰায় বাহাদুৰ' পদ্মনাথ গোহাঞি বৰুৱা, এম. আৰ. এ. এছ. সাহিত্যিক পেঞ্চনাৰ, আহোম-প্ৰতিনিধিৰূপে সদস্য গৱৰ্ণমেণ্টৰ দ্বাৰা মনোনীত হয়।

বৰপেটাত 'আসাম এছোছিয়েছনৰ' যিখন প্ৰায় শেহতীয়া অধিৱেশন বহিছিল, তাত সভাপতিৰ আসন শুৱাইছিল পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াই। ১৯০৫ চনত সেই 'এছছিয়েছন' স্থাপিত হয়। সেইদিন অৱধি সভাৰ নিয়মাৱলী, প্ৰস্তাৱ, বক্তৃতা আদি সকলো ইংৰাজী ভাষাৰেই সম্পাদন কৰা হৈছিল। কিন্তু, গোহাঞি বৰুৱাইহে, অসমীয়াৰে

সভাপতিৰ অভিভাষণ দি বুজাই দিলে যে ৰাজনীতি আলোচনা অসমীয়া ভাষাৰে কৰাহে নিতান্ত উচিত। ইংৰাজীৰে কৰোঁতে কৰোঁতে ৰাজনীতি সম্পৰ্কীয় অসমীয়া শব্দাৱলী লাহে লাহে অন্তৰ্হিত হ'বলৈ ধৰিছে।

গোহাঞি বৰুৱা ডাঙৰীয়া ওখই-পাখই এগৰাকী থাউকান পুৰুষ আছিল। তেখেতৰ নীতি আছিল, "ভিতৰত ঢকুৱাৰ বেৰ, বাহিৰত বৰ চুৰীয়াৰ ফেৰ" মাৰি মিত্ৰৰ আগত সেও আৰু শত্ৰুৰ আগত বৰ কথা কোৱা। তেজপুৰৰ নিচিনা এখন নগৰত, নিশ্চিন্ত মনে নগৰীয়া জীৱন যাপন কৰাটোৱেই একপ্ৰকাৰ ডাঙৰ সমস্যা, তাতে আকৌ 'আশীবদয়া গ্ৰাহক'ৰ পৃষ্ঠপোষকতালৈ আশা কৰি 'আসাম-বন্তি', 'উষা' ছপোৱা, পঠিওৱা, আৰু কৰ্মচাৰীবিলাকক দৰ্মহা দিয়া—ইত্যাদি অৰ্থ অনাটনৰ হেচাও এটি প্ৰধান সমস্যা। এই দুটিৰ উপৰিও আৰু এটি আছিল। সেইটি হৈছে—'ৰায়বাহাদুৰ' খিতাপৰ সন্মান অটুট ৰাখিবলৈ যাওঁতে, আহোম কুল-তিলকৰূপে নিজকে প্ৰতিপন্ন কৰিবলৈ যাওঁতে আৰু অসমীয়া জাতিৰ ভাষা-সংস্কৃতি-ঐতিহ্য ৰক্ষা কৰাত 'দ্ৰোণাচাৰ্য' ৰূপে অস্ত্ৰ ধৰোতে সামাজিক মান-সম্ভ্ৰমৰ মানদণ্ড তিল-তৰ্জুৰূপে ৰক্ষা কৰা। এই তিনিওটা সমস্যাই গোহাঞি বৰুৱাক প্ৰায়ে বিব্ৰত কৰি থৈছিল। তেখেতৰ অৰ্দ্ধাঙ্গিনী শ্ৰীযুতা হীৰাৱতীৰ প্ৰবোধ-পৰামৰ্শ আৰু সংসাৰ চলোৱা দিহা-বুদ্ধিয়ে অৱশ্যে, সমস্যা-চিন্তাৰ হেঁচাটো পাতলাই থৈছিল। এই নীতি মানি চলা বাবেই তেজপুৰ হেন অনা-অসমীয়াৰে গঠিত পৌৰসভাত চেয়াৰমেনৰূপে 'একমেৱাদ্বিতীয়ম্' পদ্মনাথ অসমীয়া হৈ জিলিকি আছিল।

গোহাঞি বৰুৱা আছিল কথোপকথনত ডাঙৰীয়াৰ আৰ্হি, পিন্ধন-উৰণত আটোমটোকাৰি, খোজকাটলত গহীন-গম্ভীৰ আৰু মাত-কথাত বৰ মৰমীয়াল। তেখেতে ইমান পৰিপাটিকৈ লিখে যে সামান্য চিঠি এখনতো, আন কি ডাকপখিলী ( পষ্টকাৰ্ড ) একোটিতো যতি, দীৰ্ঘযতি একদেশ চিহ্ন, কুট, বিৰাম চিন—আদি বৰ্ণবিন্যাসৰ চিনবোৰ ঠাৱে-ঠিকে

প্ৰয়োগ কৰি যায়। আখৰবোৰ ধুনীয়া, ক'তো কাট-কুট নাই, গোটেই "সমানে সমশীৰ্ষাণী'। লিখা ঘন, ডাকপখিলীটোতো খোচ এটা মাৰিবলৈ সন্ধি নেথাকে আৰু কথাও পানী নসৰকা—তথাপি ইটো আখৰৰ লগত সিটোৰ লগালগি নাই। তেখেতৰ চিঠি-পত্ৰ আৰু বাদ-প্ৰতিবাদত ছুটি শব্দ বিশেষকৈ সকলোৰে চকুত পৰে, 'নৌ' আৰু 'এথোন'। বৰুৱা ডাঙৰীয়াৰ অন্তৰখন যে কৰিতাময়, তেখেতৰ সাধাৰণ চিঠি এখন পঢ়িলেই ধৰিব পাৰি।

আপদে-বিপদে তেখেতক ধৈৰ্যচ্যুত কৰিব নোৱাৰা ঘটনা এটি তেখেতৰ সতীৰ্থ আৰু জীৱনীলেখক দণ্ডিনাথ কলিতাদেৱে যি বুলি উল্লেখ কৰিছে তাৰ সাৰমৰ্ম এটি উল্লেখ কৰা হ'ল—

"তেজপুৰত মণ্ডল-কানুনগুৰ সভাপতি নিৰ্বাচিত হৈ গোহাঞি বৰুৱা ডাঙৰীয়া সভালৈ যাবলৈ মটৰৰ বাৰত ভৰি দিছেগৈহে মাথোন. এনেতে এখন টেলিগ্ৰাম আহিল। টেলিগ্ৰামখন চাই তেখেত মূৰ্তিৰ দৰে জঠৰ হ'ল; কিন্তু তাত কি আহিছে কাকো সন্তেদ নিদিলে। সেই চৰগ ভাগিপৰা বাতৰিটি অসীম ধৈৰ্যেৰে বুকুত সাবটি লৈ সভাঘৰত উপস্থিত হ'লগৈ আৰু সভাৰ কাম আৰম্ভ হ'লত তেখেতে ক'লে, 'মই কৰ্ত্তব্যৰ অনুৰোধত বাধ্য হৈ হে আহিব লগাত পৰিছোঁ। সভাৰ কাৰ্যত কিবা বেমেজালি ঘটিলে মাৰ্জনা কৰিব। মই এই মাত্ৰ মটৰত ভৰি দিওঁতেই টেলিগ্ৰাম পালো, মোৰ জোঁৱাই ৰোহিণী হাতীবৰুৱা আৰু ইহসংসাৰত নাই।'

"কথাষাৰ শুনি সমজুৱাসকলৰ চকুলো ওলাল। জীয়েক কেইজনীয়ে কান্দিবলৈ ধৰিলে। কিন্তু গোহাঞি বৰুৱাই অবিচলিতভাৱে সভাৰ কাৰ্য সুকলমে সমাধা কৰিলে।"

ডেকাকালত পোৱা পত্নীবিয়োগৰ শোক পাতলিছিল যদিও, জীৱনৰ বিয়লি বেলিকা কেইবাটাও গভীৰ সন্তাপত বৰুৱা ডাঙৰীয়াৰ অন্তৰ দগ্ধ হয়। ভৰ যৌৱনতে তৃতীয় জোঁৱায়েক দেশসেৱক ৰোহিণীকান্ত হাতীবৰুৱাই দেশবাসীক কন্দুৱাই পৰলোকলৈ গমন কৰে; তেনে বয়সতে

সংসাৰ-পাতনি মেলি এটাওঁতেই দ্বিতীয় জোৱায়েক হৰিনাথ গগৈয়েও সংসাৰ এৰি স্বৰ্গ-যাত্ৰা কৰে আৰু সদৌ শেহত, অতি আদৰুৱা পুত্ৰোপম বৰ জোৱায়েক শিৱসাগৰ জিলাৰ অধিপতি হৈ থকা সিদ্ধেশ্বৰ গোহাঞেও ইহ সংসাৰৰপৰা বিদায় লয়। ওপৰা উপৰিকৈ তিনিউজন গুণী জোৱায়েকক অকালতে হেৰুৱাই বৰুৱা ডাঙৰীয়া একেবেলিয়েই নিঠৰুৱা হৈ পৰিল। বৈ-বঙ্গহে সৈতে তেখেতে যিখন সোণৰ সংসাৰ পাতি আনিছিল, নিঠুৰ কালে পাই অকস্মাতে ভাঙি-ছিঙি চূৰমাৰ কৰি দিলে। সঁচা কথা, আন শহুৰেক হোৱা হ'লে ঘৰ এৰি বাটৰ বলিয়া হ'লহেঁতেন। পদ্মনাথ বৰুৱা কিন্তু অচল-অটল হৈয়ে থাকিল। 'গীতা-ভাগৱত'ৰ গভীৰ অধ্যয়নে বিপথে তেখেতক যাবলৈ এৰি নিদিলে, বৰং অভূতপূৰ্ব ধৈৰ্য ধৰি দুগুণ উৎসাহেৰে জীৱনৰ ব্ৰত সমাধা কৰিবলৈ আগুৱাইহে নিলে।

'বাঁহী' আৰু 'উষা'ৰ যিখন কন্দল লাগিছিল আৰু তাত আওপকীয়া বেওঁচনীয়া বিদ্ৰূপৰ যিবোৰ বাক্যবাণ প্ৰয়োগ কৰা হৈছিল, তাৰ্লৈ চাই সকলোৰে এটা ধাৰণা হৈছিল যে বেজবৰুৱা আৰু গোহাঞি বৰুৱাৰ আৰু কেতিয়াও মিলন নহ'ব। গুৱাহাটীত বহা সাহিত্য সভাৰ সপ্তম অধিৱেশনত যেয়ে দুয়োজনেৰে হস্ত স্পৰ্শাস্পৰ্শি হল, তেখেতসকলৰ সেই তুলাপতীয়া কুষাৰিভাৱ ক'ৰবালৈ উৰি গ'ল।

গোহাঞি বৰুৱাতকৈ বেজবৰুৱা বয়সত কেইবছৰমানৰ ডাঙৰ। বৰুৱা নিজেই শব্দশালত দি শব্দসজাত কাজুৱা, তথাপি বেজবৰুৱাক যে জেষ্ঠ্য বা যেই কাৰণতেই নহওঁক তেখেততকৈ শ্ৰেষ্ঠ বুলি ভাবিছিল, সেই কথাৰ উদাহৰণ তলৰটোৱেই,—

'অনতি বিলম্বে'ৰ ঠাইত গোহাঞিবৰুৱাই 'অনতিপলমে' শব্দ এটা সাজিলে, সাজি 'বন্তি', 'উষা'ত পাৰেমাণে লেখিবলৈ ধৰিলে। কিন্তু দ্বিতীয় এজনে আৰু সেই শব্দ ব্যৱহাৰ কৰা নাই। শব্দ নচলিলে বা ৰাইজে গ্ৰহণ নকৰিলে, সজাৰ কি মূল্য থাকিল। সেইদেখি তেখেতে লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়ালৈ মনে মনে লিখে, "অনতিপলমে যেন

পত্ৰৰ সমাধান পাওঁ।" বেজবৰুৱাই সকলো কথা লেখে, কিন্তু 'অনতি-পলমে'টো নোদোহাৰে। দুমাহমানৰ মূৰত এদিন চিঠি এখন আহি গোহাঞি বৰুৱাৰ হাতত পৰিলহি। মেলি চালে, স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাৰ। পঢ়িলে, "আপোনাৰ চিঠি পাই অনতিপলমেই উত্তৰ দিলোঁ।" গোহাঞি বৰুৱা জাপ মাৰি উঠিল। স্বগতঃ কলে, "আজি আৰু ভাত নেখালেও হ'ব। বেজবৰুৱা ডাঙৰীয়াই মোৰ 'অনতিপলমে' শব্দটো গ্ৰহণ কৰিলে।" ন শব্দ আনি জাতত তুলি লোৱাত গোহাঞি বৰুৱা কিমান দৃঢ়প্ৰতিজ্ঞ, এই ঘটনাৰপৰাই বঢ়িয়াকৈ বুজিব পাৰি।

এইদৰে সুখে-দুখে জীৱনৰ চাকনৈয়াত ঘূৰি-পকি থাকোতেই ১৯৪৬ চনৰ ৭ এপ্ৰিল পালেহি। সেইদিনা ৰাজহমন্ত্ৰী তেজপুৰলৈ গৈছিল। তেখেতক সাক্ষাৎ কৰিবৰ উদ্দেশ্যে গোহাঞি বৰুৱাই প্ৰাতঃকৃত্য সমাপন কৰি শৌচৰ ঘৰলৈ সোমায়। কিন্তু কি দুৰ্ভাগ্য! তাৰপৰা নামি আহোঁতে হঠাৎ ভৰি এখন পিছল খাই তেখেত সেই পিনেই ঢলি পৰিল আৰু ক্ষন্তেকতে সংজ্ঞা নাইকিয়া হ'ল। ধৰ ধৰ মাৰ মাৰ লাগি, হয় হে ডাক্তৰক অনা হ'ল; সকলো মিছা! গোহাঞি বৰুৱাৰ প্ৰাণবায়ু অন্তৰ্দ্ধান!

নগৰীয়া ৰাইজে বিৰাট সমদল পাতি তেখেতৰ পঞ্চভৌতিক দেহাটি "সোণোৱালী বালিত" দাহ কৰিলে। সেইখিনিতেই পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াৰ জীৱনৰ অভিনয় শেষ হল সঁচা. তেখেতে এৰি থৈ যোৱা আদৰ্শৰ অভিনয়ৰ কিন্তু পুনৰাবৃত্তি হৈয়ে থাকিব।

# দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা

দীননাথ শৰ্মা

স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মা আছিল এটি প্ৰতিভা। প্ৰতিভা লৈয়ে তেওঁ জন্মগ্ৰহণ কৰিছিল। মুঠেই একুৰি পোন্ধৰ বছৰ কালতে লক্ষ্মীধৰে যি ধী-শক্তি, কৰ্ম প্ৰেৰণা দেশ প্ৰীতি আৰু সাহিত্য-প্ৰতিভাৰ নিদৰ্শন দেখুৱাইছিল সি সচাঁকৈয়ে বিস্ময়কৰ আৰু অনন্যসাধাৰণ। কিন্তু তেওঁৰ সৃজনশীল প্ৰতিভা আৰম্ভতে হৈছিল, বিকাশ আৰু বিস্তাৰৰ সুযোগ নাপালে। কিয়নো ইংৰাজী ১৮৯৮ চনত জন্মগ্ৰহণ কৰি ১৯৩৪ চনতে চিৰকালৰ কাৰণে চকু মুদিব লগা হ'ল।

তথাপিও এই অলপ সময়ৰ ভিতৰতে লক্ষ্মীধৰ শৰ্মাই দেশৰ ৰাজনীতি, সমাজ-সংস্কাৰ, সাহিত্য আৰু সংস্কৃতিৰ কাৰণে যিখিনি অৰিহণা দি গ'ল, সিও নিচেই কম বুলিব নোৱাৰি।

তেজপুৰ মহকুমাৰ বিশ্বনাথ মৌজাৰ ভীৰগাওঁ নামৰ এখনি পুৰণি গাঁৱত এটি ডাঙৰ পৰিয়ালত লক্ষ্মীধৰ শৰ্মাৰ জন্ম হয়। মাক-দেউতাকৰ চাৰিটা ল'ৰাৰ ভিতৰত লক্ষ্মীধৰ আছিল তৃতীয়। ঘৰত তেওঁক সকলোৱে 'ভাইটি' বুলি মাতিছিল। পাছলৈও 'ভাইটি' বুলিয়েই বহুতে জানিছিল। ভীৰগাওঁৰ ওচৰতে পানীভৰাল প্ৰাইমেৰী স্কুলতে ভাইটিৰ ক-খ পঢ়াৰ আৰম্ভ হয়। এই স্কুলখন এতিয়াও আছে। ভীৰগাওঁৰ নামঘৰত 'ব্ৰজনাথ টোল' নামে এখন সংস্কৃত টোল হৈছিল। তাতো ভাইটিয়ে কিছুদিন পঢ়িছিল। পানীভৰাল স্কুলৰপৰাই ভাইটিয়ে বৃত্তি পৰীক্ষা দিয়ে আৰু জলপানী লাভ কৰি তেজপুৰত হাইস্কুলত পঢ়িবলৈ আহে।

তেজপুৰ গৱৰ্ণমেণ্ট হাইস্কুলত লক্ষ্মীধৰ শৰ্মাই ৮ম মান শ্ৰেণীলৈ পঢ়িছিল। ৯ম মান শ্ৰেণীলৈ প্ৰমোচন পাওতেই তেওঁক কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই ইং ১৯১৪ চনত গুৱাহাটীলৈ লৈ যায়।

কৰ্মবীৰ চন্দ্ৰনাথে লক্ষ্মীধৰক বৰ মৰম কৰিছিল আৰু তেওঁ বুজিব পাৰিছিল যে লক্ষ্মীধৰ শৰ্মা এক অদ্বিতীয় প্ৰতিভাৰ উত্তৰাধিকাৰী হৈ জন্ম লৈছে। তেওঁ গুৱাহাটীত এটা মেছত লক্ষ্মীধৰক থাকিবলৈ ঠিক কৰি দিয়ে।

গুৱাহাটীত লক্ষ্মীধৰক কলেজিয়েট হাইস্কুলত নাম লগাই দিয়া হয়। দশম শ্ৰেণীত লক্ষ্মীধৰে আউনিআটি সত্ৰাধিকাৰৰ বছৰেকীয়া ৰচনা প্ৰতিযোগিতাত প্ৰথম হৈ মেডেল লাভ কৰিছিল।

ভাইটি সৰুৰেপৰা যদিও ক্ষীণ আৰু দুৰ্বল আছিল তথাপি তেওঁ ৰুগীয়া নাছিল। সাধাৰণতে দেখা যায়, দুৰ্বল নিশকতীয়া ল'ৰা-ছোৱালীৰ স্বভাৱ প্ৰায়ে খঙাল আৰু খিট্‌খিটীয়া হয়। কিন্তু ভাইটিৰ প্ৰকৃতি তাৰ ওলোটা আছিল। সমনীয়া আৰু ভাই-ককাইৰ লগত কাজিয়া-পেচালত তেওঁৰ অসম্ভৱ ক্ষমা গুণ আৰু সহনশীলতাৰ পৰিচয় পোৱা গৈছিল।

গুৱাহাটীত ৺গিৰীশচন্দ্ৰ শৰ্মা লক্ষ্মীধৰৰ অভিভাৱক আছিল আৰু তেওঁ সকলো বিষয়ৰে তত্ত্বাৱধান লৈছিল। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই প্ৰতিদিনে লক্ষ্মীধৰৰ খা-খবৰ কৰিছিল। আচলতে চন্দ্ৰনাথ শৰ্মাই তেওঁক চকুৰ আগত ৰাখিবৰ কাৰণেই লক্ষ্মীধৰক তেজপুৰৰপৰা গুৱা-হাটীলৈ অনাইছিল।

ইং ১৯১৬ চনত লক্ষ্মীধৰ শৰ্মাই প্ৰৱেশিকা পৰীক্ষাত অসমৰ ভিতৰত তৃতীয় স্থান আৰু অসম উপত্যকাত প্ৰথম স্থান অধিকাৰ কৰি কুৰিটকীয়া বৃত্তি লাভ কৰে। তেওঁ এই পৰীক্ষাত কেইবাটাও মেডেলো লাভ কৰে। ইয়াৰ পাচত তেওঁ গুৱাহাটীৰ কটন কলেজত নাম লগায় আৰু ইয়াৰে-পৰা বি.এ. পৰীক্ষা দিয়ে। ইং ১৯২০ চনত নাগপুৰত বহা ছাত্ৰ-সন্মিলনত লক্ষ্মীধৰ শৰ্মা যোগ দিবলৈ যায়। এই কলেজত পঢ়া সময়ৰ ভিতৰতে ছাত্ৰ কৰ্মী হিচাপে লক্ষ্মীধৰৰ নাম ৰাষ্ট্ৰ হৈ পৰিছিল আৰু তেওঁৰ প্ৰতি-ভাৰ প্ৰতি বহুতো লোক আকৰ্ষিত হৈছিল।

ইং ১৯২১ আৰু ১৯২২ চনেই লক্ষ্মীধৰৰ জীৱনৰ স্মৰণীয় কাল আছিল। সেই সময়ত তেওঁ কলিকতাত এম. এ. আৰু আইন পঢ়িছিল।

ৰাজহুৱা জীৱনৰ বিশেষ কোনো অভিজ্ঞতা নাছিল। পিচে, সময়ে তেওঁক তেওঁৰ কৰ্মশক্তিৰ চৰম অভিব্যক্তিৰ সুবিধা দিলে।

১৯২১ চনৰ জানুৱাৰী মাহত মহাত্মা গান্ধী কলিকতালৈ আহি দেশৰ সকলো ডেকাকে দেশ সেৱালৈ আহ্বান কৰিলে। তেতিয়া পোন প্ৰথমে ওলাই আহিল লক্ষ্মীধৰ শৰ্মা। তেওঁ কেইজনমান ল'ৰাৰ সৈতে ৺বিপিন-চন্দ্ৰ পালক লগ ধৰি তেওঁক গুৱাহাটীলৈ আনিবলৈ ঠিক কৰিলে। ৺বিপিনচন্দ্ৰ পালৰ হতুৱাই তেওঁ অসমৰ ছাত্ৰ সমাজৰ মাজত এটা প্ৰেৰণা দিয়াবৰ চেষ্টা কৰিছিল। মুঠতে ৰাজশক্তিৰ লগত এটা প্ৰচণ্ড সংঘৰ্ষৰ বাবে অসমৰ ৰাইজক সাজু কৰিবলৈ লক্ষ্মীধৰ শৰ্মাই অন্যান্য কেইজনমান ছাত্ৰৰ সৈতে যি কাৰ্যতৎপৰতা আৰু বিচক্ষণতাৰ পৰিচয় দিছিল সি চিৰকাল উজ্জ্বল হৈ থাকিব। অসমত প্ৰকৃততে ক'বলৈ গ'লে ১৯২১ চনৰ আন্দোলন অসমৰ নেতাসকলৰ সৃষ্টি নহয়; লক্ষ্মীধৰৰ দৰে কিছুমান ডেকা ছাত্ৰৰহে। নেতাসকলে পিচতহে যোগ দি আন্দোলনক আগুৱাই নিছিল।

দেশৰ স্বাধীনতাৰ সংকল্পই লক্ষ্মীধৰৰ ডেকা তেজক উতলাই তুলিছিল আৰু দেশৰ এই মুক্তিৰ আহ্বানত আকুল হৈ সাম্ৰাজ্যবাদৰ মূলোচ্ছেদ কৰিবৰ কাৰণে জপিয়াই পৰিছিল। তেওঁ আছিল বিদ্ৰোহী, কেৱল প্ৰতিষ্ঠিত শাসনতন্ত্ৰৰ বিৰুদ্ধে ৰাজনৈতিক বিদ্ৰোহীয়েই নাছিল। সমাজ, সাহিত্য, সংস্কৃতি সকলোতে তেওঁ নতুন বিদ্ৰোহৰ সুৰ তুলিছিল। তেওঁৰ মতে এই অসহযোগ এটা প্ৰকাণ্ড বিপ্লৱ। তেওঁ কৈছিল, "চলি অহা মনোবৃত্তিৰ আমূল পৰিৱৰ্তনেই আমাৰ লক্ষ্য—ফৰাছী বিপ্লৱৰ দৰেই আমাৰো এটা প্ৰকাণ্ড বিপ্লৱৰ আয়োজন চলিব লাগিব।" এই বিপ্লৱৰ সৃষ্টি কৰোতে তেওঁ স্থান, কাল, পাত্ৰৰ সীমা ডেৰাই যোৱা নাছিল। প্ৰকৃত নায়কৰ দৰে তেওঁ সেই বয়সতে জাতিক নেতৃত্ব দিব জানিছিল।

এই আন্দোলনত কাৰ্যগতিকে ঘূৰি ফুৰোতে লক্ষ্মীধৰৰ উপস্থিত বুদ্ধি, মানুহ বশ কৰিব পৰা ক্ষমতা, অদ্ভুত সাহস আৰু জাতীয় প্ৰীতিৰ পৰিচয় পোৱা গৈছিল।

সেই সময়ত সমাজ বৰ সংকীৰ্ণ আছিল। বিহালীৰ এখন ৰাজহুৱা সভাত সমাজৰ বৰমূৰীয়াসকলৰ হাক-বচন নুশুনি দিনজয় সত্ৰৰ শিষ্য-সকলৰ সৈতে একেলগে বহি পকা জলপান গ্ৰহণ কৰিলে। বিশ্বনাথৰ পুৰণি বিখ্যাত ব্ৰাহ্মণ পৰিয়ালৰ এজন ল'ৰাৰ এই মুকলি বিদ্ৰোহে বিহালীৰ উচ্চ বৰ্ণৰ গোড়া সম্প্ৰদায়ৰ আসন সেই দিনা লৰাই তুলিছিল।

তেওঁ কেৱল সমাজ সংস্কাৰতে আৱদ্ধ নাছিল। মানৱতাৰ পূজাৰী হিচাবেও তেওঁক দেখিবলৈ পাওঁ। ১৯২২ চনৰ জুলাই মাহত তেজপুৰৰ কিছুমান ঠাইত হাইজা মহামাৰীয়ে দেখা দিছিল। লক্ষ্মীধৰ শৰ্মাহঁত তেতিয়া জেলৰপৰা ওলাই আহিছিল। আহিয়েই তেওঁলোক ৰোগীৰ শুশ্ৰূষা আৰু ৰোগীক পথ্য কৰি খুওৱা কামত গাঁৱে গাঁৱে ঘূৰি ফুৰিছিল। এনেদৰে ঘূৰি ফুৰোঁতে এখন গাঁৱত এজনী তিৰোতা মানুহে কোচত কেঁচুৱা এটা লৈ চোতালত মৰাশ এটা পেলাই থৈ বহি থকা দেখা পালে। খবৰ লৈ জানিব পাৰিলে যে গাঁৱৰ কোনো মানুহে ভয়ত নাহে। সেইবাবে এইদৰে নিৰুপায় হৈ মানুহজনী বহি আছে। লক্ষ্মীধৰ শৰ্মা আৰু তেওঁৰ বন্ধুসকলে নিজেই শ সংকাৰৰ কামত লাগি গ'ল। গাওঁ-খন কৈবৰ্ত মানুহৰ গাঁৱ আছিল। গাঁৱৰ ডেকাসকলে নগৰৰপৰা অহা শিক্ষিত বিশেষকৈ উচ্চ ব্ৰাহ্মণ সন্তানে হাঁহি মুখে ভয়-ভীত নোহোৱাকৈ শ সংকাৰৰ কাম কৰিবলৈ ওলোৱাত লাজ পাই ওলাই আহিল। এইদৰেই সমাজৰ গোড়ামী, অন্ধবিশ্বাস, কুসংস্কাৰৰ মূৰত কুঠাৰাঘাত কৰিবলৈ লক্ষ্মীধৰ শৰ্মা সক্ষম হৈছিল।

এনে বহুতো ঘটনা আছে যিবোৰত লক্ষ্মীধৰ শৰ্মাৰ বিচক্ষণ বুদ্ধি, প্ৰত্যুৎপন্নমতি, নেতৃত্ব দিব পৰা ক্ষমতা আদি গুণ প্ৰকাশ পাইছিল।

কলেৰাৰ প্ৰতিষেধক স্বৰূপে 'ছালফডিল' খাবলৈ যেতিয়া গাঁৱৰ মানুহে আপত্তি কৰিছিল তেতিয়া লক্ষ্মীধৰ শৰ্মাই ডাক্তৰক বটলত থকেৰা টেঙাৰ এটা গুটি পেলাই থেকেৰাপানী বুলি গাৱঁৰ মানুহক দৰৱ খুৱাবলৈ উপদেশ দিলে। এই উপদেশে কাম দিলে। গাঁৱৰ মানুহে আৰু দৰৱ খাবলৈ আপত্তি নকৰিলে।

আচলতে লক্ষ্মীধৰ শৰ্মাৰ ধমনীত আছিল নেতৃত্বৰ বীজ। তেওঁ একাধাৰে আছিল ৰাজনৈতিক নেতা, সুবক্তা, মেধাৱী, বিদ্বান, বিচক্ষণ উকীল, এজন সৃষ্টিকাৰী সাহিত্যিক, কৱি, মনস্তাত্ত্বিক আৰু পণ্ডিত লোক। তদুপৰি তেওঁৰ অন্তৰ আছিল কৌতুকৰসেৰে ভৰপূৰ আৰু সময়ত দাৰ্শনিকৰ দৰে উদাস এটা মন।

কানীয়া আবৰী ডফলাক কেনেকৈ লক্ষ্মীধৰ শৰ্মাই বশ কৰিছিল, উন্মত্ত বাগিচাৰ সশস্ত্ৰ বনুৱাৰ সমুখত সাহসেৰে থিয় হৈ লক্ষ্মীধৰ শৰ্মাই তেওঁলোকক কেনেকৈ শান্ত কৰিছিল শুনিলে সঁচাকৈয়ে বিস্ময় মানিব লাগে। ওখ, খীন শৰীৰটোৰে মানুহজন। ডাঙৰ এটা মূৰত এজপৰা চুলি। উজ্জ্বল দুটা অদ্ভুত ধৰণৰ চকু। মুখত বিশ্ববিজয়ী এটি মধুভৰা হাঁহি। কোনোমতে আঠুৰ তললৈ যোৱা চৰীয়া খদ্দৰৰ এখন ধুতি, গাত এটা ডাঠ খদ্দৰৰ বগা চোলা, ভৰিত চেণ্ডেল। কিন্তু এই সাধাৰণ চেহেৰাৰে, সাধাৰণ পোছাকেৰে মানুহজন যেতিয়া কাৰো সমুখত থিয় হয় তেতিয়া কোনেও তেওঁক অৱজ্ঞা কৰিবলৈ সাহ কৰিব নোৱাৰে। লক্ষ্মীধৰ শৰ্মালৈ ভয় কৰিছিল সকলোৱে, কিন্তু তেওঁৰ শত্ৰু নাছিল।

অসমৰ অসহযোগ আন্দোলন, কংগ্ৰেছ প্ৰতিষ্ঠা আদিৰ ৰাজহাড় স্বৰূপ আছিল লক্ষ্মীধৰ শৰ্মা। ১৯২১ চনৰ ডিচেম্বৰ মাহত লক্ষ্মীধৰ শৰ্মাক গ্ৰেপ্তাৰ কৰা হয়। বিচাৰৰ সময়ত ৺লক্ষ্মীধৰ শৰ্মাই যিটো বিবৃতি দিছিল তাৰ ভাষা, ভাৱ আৰু কথা পঢ়ি ইংৰাজ বিচাৰক নেইলিৰ অন্তৰ কুমলি গৈছিল। সেইকাৰণে তেওঁ আচামীক বিশেষ কয়দীৰ সুবিধা দিছিল।

ইতিমধ্যে লক্ষ্মীধৰ শৰ্মাৰ নাম সৰ্বভাৰতীয় হিচাপে প্ৰখ্যাত হৈ উঠিছিল। তেওঁ নিখিল ভাৰত কংগ্ৰেছ কমিটীৰো সভ্য নিৰ্বাচিত হৈছিল। লক্ষ্মীধৰ শৰ্মাৰ পাণ্ডিত্য, উপস্থিত বুদ্ধি, বাকপটুতা দেখি ভিঠলভাই পেটেল, মতিলাল নেহৰু, কস্তুৰী ৰঙ্গ আয়াৰ, পট্টাভি সীতাৰামায়া, ডাক্তৰ আন্সাৰী, বিজয় ৰাঘৱাচাৰী আৰু শ্ৰীৰাজা

গোপালাচাৰী ইমান মুগ্ধ হৈ পৰিছিল যে গোটেই ভাৰতত অসমৰ তৰুণসকলৰ সুখ্যাতি কৰি ভাৰতীয় হিচাপে নিজে গৌৰৱ অনুভৱ কৰিছিল।

ৰাজাজীয়ে অসমৰপৰা উভতি গৈ 'ইয়ং ইণ্ডিয়া' কাকতত এইবুলি লিখিছিল, "অসমৰ এইদল কৰ্মীৰ দৰে ভাৰতবৰ্ষৰ আন আন প্ৰদেশতো যদি এনে কৰ্মী থাকে তেন্তে স্বৰাজ পাওঁতে ভাৰতবৰ্ষৰ সৰহদিন নালাগিব।" মনিলাল কোঠাৰী আৰু পট্টাভি সীতাৰামায়াই দেশভক্ত ফুকনক কৈছিল, "তোমালোকে এজন বৰ মেধাৱীলোকক নিখিল ভাৰত কংগ্ৰেছ কমিটীলৈ পঠিয়াইছা।"

চৌৰি-চৌৰাৰ ঘটনাৰ পাচত মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলন বন্ধ কৰে। কংগ্ৰেছত ইয়াৰ প'চত দুটা দল ওলায়। অসম কংগ্ৰেছতো দুটা বিৰুদ্ধ মতবাদৰ সৃষ্টি হৈছিল—এটা কাউন্সিলত প্ৰৱেশৰ ফালে, আনটো কাউন্সিলত প্ৰৱেশৰ বিৰুদ্ধে। সেই বছৰৰ ডিচেম্বৰ মাহত বহা গয়া কংগ্ৰেছত কাউন্সিলত প্ৰৱেশ কৰা হ'ব নে নহয়—এই লৈ আলোচনা চলিল। কাউন্সিলত প্ৰৱেশৰ পক্ষে লক্ষ্মীধৰে যুক্তি দিছিল, "আইন অমান্য আন্দোলনৰ উদ্দেশ্য দেশত এটা বিপ্লৱ সৃষ্টি কৰা। জনসাধাৰণৰ মনত এটা প্ৰতিৰোধৰ ভাৱ জাগ্ৰত কৰি প্ৰতিষ্ঠিত শাসনতন্ত্ৰৰপৰা তেওঁলোকক আঁতৰাই অনাই সত্যাগ্ৰহৰ অইন এটি উদ্দেশ্য। যদিহে উচিত মতে কাউন্সিলত প্ৰতিৰোধ কৰিব পাৰি তেন্তে ঠিক তেনে বিধৰ বতৰ সৃষ্টি হ'ব।"

কংগ্ৰেছৰ আইন অমান্য আন্দোলন বন্ধ হোৱাৰ পাচত ১৯২৩ চনত লক্ষ্মীধৰ শৰ্মা আকৌ এম. এ. আৰু আইন পঢ়িবলৈ যায়। লক্ষ্মীধৰ শৰ্মাক গুজৰাট বিদ্যাপীঠৰ শিক্ষকৰ কাম যচা হৈছিল। কিন্তু তেওঁ যাবলৈ মান্তি নহ'ল। যথাসময়ত তেওঁ এম. এ. আৰু ল পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে। সেই সময়তে তেওঁ দেশভক্ত ফুকনৰ প্ৰথমা কন্যা প্ৰতিভা দেৱীক বিয়া কৰায়।

১৯২৬ চনত গুৱাহাটীত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ

অধিৱেশনত আদৰণি সভাৰ সভাপতি দেশভক্ত তৰুণৰাম ফুকনৰ সোঁহাত স্বৰূপে লক্ষ্মীধৰ শৰ্মাই কাম কৰিছিল। ইয়াৰ কিছুদিনৰ পাচত তেওঁ তেজপুৰলৈ আহি ওকালতি আৰম্ভ কৰে। বেছি দিনৰ কাৰণে নহ'লেও লক্ষ্মীধৰে নিজৰ বুদ্ধি আৰু প্ৰতিভাৰ বলত যথেষ্ট সুখ্যাতি অৰ্জন কৰিছিল। কেৱল খ্যাতিয়েই নহয়, ওকালতিত তেওঁৰ উপাৰ্জনো বৰ কম হোৱা নাছিল।

ইং ১৯৩০-৩২ চনত মহাত্মা গান্ধীৰ নেতৃত্বত আকৌ আইন অমান্য আন্দোলন আৰম্ভ হ'ল। এই আন্দোলনতো লক্ষ্মীধৰ শৰ্মা জপিয়াই পৰিল। তেওঁ গাওঁ-ভূঞে ফুৰি ৰায়ত সভা, যুৱক সভা, ছাত্ৰ সভা আদিত নিজৰ ওজস্বিনী বক্তৃতাৰে দেশক উদ্দীপিত কৰি আইন অমান্য আন্দোলন সতেজ আৰু জীৱন্ত কৰি তুলিছিল। তেজপুৰৰ ছয়দুৱাৰ অঞ্চলৰ এখন সভাত এটি তেজী বক্তৃতা দিয়াৰ অপৰাধত তেওঁক গ্ৰেপ্তাৰ কৰি ফাটেকৰ হুকুম দিয়ে। পিছে কিবা কাৰণত তেওঁক আকৌ এৰি দিয়ে।

এই সময়তে তেওঁৰ সহধৰ্মিনীৰ ক্ষয়ৰোগ আৰম্ভ হয়। তেওঁৰ চিকিৎসাৰ কাৰণে লক্ষ্মীধৰ লগে লগে থাকিব লগাত পৰে। পিচে দুৰ্ভাগ্যৰ বিষয় এই ৰোগতে তেওঁৰ পৰিবাৰৰ মৃত্যু হয়। ইয়াৰ অলপ দিনৰ পিচতে তেওঁকো এই কালৰোগে আক্ৰমণ কৰে। এই ৰোগতে তেওঁ ১৯৩৪ চনৰ ৩ মে' তাৰিখে ছিলঙৰ লাইমুখুৰাৰ এটি ভাড়া-ঘৰত চিৰদিনলৈ চকু মুদে। এটি অসাধাৰণ প্ৰতিভাৰ অকালতে চিৰ সমাধি ঘটিল।

লক্ষ্মীধৰ শৰ্মাই মৃত্যুৰ আগ মুহূৰ্তলৈকে দেশ-সেৱা কৰিছিল। কিয়নো তেওঁ নৰিয়াপাটিত পৰি থাকিও গল্প, নাটিকা, উপন্যাস, প্ৰবন্ধ আৰু কবিতা লিখিছিল। দেশৰ ক'ত কি হৈছে, কি নহৈছে তাৰো খবৰ ৰাখিছিল। পৰাখিনিত উপদেশ, নিৰ্দেশ আৰু অনুৰোধেৰে তেওঁ দেশৰ যি হয় কামো কৰিছিল।

লক্ষ্মীধৰ শৰ্মা আজন্ম বিপ্লৱী আছিল। চলিত সমাজৰ অন্ধ সংস্কাৰ

আৰু গোড়ামীৰ বিৰুদ্ধে, বিদেশী শাসনৰ গ্লানিৰ বিৰুদ্ধে, মানৱ সমাজৰ ঠেক মনোবৃত্তিৰ বিৰুদ্ধে তেওঁৰ বক্তৃতাত, তেওঁৰ লিখনিত, তেওঁৰ কথাত এই বিপ্লৱৰ ধ্বনি প্ৰকাশ পাইছিল। বিধৱা-বিবাহ প্ৰচলন আৰু বাল্য-বিবাহ বন্ধ কৰাৰ কাৰণে তেওঁৰ আগ্ৰহ জনাজাত আছিল। তেওঁৰ 'নিৰ্মলা' নামৰ নাটকত বিধৱা বিবাহ প্ৰচলন বিষয়ত তেওঁৰ মতবাদ স্পষ্ট হৈ উঠিছে। ইয়াৰ আগতেও ১৯২৫ চনত 'অসম হিতৈষী'ত বিধৱা-বিবাহ আৰু বালিকা-বিবাহ সম্পৰ্কে তেওঁ প্ৰবন্ধ লিখি আলোচনা কৰিছিল। নাৰী সম্পৰ্কে লক্ষ্মীধৰ শৰ্মাৰ মতামত অতি উদাৰ আৰু উচ্চ। তেওঁ কৈছিল, "পুৰুষ আৰু নাৰীৰ একোটা স্বতন্ত্ৰীয়া সত্তা হ'ব নোৱাৰে। দুয়ো দুয়োৰে। পৰিপূৰক। জাতিৰ জীৱনী-শক্তি তিৰোতাৰ ওপৰতে একৰকম নিৰ্ভৰ কৰে।" সামাজিক বিভিন্ন সমস্যা লৈ লিখা তেওঁৰ সেই সময়ৰ নাটিকাবোৰ অসমীয়া সাহিত্যৰ অপূৰ্ব সম্পদ।

লক্ষ্মীধৰ শৰ্মাৰ চুটি গল্পই অসমীয়া গল্প সাহিত্যত এক নতুন স্ফূৰ্তি আৰম্ভ কৰে। তেওঁৰ সৰহ ভাগ গল্প 'আৱাহন' আদি আলোচনীৰ পাততহে আছে। 'ব্যৰ্থতাৰ দান' নামৰ এখনিহে গল্প পুথি এতিয়ালৈকে প্ৰকাশ হৈ ওলাইছে। বিভিন্ন কাকতত সেইসময়ত লক্ষ্মীধৰে সামাজিক সমস্যা লৈ প্ৰবন্ধ, জীৱনী, কিতাপৰ সমালোচনা আদি লিখিছিল। 'নিষ্ঠা' নামৰ এখন উপন্যাসো তেওঁ লিখিছিল। দুখৰ বিষয় যে কলিকতাৰ কোনোবা প্ৰেছতে কিতাপখন হেৰাল। 'দেশৰ কথা' নামৰ অসমৰ সমস্যা লৈ লিখা তেওঁৰ সৰু নাটিকাখন পঢ়িলে বুজিব পৰা যায় লক্ষ্মীধৰে অসম আৰু অসমীয়াক কিমান ভাল পাইছিল। 'দেশৰ কথা'ৰ নায়কৰ মুখেদি তেওঁ এঠাইত কোৱাইছে; "অসম মৰিলে আমিও মৰিম এই কথা নাপাহৰিবা।...দেশৰ ডেকাসকলক উদ্বুদ্ধ কৰি তোলা, কৃষক সকলক জগাই তোলা। অসম আকৌ মহান গৌৰৱমণ্ডিত হৈ উঠিব।" লক্ষ্মীধৰ শৰ্মাই 'জীৱন-স্মৃতি' নাম দি তেওঁৰ কেইটামান কৌতুকপূৰ্ণ স্মৃতি কথাৰে এখন কিতাপ লিখিছিল। সেইখনো অলপতে প্ৰকাশ হৈ ওলাইছে।

লক্ষ্মীধৰ শৰ্মাই কৱিতাও লিখিছিল। এই কৱিতাবোৰৰ ছন্দতকৈও ভাৱৰ নতুনত্ব আৰু গভীৰতা মনকৰিবলগীয়া। 'মৰণ দেৱতা' নামৰ কৱিতাটোৰ এঠাইত আছে :

"করুণামণ্ডিত শ্যামল সুন্দৰ স্নিগ্ধ হেমকান্তি,
মঙ্গল দেৱতা নিত্য বৰষিছা প্ৰেম সুধা শান্তি
শোক দুখ তাপ দগ্ধ জৰ্জৰিত প্ৰাণী জগতত
শীতল তোমাৰ বিস্মৃতি প্ৰলেপ শোভিছে হাতত।"

এই কৱিতাৰ মাজেদিয়েই লক্ষ্মীধৰে জীৱন-দৰ্শনৰ ৰূপ দাঙি ধৰি গ'ল।

জাতিৰ আৰু দেশৰ মঙ্গল চিন্তাই আছিল লক্ষ্মীধৰৰ জীৱনৰ তপস্যা। মনে প্ৰাণে তেওঁ দেশক ভাল পাইছিল। সেইবাবেই কৃতজ্ঞ দেশবাসীয়ে তেওঁক 'দেশ-প্ৰাণ' উপাধি প্ৰদান কৰিছিল। প্ৰগতিবাদৰ সাধক গণতান্ত্ৰিক বিপ্লৱী লক্ষ্মীধৰ শৰ্মাৰ ক্ষন্তেকীয়া জীৱন-প্ৰভাই যি জ্যোতি বিকীৰণ কৰি গ'ল সি আমাৰ তৰুণসকলৰ কাৰণে চিৰকাল পটন্তৰ হৈ ৰ'ব।

# ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা

## অতুলচন্দ্ৰ হাজৰিকা

**আগকথা ঃ** ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ জীৱন-চৰিতৰ মাজত অসমীয়া সাহিত্য-সংস্কৃতিৰ বহল অধ্যায় এটা সোমাই আছে। আমি আজি এই আলচত কেৱল জ্যোতিপ্ৰসাদৰ বহুমুখী কৰ্মজীৱনৰ সামান্য আভাস এটা দিবলৈহে যত্ন কৰিম। আহোম স্বৰ্গদেউসকলৰ ৰাজত্বৰ শেষৰ ফালে সুদূৰ ৰাজস্থানৰপৰা আঁহি অসমত থানিকা পাতি নৱৰঙ্গৰাম আগৰৱালাই সুপ্ৰসিদ্ধ অসমহিতৈষী আগৰৱালা পৰিয়াল প্ৰতিষ্ঠা কৰিছিল। সেই নৱৰঙ্গৰামৰেই পৰিনাতি আছিল আমাৰ আজিৰ আলচৰ নায়ক জ্যোতিপ্ৰসাদ। 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ ভ্ৰাতৃ তেজপুৰৰ বিশিষ্ট ব্যৱসায়ী পৰমানন্দ আগৰৱালা ডাঙৰীয়া আছিল জ্যোতিপ্ৰসাদৰ দেউতাক মাকৰ নাম কিৰণময়ী আগৰৱালা। এওঁ শিৱসাগৰৰ বলিয়াঘাটৰ তীৰু কাকতীৰ ঘৰৰ জীয়ৰী আছিল। আগৰৱালা পৰিয়ালৰ বিখ্যাত তামোলবাৰী চাহবাগিছাত জ্যোতিপ্ৰসাদৰ জন্ম হৈছিল ১৯০৩ চনৰ ১৭ জুনত। এইখিনিতে উল্লেখ কৰিব পাৰি যে অসমৰ অন্যতম সুসন্তান আৰু ভাৰতীয় বোলছবিৰ ভোটাতৰা ৰাজকুমাৰ প্ৰমথেশ বৰুৱাও এই একেটা বছৰতে উপজিছিল। জ্যোতিপ্ৰসাদ আছিল পৰমানন্দৰ বৰপুতেক আৰু পৰিয়ালৰ সকলোৰে আলাসৰ লাৰু। তেওঁ সোণৰূপৰ চৰুত হাত দি উপজিছিল যদিও জনতাৰ মাজলৈ ওলাই আহি স্বেচ্ছাৰে দেশৰ মুক্তিৰ বাবে, অসমীয়া সংস্কৃতিৰ উন্নয়নৰ বাবে নানা আলৈ-আহুকালৰ সন্মুখীন হৈছিল আৰু মাজে সময়ে দুখ-দাৰিদ্ৰ্যৰ কণ্টকমুকুট ধাৰণ কৰিবলগীয়াও হৈছিল।

**শিক্ষা জীৱন ঃ** জ্যোতিপ্ৰসাদ কেনে ধৰণৰ ছাত্ৰ আছিল সেইটো ভালদৰে প্ৰতিপন্ন হ'ব নোৱাৰিলে—সেই সময়ৰ দেশৰ অস্থিৰ ৰাজনৈতিক বা-বতাহৰ কাৰণে। তেওঁ ডিব্ৰুগড় আৰু তেজপুৰৰ চৰকাৰী বিদ্যালয়ত

পঢ়ি বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈছিল যদিও প্ৰৱেশিকা পৰীক্ষাত বহা নহ'ল। পিচত যেনিবা কলিকতালৈ গৈ তাত দেশবন্ধু চিত্তৰঞ্জন দাসে প্ৰতিষ্ঠা কৰা জাতীয় বিদ্যালয়ৰপৰা দ্বিতীয় বিভাগত প্ৰৱেশিকা মহলাত উঠে। তাৰ পিচত ঘৰলৈ উভতি আহি তেওঁ তেজপুৰৰ গাঁৱে-ভূঞে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত অসহযোগ আন্দোলনত ব্ৰতী হয়। এয়েই জ্যোতিপ্ৰসাদৰ ৰাজনৈতিক জীৱনৰ পাতনি। অসহযোগ আন্দোলন শাম কটাত তেওঁ কিছুদিন তেজপুৰত 'স্বদেশী ষ্টোৰ্চ' নাম দি এখন দোকান চলায়। পুনৰ কলেজীয়া শিক্ষাৰ বাবে কলিকতালৈ গৈ নেছনেল কলেজত নাম লগাই দ্বিতীয় বাৰ্ষিক পায় কিন্তু দুৰ্ভাগ্যবশতঃ সেই কলেজ উঠি যোৱাত সিমানতে আধাডুখৰীয়াভাৱে শিক্ষাৰো সামৰণি পৰে। তাৰ পিচত তেওঁ বৰদেউতাক চন্দ্ৰকুমাৰৰ তত্ত্বাৱধানত গুৱাহাটীৰ নিউ প্ৰেছ পৰিচালনাৰ কামত যোগ দিয়েহি। নিউ প্ৰেছত কেইবছৰমান অতিবাহিত কৰাৰ পিচত উচ্চ শিক্ষা লাভ কৰিবলৈ জ্যোতি প্ৰসাদে ১৯২৬ চনৰ ছেপ্তেম্বৰ মাহত বিলাতলৈ যাত্ৰা কৰে। ইংলণ্ডত ছমাহ কটোৱাৰ পিচতে তেওঁ এডিনবৰা বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিক পৰীক্ষা দিয়ে, কিন্তু গণিত আৰু সংস্কৃতত কৃতকাৰ্য হ'ব নোৱাৰিলে। ছমাহৰ পিচত দ্বিতীয় বাৰ চেষ্টা কৰিও তেওঁ এই দুটা বিষয়ত পৰীক্ষাৰ জপনা পাৰ হ'ব পৰা নাছিল। তথাপি বাকী কেইটা বিষয়ত উত্তীৰ্ণ হোৱা বাবে চৰ্ত সাপেক্ষে তেওঁ এম. এ. পঢ়িবলৈ বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ-পৰা অনুমতি লাভ কৰে। প্ৰথম বছৰ সংস্কৃত, অৰ্থনীতি আৰু পাব্লিক ল এই তিনটা বিষয় অধ্যয়ন কৰি পৰীক্ষাত বহিবলৈ ডিগ্ৰী পাঁছ লাভ কৰে। দ্বিতীয় বছৰত দৰ্শন, অৰ্থনীতি, বুৰঞ্জী আৰু লগে লগে সঙ্গীত বিজ্ঞানো অধ্যয়ন কৰে। কিন্তু দৰ্শনত তেওঁ ডিগ্ৰী পাছ নেপালে আৰু প্ৰৱেশিকাৰ গণিততো উত্তীৰ্ণ হ'ব লগীয়া চৰ্ত পূৰণ কৰা নহ'ল। সেইকাৰণে তেওঁ এডিনবৰা বিশ্ববিদ্যালয়ৰ এম. এ. মহলাৰ লগত সিমানতে সম্পৰ্ক ছেদ কৰিব লগীয়া হ'ল আৰু তাৰ লগে লগে আনুষ্ঠানিক পঢ়াশলীয়া আৰু কলেজীয়া শিক্ষাৰ অন্ত পৰিল।

বিলাতত থকা কালছোৱাত জ্যোতিপ্ৰসাদে দৰাচলতে সঙ্গীত, নাটক আৰু বোলছবি শিল্পৰ প্ৰতিহে বিশেষভাৱে মনোনিবেশ কৰিছিল আৰু সেই বিষয়ে পৰাখিনি শিকি-বুজি আৰু অভিজ্ঞতা আহৰণ কৰি অসমীয়া কলাজগতত নতুন নতুন কলা-কিটিপ প্ৰয়োগ কৰিবলৈ চিন্তা কৰিছিল। এডিনবৰাৰপৰা বোলছবি শিল্পৰ বিষয়ে জ্ঞান অৰ্জন কৰিবলৈ প্ৰথমতে লণ্ডনলৈ আৰু তাৰ পিছত জাৰ্মানীলৈ যায়। জাৰ্মানীত থকা কালত তেওঁ Universum Filmen Aktien Geselshaft কোম্পানীৰ যোগেদি 'শোণিত কুঁৱৰী'ৰ ইংৰাজী সংস্কৰণ এটা বোলছবিত ৰূপ দিবলৈ প্ৰচেষ্টা চলাইছিল যদিও কৃতকাৰ্য নহ'ল। তাতেই তেওঁ বাৰ্লিনত সাত মাহ থাকি বিখ্যাত ভাৰতীয় বোলছবিৰ প্ৰযোজক হিমাংশু ৰায়ৰ তত্ত্বাৱধানত বোলছবিৰ প্ৰযোজনা আৰু পৰিচালনাৰ কামবোৰ শিকি লয়। বাৰ্লিনৰপৰা তেওঁ য়ুৰোপৰ নানা দেশত ফুৰি চাকি পাশ্চাত্য কলা-কৃষ্টিৰ ভু-ভা লৈ তুৰস্ক পায়হি। তুৰস্কৰপৰা আৰবৰ মৰুভূমিৰ মাজেদি বাগদাদ, বেবিলন, কাৰবালা আদি ঠাইবোৰৰ প্ৰাচীন কীৰ্তিবোৰ নিজ চকুৰে নিৰীক্ষণ কৰি এদিন ভাৰতৰ কৰাচীত উপস্থিত হ'লহি। অনেক দিন দেশ বিদেশত ভ্ৰমণ কৰি জ্যোতিপ্ৰসাদে পাশ্চাত্য দেশবোৰৰপৰা সেইদেশৰ সাংস্কৃতিক সমলবোৰ বাছি বাছি কঢ়িয়াই আনিলে। তেওঁ প্ৰাচ্য আৰু পাশ্চাত্যৰ অপূৰ্ব সমন্বয় ঘটাবলৈ চেষ্টা কৰিছিল। মুঠতে অসমীয়া জ্যোতিপ্ৰসাদ অসমীয়া হৈয়েই বিলাতৰপৰা ঘৰলৈ উভতি আহিল। অসমৰপৰা আঁতৰি তেওঁ সাত সাগৰ তেৰ নদীৰ সিপাৰত আছিল যদিও তেওঁৰ মন, তেওঁৰ আত্মাই সেই সময়তো অসমৰ সেউজী পৰিৱেশৰ মাজতে চিৰসেউজীয়া হৈ আছিল।

পাৰিবাৰিক জীৱন : ১৯৩৬ চনত জ্যোতিপ্ৰসাদে ডিব্ৰুৰ ভুঞা পৰিয়ালৰ জীয়ৰী দেৱযানীক বিয়া কৰায়। এওঁলোকৰ বৈবাহিক জীৱন বৰ সুখৰ হৈছিল আৰু ৰূপকোঁৱৰে তেওঁৰ পত্নীৰ সান্নিধ্যত সাহিত্যিক প্ৰতিভা বিশেষকৈ শিশু-সাহিত্য বিকশিত হৈ উঠিছিল। জ্যোতিপ্ৰসাদে নতুন কিবা লিখিলেই প্ৰথমতে তেওঁৰ পত্নীক পঢ়ি শুনাইছিল আৰু ভাষা

বিষয়ত তেওঁৰপৰা আৱশ্যকীয় সংশোধন বিচাৰিছিল কিয়নো তেওঁ ভাবিছিল, "আমাৰ বিশুদ্ধ মাত-কথাৰ ঘাই ছাবি-কাঠী আছে আই আৰু আইদেউসকলৰ হাততহে। তেওঁলোকৰ ঘৰৰ চাৰিবেৰৰ মাজতে সুৱদীসুৰীয়া অসমীয়া ভাষাটো জতুৱা ঠাচেৰে জীপ দি ৰাখিবলৈ পুৰুষতকৈ বেছি সুবিধা পোৱাৰ বাবে।"

জ্যোতিপ্ৰসাদৰ জীৱনত তেওঁৰ পিতৃ পৰমানন্দ, মাতৃ কিৰণময়ী আৰু দেৱযানীৰ প্ৰভাৱ কিদৰে প্ৰতিফলিত হৈছিল তাক তেওঁ নানা-প্ৰসঙ্গত নিজেই উল্লেখ কৰি গৈছে। ধাত্ৰী তেজপুৰ আৰু ভ্ৰাতৃ-বন্ধুসকলেও জ্যোতিক ৰূপকোঁৱৰ কৰি সজাই পৰাই তোলাত ভালদৰে অৰিহণা যোগাইছিল বুলি ক'ব পাৰি। তেওঁৰ অন্তৰঙ্গ সাংস্কৃতিক লগৰীয়া শিল্পী ৰাভাৰ ভাষাৰে ক'বলৈ হ'লে, "পৰমানন্দ নিশ্চয় পৰম পুৰুষ, যাৰ ঔৰসত জ্যোতিৰ জন্ম। ৺জ্যোতিৰ মাতৃদেৱী ৺ কিৰণময়ী বলিয়াঘাটৰ কাকতীবংশৰ জীয়ৰী সতী, সাধ্বী, সাদৰী; যাৰ ধুনীয়া মুখেদি মৌসনা শুৱলা মাত বৰষিছিল, আইনাম, বিয়ানাম, নিচুকনী গীত গালে অমৃত নিগৰি ওলাইছিল। পৰমানন্দ আছিল সুন্দৰ বেহালাবাদক আৰু নিজেও সুগায়ক। শুৱনী ধুনীয়া সেউজবুলীয়া, সুন্দৰী তেজগৰী তেজপুৰ, চেনেহী সাদৰী তোলনীয়া আই, ৰেহৰূপত অতুলনীয়া—তিলোত্তমা গোঁসানীহে যেন, যাৰ তিলেপতি সুন্দৰৰ সুন্দৰী বিৰিঙণি। "

ঊনৈশ শতিকাৰ শেহছোৱাত তেজপুৰৰ কাৰেংহেন সেই পকীঘৰ নৱৰঙ্গৰ সপোনৰ ৰসেৰে ভৰপূৰ, হৰিবিলাসৰ হৰিনামেৰে ৰজনজন, য'ত গীতমাত বাজনাৰে নিতৌ ৰজনজনাই উঠে, ক্ষতি-ক্ষুণ নাই, যাৰ-পৰাই ৺ হৰিবিলাস আগৰৱালাৰ অতি যতনত অসমৰ বাপতিসাহোন 'কীৰ্তনপুথি', 'গুণমালা', 'ভটিমা', অসমৰ অমূল্য সম্পদ 'বৰগীত' কলীয়া ছপা আখৰেৰে জকমকাই ওলায়—সেই ঘৰতে মজলিচৰ মজিয়াইদি ৺পৰমানন্দ আগৰৱালাৰ বেহেলাৰ ৰেপণিৰপৰা মৌসৰা ৺লক্ষ্মীৰাম বৰুৱাৰ বাজনাৰ লগে লগে হিন্দুস্থানী সঙ্গীতৰ সুৰৰ

লহৰ বয়, অসমীয়া গীত-মাত, ভাষা-সাহিত্যৰ আলচ চলে। এনে লাহ-বিলাহৰ মাজতে সুৰৰ দীপাৱলীৰ পোহৰ লৈ ল'ৰা জ্যোতিৰ হিয়া পদুমৰ চকাৰপৰাই 'শোণিত কুঁৱৰী' জিলিকনি সানি উপজি জিলিকি উঠে। এই ঘৰৰ চেৰাশালিৰপৰাই অসমীয়াৰ বহুতো গীত, কৱিতা, নাট, গল্প আদিৰ জন্ম হয়। অসমীয়া সাহিত্যৰ বৰ ওজাদেউ ৺লক্ষ্মীনাথ বেজবৰুৱাৰ বহুতো গীত ইয়াৰপৰাই ৰেহৰূপ লৈ ঠন ধৰি উঠে। অসমীয়া জাতীয় সঙ্গীত 'অ' মোৰ আপোনাৰ দেশ' গীতটি এই ঘৰতে মোৰ বন্ধু শ্ৰীকমলা আগৰৱালাৰ হিয়াৰ ৰসেৰে মৌসৰা হৈ উঠে।

কৰ্ম জীৱন: জ্যোতিপ্ৰসাদৰ কৰ্মজীৱন বুলিলে সাংস্কৃতিক ফালটোৰ কথা বাদ দিলে তেওঁৰ ৰাজনৈতিক জীৱনটোৰ কথাই ক'ব লাগিব। মহাত্মাগান্ধীৰ মোহন মন্ত্ৰই জ্যোতিপ্ৰসাদক মতলীয়া কৰিছিল। সেই মন্ত্ৰতে বশীভূত হৈ তেওঁ অসহযোগ আন্দোলনৰ এপাত গুৰিবঠা হাতত তুলি লৈছিল আৰু জাতীয় আন্দোলনৰ এজন বিপ্লৱী নায়কো হৈ কৃতিত্বৰ চিনাকি দিছিল। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ দেশপ্ৰেমত অনুপ্ৰাণিত হৈ অমিয়কুমাৰ, লক্ষ্মীধৰ, প্ৰভৃতিৰ সান্নিধ্য লাভত তেওঁ কোমল বয়সতে তেজপুৰ অঞ্চলৰ গাঁও-ভুঁইৰ মাজত ৰাজনৈতিক প্ৰচাৰ কাৰ্য চলাইছিল—জনতাৰ মাজলৈ সোমাই গৈছিল—অসমী আইৰ অন্তৰ্ব্যথা মৰ্মে মৰ্মে অনুভৱ কৰিছিল। বিলাতৰপৰা উভতি আহিও তেওঁ পূৰ্বৰ সঙ্কল্পৰপৰা ফালৰি কাটি নগ'ল আৰু ১৯৩০ চনৰ অসহযোগ আন্দোলনত সক্ৰিয়ভাৱে লাগি যায়। গান্ধী-আৰুইন চুক্তি হোৱাৰ বাবে অসহযোগ আন্দোলন শাম কাটিছিল যদিও জ্যোতিপ্ৰসাদে তেজপুৰৰ কংগ্ৰেছ সেৱকৰ অধিনায়ক স্বৰূপে কাম কৰিয়েই থাকিল। ১৮৩২ চনৰ আইন অমান্য আন্দোলনত যোগ দিয়াৰ বাবে তেওঁৰ ওপৰত ইংৰাজ চৰকাৰে পোন্ধৰ মাহ সশ্ৰম কাৰাদণ্ড আৰু পাঁচশ টকা জৰিমনাৰ দণ্ড বিহিলে। শিলচৰ আৰু শ্বিলং জেলখানাৰ ভিতৰত তেওঁৰ স্বাস্থ্য ভাগি পৰে আৰু দুৰাৰোগ্য

যক্ষ্মাৰোগ হোৱা বুলি সন্দেহ কৰা হয়। এই ৰোগৰ বাবে তেওঁক নিৰ্দ্দিষ্ট দিনৰ পূৰ্বে লিখি দি কাৰাগাৰৰপৰা ওলাই আহিবলৈ নানা ফালৰপৰা হেচা দিয়া হৈছিল কিন্তু দাসত্বখতত চহী দিয়া মুক্তি নেলাগে বুলি জ্যোতিপ্ৰসাদে দৃঢ়ভাৱে কৰ্তৃপক্ষক জনাই দিলে। অৱশেষত সম্পূৰ্ণ কাৰাদণ্ডৰ মিয়াদ শেষ কৰি অসুখীয়া গাৰে আৰু তৃপ্তিৰ মিচিকিয়া হাঁহিৰে জ্যোতিপ্ৰসাদ কাৰাগাৰৰপৰা ওলাই আহিল বিজয়ী বীৰৰ নিচিনাকৈ। চৰকাৰী প্ৰলোভনে তেওঁক হাৰ মনাব নোৱাৰিলে, বৃটিছৰ দিনৰ কঠোৰ জেল-জীৱনে তেওঁক সেও কৰিব নোৱাৰিলে।

১৯৩৬ কংগ্ৰেছ সভাই নতুন সংস্কাৰ মতে ৰাজকীয় শাসন সভাত যোগ দিবলৈ স্থিৰ কৰাত তেজপুৰৰ নদুৱাৰ আৰু ছয়দুৱাৰ সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে মনোনয়ন দিয়া হয়, কিন্তু সেই সময়ত ডিবুকত শয্যাশায়ী হৈ থকাৰ বাবে তেওঁ নিৰ্বাচন যুদ্ধত থিয় দিব নোৱাৰিলে—পৰা হ'লে জয়ী হোৱাটো খাটাং আছিল। ১৯৩৮ চনৰ মাৰ্চ মাহত হোৱা লোকেলবোৰ্ড নিৰ্বাচনত তেওঁ অপ্ৰয়াসে জয়ী হ'ল—ভোটদাতা ৰাইজৰ মাজত কেৱল চাৰি দিনৰ উপস্থিতিৰে। যাচি দিয়া নেতাৰ পদ তেওঁ গ্ৰহণ নকৰিলে।

ভগ্নস্বাস্থ্য লৈ কিছুদিন গুৱাহাটীত থকাৰ পাচত তেওঁ তেজপুৰলৈ আহি ১৯৪০ চনত তেজপুৰ সঙ্গীত বিদ্যালয় প্ৰতিষ্ঠা কৰে। তাৰ পিচতে দ্বিতীয় মহাসমৰৰ ধুমুহাই অসমৰ জন জীৱনত ভয়ঙ্কৰ বিভ্ৰাটৰ সৃষ্টি কৰে। ১৯৩২ চনৰেপৰা তেজপুৰৰ কংগ্ৰেছ সেৱক বাহিনীৰ অধিনায়ক হৈ থকা জ্যোতিপ্ৰসাদে নিষ্ক্ৰিয় দৰ্শক হৈ ঘৰৰ ভিতৰত সোমাই থাকিব নোৱাৰিলে। নিজৰ ভগ্নস্বাস্থ্যলৈ কেৰেপ নকৰি তেওঁ তেজপুৰত শান্তিসেনা-বাহিনী গঠন কৰিলে। চাওঁতে চাওঁতে দেশত বিয়াল্লিছৰ বিপ্লৱৰ জুই দপ্ দপ্ কৰে জ্বলি উঠিল। দেশবৰেণ্য নেতাসকল এজন এজনকৈ কাৰাগাৰৰ অন্তৰালত সোমালগৈ। জ্যোতিপ্ৰসাদেও কবিতাৰে, গানেৰে, বক্তৃতাৰে গাঁৱে-ভূঞে বিপ্লৱৰ জুই-ফিৰিঙতি সিঁচি ফুৰিবলৈ ধৰিলে। তেজপুৰৰ কাছাৰী ঘৰৰ আগতো জ্যোতিপ্ৰসাদৰ জ্বালামুখী বক্তৃতাৰ উদগীৰণ

হৈছিল। বিপ্লৱী নেতা জ্যোতিপ্ৰসাদৰ এইছোৱা জীৱন কাহিনী বৰ চাঞ্চল্যকৰ আৰু চমকপ্ৰদ।

ঠিক এনে সময়তে নৰিয়া পাটীত পৰি থকা ত্যাগবীৰ হেমবৰুৱাক সহায় কৰিবলৈ জ্যোতিপ্ৰসাদ গুৱাহাটীলৈ যাবলগীয়া হৈছিল। তেতিয়া তেওঁৰ ৰবপুতেক চিন্ময় ওপজাৰ সোতৰ দিন হৈছিল—ঘৈণীয়েক দেৱযানীয়েও শকত নৰিয়াত পাটী লৈছিল। মূৰৰ ওপৰত আছিল জাপানী বোমাৰ বিভীষিকা। এনে এটা জীৱনৰ সন্ধিক্ষণত দেশৰ আহ্বানত ল'ৰা-তিৰোতাৰ মায়া এৰি জ্যোতিপ্ৰসাদে ত্যাগবীৰৰ কাষত থিয় দিলেহি। তেওঁক পাই বৰুৱাদেৱে বহুখনি সকাহ পালে আৰু জ্যোতিপ্ৰসাদক সদৌ অসমৰ সেনাবাহিনীৰ প্ৰধান অধিনায়ক বৰণ কৰি নিশ্চিন্ত হ'ল। জ্যোতিপ্ৰসাদেও তেওঁৰ ওপৰত ন্যস্ত দায়িত্ব পালন কৰিবলৈ মৰোঁ-জীও-সোঁ আধিকৈ লাগি গ'ল। শান্তিসেনা আৰু মৃত্যুবাহিনীৰ কেন্দ্ৰবোৰত জ্যোতিপ্ৰসাদে বিপ্লৱৰ অগনি জ্বলাই ফুৰিবলৈ ধৰিলে। তাকে দেখি ইংৰাজ চৰকাৰৰ বহতীয়া পুলিচৰ চোৰাংচোৱা তেওঁৰ পাছ ল'লে। জ্যোতিপ্ৰসাদে কিন্তু এইবাৰ ধৰা নিদিলে। ১৯৪১ চনত প্ৰায় পাঁচমাহ কাল তেওঁ অতি সতৰ্কতাৰে শেনচকুৱা পুলিচৰ আঁৰে আঁৰে থাকি বিপ্লৱী আন্দোলন সংঘটিত কৰিবলৈ ধৰিলে। তাৰ পিচত তেওঁ আন্দোলন চলাবলৈ ধন সংগ্ৰহৰ বাবে কলিকতালৈ যায়। সেই আন্দোলনত তেওঁৰ লগৰীয়া অসমৰ বিভিন্ন স্থানত নিয়োজিত বিপ্লৱী নেতাসকল আছিল ৺শঙ্কৰ বৰুৱা (গোলাঘাট), শ্ৰীমহেন্দ্ৰ হাজৰিকা আৰু শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী (নগাওঁ), শ্ৰীমতী অমল-প্ৰভা দাস (গুৱাহাটী), শ্ৰীদলবীৰ লোহাৰ (গোৱালপাৰা) আৰু শ্ৰীগহন গোস্বামী (তেজপুৰ)। জ্যোতিপ্ৰসাদ আৰু এই সকল দেশ নায়কৰ নেতৃত্বত মৰিবলৈ ভয় নথকা লুইতৰ পাৰৰ ডেকা ল'ৰাই অগ্নিমন্ত্ৰত দীক্ষা লৈছিল —কনকপুৰৰ কনকলতাৰ নিচিনা শ শ গাভৰুৱে বলিশাল তেজেৰে বোলাই দিবলৈ আগবাঢ়ি আহিছিল। এই সময়তে জ্যোতিপ্ৰসাদৰ মন-প্ৰাণ-উতলোৱা গীত আৰু কৱিতাবোৰৰ সৃষ্টি হৈছিল। সেইকাৰণে সেই কৱিতা-

সমূহৰ সঙ্কলনটোৰ নামাকৰণ কৰিছিল 'লুইতৰ পাৰৰ অগ্নিসুৰ'। এই অগ্নিসুৰ শুনি বুঢ়া লুইতৰ গাতো ডেকা তেজৰ পিৰপিৰণি উঠিছিল। এবাৰ নতুৱাৰত বহা ৰায়ত সভা এখনলৈ সভাপতি হৈ গৈছিল ভীষ্মসদৃশ নেতা হৰিকৃষ্ণ দাস ডাঙৰীয়া। সভাপতিক বৰণ কৰিবলৈ গাঁৱৰ শ শ ডেকা গাভৰু সমদলত ওলাই আহিছিল জ্যোতিপ্ৰসাদ ৰচিত অগ্নিগীত গাই গাই। সেই গীতে যাদুমন্ত্ৰৰ দৰে সমূহ ৰাইজকে সমূহ সমজুৱাকে আনকি প্ৰবীণ নেতা সভাপতি দাস ডাঙৰীয়াকো অনুপ্ৰাণিত কৰি তুলিছিল। দাস ডাঙৰীয়াৰ সভাপতিৰ ভাষণৰ প্ৰতিটো শব্দতে উদ্দীপনাৰ বিজুলী শিখা প্ৰৱাহিত হৈছিল আৰু সেই বিপ্লৱী ভাষণৰ অজুহাতত বৃটিছ চৰকাৰে তেওঁৰ পেঞ্চন বন্ধ কৰি দিছিল। ইয়াৰ বাবে জ্যোতিপ্ৰসাদৰ গীতক পৰোক্ষভাৱে হ'লেও জগৰীয়া কৰিব নোৱাৰিনে ?

জ্যোতিপ্ৰসাদে পৰাপক্ষত পুলিচৰ চকুত ধূলি মাৰি আঁৰ হৈ ফুৰিছিল যদিও আৱশ্যক হ'লে তেওঁ অভিমন্যুৱে চক্ৰবেহুত সোমোৱাৰ নিচিনাকৈ পুলিচ বাহিনীৰ মাজতো সোমাই পৰিবলৈ সঙ্কোচবোধ কৰা নাছিল। তেনে এটা ঘটনা ঘটিছিল ঢিয়ক থানাত। বিয়াল্লিশৰ অক্টোবৰ মাহ। সেইদিনা তেওঁ অমলপ্ৰভা দাস আৰু এগৰাকী মহিলাৰ লগত মটৰত যাত্ৰা কৰিছিল গুৱাহাটীৰপৰা ডিব্ৰুকলৈ —গান্ধীসপ্তাহৰ কাৰ্যসূচী লৈ। তেওঁলোকে দেখা পালেগৈ ঢিয়কত কুৰু-পাণ্ডৱৰ যুদ্ধ। এফালে লাঠী-বেয়নেটধাৰী কনিষ্টবল আৰু আনফালে হাজাৰ-বিজাৰ মুনিহ-তিৰোতাৰ বিৰাট জনতা। এই জনতাৰ সমাৱেশ হৈছিল ঢিয়কৰ থানা ঘৰত ত্ৰিৰঙ্গ নিচান উৰুৱাৰ উদ্দেশ্যে। পুলিচে জনতাক ছত্ৰভঙ্গ কৰিবলৈ বেয়নেট আৰু লাঠিচালনা কৰি থকা অৱস্থাতে অপ্ৰত্যাশিতভাৱে তাত উপস্থিত হৈছিলগৈ জ্যোতিপ্ৰসাদ। পুলিচৰ লাঠীৰ আক্ৰমণৰ মাজেদি ড্ৰাইভাৰে মটৰ আগবঢ়াই নিবলৈ ভয় কৰিছিল যদিও জ্যোতিপ্ৰসাদে সিহঁতৰ বেহুৰ মাজেদি মটৰ পাৰ কৰি নিয়াইহে এৰিলে।

হঠাতে এখন মটৰ তেনেকৈ পাৰ হৈ যোৱা দেখি পুলিচবোৰে ভেবালাগি চাই থাকোতেই গ'ল। সিহঁতে মটৰখন বাধা দি ৰাখিবলৈ সাহ নকৰিলে। অলপ আঁতৰত লাঠি-বেয়নেটৰ খোচত আহত হৈ ছেদেলি ভেদেলি হৈ পৰা ৰাইজক গোটাই দেশৰ কাৰণে—দহৰ কাৰণে মাৰিবলৈ জ্যোতিপ্ৰসাদে তেজাল বক্তৃতা এটা দি সাহ দিলে। ৰূপকোঁৱৰৰ মাভৈঃ বাণী শুনি টিয়কীয়া ৰাইজ আশ্বস্ত হ'ল। শত্ৰুমেধ যজ্ঞত নিজকে আহুতি দিবলৈ তেওঁলোকে আকৌ এবাৰ দৃঢ়কণ্ঠে অঙ্গীকাৰ কৰিলে ৰূপকোঁৱৰ অগ্নিকোঁৱৰ জ্যোতিপ্ৰসাদৰ জয়ধ্বনি দি।

জ্যোতিপ্ৰসাদে কলিকতালৈ যোৱাৰ আগতে তেওঁৰ ঠাইত নগাৱঁৰ শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামীক অধিনায়কৰ বাব দি গৈছিল। কলিকতাত গৈ তেওঁ অন্নদা চৌধুৰী, সুচেতা কৃপালনী, অৰুণা আছফ আলি, ৰাম-মনোহৰ লোহিয়া আৰু জয়প্ৰকাশ নাৰায়ণৰ লগত বিপ্লৱ পৰিচালনা কৰিবলৈ দিহা-পৰামৰ্শ লয় আৰু নতুন কাৰ্যসূচী এখন দাঙি ধৰে। সেই কাৰ্যসূচী বঙ্গ, বিহাৰ, উৰিষ্যা, মাদ্ৰাজ আৰু মহাৰাষ্ট্ৰৰ দ্বাৰা অনুমোদিত হয়। সেই কাৰ্যসূচীৰ শেষৰ দফাৰ মতে গান্ধীজীৰ মুক্তিৰ কাৰণে সত্যাগ্ৰহ কৰিবলৈ দলে দলে কংগ্ৰেছ কৰ্মী আগাখাঁৰ প্ৰাসাদৰ ফালে আগবাঢ়ি গৈ বন্দী হয়। এয়ে বিখ্যাত গান্ধী-যাত্ৰা। এই গান্ধী যাত্ৰা কাৰ্যসূচীৰ আঁচনিৰ মূলত আছিল জ্যোতিপ্ৰসাদ।

ইয়াৰ পিচত আন্দোলন শাম কাটি আহে আৰু জ্যোতিপ্ৰসাদে গুৱাহাটীত আন প্ৰকাৰৰ দেশহিতকৰ কামত মনপুতি লাগে।

**সাহিত্যিক আৰু শিল্পী জীৱন ঃ** ইমান পৰে জ্যোতিপ্ৰসাদৰ ঘৰুৱা জীৱন আৰু ৰাজনৈতিক জীৱনৰ কিছু কথা কোৱা হ'ল যদিও এয়েই জ্যোতিপ্ৰসাদ নহয়। জ্যোতিপ্ৰসাদে যুগমীয়া কীৰ্তি ৰাখি গৈছে অসমীয়া সংস্কৃতিৰ বৰ নামঘৰটোৰ ভিতৰতহে আৰু দৰাচলতে প্ৰকৃত জ্যোতিপ্ৰসাদ মানুহজনক তাৰ ভিতৰতহে বিচাৰিলেই আজিও পোৱা যাব। জ্যোতিপ্ৰসাদ আছিল নাট্যকাৰ, সঙ্গীতজ্ঞ, কৱি, শিশু-সাহিত্যিক, চুটিগল্প লিখক, জীৱনী লিখক—তদুপৰি তেওঁ আছিল

সাংবাদিক, দাৰ্শনিক, চিত্ৰকৰ, চিত্ৰ-প্ৰযোজক, অভিনয়-শিল্পী। একেষাৰ কথাৰে ক'বলৈ হ'লে জ্যোতিপ্ৰসাদ আছিল অসমীয়া সাহিত্য-সংস্কৃতিৰ এজন নিপুণ খনিকৰ। অসমীয়া সংস্কৃতিক শঙ্কৰকেন্দ্ৰিক আৰু জ্যোতিকেন্দ্ৰিক সংস্কৃতি বুলি ক'লেও বঢ়াই কোৱা নহয়।

জ্যোতিপ্ৰসাদৰ নাট 'শোণিত-কুঁৱৰী', 'কাৰেঙৰ লিগিৰী', 'ৰূপালীম্' 'লভিতা' আৰু 'নিমাতী কইনা' অসমীয়া নাট্য-সাহিত্যৰ অমূল্য সম্পদ। তেওঁ ছাত্ৰজীৱনতে লিখা 'শোণিত কুঁৱৰী' নাটে তাহানি আমাৰ নাট্য-জগতত যুগান্তৰৰ সৃষ্টি কৰিছিল। বিয়ানাম, বিহুনাম, বনগীতেৰে আৰু চিত্ৰলেখাৰ 'পদুমকলি' নাচেৰে ৰূপকোঁৱৰে গছে-গছে ফুলৰ শৰাই সজাইছিল। এই নাটখনি সম্পৰ্কে গ্ৰন্থকাৰে 'শোণিত-কুঁৱৰী'ৰ দ্বিতীয় তাঙৰণৰপৰা পাতনিত বিশদভাৱে লিখি থৈ গৈছে। সেই পাতনিত আমাৰ নাট্যশালাৰ বুৰঞ্জীৰো এছোৱা সোমাই আছে বুলি ক'ব পাৰি। এই সম্পৰ্কে ডক্টৰ বাণীকান্ত কাকতি ডাঙৰীয়াই এটা গঠনমূলক সমালোচনা লিখি এনেদৰে মন্তব্য প্ৰকাশ কৰিছিল, "কাব্য হিচাপে পুথিখনি বৰ উপাদেয় হৈছে। বৰ্ত্তমান কালৰ ভাৱ আৰু ভাষাৰে পৌৰাণিক আখ্যানৰ সৌন্দৰ্য্য আৰু তত্ত্ব উলিয়াই অনাত লিখক কৃতকাৰ্য্য হৈছে। পুথিৰ অন্তৰ্গত গীতবোৰৰ হৃদয়ত স্বাভাৱিক স্পন্দনৰ ৰেখা আছে আৰু সেইবোৰত স্নিগ্ধ অভিনৱতাৰ ছটা এটি পৰিছে। ভাৱৰীয়াবোৰৰ ভালেমান কথা স্বাভাৱিক নহ'লেও বা অৱস্থা বিশেষৰ লগত খাপ নেখালেও গ্ৰন্থকাৰে যে সুদূৰ সৌন্দৰ্যৰ পোহৰ এটি দেখিছে সেইটো সহজে বুজিব পাৰি।" এই নাটখনি জ্যোতিপ্ৰসাদে ১৯১৭ চনত লিখিছিল—তেতিয়া তেওঁৰ বয়স আছিল চৈধ্য বছৰ।

১৯২৬ চনত বিলাতত থাকোঁতেই ৰচনা কৰা 'কাৰেঙৰ লিগিৰী' জ্যোতিপ্ৰসাদৰ শ্ৰেষ্ঠ নাট। অসমীয়া নাট্য সাহিত্যতো ইয়াৰ স্থান আগৰো আগত। 'শোণিত কুঁৱৰী'ত কুমলীয়া গ্ৰন্থকাৰ সৌন্দৰ্যৰ ঢৌত উটি গৈছিল যদিও কাৰেঙৰ লিগিৰীত তেওঁ নাটকীয় প্ৰতিভাৰ জ্যোতিৰ কাৰেং সাজিছে। নাটকীয় কাহিনী, চৰিত্ৰ-সৃষ্টি, বৰ্ণন-ভঙ্গী,

গীত-মাত সকলো বিষয়তে এই নাটকখনিত তেওঁৰ নিজা বৈশিষ্ট্য জাকতজিলিকা হৈছে।

জ্যোতিপ্ৰসাদৰ তৃতীয়তে ছপা হোৱা নাটক 'লভিতা'। এই নাটখনি যদিও চৰিত্ৰবহুল আৰু ঘটনাবহুল হোৱাৰ বাবে নাট্যমঞ্চৰ বাবে সিমান উপযোগী হোৱা নাই, তথাপি এই নাটকখনিক আমাৰ অসমত দ্বিতীয় মহাসমৰৰ এখনি চলন্তিকা বিৱৰণী বুলিও ক'ব পাৰি। সেই সময়ৰ বহু ঘটনাৰ হুবহু চিত্ৰ এই নাটখনিত আছে। ইয়াতো লিখকে কম কৃতিত্ব দেখুৱা নাই। ১৯৪৭ চনত নাটখন লিখা হৈছিল আৰু প্ৰথমে মঞ্চত দাঙি ধৰে ডিব্ৰুগড় ড্ৰেমেটিক ক্লাবৰ শিল্পীবৃন্দই।

জ্যোতিপ্ৰসাদৰ কাল্পনিক নাট 'ৰূপালীম'ত (ৰচনা ১৯৩৬ চন) লিখকে জনজাতীয় চৰিত্ৰৰ মাজেদি মানৱ চৰিত্ৰৰ মানসিক অন্তৰ্দ্বন্দ্ব দেখুৱাবলৈ চেষ্টা কৰিছে। এফালে দেশপ্ৰেম আৰু আনফালে সতীত্ব বা নাৰীধৰ্ম—ইয়াকে লিখকে নাটকীয় সমস্যাৰ মাজেদি নাটকীয় ভাৱ-ভঙ্গীৰ মাজেদি প্ৰকাশ কৰিছে।

জ্যোতিপ্ৰসাদৰ আন এখন প্ৰতীকধৰ্মী নাট হৈছে 'নিমাতী কইনা' বা 'ৰূপকোঁৱৰ' (ৰচনা ১৯৩৬ চন)। 'সোণপখিলী' নামৰ আন এখন অকণমানিহঁতৰ কাৰণে আধৰুৱাকৈ লিখি যোৱা গীতিনাট সমাপ্ত কৰে অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই। এই দুয়োখন নাট একেলগ কৰি ১৯৬৪ চনত জ্যোতিসোঁৱৰণী সন্থাৰ দ্বাৰা প্ৰকাশ কৰা হয়। কাব্য-ধৰ্মী আৰু প্ৰতীকধৰ্মী এই নাট দুখনিয়েও ৰূপকোঁৱৰৰ নাট্য প্ৰতিভাৰ সাক্ষ দিয়ে। ইয়াৰ উপৰিও অৱশ্যে বোলছবিলৈ যুগুত কৰা 'জয়মতী' নাটখনিও লেখত ল'ব লাগিব

নাটকৰ পিচতে জ্যোতিপ্ৰসাদৰ উল্লেখযোগ্য সাহিত্যিক অৱিহণা হৈছে কৱিতা আৰু সঙ্গীত। তাহানি দেশভক্ত ফুকনদেৱৰ সভাপতিত্বত বহা অসম ছাত্ৰসন্মিলনৰ অধিৱেশনত জ্যোতিপ্ৰসাদৰ—

"সাজু হব'বে হ'ল ডেকা ল'ৰা, সাজু হ'ববে হ'ল।
তোৰ তপ্ত ৰুধিৰ ঢালি আয়েৰক শক্তি দিবৰে হ'ল॥"

—এই গীতটো সমদলীয় কণ্ঠত গোৱা হৈছিল। তেতিয়া জ্যোতি-প্ৰসাদ আছিল বিলাতত। তাৰেপৰাই কৰিয়ে গীত ৰচনা কৰি সুৰ চানেকীৰে সৈতে পঠিয়াই দিছিল। সেই গীতে সমজুৱাসকলক অনুপ্ৰাণিত আৰু সঞ্জীৱিত কৰি তুলিছিল। সেই তেজপুৰীয়া সভাতে বেজবৰুৱা দেৱৰ ' অ' মোৰ আপোনাৰ দেশ' গীতটি পোনপ্ৰথমে অসমীয়া জাতীয় সঙ্গীত হিচাপে ব্যৱহাৰ কৰা হৈছিল। ইয়াৰ পিচত জ্যোতি-প্ৰসাদে মৰিবলৈ ভয় নোহোৱা লুইতৰ পাৰৰ ডেকালৰাক সাজু কৰিবলৈ আৰু কেইবাটাও জাতীয় গীত ৰচনা কৰি প্ৰচাৰ কৰিছিল। তাৰ পূৰ্বে ৰচনা কৰা 'শোণিত কুঁৱৰী'ৰ গীতবোৰো আমাৰ ডেকা গাভৰুবিলাকৰ মুখে মুখে হৈছিল। বেজবৰুৱাৰ ডালিমীকো 'পৰ্ব্বতৰ ঢেকীয়া লিহিৰিপতীয়া' গীতত অসমীয়া সুৰ দি গাবলৈ শিকাইছিল জ্যোতিপ্ৰসাদেই। কেৱল ডালিমীৰ গীত কেইটাতে নহয়, বেজবৰুৱাৰ 'চক্ৰধ্বজ সিংহ' আৰু 'জয়মতী কুঁৱৰী' নাটৰ গীতবোৰতো ন সুৰ দি জ্যোতিপ্ৰসাদে প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিছিল। সুখৰ বিষয় অসমীয়া সঙ্গীতত জ্যোতি-সঙ্গীতৰ সমাদৰ দিনকদিনে বাঢ়িব লাগিছে। শিল্পী শ্ৰীবিষ্ণু ৰাভাই কয়, "জ্যোতিৰ গান তিনি ভাগত ভগাব পাৰি, তিনি ভাগেই যেন তিনিটা যুগ, 'শোণিত কুঁৱৰী' যুগ, 'কাৰেঙৰ লিগিৰি'ৰ যুগ আৰু 'লভিতা' যুগ। সুৰৰ এনে লানি নিচিগা বৈশিষ্ট্য 'কাৰেঙৰ লিগিৰি'ৰ যুগতেই প্ৰায় গানতে বিৰিঙি উঠে। 'শোণিত কুঁৱৰী' যুগতো দুই এটা গীতত এনে বিশিষ্ট ঠাচ দেখা যায় শুনা যায়। বোধকৰো 'শোণিত কুঁৱৰী' যুগৰ গৰ্ভত 'কাৰেঙৰ লিগিৰি' যুগৰ জন্মৰ সম্ভাৱনা। সেই কাৰণে 'শোণিত কুঁৱৰী' যুগতো দুই এটা গীতত এনে ছবি আঁৰে আঁৰে দেখা যায়, ৰিণি ৰিণি শুনা যায়।"

অসমৰ বোলছবি জগততো জ্যোতিপ্ৰসাদ একমেবাদ্বিতীয়ম্। ৰূপকোঁৱৰ প্ৰথম অসমীয়া বোলছবি 'জয়মতী' ( ১৯৩৫ চন ১০ মাৰ্চ ) আৰু দ্বিতীয় অসমীয়া বোলছবি 'ইন্দ্ৰমালতীৰ' ( ১৯৩৯ চন ) জনক। আজিলৈকে ডেৰকুৰিখনৰ ওপৰ বোলছবি ওলাইছে যদিও জ্যোতিৰ

'জয়মতী' স্বকীয় স্থানত নিজ বৈশিষ্টেৰে একেভাৱে জিলিকি আছে— সাজ ভোটা তৰাটোৰ দৰে। কেৱল অসমৰে নহয়, যি সময় আছিল ভাৰতৰ বোলছবিৰ কেঁচুৱা কাল, সেই সময়তে পিতৃ-মাতৃ বিয়োগকে ধৰি নানান প্ৰতিকূল অৱস্থাৰ মাজেদি আগত কোনো আহি বা চানেকী নথকা অৱস্থাতে বোলছবিৰ কিটিপ একোকে নজনা নতুন শিল্পী আৰু পোনপটীয়াভাৱে গাৱঁলীয়া ভদ্ৰসমাজৰ পৰা কেই গৰাকী মাত্ৰ গাভৰু বাছি লৈ প্ৰথম অসমীয়া বোলছবি 'জয়মতী'ক কেনেকৈ সৃষ্টি কৰা হৈছিল, সেই কথা জানিলে মনত বিস্ময় ওপজে; যিসকল শিল্পী আৰু অভিনেত্ৰীয়ে প্ৰথম পদক্ষেপ কৰি অসমীয়া বোলছবিৰ বুনিয়াদটো ৰচনা কৰি গ'ল তেওঁলোকৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খায়।

অসমীয়া শ্ৰেষ্ঠ কৱিসকলৰ শাৰীতে জ্যোতিপ্ৰসাদৰ বাবে আসন এখনি সংৰক্ষিত হৈ আছে। কৱি জ্যোতিপ্ৰসাদৰ সোণ সুৱদি অমৰ কালৰপৰা ওলোৱা প্ৰতিটো কৱিতাই অগ্নি বৰষা বিধৰ আৰু আবৃত্তিৰ উপযোগী। নতুন সুৰ, নতুন ছন্দ, নতুন ভঙ্গীৰে উদ্ভাসিত কৱিতা বোৰ এতিয়াও আলোচনীৰ পাতত তিৰবিৰাই আছে।

পিছলৈ জ্যোতিপ্ৰসাদে অসমীয়া শিশু-সাহিত্যৰ ভঁৰালতো মানিক মুকুতা সিঁচি থৈ গৈছে। চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ প্ৰতিষ্ঠিত 'অসমীয়া' কাকতখনিৰ তেওঁ অলপদিন সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল। জ্যোতিপ্ৰসাদে সেই কাকতত 'অকমানিৰ চ'ৰা' নামেৰে এটি শিশুচ'ৰা মুকলি কৰে। তাত তেওঁ নিজেও কোমল ভাষাৰে নানাবিধ গল্প-পদ্য ৰচনা কৰি প্ৰকাশ কৰিছিল। এতিয়াও হাতেলিখা অৱস্থাতে থকা 'জ্যোতি ৰামায়ণ' খনি তেওঁ ৰচনা কৰিছিল, নিজৰ কণ কণ ল'ৰা-ছোৱালীকেইটিক ৰামায়ণৰ কাহিনীবোৰ সহজ ভাৱ-ভাষাৰে ক'বলৈ বুলি। তেওঁ যদিও আদিকাণ্ড ৰামায়ণৰ কথাহে লিখি যাবলৈ সময় পালে তথাপি সিয়েই আমাৰ শিশুসাহিত্যৰ এখন বাচকবনীয়া পুথি হ'ব বুলি ক'ব পৰা যায়। জ্যোতি ৰামায়ণৰ যোজোল আমাৰ অকণিহঁতে টপালি টপালি খাব পাৰিব। গল্পৰ পুথি 'জ্যোতি সাভশৰী'ৰ অন্তৰ্গত

জ্যোতিপ্ৰসাদৰ 'সোণতৰা', 'ৰগীতৰা,' আদি চুটি গল্প কেইটায়ো অসমীয়া সাহিত্যৰ ভঁৰালত নিশ্চয় সম্মানৰ স্থান দাবী কৰিব পাৰে। তেওঁৰ 'চন্দ্ৰকুমাৰ' নামৰ জীৱনী গ্ৰন্থখনিতো নিপুণ গদ্য লিখকৰ পৰিচয় আছে। এইবোৰ সকলো কথা বহলাই আমি এই আলচ দীঘল কৰিব খোজা নাই।

অসম সাহিত্য সভাৰ সভাপতিৰ পদত অধিষ্ঠিত হ'বলৈ মহাকালে সুযোগ নিদিলে যদিও তেজপুৰত বহা অসম সাহিত্য সভাৰ সঙ্গীত অধিবেশন জ্যোতিপ্ৰসাদে অলঙ্কৃত কৰিছিল। আমাৰ সাহিত্য-সংস্কৃতিৰ ভিন্ ভিন্ খোটালীতে জ্যোতিয়ে অসমীয়া নিজস্বতা, অসমীয়া সংস্কৃতিক ফুটাই তুলিবলৈ যত্ন কৰিছিল আৰু সেই বিষয়ে গভীৰভাৱে চিন্তা কৰিছিল। ন-কৈ প্ৰতিষ্ঠিত হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ ঘৰ দুৱাৰ-বোৰ অসমীয়া স্থাপত্যৰ চানেকীৰে গঢ়ি তুলিবলৈ তেওঁ পৰিকল্পনা কৰিছিল আৰু সেই উদ্দেশ্যে নক্সা আদি তৈয়াৰ কৰি সেই সময়ৰ আমাৰ শিক্ষাৰ কৰ্ণধাৰ সকলক দেখুৱাই ফুৰিছিল। দুখৰ বিষয় কোনেও এই বিষয়টোৰ প্ৰতি মনোযোগ নিদি গতানুগতিকতাৰ সহজ বাটেৰে চলাত তেওঁ মনত বৰ দুখ পাইছিল। অসমৰ বাবে এটা স্বকীয়া ষ্টুডিঅ' নিৰ্মাণৰ কথাও তেওঁ চিন্তা কৰিছিল। 'জ্যোতিধাৰা' গ্ৰন্থত জ্যোতিৰ স্বকীয় চিন্তাধাৰাৰ উজ্জ্বল নিদৰ্শন পোৱা যায়। দুখৰ বিষয় জ্যোতিৰ জীৱনৰ সময় চোৱা তেওঁৰ শিল্পী জীৱনৰ বাবে অনুকূল নাছিল। সি যি নহওক, আজিও যদি তেওঁৰ জীৱনৰ সপোনবোৰ বাস্তৱত পৰিণত হয় তেতিয়া হ'লেও তেওঁৰ অমৰ আত্মাই নিশ্চয় তৃপ্তি লাভ কৰিব পাৰিব।

**জ্যোতি-নিৰ্বান:** দেশপ্ৰেমৰ পুৰস্কাৰ স্বৰূপে কাৰাগাৰে জ্যোতি-প্ৰসাদক যি ভগ্নস্বাস্থ্য দান কৰিলে সেই ভগ্নস্বাস্থ্যই তেওঁক লাহে লাহে মৃত্যুৰ বাটলৈ আগবঢ়াই লৈ গৈছিল। শেষ জীৱনত পত্নীহীন জীৱনৰ দিনকেইটা তেওঁৰ পক্ষে বৰ অশান্তিময় হৈছিল। তাতে তস্কৰৰ নিচিনাকৈ গাত দুৰাৰোগ্য ৰোগে বাহলৈ তেওঁক জুলুকি জুলুকি শিকাইছিল।

তথাপি তেওঁ সেই অসুখীয়া গাৰেই সাংস্কৃতিক সভাবোৰত বিশেষকৈ ভাৰতীয় গণনাট্যৰ অসম শাখাৰ অধিবেশনবোৰত আগভাগ লৈ শিল্পী-সকলক অনুপ্ৰেৰণা যোগাই আছিল আৰু হাতৰ সৰস্বতী কাপ নমাই থোৱা নাছিল। সেইচোৱা কালতে আমি কেবাদিনো তেওঁক লগ পাইছিলো—লগ পাঙ্গে সহজে এৰি নিদিছিল। ঘণ্টাৰ পিচত ঘণ্টা কেৱল কথাকে কৈছিল—দেশৰ, জাতিৰ, সংস্কৃতিৰ কথা—তেওঁৰ শিল্পী মনত উখল মাখল লগাই থকা নন পৰিকল্পনাৰ কথা। এখন অসমীয়া শিশু বোলছবি উলিয়াবলৈ তেওঁ শেষ দিনলৈ পাঙি আছিল—প্ৰহ্লাদৰ বিষয়ে বোল ছবিৰ নাট এখনি আমি লিখি দিব লাগিব বুলিও তেওঁ এই লিখকক সকীয়াই থৈছিল। কেৱল সিমানে নহয়, 'আমাৰ গাওঁ' নামৰ অসমীয়া সংস্কৃতিৰ প্ৰতীক স্বৰূপ বোলছবি এখন উলিয়াবলৈ তেওঁ মনে মনে সঙ্কল্প কৰি লৈছিল। ঈশ্বৰে সেইটো হ'বলৈ নিদিলে। তামোলবাৰী বাগিছাত তেওঁ যেনেকৈ জীৱনৰ পাতনি মেলিছিল তেনেকৈ জীৱন সন্ধিয়াৰ দিন কেইটাও তাতে অতিবাহিত কৰি এদিন তেজপুৰৰ নিজাঘৰত শেষবাৰলৈ চকু মুদিলে। সেইদিনা আছিল ১৯৫১ চনৰ সোতৰ জানুৱাৰী। জ্যোতিপ্ৰসাদৰ জীৱন বন্তি নুমাল সঁচা, কিন্তু তেওঁ মৰিল জানো? নাই মৰা। মৰণক তেওঁ জয় কৰি অসমীয়া সংস্কৃতিৰ খোটালীয়ে খোটালীয়ে অনিৰ্বাণ জ্যোতিশিখা জলাই দি যুগজয়ী হৈ কালজয়ী হৈ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ জনতাৰ মাজত থাকি গ'ল। সামৰণিত কৰিগুৰুৰ সুৰতে সুৰ মিলাই কওঁ :

"আনিলা লগত তুমি মৃত্যুহীন প্ৰাণ,
তোমাৰ মৃত্যুত তাকে কৰি গ'লা দান।"

# উ তিৰোত সিং

## হেমলেট বাৰে

১৮৩৫ চনত বৃটিছে দেশ অধিকাৰ কৰাৰ সময়লৈকে জয়ন্তীয়া পৰ্বতৰ পৰগণাবিলাক আৰু ভৈয়ামলৈ ব্যাপি থকা অঞ্চল সমূহক যি প্ৰাচীন চুতন্‌গা ৰাজফৈদে শাসন কৰিছিল, উ তিৰোত সিং সেই ৰাজ-বংশৰ পৰাই উদ্ভুত প্ৰাচীন ননক্লা ৰাজপৰিয়ালৰ লোক। ননক্লা পৰিয়ালৰ আদি পুৰুষ উ চাহজেৰ আৰু তেওঁৰ ভনীয়েক কা চেফলং জয়ন্তীয়া পৰ্বতৰ পশ্চিম অঞ্চলৰপৰা খাচীয়া পৰ্বতৰ পশ্চিম অঞ্চললৈ কাচাৰ পাহাৰেৰে নগাওঁ আৰু কামৰূপৰ মাজেৰে আঠজন লিংডোৰ (পুৰোহিত পৰিয়াল) সৈতে আহি ননক্লা ৰাজ পৰিয়াল স্থাপন কৰিছিল বুলি দাবী কৰে। লিংডোসকল কিন্তু সেই একে পথেৰেই তেওঁলোকত-কৈও আগেয়ে আহিছিল। তেওঁলোকৰেই সুবিখ্যাত বিজয়ী বীৰ উত্তৰ-পুৰুষ সকলেই সুদূৰলৈ ৰাজ্য বিস্তাৰ কৰিছিল। দহ পুৰুষলৈ ১৮২৫-২৬ চনলৈ তেওঁলোকে ৰাজ্য শাসন কৰি আছিল আৰু সেই বছৰতেই তিৰোত সিঙে ৰাজক্ষমতা গ্ৰহণ কৰে। ননক্লা চিয়েমসকলে তেওঁলোকৰ উন্নত বংশৰ পৰিচায়ক হিচাবে 'চিয়েম লি' অৰ্থাৎ ধোলা বজা বা শুক্ল-বৰ্ণ চিয়েম উপাধি লয়।

তেওঁ ননক্লা চিয়েম হিচাবে ক্ষমতা গ্ৰহণ কৰাৰ আগতে ৰাজ পৰিয়া-লত মতদ্বৈধতাই দেখা দিয়ে আৰু উ কনৰাই আৰু উ হায়েন সিঙৰ অধীনত দুটা বিৰুদ্ধবাদী গোষ্ঠিৰ সৃষ্টি হয়। উ হায়েন সিং এই সংঘৰ্ষত পৰাজিত হ'ল আৰু দুয়োজন চিয়েমৰ মাজত সন্ধি হ'ল যে কনৰাই ননক্লা ৰাজ-পৰিয়ালৰ প্ৰধান পুৰুষ হ'ব আৰু উত্তৰ অঞ্চল তেওঁৰ অধিকাৰত ৰ'ব আৰু মাওম্লুক সদৰ হিচাবে লৈ দক্ষিণ অঞ্চলত উ হায়েন সিঙৰ ৰাজ্য সীমাবদ্ধ হৈ থাকিব। কণৰাইৰ ভনীয়েক আছিল কা ফেট আৰু হায়েন

সিঙৰ ভনীয়েক আছিল কা কাচান। এই দুগৰাকী তিৰোতাৰপৰাই ননক্লা চিয়েমসকলৰ সাৱলং আৰু সাওনাই চিয়েম নামৰ দুটা গোষ্ঠিৰ সৃষ্টি হয় আৰু তেওঁলোকেই আজিলৈকে চিয়েমৰ পদ অধিকাৰ কৰি আছে।

উচ্চ পাৰ্বত্যভূমিৰপৰা সুৰমা উপত্যকালৈ বেহা-বেপাৰ চলোৱা বাণিজ্য কেন্দ্ৰ আৰু লো-শিল্পৰ কেন্দ্ৰ হিচাপে বিখ্যাত মাওম্লুহেই তিৰোত সিঙৰ জন্মস্থান। বৰ্তমানৰ চেৰাপুঞ্জীকেই ধৰি এই ঠাই খিনিয়েই যোৱা শতিকাত পৃথিৱীৰ ভিতৰত সবাতোকৈ প্ৰচুৰ বৰষুণ হোৱা ঠাই বুলি বিখ্যাত হৈ আছিল। মাওম্লুহৰ চক্‌মকীয়া জলপ্ৰপাত-বিলাক, সুদীৰ্ঘ পৰ্বতমালা আৰু অত্যুচ্চ নীলিম শৃঙ্গ শ্ৰেণী—এই পাৰি-পাৰ্শ্বিকতাৰ মাজত তেওঁৰ শৈশৱ অতিবাহিত হৈছিল। নিপুণ ৰণুৱা-বিলাকে তিৰোত সিঙক ৰাজকোঁৱৰ হিচাপে ৰণবিদ্যা দান কৰিছিল আৰু লো-শিল্পৰ কমাৰ সকলৰপৰা তেওঁ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰিবলৈ শিকিছিল। যথাৰ্থতে ৰজা হ'ব পৰা যোগ্য কোঁৱৰ সেই সময়ত আন কোনো নাছিল কাৰণেই তিৰোত সিঙে ৰাজ্যভাৰ গ্ৰহণ কৰিব লগীয়া হ'ল। তেওঁ যেতিয়া যুবৰাজ হ'ল বৃদ্ধ কোনৰাইৰ ৰাজ্যৰ মন্ত্ৰীসভা আৰু ননক্লাৰ আন আন বিষয়ত যোগ দিলে। কোনৰাইৰ মৃত্যুৰ পিচত পাচশ 'শিৰদাৰে' ( গাৱঁৰ মুখীয়াল ) চিয়েম পদৰ প্ৰকৃত উত্তৰাধিকাৰী কোমল বয়সীয়া ( তেওঁৰ নাম আছিল ৰিজন। বয়স ৫ বছৰ ) হেতুকে ৰাজপদ গ্ৰহণ কৰিবলৈ উপযুক্ত নোহোৱালৈকে তেওঁকেই ৰাজ্যৰ দায়িত্ব ভাৰ সঁপি দি অস্থায়ী চিয়েম পাতিলে। এনেকৈয়ে আৰম্ভ হ'ল এজন মানুহৰ জীৱন যিজনে অতি সোনকালে দেশৰ স্বাধীনতা সংগ্ৰামত প্ৰধান ভূমিকা ল'লেগৈ।

তিৰোত সিঙৰ বিয়া হৈছিল নে নাই, বা তেওঁৰ সতি-সন্ততি কিমান আছিল এই বিলাকৰ বিষয়ে আমি কোনো প্ৰমাণ পোৱা নাই। কিংবদন্তিৰ মতে শুনা যায় যে তেওঁৰ নিৰোত নামে এজন ভায়েক আছিল। সম্ভৱতঃ তেওঁ গোটেই জীৱন জুৰি অবিবাহিত আছিল। পচিশ বছৰ

নৌহওতেই প্ৰথম যৌৱনত তেওঁক ৰাজপদৰ দায়িত্ব ল'বলৈ আহ্বান জনোৱা হৈছিল আৰু সম্ভৱতঃ দুকুৰি বছৰ বয়সত তেওঁৰ মৃত্যু হৈছিল; আৰু এই সময়ছোৱাৰ ভিতৰতেই তেওঁ এনেকুৱা কাম সম্পন্ন কৰিছিল যি আজিলৈকে সঞ্জিৱীত হৈ আছে আৰু সময়ে কেতিয়াও ইয়াক মচি নাইকিয়া কৰিব নোৱাৰে। এজন নতুন ৰাজকোঁৱৰ হিচাপে তেওঁ নতুন ধৰণৰ অৰ্থনৈতিক পৰিকল্পনা আৰম্ভ কৰি প্ৰজাৰ জীৱন ধাৰণৰ মান উন্নত কৰি তুলিছিল। যেনেকৈ তেওঁ এজন নিপুণ ৰণুৱা আৰু জ্ঞান-সম্পন্ন বিচাৰক, তেনেকৈ ৰাজনীতিজ্ঞ হিচাপেও কম চতুৰ নাছিল। শুনা যায় যে তেওঁৰ বাওহাতখন নিশকতীয়া আছিল, কিন্তু সেয়ে তেওঁক যুদ্ধক্ষেত্ৰত বিশেষ বাধা জন্মাব নোৱাৰিছিল। মাকৰ প্ৰতি তেওঁ বৰ অনুগত আছিল। তেওঁলোক দুয়ো সৰসৰীয়াকৈ অসমীয়া ক'ব পাৰি-ছিল আৰু মাজে সময়ে ভৈয়ামৰ প্ৰজাসকলক লগ পাবলৈ কামৰূপৰ বৰদুৱাৰলৈ আহিছিল।

১৮২৪ চনৰপৰা গভৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধি হিচাপে নামনি অসমত ডেভিদ স্কটক উত্তৰ-পূৱ ভাৰতত ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসন সুসংহত কৰাৰ বিশেষ কামত নিযুক্ত কৰা হৈছিল। ডেভিদ স্কটে বৰদুৱাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতত গতাই দিবলৈ কোনৰাইৰ লগত বন্দৱস্ত কৰিব খুজিছিল। কিন্তু এই প্ৰস্তাৱত কোনৰাই অমত আছিল। তিৰোত সিঙে ৰাজপদ গ্ৰহণ কৰাৰ পিচত পুনৰাই এই বন্দৱস্ত কৰাৰ কথা উত্থাপন কৰা হৈছিল, কিন্তু সেই প্ৰস্তাৱ তেওঁ অগ্ৰাহ্য কৰিছিল। সেই কাৰণে স্কটে খাছী ব্যৱসায়ীসকলৰ কাৰণে সকলো দুৱাৰ বন্ধ কৰি দিব বুলি ভয় দেখুৱালে—যদি বৰদুৱাৰ তেওঁলোকে বন্ধ কৰি ৰাখে। স্কটে প্ৰস্তাৱ কৰিলে যে যদি তেওঁলোকে সুৰমা আৰু অসম উপত্যকাক সংযোগ কৰিবলৈ পথ নিৰ্মাণ কৰিবলৈ খাছী পাহাৰ মুকলি কৰি দিয়ে তেনেহলে খাছী ব্যৱসায়ীসকলৰ দাবীসমূহ তেওঁ মানি ল'ব। অৱস্থাৰ ফেৰত পৰি তিৰোত সিঙে গোটেই ঘটনাটোক তেওঁলোকৰ দেশৰ ৰীতি অনুযায়ী ৰাজ্যৰ দৰবাৰত উত্থাপন কৰিব বুলি জনালে; কাৰণ দৰবাৰে

সিদ্ধান্ত নকৰাকৈ অকলে সম্মতি দিবলৈ তেওঁৰ কোনো ক্ষমতা নাই। ডেভিদ স্কটক দৰবাৰলৈ নিমন্ত্ৰণ কৰা হ'ল।

১৮২৬ চনৰ নৰেম্বৰ মাহত ননক্লাত ইয়াৰ ওচৰ চুবুৰীয়া ৰাজ্যৰ মুখীয়ালসকলোৰে সৈতে গাম্ভীৰ্যপূৰ্ণ খাছী দৰবাৰ বহিল। ডেভিদ স্কট আৰু তেওঁৰ অনুগামীসকলে এই অধিৱেশনত যোগদান কৰিছিল। তিনিদিন ধৰি দৰবাৰ বহিল আৰু বহু সুচিন্তিত বিবেচনাৰ পিচত প্ৰস্তাৱ গৃহীত হ'ল। বিদেশী ভ্ৰমণকাৰীসকল এনে জাকজমকতাপূৰ্ণ আৰু সুশৃঙ্খল তৰ্ক-সভা দেখি মুগ্ধ হৈছিল। "উচ্চ প্ৰশংসাধ্বনি কৰি বা অভদ্ৰভাৱে ব্যৱহাৰ কৰি বিপক্ষ দলৰ বক্তাক বাধা দিয়া নহৈছিল, আনহাতে প্ৰত্যেকজন বক্তাৰ বক্তৃতা সকলোৱে শুনিছিল। মই ষ্টেন্‌ষ্টিফেন গীৰ্জাৰ তৰ্ক-সভা দেখিছো, কিন্তু খাছীসকলৰ সভা তাতোকৈ বেছি গাম্ভীৰ্যপূৰ্ণভাৱে পৰিচালিত বুলি মোৰ ধাৰণা হৈছে"—ডেভিদ স্কটৰ সৈতে যোৱা এজন বিষয়াই এনেদৰে মন্তব্য কৰিছিল। বৰ বিৰোধিতা সত্ত্বেও প্ৰস্তাৱটো গৃহীত হ'ল আৰু খাছীসকলে তেওঁলোকৰ দেশৰ মাজেৰে যোৱা আলিবাট বন্ধাত সহায় কৰিবলৈ সন্মত হ'ল। প্ৰথমতে দুয়োৰে সম্পৰ্ক সৌহাৰ্দ্যপূৰ্ণ আছিল। বিশেষকৈ কা কাচানে ডেভিদ স্কটৰ লগত (বা দেশৰ আন মানুহে বোলাৰ দৰে বঙালী উচ্চাৰণেৰে 'ইস্কট' চাহাবৰ লগত) নিবিড় সম্পৰ্ক ৰক্ষা কৰিছিল। আলিবাট বন্ধা কাম আৰম্ভ হ'ল আৰু ননক্লা বজাৰৰ ওচৰত কোম্পানীৰ বিষয়া থাকিবৰ বাবে এটা বঙলা ঘৰ সজোৱা হ'ল।

কিন্তু আন্তৰিক বন্ধুৱেই ভীষণ শত্ৰুত পৰিণত হ'ল। ইয়াৰ বহুতো কাৰণ আছে। শুনা যায় যে বনুৱাবিলাকৰ লগত যিবিলাক চিপাহী আহিছিল সিহঁতে গাঁৱৰ মানুহক সিহঁতৰ প্ৰকৃত স্বৰূপ দেখুৱাব ধৰিলে। 'খাছী গণতন্ত্ৰ'ৰ লিখকৰ ভাষাত (১০৪ খৃঃত) —"বৃটিছে প্ৰকৃততে ননক্লা অধিকাৰ কৰা বুলি আৰু বৃটিছৰ পৰিকল্পনা মতে ননক্লাৰ ৰাইজৰ ওপৰত কৰ বহুৱা বুলি জনৰৱ হ'ল।

কিংবদন্তী আছে যে চিপাহীবিলাকে স্থানীয় নিয়ম কাৰণক বৰ অশ্ৰদ্ধা কৰিছিল আৰু গাঁৱলীয়া গাভৰুৰ ওপৰত অত্যাচাৰ কৰিছিল। এনেকুৱা অৱস্থাত প্ৰজাই তিৰোত সিঙক কোম্পানীৰ বিপক্ষে তৎপৰ ব্যৱস্থা ল'বলৈ বাধ্য কৰিলে।" আলিবাট নিৰ্মাণে তেওঁৰ দেশলৈ লৈ অহা বিষময় পৰিণতিৰ কথা তিৰোত সিঙে বুজি পালে। তেওঁ সহকৰ্মীসকলৰ সৈতে গোটেই ঘটনাটোৰ বিষয়ে আলোচনা কৰিলে। বৃটিছ বাহিনীক তেওঁৰ দেশৰপৰা আঁতৰাই পঠোৱাই ইয়াৰ একমাত্ৰ সমাধান আছিল আৰু সেই উদ্দেশ্য লৈয়েই জীৱনৰ বাকী অংশ অপৰিসীম শ্ৰম কৰিছিল। সশস্ত্ৰ সংগঠনৰ বাবে এক সুষ্ঠ পৰিকল্পনা যুগুত কৰা হ'ল। ইয়াৰ পিচত হোৱা যুদ্ধ-বিগ্ৰহ-বিলাকেই এই বীৰজনাৰ মহত্ত্ব আৰু প্ৰকৃত গুণৰাশিৰ প্ৰমাণ স্বৰূপ।

খাচী পৰ্বতৰ ৰাণী গুদামৰপৰা চিলেটৰ চটকলৈ বহু দূৰ ব্যাপি থকা আৰু প্ৰায় শেষ হ'বলগীয়া ৰাজপথ নিৰ্মাণ কাৰ্য পৰিদৰ্শন কৰি ১৮২৯ চনৰ এপ্ৰিল মাহত ডেভিদ স্কট ননক্লাৰ বঙলাত আছিল। এই সময়তেই বিদেশীবিলাকক দেশৰপৰা আঁতৰাবলৈ ষড়যন্ত্ৰ আৰম্ভ হৈছিল।

তিৰোত সিঙে সংগ্ৰামৰ জাগৰণ আনিবলৈ খাচী ৰাজকোঁৱৰ-সকলক সংগঠিত কৰিছিল আৰু বিদেশীৰ বিপক্ষে সশস্ত্ৰ সংগ্ৰাম কৰিবলৈ সকলোৱে প্ৰতিজ্ঞাবদ্ধ হৈছিল। এই কথাত সুদূৰ আৰু অদূৰৰ ক্ষমতাশালী চিয়েমসকলৰপৰা সমৰ্থন পাইছিল। এই মিত্ৰ গোষ্ঠীৰ ভিতৰত আছিল মাইলিয়ামৰ উ বৰ মাণিক, মাওচমাইৰ উ মুকেন, ৱাহলঙৰ উ চুক, ৰামপ্ৰাইৰ জিবৰ, মাইৰাইওৰ লাৰ, মালাইৰ চোহ মাতৰ কাচান, মাওচাইনৰামৰ এডোৰ আৰু আন আন। চেলাৰ ৱাইদাদৰ, মাওদনৰ 'শিৰদাৰ' পামচান গুট আৰু ৱাড়িংৰে এই সংগ্ৰামত যোগ দিয়ে; তদুপৰি তিৰোত সিঙে গাৰো, আহোম চিংফৌ, আৰু ভুটীয়াৰ সাহায্য লাভ কৰে আৰু তিব্বতৰপৰাও সহায় বিচাৰে। বৃটিছে সিংহাসনচ্যুত কৰা আহোম স্বৰ্গদেউ চন্দ্ৰকান্ত

সিংহই অসন্তুষ্ট হৈ খাছীসকলৰ সৈতে লগ লাগি খাছী আৰু চিংফৌক একত্ৰিত হ'বলৈ উচটাইছিল। পিচত যেতিয়া খাছী পৰ্বত অবৰুদ্ধ কৰা হৈছিল তেতিয়া ভৈয়ামৰপুৰা অসমীয়া মানুহে গোপনে খাদ্য সামগ্ৰী পঠাই আৰু ভৈয়ামত বৃটিছৰ শক্তিৰ কথা চোৰাংচোৱাৰ যোগেদি জনাই তিৰোত সিঙক সহায় কৰিছিল।

এই মহান চিয়েমজনে আৰম্ভ কৰা সংগঠন সত্ত্বেও কেবাজনো মুখীয়ালে কোম্পানীৰ পক্ষ অৱলম্বন কৰিলে; এওঁলোকৰ ভিতৰত আছিল চোৰাৰ (চেৰাপুঞ্জীৰ) উ ডুৱান আৰু মাওফলঙৰ লিংডো। আন এজন কোম্পানীৰ বিশ্বাসী সহযোগী আছিল নংওৱাহ দেশ-ৰাণী আৰু তেওঁৰ সদৰ পাটগঞ্জত আছিল। তেওঁৰেই অধিকাৰৰ ভিতৰত এটা ঘাটি স্থাপন কৰি কোম্পানীয়ে অভিযান চলাইছিল আৰু শোষণ কাৰ্য চলাইছিল। এই ৰাজ্যবিলাকে কেইবছৰমান আগতে তেওঁলোকৰ পূৰ্বৱৰ্তীসকলৰ ওপৰত নংক্লাৰ জবৰদস্তিৰ কথা সুঁৱৰি তিৰোত সিঙৰ লগ হ'বলৈ অসন্মত হ'ল। খাইৰেম লান্‌গ্ৰিণ, নংচপং আৰু নংস্তিনৰ চিয়েমসকল নিৰপেক্ষ হৈ থাকিল।

১৮২৯ চনৰ ৫ এপ্ৰিলৰ দিনা অ-খাছীসকলক হত্যা কৰি যুদ্ধ আৰম্ভ হ'ল। মুখ্য বলি হ'ল কেপ্তেইন বেডিং ফিল্ড আৰু কেপ্তেইন বাৰ্লটন। বেডিং ফিল্ড চাহাবে স্থানীয় মানুহৰ সৈতে মিলিছিল আৰু তেওঁলোকৰ মাত-কথাও শিকি লৈছিল। নংক্লা মন্ত্ৰীসকলে মতা দৰবাৰত যোগ দিওতে তেওঁ নিহত হৈছিল। বালটন আৰু তেওঁৰ লগৰীয়া চিপাহীবিলাকে গুৱাহাটীলৈ পলাওতে বাটত নংৰমাইৰ তলত সকলোবোৰকে বধ কৰা হৈছিল। বঙলা ঘৰ পুৰি দিয়া হৈছিল।

ডেভিদ স্কটে বিপদৰ পূৰ্বাভাস পাই মাফলঙলৈ পলাল আৰু তাৰ পাচত চেৰাপুঞ্জীলৈ গ'ল। কাচানে মাজৰাতি মনে মনে গৈ তৎক্ষণাত সেই ঠাই এৰিবলৈ টানি অনুৰোধ কৰিছিল। স্কটে লুকাই লুকাই মাফলঙলৈ পলাল। তাৰ লিংডোৱে খেতিয়কৰ ছদ্ম বেশত তেওঁৰ ৰখীয়া হৈ চেৰাপুঞ্জীলৈ নিলে। তাত তেওঁক ডুৱান

চিয়েমে আশ্ৰয় দিলে। ডেভিদ স্কটে আচৰিত ৰকমে সেই হত্যা-কাণ্ডৰ পৰা সাৰিল।

তৎক্ষণাত চিলেটৰ কর্তৃপক্ষলৈ বাতৰি পঠোৱা হ'ল। হত্যাকাণ্ডৰ বাতৰি বিজুলী সঞ্চাৰে গুৱাহাটী পালেগৈ। তেতিয়াই ততালিকে পাহাৰলৈ বেগাই পল্টন পঠোৱা হ'ল। খাছী ৰণুৱাসকলে এতিয়া শক্তি জুখিবলৈ সাজু হ'ল। হাজাৰ হাজাৰ কাঁড়ী, হিলৈদাৰী আৰু তৰোৱাল লোৱা সৈন্যই চিয়েমসকলৰ অধীনত ৰণৰ ঘাটিবিলাক ৰক্ষা কৰাত লাগিল। কেপ্তেইন লিষ্টাৰে চেৰাপুঞ্জীৰ দক্ষিণৰ পর্বতমালাৰ মূধত উঠি অভিযান আৰম্ভ কৰি, ছমাহৰ ভিতৰত দক্ষিণফালৰ মোচমাই, মাওমলুহ, স্বেলা, চোহবাৰ, ৰাহলং আৰু দ্বাৰণং, টাইৰণেম আদি সুৰক্ষিত ঘাটিবোৰ ঘোৰ যুদ্ধৰ পাচত দখল কৰি ল'লে। ইতিমধ্যে ইউ দোৱানে আক্ৰমণৰ দিহা-পোহা বুধি সন্ধি দিয়াত কেপ্তেন লিষ্টাৰক প্ৰয়োজনীয় সহায় দি থাকিল। তথাপি খাছীবিলাকে আকোৰগোজ হৈ যুদ্ধত লাগি থাকিল আৰু বহু যুঁজাৰুৱে যুঁজত প্ৰাণ বিসর্জন দিলে।

উত্তৰ ফাললৈ খাছীবিলাকে কিছুদিনলৈ ফেৰ পাতি ৰ'ল। লিষ্টাৰে নংক্লাও অৱৰোধ কৰিলে ১৮২৯ চনত, আৰু গুৱাহাটীৰপৰা লেফটেনেণ্ট ভেচ্ছ আহি যোগ দিলে তেওঁৰ লগত। ভেচ্ছে ইতিমধ্যে অহা বাটত বহু গাঁও পুৰি আৰু ধ্বংস কৰি আহিল। অসমত কোম্পানীৰ শাসনত বৰ খেলিমেলি হ'ল। পাহাৰ অঞ্চলত হোৱা ঘটনাৰ কাৰণে চিংফৌ আৰু চন্দ্ৰকান্ত সিংহৰ সহযোগত অসমীয়াবিলাকেও বিদ্ৰোহৰ অৱতাৰণা কৰি অৱস্থা গুৰুতৰ কৰি তুলিলে। উত্তৰফালৰ চিয়েমসকলক নেৰানেপেৰা যুঁজ কৰি দমন কৰা হ'ল। ১৮২৯ চনত নংক্লাও ইংৰাজৰ চামিল বুলি ঘোষণা কৰিলে।

তথাপি যুদ্ধ দীর্ঘকাল ধৰি চলিবলগীয়া হ'ল। তেতিয়া তিৰোত সিঙে সমুখ সমৰত তিষ্ঠিব নোৱাৰি গৰিলা যুদ্ধ আৰম্ভ কৰিলে। তিৰোত সিঙে দক্ষিণ অংশ ৰক্ষা কৰিবলৈ সাজু হ'ল আৰু বৰ মাণিকে

দেশ ডিমৰুৱাৰ ( নগাওঁ ) পৰা দেশৰাণী ( কামৰূপ )লৈকে উত্তৰ দুৱাৰ ৰক্ষা কৰাত লাগিল। উ বৰ মাণিকে তেওঁৰ দেশৰ পূৰ্ণ স্বাধীনতা আনিবলৈ নিজৰ ৰাজ্য পৰিত্যাগ কৰিলে। গৰিলা যুদ্ধ আৰম্ভ কৰি তিৰোত সিঙে নিজে একেৰাহে তিনিবছৰ ব্যস্ত হৈ থাকিল। তিৰোত সিঙে ননক্লা ত্যাগ কৰিলে আৰু দিয়েনজাই পৰ্বতৰ ওচৰৰ এটা গুহাত তেওঁৰ প্ৰধান কৰ্মস্থলীৰ কেন্দ্ৰ স্থাপন কৰিলে। এই গুহাটোক আজিও তিৰোত সিঙৰ গুহা ( কা ক্ৰেম তিৰোত ) বুলি জনা যায়। গৰিলা যুদ্ধ আৰম্ভ হোৱাৰ লগে লগে জাতীয় বীৰত্ব আৰু বিদ্ৰোহী চেতনাৰ পুনৰু-জ্জীৱন হ'বলৈ ধৰিলে। এই বিদ্ৰোহৰ জুই নুমাবলৈ কোম্পানীৰ সৈন্য চাৰিওফালে বিয়পি পৰিল।

উ বৰ মাণিক, উ মুখেন সিং আৰু উ তিৰোত সিং এই তিনিজন নায়কৰ প্ৰভাৱ ইমান শক্তিশালী আছিল যে তেওঁলোকে কেবাঠাইতো কোম্পানীৰ অগ্ৰগতিত বাধা দিব পাৰিছিল। খাছী অঞ্চললৈ সোমোৱা সকলো পথ বন্ধ কৰিবলৈ এটা ডাঙৰ পৰিকল্পনা গ্ৰহণ কৰা হ'ল।

বৰ মাণিকৰ এই মহান অৱদান সত্ত্বেও, এৰ দুখৰ বিষয় এয়ে যে ১৮২৯-৩০ চনৰ শীতকালত তেওঁক বন্দী কৰি কাৰাৰুদ্ধ কৰা হ'ল। পিছত তেওঁৰ যাবৎজীৱন কাৰাদণ্ডৰ আদেশ ৰহিত কৰা হৈছিল। উ বৰ মাণিকে নিজ দেশৰ পৰা বৃটিছৰ অধিকাৰ নিঃশেষ কৰাৰ যত্নত বিফল হৈ তেওঁৰ অনুগামীবিলাকৰ সৈতে তিব্বতৰ ফালে পলাই গ'ল আৰু পিছত তেওঁৰ কি হ'ল সেই বিষয়ে কোনো কথাই জনা নগ'ল। উ মুখেনে প্ৰথমে সফলতাৰে বৃটিছৰ অধিকাৰত বাধা দিয়াত যত্নপৰ হৈছিল কিন্তু তেওঁ একেদৰে বন্দী হ'বলগীয়া হ'ল। তেওঁ কেৱল চিলেটত চৰকাৰৰ এজন পেন্সনভোগী হৈ থাকিবলগীয়া হ'ল।

এই প্ৰতিভাশালী লোকসকলৰ অভাবেও তিৰোত সিঙৰ কৰ্মধাৰাৰ আঁচনিত বাধা জন্মাব নোৱাৰিলে। অলপ দিনৰ ভিতৰতেই উ-মনভূত, উ-লৰচন-জবেইন আৰু উ-খেইন কোঁৱৰ আহি তেওঁলোকৰ ঠাই পূৰ কৰিলেহি। উ-মনভূতক মৈৰাঙৰ আদিম বাসিন্দা বুলি কোৱা

হয়, যিজনে বৰদুৱাৰত কোম্পানীৰ সৈন্যক সফলতাৰে বাধা দিয়াত কৃতকাৰ্য হৈ বিশ্বাসৰ পাত্ৰ হৈছিল। লৰচন ৰণুৱা ফৈদৰ জৰেইন পৰিয়ালৰপৰা অহা আৰু খেইন কোৱৰ তিৰোত সিঙৰ সম্পৰ্কীয় ভায়েক। মনভূতৰ শক্তিশালী আৰু দৈত্যকায় শাৰীৰিক গঠনৰ বিষয়ে আৰু তেওঁৰ আশ্চৰ্যপূৰ্ণ ৰণ-কৌশলৰ বহুতো কাহিনী শুনা যায়। ১৮৩১ আৰু ১৮৩২ চনৰ যুদ্ধৰ সময়ত এই তিনিওজন বীৰৰ নিৰ্দেশত ৰণুৱাবিলাকে বহুতো ঠাইত বৃটিছৰ অগ্ৰগতিত বাধা দিছিল। ১৮৩১ চনত ৰামব্ৰাইৰ ৰণুৱাসকলে বৰদুৱাৰ আৰু পানতন অধিকাৰ কৰিছিল আৰু গোৱালপাৰা অঞ্চললৈ আক্ৰমণ চলাইছিল। সেই একে বছৰতে মনভূতে চিলেট জিলাৰ কন্তাকলত লুটপাত কৰিলে। বৃটিছৰ চলাচলৰ সকলো পথ বন্ধ কৰি দিয়া হ'ল। কিন্তু আগতকৈও এটা ক্ষমতাশালী সৈন্যদল আহি সেই অঞ্চলটো বহুদিনলৈ অধিকাৰ কৰি ৰখাৰ সকলো পৰিকল্পনা ছেদেলি ভেদেলি কৰি দিলে। যিবিলাক মুখীয়ালে ১৮৩১-৩২ চনলৈ আত্মসমৰ্পণ নকৰিলে তেওঁবিলাক আছিল আদৰ (মাৱ-চিন্‌ৰাম), ফাৰ (ভোৱেল) আৰু কাচান (সালাই চোহমাত)। কিন্তু আনহাতে ১৮৩১ চনত ৰামব্ৰাইৰ জীৱৰে আত্মসমৰ্পণ কৰাৰ পিচত প্ৰজাৰ অনুমতি নোহোৱাকৈ তেওঁক হত্যা কৰা হৈছিল। যিবিলাক ৰণুৱাই উ-দোৱানক ৰাজ্যভাৰ দিছিল সিহঁতে তেওঁক ৰণ চলাই যাবলৈ বাধ্য কৰিলে। মাইচানৰামৰ (চিয়েম) চেগাপ ৰজাই ১৮৩৮ চনলৈ আত্মসমৰ্পণ নকৰিলে।

১৮২৯ চনত আৰম্ভ হোৱা যুদ্ধৰ ক্ৰুৰতাৰ মাজত ১৮৩২ চনত ডেভিদ স্কটৰ মৃত্যু হ'ল আৰু টি. চি. ৰবাৰ্টচনে তেওঁৰ ঠাই ল'লে আৰু এই কেইবছৰৰ ভিতৰতে পৰ্বতবিলাক বেছি কঠোৰভাৱে অবৰুদ্ধ কৰা হ'ল। বহুতো বিদ্ৰোহী দলপতিক হত্যা কৰা হ'ল, গাঁওবিলাক ধূলিসাৎ কৰা হ'ল, পথাৰবিলাক নষ্ট কৰি দিলে আৰু ভঁৰালঘৰ পুৰি ছাঁই কৰিলে। চিয়েমবিলাকক জৰিমনা কৰি ভৈয়ামত থকা পৰ্বতৰ অঞ্চলসমূহ বাজেয়াপ্ত কৰিলে। মনভূতে দেশৰ স্বাৰ্থক

বিশ্বাসঘাতকতা কৰি টাউনচেণ্ডৰ ওচৰত আত্মসমৰ্পণ কৰা আন এটা দুখলগা কাহিনী। মহৎ মানুহ কিছুমান হেৰাই গ'ল আৰু মাত্ৰ এমুঠি-মান মানুহ শেষলৈ বৈ থাকিল। বাৰ্লটন, বেডিংফিল্ড, ডঃ বিডন আৰু এনচাইডন ব্ৰডাই মৃত্যু মুখত পৰিছিল। কেপ্তেইন লিষ্টাৰে সংঘৰ্ষত দুবাৰ আঘাত পাইছিল আৰু তিৰোতে মাত্ৰ এবাৰ আঘাত পাইছিল।

তিৰোতৰ সঙ্গীবৃন্দ ক্ৰমান্বয়ে নোহোৱা হ'বলৈ ধৰিলে। কেইজন-মান মন্ত্ৰী আৰু সম্পৰ্কীয় ভায়েকৰ বাহিৰে তেওঁ অকলশৰীয়া হৈ পৰিল। কোম্পানীৰ সৈন্যবাহিনীত ভৈয়ামৰপৰা গৈ নতুন সৈন্য যোগ দি শক্তিশালী কৰি তুলিলে। বৰ মাণিকৰ অপসৰণৰ পিচত খাইৰিণ আৰু মাইলিম অঞ্চলৰ শাসনৰ দায়িত্ব গ্ৰহণ কৰা সিং মাণিকৰ হতুৱাই ৰবাৰ্টচনে তিৰোত সিংৰ লগত সন্ধি কৰিবলৈ যত্ন কৰিছিল। সিং মাণিকৰ যোগেদি কেবাবাৰো আলোচনা উত্থাপন কৰা হ'ল আৰু গুলী বৰ্ষণ বন্ধ কৰা হ'ল। আলোচনাৰ সময়ত জিদোৰ সিং, জিৎ ৰায় আৰু মানসিঙে তিৰোত সিংৰ প্ৰতিনিধিত্ব কৰিছিল। অৱশেষত কোম্পানীৰ আৰু খাছী চিয়েমসকলৰ সৈতে তিৰোতসিঙে শান্তিপূৰ্ণ সন্ধিৰ বাবে নিমন্ত্ৰণ গ্ৰহণ কৰিলে। ১৮৩৩চনৰ ১৩ জানুৱাৰীত ত্ৰিশজন কাঢ়ী আৰু এঘাৰজন হিলৈদাৰী সৈন্য লগত লৈ শ্বিলঙৰ সভালৈ উ তিৰোত সিং আহিছিল। সেই স্মৰণীয় দিনটোত তেওঁক কেপ্তেইন এইচ্ ইনচিলচৰ হাতত সমৰ্পণ কৰা হৈছিল।

তেওঁৰ যাৱৎজীৱন কাৰাদণ্ডৰ আদেশ হৈছিল। তেওঁক গুৱাহাটীৰ-পৰা ঢাকালৈ এজন সাধাৰণ বন্দী হিচাপে নিৰ্বাসন দিয়া হৈছিল, কিন্তু পিচত তেওঁক ৰাজনৈতিক বন্দী বুলি গণ্য কৰিছিল। বন্দী হোৱাৰ সাত বছৰ পিচত তেওঁৰ মৃত্যু হয়। তেওঁ যোৱাৰ পিচত প্ৰকৃত উত্তৰাধিকাৰী ৰিজনক সিংহাসনত বহুৱা হয়, কিন্তু নিজ দায়িত্ব পালনত অত্যন্ত অকৃতকাৰ্য হোৱাত জিদৰ সিংৰ সমৰ্থনত বলেৰে তেওঁক আঁতৰাই পেলোৱা হয়। তথাপি মুহাৰামৰ উ চাগপা ৰজাই তিৰোত সিংৰ উত্তৰাধিকাৰী হিচাপে ১৮৩৮ চনলৈ ৰণ চলাই আছিল।

যুৱৰাজ তিৰোত সিঙে মহান কৰ্তব্য সম্পাদনা কৰিছিল। মহান আদৰ্শ আৰু শক্তিশালী ব্যক্তিত্বসম্পন্ন পুৰুষ হিচাপে তেওঁ স্মৰণীয়। তীক্ষ্ণ অন্তৰ্দৃষ্টি আৰু বুদ্ধিমত্তাৰ যোগেদি তেওঁ এজন সামৰ্থ্যবান ৰাজনীতিজ্ঞ পুৰুষ বুলি নিজে প্ৰমাণ কৰিছিল, যাৰ বুদ্ধি, সাহস, ধৈৰ্য আৰু দৃঢ়তা বহুতৰ ক্ষেত্ৰতেই অনুপস্থিত। তেওঁৰ শক্তি, ৰণৰ কৌশল, তেওঁৰ নিৰ্দেশ, যুদ্ধৰ আক্ৰমণ চালনা, শত্ৰু পক্ষৰ লগত তেওঁৰ ফেৰ পাতি থকা স্বভাৱ আৰু মিত্ৰ গোষ্ঠীক একত্ৰিত কৰা আদি গুণ বহুমূলীয়া ৰত্নৰ দৰে জিলিকি উঠিছিল। তেওঁ তেওঁৰ গৌৰৱময় পূৰ্ব পুৰুষসকলৰপৰা লাভ কৰা মহান ঐতিহ্যৰ উপযুক্ত বাহক আছিল। এই বিদ্ৰোহৰ বিফলতাৰ কাৰণ আছিল কোম্পানীৰ ফলীয়া হোৱা চিয়েম সকলৰ দুৰ্বলতা। অসমৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত তিৰোত সিঙৰ নাম উজ্জ্বল হৈ জিলিকি থাকিব আৰু তেওঁ প্ৰকৃততে ভাৰতৰ নিৰ্ভীক সন্তান উপাধি পাবৰ যোগ্য আৰু যি জাতিয়ে তেওঁক জন্ম দিছিল তেওঁলোকে নিৰ্যাতিত, নিপীড়িত মানৱ জাতিৰ মুক্তিৰ অৰ্থে জীৱন আহুতি দিয়া তেওঁৰ আদৰ্শ জীয়াই ৰাখি এই ঐতিহ্য বহন কৰাৰ বাবে উপযুক্ত হ'ব লাগে।

# শিক্ষাবিদ্ শৰৎচন্দ্ৰ গোস্বামী

অতুলচন্দ্ৰ বৰুৱা

ধীৰ, স্থিৰ, সভাশুৱনি, গহীন-গম্ভীৰ, সদালাপী, গঠনমূলক কামত সদায় অগ্ৰগণি—সেইজন আছিল শৰৎচন্দ্ৰ গোস্বামী। হাজাৰ বিপদতো যি আছিল অচল-অটল, আদৰ্শবাদী হৈও যি আছিল কৰ্মঠ আৰু কাৰ্যদক্ষ, যাৰ হাঁহিমুখৰ দু-আষাৰ কথাই প্ৰতিপক্ষৰো অন্তৰ জয় কৰিব পাৰিছিল, তেৱেঁই আছিল স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী।

আজিও সকলোৱে একেমুখে স্বীকাৰ কৰে যে সহজে খং নুঠা, ধৰিত্ৰীৰ দৰে সহনশীল সেই সময়ৰ অসমৰ দুজনা পুৰুষৰ ভিতৰত এজন আছিল শৰৎচন্দ্ৰ গোস্বামী। প্ৰতিপক্ষই তৰ্কৰ ছলেৰে গালি পাৰিলেও বিতত নহৈ প্ৰীতিকৰ বচনেৰে মন মুহিব পৰাকৈ উত্তৰ দিয়াত তেওঁ আছিল সমকালীন অসমৰ অন্যতম নেতা মৌলবী মহম্মদ ছাদুল্লা চাহাবৰ দৰেই। মাগন্তাজনক ইপ্সিত বৰ দান কৰাত বা প্ৰাৰ্থীৰ মনোবাঞ্ছা পূৰণত গোঁসাই কল্পবৃক্ষৰ দৰে নহ'বও পাৰে—আৰু নোহোৱাটোৱে স্বাভাৱিক—কিন্তু সকলো প্ৰাৰ্থীকে তেওঁ এটা বস্তু দান কৰাত কেতিয়াও কাৰ্পণ্য কৰা নাছিল, আৰু সেয়ে হৈছে এটা তৃপ্তিদায়ক মধুৰ সদুত্তৰ। তেওঁৰ এই মনোমুগ্ধকৰ আচৰণৰপৰা কেতিয়াও কোনো লোক বঞ্চিত হোৱা নাছিল।

এইখিনিতেই গোঁসাইদেৱৰ জীৱনৰ চাৰিটা প্ৰধান ঘটনাৰ তাৰিখ পোনতে উল্লেখ কৰা অপ্ৰাসঙ্গিক নহ'ব। গোসাইৰ জন্ম ১৮৮৭ চনৰ ১২ মে তাৰিখে। তেখেতে ১৯০৮ চনত বি. এ. পাছ কৰি কলিকতাত এম. এ. পঢ়ি থাকোঁতে অসম চৰকাৰৰপৰা ডেপুটি ইন্সপেক্টৰ হ'বলৈ আহ্বান পায় আৰু নগাৱঁত সেই কামত নিযুক্ত হয়হি। যোৰহাটৰ

কেইবাজনো সদাশয় লোকৰ সহযোগত ১৯১৭ চনত তেওঁ অসম সাহিত্য সভাৰ আধাৰশিলা স্থাপন কৰে আৰু ১৯৪৪ চনৰ ১৯ ডিচেম্বৰ তাৰিখে উদয়পুৰত বহা সৰ্বভাৰতীয় বুৰঞ্জী সন্মিলনৰপৰা উভতি আহোঁতে দিল্লী নগৰীত হৃদ্‌ৰোগত আক্ৰান্ত হৈ ইহলীলা সম্বৰণ কৰে।

সৰুৰেপৰা গোঁসাইদেৱে তীক্ষ্ণবুদ্ধি আৰু সৎসাহসৰ চিনাকি দিব পাৰিছিল। মধ্য ইংৰাজী পৰীক্ষাৰেপৰা বি. টি. পৰীক্ষালৈকে প্ৰায় সকলোবোৰ পৰীক্ষাতে গৌৰৱপূৰ্ণ স্থান অধিকাৰ কৰি পদক, পুৰস্কাৰ আৰু বৃত্তি লাভ কৰি গৈছিল। তেওঁ জীৱনৰ সকলো কামতে আৰু সকলো অৱস্থাতে সদায় মিতব্যয়ী হৈ চলিছিল আৰু পৰিশ্ৰমৰ মৰ্যাদা খুব সুন্দৰকৈ বুজিছিল। জীৱনত কেতিয়াও বিড়ি, চুৰট, ধপাত নাইবা অন্য একো ৰাগীয়াল বস্তু নাখাইছিল।

গোঁসাইদেৱৰ পূৰ্বপুৰুষসকল ভাটীৰ গৌৰ দেশৰপৰা অহা মানুহ। তেওঁলোক বহুকাল পূৰ্বে অসমলৈ আহিছিল মহাপ্ৰভু চৈতন্যদেৱৰ নাম-ধৰ্ম প্ৰচাৰ কৰিবলৈ। পিচত অনেক নৈ-নলা পাৰ হৈ হাবি-বন অতিক্ৰম কৰি আহি অসম পোৱাত ইয়াৰ উৰ্বৰা ভূমি, শস্যবহুল পথাৰ আৰু সৰল প্ৰকৃতিৰ বাসিন্দাবোৰৰ ব্যৱহাৰে তেওঁলোকৰ মন এনেকৈ মুহি পেলালে যে তেওঁলোক ইয়াত থাকি যাবলৈ বাধ্য হ'ল। কামৰূপ জিলাৰ নলবাৰীত তেওঁলোকে এখন সত্ৰ পাতিলে আৰু তাত তিনিও সন্ধ্যা নামকীৰ্তন চলিবলৈ ধৰিলে। পৱিত্ৰ হৰিনামৰ মধুৰ কীৰ্তনে চৌদিশ মুখৰিত কৰি তুলিলে। অনুষ্ঠানটো অতি কম দিনৰ ভিতৰতে অতিশয় জনপ্ৰিয় হৈ উঠিল। এনে এটা অনুষ্ঠানৰ গুৰিয়াল-সকল যে সকলোৰে প্ৰিয়পাত্ৰ হৈ উঠিব তাত আচৰিত হ'বলগীয়া একো নাই। ওচৰ-পাজৰৰ লোকসকলে আহি তেওঁলোকক শ্ৰদ্ধা কৰিবলৈ ধৰিলে। এই ভক্ত কেইগৰাকীয়েই গোঁসাইদেৱৰ পূৰ্বপুৰুষ।

গোঁসাইদেৱৰ পিতৃদেৱতাৰ নাম ললিতচন্দ্ৰ আৰু মাতৃদেৱীৰ নাম মুকুতাপ্ৰিয়া। তেওঁলোকৰ সংসাৰ বৰ সুখৰ আছিল আৰু তাৰে ফল-স্বৰূপে হোৱা আঠোটি সন্তানৰ ভিতৰত শৰৎচন্দ্ৰ আছিল চতুৰ্থ সন্তান

আৰু দ্বিতীয় পুত্ৰ। আঠোটা সন্তানৰ ভিতৰত চাৰিজনী ছোৱালী, চাৰিটা ল'ৰা। তাৰে শেষৰ দুটা ল'ৰা ক্ৰমে ন আৰু পোন্ধৰ বছৰ বয়সতে ঢুকায়। জীৱিত দুই পুত্ৰৰ ভিতৰত শৰৎচন্দ্ৰ আছিল ডুমলীয়া। সেইবাবে তেওঁ মাক-বাপেক, ককায়েক-বায়েক সকলোৰে-পৰা বৰ বেছি আদৰ সাদৰ পাইছিল। গোঁসাইদেৱৰ ককায়েকৰ নাম প্ৰতাপচন্দ্ৰ গোস্বামী। তেখেত এগৰাকী প্ৰখ্যাত সংস্কৃত পণ্ডিত। তেখেতে ভায়েক শৰৎচন্দ্ৰক নিজৰ প্ৰাণতকৈ অধিক মৰম কৰিছিল। শৰৎচন্দ্ৰয়ো ককায়েকক পিতৃতুল্য ভক্তি কৰি চলিছিল। এই মৰম-ভক্তিৰ মাজতো দুয়োজন ককায়েক-ভায়েকৰ মাজত যি বন্ধুত্ব আছিল আজিও দেখা লোকসকলে তাৰ উদাহৰণ দিয়ে। আনকি ভাটী বয়সতো দুয়ো আলিবাটত আবেলি কথা পাতি ফুৰিবলৈ যোৱা দেখিলে অচিনাকী লোকসকলে সদায় তেওঁলোকক ককায়েক-ভায়েক নুবুলি দুজন অভিন্ন হৃদয় বন্ধু বুলিহে গণ্য কৰিছিল।

আজিকালিৰ সাধাৰণ গাঁৱলীয়া ল'ৰা ছোৱালীৰ দৰে গোঁসাইদেৱেও সৰুতে পিঠাগুৰিৰ লুথৰী আৰু ভীমকল খাই ডাঙৰ হৈছিল। গ্লুক'ছ, বাৰ্লি, চাগু আদি কি বস্তু তাক তেওঁ সৰুতে খোৱা দূৰৰ কথা, দেখিবলৈও পোৱা নাছিল। জোতা-মোজাও নিজে পিন্ধক ছাৰি আনে পিন্ধাও দেখা নাছিল। তাতে সেই সময়ৰ নলবাৰী আজিৰ নলবাৰী নাছিল। পঢ়া-শুনা কৰিবলৈ মানুহৰ মনত ধাউতি থাকিলেও সুবিধা নাছিল। কাঠৰ ফলি লৈ গৈ গাঁৱতে কেতবোৰ লৰাই স্থানীয় কোনো লোকৰ ঘৰত লিখা-পঢ়া শিকিছিল। শিক্ষকৰ ঘৰলৈ গৈ এইদৰে অসমীয়া পঢ়াৰ যি ব্যৱস্থা আছিল তাক তেতিয়া কাইথেলি পঢ়াশালি বোলা হৈছিল। গোটেই নলবাৰীৰ ভিতৰত সেইসময়ত এখন মাথোন পাঠশালা আছিল। আগ্ৰহ থকা ছাত্ৰবোৰে বহুত দূৰৰপৰা গৈ তাতে পঢ়িছিল। এই পাঠশালাখন গোঁসাইদেৱৰ ঘৰৰপৰা বহুত দূৰত আছিল। সেই কাৰণে মাক-বাপেকে তেওঁক সৰুতে স্কুললৈ নপঠাই ঘৰতে কিছু শিক্ষা দিছিল আৰু অলপ ডাঙৰ হোৱাতহে মজলীয়া স্কুললৈ পঠাইছিল। মাটি-

ৰাম নামে পণ্ডিত এজনে ঘৰতে প্ৰতাপচন্দ্ৰ আৰু শৰৎচন্দ্ৰ দুয়োকো নিম্ন প্ৰাইমেৰী থাপলৈ শিকাইছিল।

আৰ্থিক অৱস্থা শোচনীয় আছিল যদিও ললিতচন্দ্ৰ গোস্বামী এজন বিখ্যাত সংস্কৃত পণ্ডিত আছিল। তেওঁ নিজে 'ৰত্নমালা ব্যাকৰণ'ৰ টীকা লিখিছিল আৰু সমগ্ৰ মূল ভাগৱত তেওঁৰ কণ্ঠস্থ আছিল। এসাজ খালে আন এসাজ খাবলৈ চিন্তা কৰিবলগীয়া অৱস্থা আছিল যদিও ঘৰত কিন্তু সদায় আলহী-অতিথি নুগুচিছিল। ঘৰৰ সকলো পৰিয়ালে লঘোনে থাকিও আলহী শুশ্ৰূষা কৰি আনন্দ লভিছিল আৰু ই গোস্বামী ভ্ৰাতৃদ্বয়ৰ চৰিত্ৰত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল। পিতাক ললিতচন্দ্ৰ গোস্বামীয়ে ডাঙৰ ল'ৰা প্ৰতাপচন্দ্ৰক সংস্কৃত টোলত আৰু দ্বিতীয় পুত্ৰ শৰৎচন্দ্ৰক ছাত্ৰবৃত্তি স্কুলত দিবলৈ স্থিৰ কৰিলে। সেই সময়ত মজলীয়া স্কুলত ইংৰাজী পঢ়োৱাৰো ব্যৱস্থা আছিল। আধুনিক যুগত ইংৰাজী শিকাৰো প্ৰয়োজন কম নহয় বুলি জানি পিতাকে শৰৎচন্দ্ৰক মজলীয়া স্কুলতে ইংৰাজী শিকিবলৈও অনুমতি দিলে। তেতিয়া শৰৎচন্দ্ৰৰ বয়স আছিল দহ বছৰ। এই নলবাৰী মজলীয়া স্কুলতেই শৰৎচন্দ্ৰৰ সাহিত্যিক জীৱন আৰম্ভ হয়। স্কুলৰ 'অঙ্কুৰ' নামৰ হাতেলিখা আলোচনীখনৰ তেওঁ সম্পাদক নিৰ্বাচিত হয় আৰু তাতেই তেওঁ পোনতে 'পানী,' 'কচুপাত' আদি সৰু সৰু বিষয়ৰ প্ৰবন্ধ আকৰ্ষণীয় কৰি লিখিবলৈ ধৰে। মুঠতে 'অঙ্কুৰ' আলোচনীত শৰৎচন্দ্ৰৰ সাহিত্যিক জীৱন অঙ্কুৰিত হয়।

মজলীয়া স্কুলৰ শেষ পৰীক্ষাত সুখ্যাতিৰে অসম উপত্যকাত প্ৰথম হৈ বৃত্তি লাভ কৰি শৰৎচন্দ্ৰ হাইস্কুলত পঢ়িবৰ কাৰণে গুৱাহাটীলৈ আহে। যাতায়াতৰ অসুবিধাৰ কাৰণে তেওঁ নলবাৰীৰপৰা গুৱাহাটীলৈ খোজকাঢ়ি আহিছিল আৰু তেওঁৰ লগত পিতাকো আহিছিল। তেতিয়া গুৱাহাটীৰ কলেজিয়েট হাইস্কুলৰ হোষ্টেল ছুপাৰিণ্টেণ্ড আছিল শ্ৰদ্ধাচৰণ চৌধুৰী। চৌধুৰী ললিতচন্দ্ৰ গোস্বামীদেৱৰ বন্ধু আছিল। গতিকে শৰৎচন্দ্ৰৰ হোষ্টেলত থকা-মেলাৰ একো অসুবিধা নহ'ল।

হোষ্টেলত 'সুনীতি সঞ্চাৰিণী সভা' নামে এখন সভা আছিল।

শৰৎচন্দ্ৰ সেই সভাৰ সম্পাদক নিৰ্বাচিত হ'ল। সুনীতি প্ৰচাৰ কৰি সুকৰ্মৰ উদাহৰণ দাঙি ধৰাই এই সভাৰ ঘাই উদ্দেশ্য আছিল। আনৰ নহ'লেও গোঁসাইৰ কাৰণে সভাৰ লিখিত নীতিবোৰ প্ৰভূত উপকাৰত আহিছিল আৰু সেইবোৰ তেওঁ আখৰে আখৰে মানি চলিবলৈ যত্নবান হৈছিল। ছাত্ৰাবাসত থাকোতে তেওঁৰ এবাৰ মেলেৰীয়া জ্বৰ হৈছিল আৰু ডাক্তৰৰ ঔষধেও বহুত দিনলৈ গুণ দিয়া নাছিল। তেওঁ তেতিয়াৰ-পৰা আগতকৈও অধিক মনোযোগেৰে স্বাস্থ্যৰ নিয়ম-নীতিবোৰ মানি চলিবলৈ ধৰিলে। তেনেকৈয়ে বাচি খোৱা, পুৱা-গধূলি নিয়মীয়াকৈ ব্যায়াম কৰা, দোকমোকালিতে শুই উঠা আদি অভ্যাসবোৰৰ অনুশীলনত তেওঁ শীঘ্ৰে আৰোগ্য লাভ কৰিবলৈ সমৰ্থ হৈছিল।

এদিন ছাত্ৰাবাসত এটা ভোজ হৈছিল। ভোজ প্ৰস্তুত হোৱাৰ আগতে দুটামান দুষ্ট বুদ্ধিৰ ল'ৰাই ঘোঁটা-ভাং তৈয়াৰ কৰিলে। ঘন দৈ গাখীৰত তৈয়াৰ কৰা ঘোঁটা-ভাঙৰ গোন্ধে মলমলাই গ'ল। গোঁসাইদেৱে তেতিয়ালৈকে ঘোঁটা-ভাং কি তাক সমূলি নাজানিছিল। দুটামান ল'ৰাই আগে নিজে খাই দেখুৱাই সেই ভাং আনবোৰক বাটিয়ে বাটিয়ে খুৱালে। জুতি পাই গোঁসাই আৰু অন্যান্য বন্ধুসকলে তাহানি ভীমে নাজানি বিষ লাড়ু খোৱাৰ দৰে পাৰে মানে ঘোঁটা-ভাং খালে। এঘণ্টামানৰ পাচত সকলোৰে নিচা লাগিল। নিচা লগা সকলৰ ভিতৰত গৌৰীকান্ত তালুকদাৰ, বিষ্ণুৰাম মেধি, অমৃতলাল দাস আৰু কালিৰাম বৰ্মণো আছিল। গোঁসায়ে এটা কাম কৰিলে। এই দুষ্কৰ্মটোৰ পৰিণাম অনুমান কৰিব পাৰি তেওঁ আগধৰি চুপাৰিন্‌টেন্‌ডেণ্ট্ চৌধুৰীৰ ওচৰ চাপিল আৰু দোষ স্বীকাৰ কৰি সকলোৰে হৈ ক্ষমা প্ৰাৰ্থনা কৰিলে। আটাইকেইজন ভাল ল'ৰাৰে তেনে দুৰ্গতি দেখি চৌধুৰীয়ে একো নামাতিলে। সকলোৱে ভাঙৰ নিচাত যাৰে তাৰে বিচনাত পৰি থাকি ৰাতিটো কটালে, কাৰো ভোজ খোৱা নহ'ল। ৰন্ধা ভোজ ৰন্ধাই থাকিল। সেইবোৰ পিছদিনা কাউৰী-কুকুৰৰ ভোজ হ'ল। ৰাতিপুৱা চুপাৰিন্‌টেন্‌ডেণ্টৰ ভয়ত সকলোৰে অণ্ঠ-কণ্ঠ শুকাই

গ'ল। গোঁসায়ে তেতিয়া সকলোকে অভয় দি সকলো কথা ক'লে। সকলোৰে মুখত তেতিয়াহে পানী আহিল।

হাইস্কুলত নাম লগাই পঢ়িবলৈ লোৱাৰ প্ৰথম বছৰতে ইংৰাজী ১৯০০ চনত গোসাইদেৱৰ পিতৃ-বিয়োগ ঘটে। পিতাকৰ অবিহনে ককায়েক ভায়েক দুয়োৰো শিক্ষা লাভৰ উচ্চাকাঙ্ক্ষাত কুঠাৰাঘাত পৰিল। সইবুলি তেওঁলোকে পঢ়া বন্ধ নকৰিলে। ককায়েক প্ৰতাপচন্দ্ৰই ভায়েকৰ খৰছৰ ভাৰ আংশিকভাৱে গ্ৰহণ কৰিবলৈ ওলাল। কাপোৰ-চাউল যোগাই থকাৰ উপৰিও শিষ্ ফুৰি পোৱা টকাৰে ভায়েকক তেওঁ খৰছ দিবলৈ স্থিৰ কৰিলে। এইদৰে নিজৰ বৃত্তিৰ ধন আৰু ককায়েকৰ সাহায্যই শৰৎচন্দ্ৰৰ এইবাৰ মূল সম্বল হ'ল। তাৰে ওপৰত নিৰ্ভৰ কৰি তেওঁ গুৱাহাটীৰ হাইস্কুলত পুনঃ শিক্ষা আৰম্ভ কৰিলে। এইবাৰ কিন্তু তেওঁ ছাত্ৰাবাসত নাথাকিল, কাৰণ টকাই নোজোৰে। তেওঁ চন্দ্ৰকান্ত গোস্বামী, শিৱমোহন গোস্বামী আৰু পীতাম্বৰ চক্ৰৱৰ্তীৰ লগত এটা জুপুৰী ঘৰত থাকি পালপাতি ৰান্ধি বাঢ়ি খাই পঢ়িবলৈ ল'লে। এইদৰে পঢ়ি থকা কালতেই তেওঁৰ এটা গল্প 'জোনাকী' কাকতত পোনতে প্ৰকাশ হয়। তেওঁ সেই গল্পটো তেতিয়াৰ 'জোনাকী' কাকতৰ সম্পাদক সত্যনাথ বৰাদেৱৰ হাতত কেনেকৈ দিছিল তাৰো ইতিহাস আছে। তেওঁ গল্প লিখে কিন্তু কাকতলৈ পঠাবলৈ সাহ নকৰে। এদিন মন সাহ কৰি গল্পটো এটা খামৰ ভিতৰত ভৰাই লৈ, গধূলি সত্যনাথ বৰা ফুৰিবলৈ যোৱাত, বেগাই গৈ তেওঁক লগ ধৰি ব্ৰহ্মপুত্ৰৰ পাৰত তেওঁৰ হাতত দি আহিল। আনন্দৰ কথা, গল্পটো পঢ়ি বৰা ডাঙৰীয়াই বৰ তৃপ্তি পালে আৰু সেইটো অকল প্ৰকাশ কৰিয়ে নেৰিলে—গোঁসাইৰ বহা বিচাৰি উলিয়াই তেওঁক লগ ধৰি তাৰ বাবে শলাগনিও দি আহিল। ইয়াতে গোঁসাইৰ সাহিত্য সাধনালৈ উৎসাহ দুগুণে বাঢ়িলে।

এই সময়ৰ আৰু এটা ঘটনা উল্লেখযোগ্য। বিহগী কৱি ৰঘুনাথ চৌধাৰীৰ নাম তেতিয়াও সাহিত্য-জগতত ফাটি-ফুটি যোৱা নাই। তেওঁৰ দুইএকোটা কৱিতা আলোচনীৰ পাতত ওলাবলৈ ধৰিছে মাথোন। ই

ইংৰাজী ১৯০৩ চনৰ কথা। কলিকতাৰ এ. এছ্. এল. ক্লাব তেতিয়া ঠন ধৰি উঠিব ধৰিছে। সম্পাদক আছিল দুৰ্গেশ্বৰ শৰ্মা। ক্লাবৰপৰা কাকতে-পত্ৰই প্ৰচাৰ কৰি দিয়া হ'ল যে সেই বছৰত অসমীয়া শ্ৰেষ্ঠ চুটি গল্প, কৱিতা, ৰচনা আৰু উপন্যাস লিখকক উপযুক্ত পুৰস্কাৰ দিয়া হ'ব। জাননী গোঁসাইৰ হাততো পৰিলহি। তেওঁ কৰি ৰঘুনাথ চৌধাৰীক লগ ধৰি সুধিলে, "আপুনি এ. এছ. এল. ক্লাবৰ প্ৰতিয়োগিতাত দিবলৈ কি কৱিতা লিখিছে?" চৌধুৰীয়ে ক'লে, "মইনো কিহৰ যোগ্য? মিছাই পইচা কেইটা ডাক খৰচত খৰচ নকৰোঁ।" গোঁসায়ে তেতিয়া উৎসাহ দি ক'লে, "নহয়, কিবা এটা লিখক। ময়ো গল্প এটা লিখিম। দুয়োটা একেলগে মই পঠিয়াম। পালে পুৰস্কাৰ পালোঁ, নাপালেও নো আমাৰ কি বিশেষ ক্ষতি হ'ব?" যথাসময়ত গোঁসায়ে গল্প আৰু চৌধাৰীয়ে কৱিতা পঠিয়ালে। কেইমাহমানৰ মূৰত খবৰ আহিল দুয়ো দুয়ো বিষয়ত প্ৰথম স্থান অধিকাৰ কৰি পুৰস্কাৰ পাইছে, গোঁসায়ে গল্পত আৰু চৌধাৰীয়ে কৱিতাত।

১৯০৪ চনত গোঁসাইদেৱ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ প্ৰথম বিভাগ পোৱাৰ উপৰিও বৃত্তি লাভ কৰে আৰু বিভিন্ন বিষয়ত সোণৰ আৰু ৰূপৰ তিনিটা পদক পায়। পৰীক্ষা দি উঠি ঘৰলৈ যাবৰ সময়ত এটা ঘটনা ঘটিছিল। তেওঁৰ এজন সহপাঠী বন্ধু তেওঁৰ সুখ্যাতিত বৰকৈ চকু চৰহা হৈ পৰিছিল। বন্ধুজন ছাত্ৰাবাসত থাকে। পৰীক্ষা শেষ হোৱাত এদিনো পলম নকৰি গোঁসাই ঘৰলৈ যাবলৈ ওলাল আৰু সেই উদ্দেশ্যে সকলো বন্ধুৰপৰা বিদায় ল'লে। ছাত্ৰাবাসলৈ গৈ বন্ধুজনক বিদায় সম্ভাষণ জনোৱাত তেওঁ গোঁসাইৰ ফালে পিঠি দি লৈ নানা অকথ্য কথাৰে গোঁসাইক গালি-শপনি পাৰিলে। তেওঁৰ তেনে আচৰণ দেখি ছাত্ৰাবাসৰ অন্যান্য ছাত্ৰবোৰে দুখ আৰু লাজ পালে। গোঁসায়ে কিন্তু হাঁহিমুখে তাৰ উত্তৰ দি কলে, "মই মোৰ কৰ্তব্য কৰিলোঁ। তুমি তোমাৰ কৰ্তব্য নকৰি যদি দুখ পোৱা তেন্তে মই কি কৰিম?" গোঁসাইৰ তেনে সহনশীলতা আৰু শিষ্টাচাৰ দেখি তেওঁৰ

বন্ধুসকল অবাক হ'ল। যথাসময়ত গোঁসাইদেৱে গুৱাহাটী কটন কলেজত নাম লগাই আগৰ দৰে নিজে ৰান্ধি বাঢ়ি এফ. এ মহলাৰ দেওনা পাৰ হ'ল আৰু তাত অসমীয়া পৰীক্ষাৰ্থীসকলৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি বৃত্তি আৰু পদক পালে। এইখিনিতে উল্লেখ কৰা যায় যে এফ. এ. পঢ়ি থকা সময়তেই অভিভাৱকসকলৰ নিৰ্দেশ মতে আঠঘৰীয়াৰ বিখ্যাত পঞ্চৰত্ন ভট্টাচাৰ্যৰ ঘৰৰ জীয়াৰী ভুবনেশ্বৰী দেৱীৰ লগত তেওঁৰ বিয়া হয়। এফ. এ. পৰীক্ষাৰ অন্তত তেওঁ যি ৩।৪ মাহ জিৰণি পাইছিল সেই সময়ৰ ভিতৰতে 'পানীপথ' নামৰ উপন্যাসখন লিখি উলিয়ায়।

বি. এ. পঢ়িবৰ উদ্দেশ্যে ১৯০৬ চনত গোস্বামী ডাঙৰীয়া কলিকতালৈ যায় আৰু মেট্ৰোপলিটান ( এতিয়াৰ বিদ্যাসাগৰ ) কলেজত নাম লগায়। বৃত্তিৰ ধন, ককায়েকে পঠোৱা সাহায্য আৰু শহুৰেকৰপৰা মাজে সময়ে পোৱা আৰ্থিক সহায়ৰ উপৰিও তেওঁ কলিকতাত 'নগেন্দ্ৰ প্ৰিন্টিং ওৱৰ্কচ'ত কাম কৰি নিজৰ খৰচ উলিয়াইছিল। কঠোৰ পৰিশ্ৰম কৰাৰ ফলত গোঁসাইৰ স্বাস্থ্য ক্ৰমে পৰি আহিছিল আৰু ডাক্তৰে তেওঁক জিৰণি ল'বলৈ উপদেশ দিছিল। গোঁসায়ে কিন্তু নিজৰ আৰ্থিক অৱস্থাৰ কথা বুজি ভগ্ন স্বাস্থ্যৰেই বি. এ, পৰীক্ষা দিলে আৰু তাত বি. এ. ডিগ্ৰী লাভ কৰাৰ উপৰিও বিশ্ববিদ্যালয় পুৰস্কাৰ ( ইউনিভাৰ্চিটি প্ৰাইজ ) লাভ কৰিলে। বি. এ. ত তেওঁ দৰ্শন আৰু সংস্কৃতত সন্মান ( অনাৰ্চ ) লাভ কৰিবৰ কাৰণে অধ্যয়ন কৰিছিল; কিন্তু ডাক্তৰৰ উপদেশ মানি তাত পৰীক্ষা নিদিলে।

বি. এ. পৰীক্ষাত নিজৰ আকাঙ্ক্ষিত সন্মান লাভ কৰিব নোৱাৰি গোঁসাইৰ মন ক্ষুণ্ণ হৈ পৰিলে। গতিকে যি কোনো উপায়ে এম. এ. পঢ়িবলৈ তেওঁ মনতে প্ৰতিজ্ঞা কৰিলে। পিচে টকা পায় ক'ত? তেওঁ শহুৰেক দলৈক লগত লৈ তেতিয়াৰ বিখ্যাত ধনী মানুহ অভয় চৌধুৰী মহাজনৰ ওচৰলৈ টকা ধাৰ কৰিবলৈ গ'ল। চৌধুৰীয়ে গোঁসাইৰ গুণ-গৰিমাৰ কথা শুনি আছিল। তেওঁ ক'লে, "নলবাৰীৰ দেউৰ ছলিক পঢ়োৱাত মই টকা দিব পাৰো; কিন্তু ধাৰে নহয়। শৰতলৈ মই মাহে পঞ্চাশ

টকাকৈ পঠাম। শৰৎ উপাৰ্জনক্ষম হ'লে তেওঁ মোৰ ঋণ পৰিশোধ কৰিব, একো সুত দিব নালাগে আৰু একো দলিল পত্ৰৰো আৱশ্যক নাই।" এইদৰে ১৯০৮ চনত গোঁসায়ে কলিকতালৈ পুনঃ গৈ আগৰ সেই 'নগেন্দ্ৰ প্ৰিণ্টিং ওৱৰ্কচ'ত মেনেজাৰ কাম ল'লে আৰু এম. এ. পঢ়িবলৈ আৰম্ভ কৰিলে। ছমাহমান যোৱাৰ পিছত তেওঁ অসম চৰকাৰলৈ স্নাতকোত্তৰ জলপানিৰ কাৰণে আবেদন জনালে। সেই দৰ্খাস্ত শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিষ্টাৰ (পাচত ছাৰ) চাৰ্প চাহাবৰ ওচৰলৈ পঠোৱা হ'ল। তেতিয়া শিক্ষা বিভাগত অসমীয়া মানুহ বিশেষকৈ বি. এ. পাচ অসমীয়া লোক অতিশয় তাকৰ আছিল। চাৰ্প চাহাবে গোঁসাইৰ বৃত্তিৰ আবেদন পত্ৰখন হাতত ৰাখি তেওঁক শিক্ষা-বিভাগত মকৰল কৰিবলৈ মনস্থ কৰিলে আৰু সেইমৰ্মে মাহে পঁইসত্তৰ টকা দৰমহাত ডেপুটী ইন্সপেক্টৰ পদ ল'বলৈ তেওঁক আমন্ত্ৰণ জনালে। গোঁসায়ে ককায়েক প্ৰতাপচন্দ্ৰ গোস্বামীৰ লগত পৰামৰ্শ কৰি মাহে এশ টকাৰ দৰমহা দিলে কাম ল'বলৈ সন্মতি জনাই উত্তৰ দিলে। তাৰ ফলত গোঁসাইক চৰকাৰে নগাওঁ জিলাৰ ডেপুটি ইন্সপেক্টৰ পাতিলে। এইদৰেই গোঁসাইদেৱৰ ছাত্ৰজীৱনৰ অন্ত পৰিল আৰু চাকৰিয়াল জীৱনৰ আৰম্ভ হ'ল। ছাত্ৰ জীৱনৰ অৱসান ঘটিল যদিও শিক্ষা জীৱন কিন্তু চলি থাকিল।

কিছু কালৰ পাছত গোঁসাই মঙ্গলদৈলৈ বদলি হ'ল। পত্নীক লগত লৈ গৰুগাড়ীত উঠি নলবাৰীৰপৰা তুমুনীচৌকীৰ আলিয়েদি তেওঁ মঙ্গলদৈলৈ গৈছিল। তেতিয়া গিৰিয়েকে তেনেকৈ ঘৈণীয়েকক লগত লৈ যোৱাটো এটা নতুন কথা আছিল আৰু বহুত দিনলৈ নলবাৰীত এই ঘটনা মানুহৰ আলাপ-আলোচনাৰ বিষয়বস্তু হৈ পৰিছিল। গোঁসাইৰ নাম মঙ্গলদৈৰ বহুত মানুহে আগৰে পৰা শুনি আছিল আৰু গাড়ী ৰখাই গোঁসাই-গোঁসানী দুয়োকো অভিবাদন জনাইছিল। মঙ্গলদৈত থকা কালছোৱাত তেওঁ মঙ্গলদৈয়া লোকৰ তেনেই আপোন হৈ পৰিছিল। সেই সময়ত তেওঁ শিক্ষকসকলৰ মাজত সহযোগিতা

আৰু মিলাপ্ৰীতি বঢ়াবৰ উদ্দেশ্যে পোন প্ৰথমে শিক্ষাৰ কেন্দ্ৰসভাবোৰ স্থাপন কৰে। এই সভাবোৰ এতিয়াও তাত নিয়মিতভাৱে চলি আছে। সভা প্ৰতিমাহৰ ১লা তাৰিখ বা শেষ তাৰিখে বহে। তাত মাহে এবাৰকৈ শিক্ষকসকল গোটখাই শিক্ষা-প্ৰণালী আৰু উমৈহতীয়া সমস্যা-বোৰ আলচ কৰে।

১৯১১ চনত গোঁসাইদেৱে ঢাকাত বি. টি. পঢ়ে আৰু তাৰ শেষ পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। অসমীয়া লোকে বি. টি. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পোৱা এয়েঁ প্ৰথম। ইয়াৰ পিচত গোঁসাইৰ ওপৰত নৰ্মাল স্কুলখন নকৈ সংগঠন কৰ'ৰ দায়িত্ব আহি পৰে। নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট হৈ তেওঁ ইয়াক এখন আদৰ্শ অনুষ্ঠান কৰি গঢ়ি তুলিছিল। ইয়াত শিক্ষা লাভ কৰা শিক্ষকসকলে নিজৰ দৈহিক, মানসিক আৰু নৈতিক বিষয়ৰ উৎকৰ্ষ লাভ কৰাৰ উপৰিও হাতৰ কাম, ব্যায়াম, খেলা আদি যথাসময়ত শিকি তাৰ চৰ্চা নিয়মিয়া-ভাৱে কৰিবলৈ বাধ্য হৈছিল। মাতৃভাষাৰ চৰ্চা আৰু উন্নতি সাধনৰ কাৰণে তেওঁ শিক্ষাৰ্থীসকলক সততে উদগাই আছিল। তাৰেই ফলত নৰ্মাল স্কুলৰ ছাত্ৰসকলৰ মাজত পৰা 'প্ৰভাত' নামে আলোচনী এখন প্ৰকাশ হৈছিল। গোঁসাইৰ একমাত্ৰ ল'ৰা প্ৰভাতৰ চাৰে তিনিবছৰ বয়সতে মৃত্যু হয় আৰু ছাত্ৰসকলে 'প্ৰভাত' আলোচনী উলিয়াই প্ৰভাতৰ নাম স্মৰণীয় কৰি ৰাখে। বাৰ বছৰ কাল এই পদত থকাৰ পাছত গোঁসাইদেৱে ক্ৰমে এচিষ্টেণ্ট ইন্সপেক্টৰ, ইন্সপেক্টৰ আৰু শিক্ষাবিষয়ৰ বিশেষ বিষয়া আদি নানা শিক্ষা-সংক্ৰান্ত দায়িত্বপূৰ্ণ বিষয় গ্ৰহণ কৰিব-লগীয়া হয়।

চৰকাৰী কামৰ হাড়-ভঙা পৰিশ্ৰমৰ মাজেদিও অৱসৰ উলিয়াই গোঁসায়ে যিবোৰ ৰাজহুৱা কাম কৰিছিল তাৰ ভিতৰত অসম সাহিত্য সভা স্থাপন জাকত জিলিকা। চন্দ্ৰধৰ বৰুৱা, কুলধৰ বৰুৱা আদি সাহিত্যানুৰাগী বন্ধুবৰ্গৰ সহায়ত তেওঁ পোনতে যোৰহাট সাহিত্য সভা পাতে আৰু তাৰ পাচত অসম সাহিত্য সভাৰ ভেটি স্থাপন কৰে।

বাগ্মীবৰ নীলমণি ফুকনৰ মতে গোঁসাইদেৱৰ হাতত কামে কিদৰে শিপাব পাৰে যোৰহাট নৰ্মাল স্কুল আৰু অসম সাহিত্য সভাই তাৰ নিদৰ্শন : "এই দুই অনুষ্ঠানত শৰৎচন্দ্ৰই যি পোহৰ ঢালিছিল, তাৰ উজ্জ্বলতা আজি সমানে প্ৰকাশ পোৱা নাই যদিও, তাৰ আভা কোনো কালে লোপ পাব নোৱাৰে।" যোৰহাট সাহিত্য-সভা স্থাপন হয় ১৯১৪ চনত যোৰহাটত আৰু অসম সাহিত্য সভা স্থাপন হয় ১৯১৭ চনত শিৱসাগৰত, পদ্মনাথ গোঁহাঞি বৰুৱাৰ সভাপতিত্বত। আৰম্ভণিৰেপৰা বহুত বছৰলৈ একেৰাহে সম্পাদকৰ কাম কৰি অসম সাহিত্য সভাক গোঁসাইদেৱে সুগঢ়িত কৰি তুলিছিল। সেইবাবে সুসাহিত্যিক ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই কয়, "অসম সাহিত্য সভাৰ জন্ম কালৰপৰা লাগি ভাগি তাৰ সৌষ্ঠৱ দান কৰোতাসকলৰ ভিতৰত শৰৎ গোঁসাই প্ৰধান। নৰদেৱ পুঁজি, চন্দ্ৰকান্ত সাহিত্য মন্দিৰ আদি লাভ কৰাৰ গুৰিতে শৰৎচন্দ্ৰ।"

সেই সময়ত অসমীয়া সাহিত্যিকসকলৰ মাজত ভেদ ভাব আৰু মনৰ সংকীৰ্ণতা অনেক ক্ষেত্ৰত স্পষ্ট হৈ পৰিছিল। গোঁসাইদেৱে নিজে লিখি থৈ থোৱা সাহিত্য সভাৰ বুৰঞ্জীৰ এঠাইত এইদৰে কোৱা আছে : "মোৰেই মনত পৰে যে কোনোটো শব্দ বা বাক্য লেখি কেতিয়াবা বৰ সন্দেহ হৈছিল যে সেই লিখা শিৱসাগৰীয়া ঠাঁচত উঠিল নে নাই। অনেক ক্ষেত্ৰত কামৰূপীয়া দুই একোজন লিখকে বাৰুকৈয়ে অপমান পাইছিল। এনে অৱস্থাত কামৰূপত তেতিয়া কেইজনমান ক্ষমতাপন্ন লোকে ভাবিছিল যে মাতৃভাষাৰ উন্নতি সাধন কৰিবলৈ গৈ লটিঘটি হোৱাতকৈ বঙালী ভাষা গ্ৰহণ কৰা ভাল হ'ব।" এই সময়তে উজনি, নামনি সকলো সামৰি লৈ অসম সাহিত্য সভাৰ জন্ম হয় শিৱসাগৰত। গোঁসাইদেৱৰ উপদেশ মতে গোৱালপাৰা জিলাত কাম কৰি থকা অসমীয়া কৰ্মচাৰীসকলৰ যত্নত অসম সাহিত্য সভাৰ দ্বিতীয় অধিবেশন বহিছিল গোৱালপাৰাত। গোসাইদেৱে ঘৰত কগ্না পত্নীক এৰি গৈও সেই অধিবেশনত যোগ দিছিল। এইদৰে চন্দ্ৰকান্ত অভিধান প্ৰণয়ন,

চন্দ্ৰকান্ত সন্দিকৈ হল স্থাপন আদি অসম সাহিত্য সভাৰ লেখত ল'বলগীয়া কামবোৰৰ গুৰিত আছিল শৰৎচন্দ্ৰ গোস্বামী।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ কামতো শৰৎচন্দ্ৰ গোস্বামীদেৱে কমখিনি বৰঙণি যোগোৱা নাছিল। অসম চৰকাৰে তেওঁক এবাৰ বিশ্ববিদ্যালয়ৰ আঁচনি তৈয়াৰ কৰিবলৈ নিযুক্ত কৰিছিল, কিন্তু নানা কাৰণত চৰকাৰে তাক সম্পূৰ্ণ নকৰি মাজতে বন্ধ কৰে। পিচত আকৌ ১৯৪৪ চনত অসমৰ ৰাইজে গোপীনাথ বৰদলৈক সভাপতি আৰু শৰৎ গোস্বামীক সম্পাদক পাতি অসমত বিশ্ববিদ্যালয় স্থাপনৰ আন্দোলন আৰম্ভ কৰে। মাধৱ বেজবৰুৱাই ইয়াৰ প্ৰচাৰ সম্পাদকৰ ভাৰ লৈ আন্দোলনটো জীৱন্ত কৰি তুলিছিল। সেই চনৰেই ডিচেম্বৰ মাহত গোঁসাই নিখিল ভাৰতীয় বুৰঞ্জী সন্মিলনত যোগ দিবলৈ উদয়পুৰলৈ যাবলৈ ওলাল। যোৱাৰ আগতে তেওঁ বিশ্ববিদ্যালয় সম্পৰ্কীয় কামৰ কাৰ্যভাৰ অস্থায়ীভাৱে অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাৰ হাতত গতালে। গুৱাহাটীত বহিবলগীয়া বিশ্ববিদ্যালয়ৰ 'কনভেঞ্চন'ৰ মাত্ৰ কেইদিনমান আগতে তেওঁ আহি পোৱা কথা। কিন্তু বিধিৰ কি বিড়ম্বনা! বুৰঞ্জী সন্মিলন শেষ কৰি তেওঁ আৰু গুৱাহাটীত পদাৰ্পণ কৰিবলৈ নাপালে। সন্মিলনত সক্ৰিয় অংশ গ্ৰহণ কৰি সস্ত্ৰীক উভতি আহি দিল্লী নগৰ পাওঁতেই তেওঁৰ জীৱনবন্তিৰ তেল ঢুকাল। ডিচেম্বৰ মাহৰ উনৈশ তাৰিখে ৰাতি হৃদপিণ্ডৰ হঠাৎ হোৱা বিজুতিত তেওঁ চিৰকাললৈ চকু মুদিলে।

দেশৰ নানা গঠনমূলক কাম আৰু অসমীয়া সাহিত্য সাধনাৰ বুৰঞ্জীত শৰৎচন্দ্ৰ গোস্বামীৰ নাম স্মৰণীয় হৈ থাকিব। যোৰহাট নৰ্মাল স্কুলত চুপাৰিণ্টেণ্ডেণ্ট হৈ থকা কালতে তেওঁ কেইজনমান কৃতী ছাত্ৰৰ জৰিয়তে 'নৰ্ম্মাল স্কুলৰ ন পুৰণি ছাত্ৰৰ সন্মিলন' এখন স্থাপন কৰি এটি নতুন জাগৰণ তুলিছিল। পিছত সিয়েই 'অসম শিক্ষক সন্মিলন' নাম পায়। 'সংস্কৃত সঞ্জীৱনী সভা' স্থাপক গোঁসাইদেৱৰ আন এটি কৃতিত্ব। এই সভাৰ জৰিয়তে অনেক মূল্যবান হাতে লিখা সংস্কৃত সাহিত্য উদ্ধাৰ

কৰি ৰখা হৈছে। অসমৰ বুৰঞ্জী বিভাগৰপৰা ছপা হৈ ওলোৱা 'নীতিলতাঙ্কুৰ' তাৰে এখন। অসমত স্কাউট আন্দোলনৰো তেৱেঁই গুৰিয়াল আছিল।

গোঁসাইদেৱে ৰচনা কৰা প্ৰকাশিত চুটি গল্পৰ পুথি তিনিখন; যেনে, 'গল্পাঞ্জলি', 'ময়না' আৰু 'বাজিকৰ'। আধুনিক চুটি গল্প যিসকলে অসমীয়া ভাষাত পোন প্ৰথমে ৰচনা কৰিবলৈ হাতত লৈছিল গোঁসাই সেই সকলৰ অন্যতম। তেওঁৰ চুটি গল্পই পুৰণি সাধু আৰু আধুনিক মনস্তত্ত্ব বিশ্লেষণৰ গল্পৰ মাজত যোগসূত্ৰ স্থাপন কৰে। অনেক গল্পত দাৰ্শনিক চিন্তা আৰু মনস্তত্ত্বৰ বিশ্লেষণ তেনেই প্ৰকট হৈ আছে, উদাহৰণ স্বৰূপে উল্লেখ কৰা যায়; যেনে, "ৰজা পথৰ ভিখাৰী, পথৰ ভিখাৰী ৰজা হয়। সংসাৰৰ নিয়মেই এই।" (মালিনী), "চাৰিওফালে এই বিনন্দীয়া সংসাৰখন চোৱা। ইয়াৰ দৰে ভেল্কি বাজি দেখিছানে ক'ৰবাত?" (বাজিকৰ); "হায় মায়ামুগ্ধ মানৱ……তোমাৰ কল্পনা-জল্পনা, তোমাৰ আশা-ভৰষা এনেকুৱাকৈ কোনো কালমুহূৰ্ত্তত লয় হৈ নাযায়নে? জানা জানো তোমাৰ চিকাৰী কোন?" (চিকাৰী আৰু হাঁহ)। অন্য পিনেদি আকৌ 'সামান্য প্ৰাণী' গল্পত হাৰিণা-হৰিণীৰ কথোপকথন, 'অন্তৰ জাগৰণ'ত হৰ-পাৰ্বতীৰ কথোপকথন, 'মানুহৰ সৃষ্টি'ত ব্ৰহ্মা-বিষ্ণু আদি অশৰীৰী দেৱতাৰ কথাবাৰ্ত্তা সম্পূৰ্ণৰূপে সাধু-কথাগন্ধী।

অসমীয়াত শিশু-সাহিত্যৰ অভাৱ সকলোৱে অনুভৱ কৰে। গোস্বামীয়ে সেই অভাৱ পূৰণ কৰিবলৈ 'অতুল কথা মালা' ফাণ্ড নামৰ অৰ্থ পূঁজিৰ ব্যৱস্থা কৰি তাৰ জৰিয়তে শিশু-সাহিত্য প্ৰকাশৰ ব্যৱস্থা কৰিছিল। শিশু-সাহিত্যৰ এজন বিশিষ্ট গ্ৰন্থকাৰ মহাদেৱ শৰ্মাই তেওঁৰ 'সাবিত্ৰী' নামৰ পুস্তকত মুক্তকণ্ঠে স্বীকাৰ কৰিছে যে গোঁসাই দেৱেই তেওঁক পোনতে শিশু-সাহিত্য প্ৰণয়নত ব্ৰতী হ'বলৈ উদগাইছিল। গোঁসাইদেৱৰ 'পানী-পথ' নামৰ এখন উপন্যাস আৰু 'পৰীক্ষা' নামৰ এখন নাটকো প্ৰকাশ হৈছে। নামত 'পানীপথ' হলেও 'পানীপথ' ঐতিহাসিক উপন্যাস নহয়, বৰঞ্চ ই এখন 'ৰোমাঞ্চ' বা আধিদৈৱিক

কাহিনীমূলক প্ৰেমৰ উপন্যাস। "ফাঁচি কাঠত উঠি পিছ মুহূৰ্ততে মৃত্যু হয় হয় এনে সময়ত ক'ৰপৰা এপাত কাঁড় আহি ফাঁচি দিওতা মানুহজনৰ মৃত্যু হৈ বধ্যজনৰ লোকাৰণ্য মানুহৰ মাজেদিও পলায়ন"—কম ৰোমাঞ্চকৰ ঘটনা নহয়। 'পৰীক্ষা' নাটকৰো মূল কাহিনী ঃ উৰ্বশীৰ দ্বাৰা অৰ্জুনৰ ব্ৰহ্মচৰ্য ব্ৰতৰ পৰীক্ষা আৰু উৰ্বশীৰ শাপেই অজ্ঞাত বাসৰ সময়ত অৰ্জুনৰ বৰৰূপে হিত সাধন। ই এখন অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা নাটক। অসমৰ বিশেষ পূৰাতত্বমূলক প্ৰবন্ধ তেওঁ ইংৰাজী আলোচনী 'কেলকাটা ৰিভিউ', 'ইণ্ডিয়ান হিষ্টৰিকেল কোৱাৰ্টাৰলি' আদিতো লিখিছিল। তেওঁ হিন্দীভাষা প্ৰচলনৰ পক্ষপাতী আছিল; সকলো বিষয়তে সংস্কাৰবাদী মত পোষণ কৰিছিল। অসমীয়া ভাষাৰ বানান সৰল কৰি টাইপ ৰাইটাৰত ব্যৱহাৰ কৰিব পৰাকৈ 'ধৰ্ম্ম' 'কৰ্ম্ম', 'গৰ্ব্ব' আদিৰ ঠাইত 'ধৰ্ম', 'কৰ্ম' 'গৰ্ভ' আদিৰ ব্যৱহাৰ তেওঁ নিজেও কৰিছিল আৰু আনকো তাকে কৰিবলৈ উপদেশ দিছিল। এটা মন কৰিবলগীয়া কথা এই যে তেওঁৰ ছাত্ৰাৱস্থাৰ ৰচনাৰ ভাষা আৰু সাহিত্য ক্ষেত্ৰত প্ৰতিষ্ঠা লাভ কৰাৰ পিছত লিখা ৰচনাৰ ভাষা একে নহয়। পিছত লিখাবিলাকত নামনিৰ শব্দ, খণ্ডবাক্য আৰু প্ৰকাশভঙ্গী প্ৰচুৰ দেখা যায়। তেখেতৰ স্পষ্ট অভিমত এয়ে যে, "ভাষাৰ বিশেষত্ব নিৰ্ভৰ কৰে ব্যাকৰণত, শব্দত নহয়।" সেই কাৰণে তেওঁ উজনি নামনিৰ সকলো শব্দ গ্ৰহণ কৰি সেইবোৰৰ যথাযথ প্ৰয়োগ দৰ্শাই এখন সুবৃহত অসমীয়া অভিধান লিখিবলৈ হাতত লৈছিল আৰু তাৰ বাবে ডঃ বাণীকান্ত কাকতি, কালিৰাম মেধি আদি পণ্ডিতসকলৰ লগত সেই বিষয়ে সততে আলচ কৰিছিল। সেই কাম বেছি দূৰ আগ বাঢ়িবলৈ নাপালে। নিঠুৰ নিয়তিয়ে তেওঁক সামৰি লোৱাত সেই কাম থোৰতে ওৰ পৰিল। সমকালীন অসমৰ বিবিধ গঠনমূলক কাম আৰু আচনিৰ উদ্যোক্তা আৰু পৃষ্ঠ-পোষক হিচাপ শৰৎচন্দ্ৰ গোস্বামীৰ নাম অবিস্মৰণীয় হৈ থাকিব।

# ডঃ বাণীকান্ত কাকতি

অতুল চন্দ্ৰ বৰুৱা

বৰপেটাৰপৰা কিছুদূৰ পূৱে বাটি-কুৰিহা নামে এখন সৰু গাওঁ আছে। তাৰ পুবণি নাম খৰাৰ (খোৱাৰ) ভিঠা। সেই গাঁৱতেই ১৮৯৪ চনৰ নবেম্বৰ মাহত বাণীকান্ত কাকতিৰ জন্ম হৈছিল। তেওঁৰ পিতাকৰ নাম ললিতৰাম কাকতি আৰু মাকৰ নাম লাহোবালা কাকতি। ললিতৰাম কাকতিৰ পাচোঁটি সন্তানঃ দুটা ল'ৰা আৰু তিনিজনী ছোৱালী। সেইসকলোৰে ভিতৰত বাণীকান্তই আছিল কনিষ্ঠ, মাকৰ পেটমচা সন্তান। বাণীকান্তৰ ককায়েক পৰমানন্দ কাকতি। এওঁৰ ব্যক্ত নাম ৰাধাকান্ত। পঢ়াশালিত পণ্ডিত কাম কৰিছিল বাবে ওচৰৰ সকলো মানুহে তেওঁক ৰাধাপণ্ডিত বুলিহে জানিছিল। দুখীয়া খেতিয়ক পৰিয়াল হ'লেও এই পৰিয়ালটিৰ ঐতিহ্য আছে। বাণীকান্তৰ পিতামহ ঘিণুৰাম কাকতি আহোম ৰজাই পতা কাকতি আছিল।

বৰপেটা মহকুমাৰ অন্যান্য অনেক গাঁৱৰ দৰে এই গাঁওখনৰো অধিকখিনি ঠাই বাৰিষা বানপানীত তল গৈ থাকে। গাঁৱৰ সকলোখিনি মানুহ পেটে-ভাতে খোৱা বিধৰ। খেতি-বাতি আৰু ব্যৱসায়-বাণিজ্যই সকলোৰে একামাত্ৰ উপজীব্য। বাণীকান্তই তেনে এটা পৰিয়ালত জন্মগ্ৰহণ কৰি শিক্ষা লাভৰ কাৰণে সৰুতে বিশেষ একো সুবিধা পোৱা নাছিল। আৰু এটা মন কৰিবলগীয়া কথা এই যে বাণীকান্তৰ জন্মৰ পূৰ্বেই পিতৃবিয়োগ ঘটিছিল। তেওঁৰ সেইবাবে পিতৃমুখ দৰ্শনৰ সৌভাগ্য মিলা নাছিল। পিতৃহীন বালক বাণীকান্তই ককায়েক ৰাধাপণ্ডিতৰ তদাৰকত থাকি পোনতে শিক্ষা আৰম্ভ কৰিছিল।

ৰাধাপণ্ডিত আছিল বাটি-কুৰিহা গাঁৱৰেই প্ৰাইমাৰী স্কুলৰ শিক্ষক। বাণীকান্তৰো বিদ্যাৰম্ভ হয় এই বাটি-কুৰিহা প্ৰাইমাৰী স্কুলতেই। সেই পঢ়াশালিতে বাণীকান্তৰ লগত নাউৰাম কাকতি নামৰ আৰু এজন ল'ৰা পঢ়িছিল। নাউৰাম বাণীকান্তৰ সম্বন্ধীয়া ভায়েক। প্ৰাইমাৰী বৃত্তি পৰীক্ষাৰ বাবে লোৱা বাছনি পৰীক্ষাত নাউৰাম আৰু বাণীকান্ত দুয়ো উঠিল। দুয়োজন চোকা ল'ৰা আছিল' পিছে চোকা ল'ৰা হ'লেও একে স্কুলৰপৰা দুজনৰ বৃত্তি দিয়া নিয়ম নাছিল। গতিকে পৰমানন্দ কাকতিয়ে বুদ্ধি কৰি বাণীকান্ত কাকতিক নি ঔমৰা গাঁৱৰ প্ৰাইমাৰী স্কুলত ভৰ্তি কৰাই দিয়ালে। পৰীক্ষাত বাণীকান্ত কাকতিয়ে ঔমৰা স্কুলৰপৰা কৃতিত্বেৰে বৃত্তি ধৰিলে।

বৰপেটাৰ গৱৰ্ণমেণ্ট হাইস্কুলখন তেতিয়া চৰকাৰে লোৱা নাছিল, ই বেচৰকাৰী অনুষ্ঠান হৈয়েই আছিল। ইংৰাজী শিক্ষা লাভ কৰিবলৈ অভিলাষ কৰাসকলৰ কাৰণে কিন্তু তাত পঢ়াত বাহিৰে গত্যন্তৰ নাছিল। তাৰ সৰহভাগ শিক্ষকেই আছিল বঙালী, তেওঁলোকে অৱশ্যে অসমীয়া ভালকৈ জানিছিল। বাণীকান্তই তাত ভৰ্তি হৈ ঘৰৰপৰা অহা-যোৱা কৰি পঢ়িবলৈ ধৰিলে। ঘৰ আৰু স্কুলৰ মাজতে এখন সৰু নৈ আছিল। মাকে সদাই বাণীকান্তক খুৱাই-বুৱাই আগবঢ়াই লৈ গৈ নৈখন পাৰ কৰি দি আহে। নৈখন পাৰ কৰি দি উঠিও কেতিয়াবা মাকে পুতেকক চকুৰ আঁৰ নোহোৱালৈকে চাই থাকে। প্ৰায় সদায়ে তেনেকৈ এৰা-এৰি হ'বৰ সময়ত দুয়ো দুয়োলৈ চাই চকুলো টুকিছিল। এদিন বাণীকান্তই তেনেকৈ কান্দি কান্দি মাকক কৈছিল, "আই, আজিৰপৰা আৰু আমি নেকান্দো দেই। তয়ো নাকান্দিবি, ময়ো নাকান্দো। কান্দি উঠি যাবৰ পৰত মনটো বেয়া লাগে। পঢ়াত মন নবহে।"

বাণীকান্তই হাইস্কুলত নিজৰ মেধা শক্তিৰে শিক্ষকসকলক চমক লগাইছিল। সকলো বিষয়তে তেওঁৰ প্ৰতিভা আৰু পাৰদৰ্শিতা ফুটি উঠিছিল, বিশেষকৈ সংস্কৃত, অঙ্ক আৰু ইংৰাজীত তেওঁ বিশেষ

কৃতিত্ব দেখুৱাব পাৰিছিল। এবাৰ হেনো স্কুলৰ বছেৰেকীয়া পৰীক্ষাত কৈহাটীৰ দেউ লক্ষ্মীনাৰায়ণ গোস্বামীয়ে তেওঁক সংস্কৃতৰ বহীত এশ নম্বৰৰ ভিতৰত এশ পাঁচ নম্বৰ দিছিল। প্ৰধান শিক্ষক কালিমোহন গুপ্তই নম্বৰবোৰ চাই এনে আচৰিত কাণ্ড দেখি ভুলতে হ'লনেকি বুলি দেউক সুধিছিল। দেৱে হেনো কৈছিল, "ভুলতে নহয়, মই দিওঁ বুলি দিছো। বাছাই ইমান শুদ্ধ উত্তৰ আৰু ভাল লিখিছে যে আৰু পাঁচ নম্বৰ মই নিদি নোৱাৰিলো।" আজিও এই ঘটনাটোৰ কথা জনপ্ৰাবাদৰ দৰে মানুহৰ মুখে মুখে বৈ আছে।

বৰলোকৰ জীৱনত সাধাৰণতে দুই এখন কিতাপ আৰু দুই একোজন লোকৰ জীৱনৰ প্ৰভাৱে বিশেষভাৱে ৰেখাপাত কৰে আৰু তেওঁলোকক জীৱন পথত আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগায়। বাণীকান্ত কাকতিকো জীৱনৰ কণ্টকাকীৰ্ণ পথত আগুৱাই যাবলৈ দুখন কিতাপে প্ৰেৰণা দিছিল; তাৰে এখন আছিল চেমুৱেল স্মাইলচ্ চাহাবৰ 'চেল্‌ফ্ হে'ল্প' বোলা গ্ৰন্থখন আৰু আনখন জাৰ্মান পণ্ডিত মহামতি মেক্স-মূলাৰৰ জীৱন-চৰিত। এই দুয়োখন কিতাপ তেওঁ শ্ৰেণীৰ পৰীক্ষাত প্ৰথম হোৱা বাবে পুৰস্কাৰ পাইছিল। হাইস্কুলত পঢ়া কালত তেওঁ এই দুয়োখন কিতাপ লুতিয়াই বগৰাই একাধিকবাৰ পঢ়ি তাৰ কথাবোৰ হৃদয়ঙ্গম কৰি লৈছিল। আত্মবল বিপদৰ বন্ধু আৰু সেই বন্ধুৰপৰা সহায় পাবলৈ তেওঁ সমৰ্থ হৈছিল 'চেল্‌ফ্ হে'ল্প'ৰপৰা। আনফালে আকৌ ভাষা-তত্ত্ববিদ্ পণ্ডিত মেক্সমূলাৰৰ জীৱনীত সেই পথ অনুসৰণ কৰিবলৈ উদ্দীপনা দিছিল। ১৯১১ চনত তেওঁ প্ৰৱেশিকা পৰীক্ষা দিয়ে আৰু অসম উপত্যকাত প্ৰথম স্থান লাভ কৰি আৰু ইংৰাজীত অসমৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰে। সেই সময়ত শ্ৰীহট্ট জিলাও অসমৰ অন্তভু ক্ত আছিল।

কাকতি সকৰেপৰা নিজক জাহিৰ নকৰা লাজকুৰীয়া বিধৰ ল'ৰা আছিল। সেই বছৰতে (১৯১১ চনত) তেওঁ কটন কলেজত ভৰ্তি হৈ কলেজীয়া জীৱন আৰম্ভ কৰে। তাতো তেওঁ লাজকুৰীয়া স্বভাৱৰ

কাৰণে তিনিমাহ মানলৈ পাছৰ বেঞ্চত বহি অধ্যাপকৰ চকুত নপৰাকৈ থাকিবলৈহে ভাল পাইছিল। পিছে সূৰ্যক কোনে কচু পাতেৰে ঢাকি থ'ব পাৰিব? তিনিমহীয়া পৰীক্ষাত বাণীকান্তৰ প্ৰতিভা প্ৰশ্নোত্তৰ কাকতত জিলিকি উঠিল। অধ্যাপক পি. চি. ৰায়ে তেওঁৰ ইংৰাজীৰ উত্তৰবোৰ পঢ়ি স্তম্ভিত হৈ পিছদিনা তেওঁক শ্ৰেণীত চকুৰে চাইহে তৃপ্তি লভিছিল। অধ্যাপক ৰায়ে সেই ঘটনাটো অনেক ঠাইত অনেকৰ আগত প্ৰকাশ কৰি সুখ পাইছিল। তেওঁৰ মতে, "পিছদিনা শ্ৰেণীত নাম কাঢ়ি থিয় হ'বলৈ দিয়াত দেখিলোঁ পাচৰ বেঞ্চিত ক'লা ঘুটমুটীয়া ল'ৰা এজন থিয় হৈছে। ক'ত তেনেকুৱা ল'ৰাজন আৰু ক'ত তেওঁৰ প্ৰখৰ তপোজ্জ্বল প্ৰতিভা। মই আৰু বেছি স্তম্ভিত হৈছিলো আৰু তেওঁক তেতিয়াই আগৰ বেঞ্চলৈ আনি বহুৱাইছিলোঁ।

আগতে উল্লেখ কৰা হৈছে যে অঙ্ক, সংস্কৃত আৰু ইংৰাজী সাহিত্য সমানে বাণীকান্তৰ প্ৰিয় আছিল। তেওঁ নিজে স্বীকাৰ কৰিছিল যে হাইস্কুলত আৰ্জি লোৱা সংস্কৃত ব্যাকৰণৰ জ্ঞান আৰু মুখস্থ কৰা সূত্ৰাদিয়ে তেওঁক পিছত ভাষাতত্ত্ব বিশ্লেষণত প্ৰভূত পৰিমাণে সহায় কৰিছিল। কলেজতো আই. এলৈকে তেওঁ অঙ্ক এৰি দিয়া নাছিল। ১৯১৩ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ আই. এ. পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰে। অসমীয়া ছাত্ৰৰ কাৰণে তেতিয়ালৈকে এনে গৌৰৱ লাভ নাভূত-নাশ্ৰুত কথা আছিল। সেই সময়ৰ কলিকতা বিশ্ববিদ্যালয়ৰ পৰিসৰ আকৌ সমগ্ৰ বঙ্গদেশ আৰু অসমৰ উপৰিও উৰিষ্যা আৰু বঙ্গদেশলৈও বিস্তৃত আছিল। কাকতীৰ এনে গৌৰৱ লাভত তেওঁক চাবৰ কাৰণে লোকৰ হেঁপাহ উপজিছিল আৰু যোৰহাট, গুৱাহাটী আদি ঠাইত ৰাজহুৱা সভা পাতি মুকলিভাৱে তেওঁক উৎসাহ উদ্দীপনা দিয়া হৈছিল। গুৱাহাটীত অনুষ্ঠিত হোৱা তেনে এখন ৰাজহুৱাসভাত সভাপতিত্ব কৰিছিল তেতিয়াৰ কমিচনাৰ গৰ্ডন চাহাবে। যোৰহাটৰ ৰাইজে আকৌ কাকতিক অভিনন্দন জনায়ে ক্ষান্ত নাথাকিল, দুখীয়া বাণীকান্তক অসমৰ দ্বিতীয়

আনন্দৰাম বৰুৱা পাত্তিবৰ অভিপ্ৰায়ে আই. চি. এছ. পঢ়ুৱাবলৈ 'বাণীকান্ত ফাণ্ড' নাম দি ৰাইজৰ বৰঙণিৰে এটা সাহায্য পুঁজি স্থাপন কৰিবলৈও দিহা কৰিলে। পিছলৈ অৱশ্যে এই পুঁজি টনকিয়াল হৈ নুঠিল। গভীৰ জ্ঞান আৰু পাণ্ডিত্যলৈ লক্ষ্য কৰি কটন কলেজৰ ইংৰাজীৰ অধ্যাপক পি. চি. ৰায়ে বাণীকান্তক নাম দিছিল 'বাণীকণ্ঠ' আৰু তেওঁৰ প্ৰিয় ছাত্ৰ বাণীকান্তৰ বিষয়ে ছেগ পালেই সততে সগৰ্বে কৈছিল, "বাণীকান্ত মোৰ গৌৰৱৰ স্থল।"

বি. এ. পঢ়িবৰ কাৰণে সেই বছৰতে বাণীকান্ত কলিকতালৈ যায় আৰু কলিকতাৰ প্ৰেচিডেন্সি কলেজত ভৰ্তি হয়। ১৯১৫ চনৰ বি. এ. পৰীক্ষাত তেওঁ ইংৰাজীত দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থান লাভ কৰে আৰু প্ৰেচিডেন্সি কলেজৰপৰা পাছ কৰা ছাত্ৰৰ ভিতৰত প্ৰথম হোৱা বাবে 'টনী (Tawney) স্মৃতি বটা' লাভ কৰে। নানা আহুকাল আৰু পাৰিবাৰিক দুৰ্যোগৰ মাজেৰে যাবলগীয়া হোৱাত তেওঁ বি. এত আশানুৰূপ সুখ্যাতি লভিব নোৱাৰিলে। দুৰ্ভাগ্যৰ কথা, যত্ন কৰিও কলিকতাত এম. এ. পঢ়িবলৈ তেওঁ চৰকাৰৰপৰা স্নাতকোত্তৰ বৃত্তিও নাপালে। তথাপি কিন্তু তেওঁ হতাশ নহ'ল। তেওঁৰ হিতাকাঙ্ক্ষী সদাশয় লোকসকলে আৰু গুৰু অধ্যাপকমণ্ডলীয়ে তেওঁক উপদেশ আৰু অৰ্থবল দি পুনঃ কলিকতালৈ পঠিয়াই দিলে।

কলিকতালৈ গৈ বাণীকান্তই ইংৰাজী সাহিত্যৰ এম. এ. পঢ়িবলৈ ল'লে। তেতিয়া অসমৰ শিক্ষাধিকাৰ আছিল কানিংহাম চাহাব। কলিকতাৰপৰা তেওঁ কানিংহাম চাহাবলৈ এখন চিঠি লিখিলে। সেই চিঠি এনে মৰ্মস্পৰ্শী ভাষাত লিখা হৈছিল যে তাৰ বিশুদ্ধ ইংৰাজী আৰু প্ৰকাশৰ আকৰ্ষণীয় ভংগী দেখি কানিংহাম চাহাবে নিজৰ মোনাৰপৰাই তেওঁক মাহিলি এটা নিৰ্ধাৰিত নিৰিখত টকা দি সহায় কৰিবলৈ গাত ল'লে। কাকতিৰ সহপাঠি অন্তৰঙ্গ বন্ধু লক্ষ্মীনাথ দাসে কয় যে বাণীকান্তৰ ইংৰাজীৰ খুন্দা দেখিয়ে কানিংহাম চাহাবে নিজৰ জেপৰপৰা অৰ্থ সাহায্য নিদি নোৱাৰিলে। পিছে মানুহৰ জীৱনৰ কোনো কোনো

ক্ষেত্ৰত দৈৱই কেতিয়াবা পুৰুষাৰ্থৰ লগত সহযোগ নকৰি ফেৰ পাতিহে উঠে। কাকতিৰো সেয়ে হ'ল। ১৯১৭ চনত এম. এ. পৰীক্ষাৰ মাহ-চেৰেক আগৰেপৰা কাকতিৰ ভয়ঙ্কৰ অসুখ হ'ল। বিস্তৰ অধ্যয়ন আৰু মানসিক চিন্তাৰ বাবেই হ'ব পায় তেওঁৰ মূৰৰ অসুখ হ'ল আৰু তাৰ ফলতেই সেই বছৰত পৰীক্ষা দিয়াতো তেওঁৰ বাবে সম্ভৱ নহ'ল। তেওঁ অসুস্থ অৱস্থাত গুৱাহাটীলৈ উভটি আহিল আৰু চিকিৎসা কৰাই আৰোগ্য লভিলে। পিছৰ বছৰত ইংৰাজী সাহিত্যৰ (এ' গ্ৰুপত) এম. এ. পৰীক্ষা দি তেওঁ দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰিলে।

১৯১৮ চনত বাণীকান্ত কাকতি কটন কলেজত ইংৰাজীৰ অধ্যাপক নিযুক্ত হয়। কটন কলেজত ১৯১৮ চনলৈ কোনো অসমীয়া লোকে অধ্যাপকৰ পদবী পোৱা নাছিল। সেই চনৰে আগ ভাগত ডঃ সূৰ্য-কুমাৰ ভূঞাদেৱক আৰু নবেম্বৰ মাহত ডঃ কাকতিক ইংৰাজীৰ অধ্যাপক নিযুক্ত কৰা হয়। সেই হিচাপে কাকতি কটন কলেজৰ দ্বিতীয় অসমীয়া অধ্যাপক। ১৯১৮ চনৰ পৰা ১৯৪৯ চন পৰ্যন্ত ডেৰ কুৰি বছৰ কাকতিয়ে কটন কলেজত অধ্যাপনা কৰিছিল।

"পঢ়ে, পঢ়ুৱায়, ৰোৱে পাণ; ই তিনি নিচিন্তে আন"—কাকতিৰ জীৱনত এই প্ৰবচনটিৰ যথাযথ সাৰ্থকতা দেখিবলৈ পোৱা যায়। তেওঁ নিজে আছিল আজীৱন জ্ঞান-মন্দিৰৰ নীৰৱ সাধক। অধ্যয়ন আৰু জ্ঞান অৰ্জনেই আছিল তেওঁৰ জীৱনৰ একমাত্ৰ সাধনা। ছাত্ৰসকলকো তেওঁ সেই সাধনাত ব্ৰতী হ'বলৈ উদগাই আছিল। 'নীৰৱ সাধনা' নামৰ প্ৰবন্ধ এটাত তেওঁ কৈছে, "এইটো মূলসূত্ৰ বুলি ধৰি লবই লাগিব যে পৃথিৱীত কিবা ডাঙৰ কাম কৰিব লাগিলে জীৱনৰ আগ ডোখৰত সাধনা লাগিবই আৰু সেই সাধনাৰ সাৰুৱা ক্ষেত্ৰ হৈছে নীৰৱতা। সৰুৰেপৰা যিবোৰে ডাঙৰ বোলাবলৈ হৈ চৈ কৰি ফুৰে সেই বোৰৰ কৰ্মশক্তি হৈ চৈতে সাং হয়; পিছলৈ আৰু একো উৎসাহ বা শক্তি নাথাকে। ভীমৰ গদা ঘূৰাবলৈ হলে আগেয়ে ভীমৰ বল অৰ্জন কৰিব লাগে।......শাস্ত্ৰই নিৰ্দেশ দিছে—ছাত্ৰানাং অধ্যয়নং তপঃ—ছাত্ৰৰ তপস্যা অধ্যয়ন। যিবোৰে

নিজক ছাত্ৰ বুলি ভাবে তেওঁলোক অধ্যয়নত ৰত থাকিব লাগিব। কিন্তু যদি কোনোৱাই নিজক বেলেগ বুলি ভাবে তেওঁ আন প্ৰণালী অৱলম্বন কৰিব। নিজক ছাত্ৰ বুলি পৰিচয় দি আত্ম-প্ৰবঞ্চনা বা লোক-প্ৰবঞ্চনা কৰিব নালাগে।" কাকতিয়ে নিজকো সদায় ছাত্ৰ বুলিয়ে ধৰি লৈছিল। সদায় কলেজলৈ যাওঁতে আৰু কলেজৰপৰা উভতি আহোতেও ৩।৪ খন কিতাপ কাষলতিৰ তলত হাতৰ মুঠিত লৈ যোৱাটো তেওঁৰ এটা অভ্যাসত পৰিণত হৈছিল। তাৰপৰা এইটো স্পষ্ট হৈ পৰে যে সদ্‌গ্ৰন্থ সহবন্ধুৰ দৰে তেওঁৰ চিৰসঙ্গী আছিল। সেইবাবে তেওঁক এবাৰ লোকসেৱা আয়োগৰ গুৰিয়াল হ'বলৈ আৰু অন্য এবাৰ অসমৰ শিক্ষাধিকাৰৰ গুৰুভাৰ গ্ৰহণ কৰিবলৈ চৰকাৰৰ ঘৰৰপৰা আহ্বান জনোৱাতো সেইবোৰ খিতাপিৰ আকৰ্ষণ তেওঁ সহজে প্ৰত্যাখ্যান কৰিব পাৰিছিল। তাৰ গুৰিতো আছিল তেওঁৰ অধ্যয়ন আৰু অধ্যাপনাৰ প্ৰতি থকা মোহ আৰু ঐকান্তিকতা।

অধ্যাপনাত ৰত থাকিয়ে ১৯২৩ চনত কাকতিয়ে দ্বিতীয়বাৰ ইংৰাজীৰ 'বি-গ্ৰুপ'ত এম. এ. পৰীক্ষা দিয়ে। সেই পৰীক্ষাত তেওঁ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ বিশ্ববিদ্যালয়ৰ ইংৰাজীৰ সৰ্বোচ্চ স্থান লাভ কৰে। 'এ' আৰু 'বি'—ইংৰাজীৰ এই দুয়োটো গ্ৰুপৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পোৱা বাবে তেওঁ তাত সোণৰ পদক পুৰস্কাৰ পায়। বি. এ. পৰীক্ষাত আৰু প্ৰথমবাৰ এম. এ. পৰীক্ষাতো প্ৰথম শ্ৰেণী নাপাই তেওঁৰ মনত এটা তীব্ৰ জিদ্ সোমাইছিল। দ্বিতীয়বাৰ এম. এ পৰীক্ষা দিয়াৰ গুৰিতো আছিল এই জিদ। তেওঁ তেওঁৰ বন্ধু লক্ষ্মীনাথ দাসক কৈছিল, "সঁচাকৈয়ে মোৰ মগজ নাই হবলা, নহ'লেনো এই দুবাৰৰ এবাৰো প্ৰথম শ্ৰেণী নাপাওঁ নে? এইবাৰ আকৌ পৰীক্ষা দি যদি প্ৰথম শ্ৰেণী নাপাওঁ তেন্তে ভাবিম বাস্তবিকতে মোৰ মগজত মই নিজে বা আনে গৌৰৱ কৰিবলগীয়া একো নাই।" পৰীক্ষাৰ সময়ত হোৱা অসুস্থতা আৰু আলৈ আহুকালবোৰৰ কথা সোঁৱৰাই দিয়াত তেওঁ উত্তৰ দিছিল, "সেইবোৰ নিজৰ কেৱল সান্ত্বনাৰ বাবেহে হ'ব—আনে জানো পতিয়াব?" মনৰ এনে আকোৰগোজ

দৃঢ় প্ৰতিজ্ঞা থকা হেতুকেহে তেওঁ কলেজত নপঢ়াকৈয়ে পৰীক্ষা দি সেইবাৰ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লভিবলৈ সমৰ্থ হৈছিল।

কটন কলেজত অধ্যাপনা কৰি থাকোতে ১৯৩৫ চনত 'অসমীয়া ভাষা আৰু তাৰ বিবৰ্ত্তন' (Assamese—Its Formation and Development) নামৰ গবেষণা গ্ৰন্থৰ বাবে কাকতিয়ে কলিকতা বিশ্ব-বিদ্যালয়ৰ পৰা পি. এইচ. ডি (ডক্টৰেট) ডিগ্ৰী লাভ কৰে। কাকতিৰ এই কাৰ্যই নিজক যি সুখ্যাতি দিলে তাতোকৈ অধিক সুখ্যাতি আৰু গৌৰৱ দান কৰিলে অসমীয়া জাতি আৰু অসমীয়া ভাষাক। ই বিশ্বৰ বিদ্বানমণ্ডলীৰ আগত যুক্তিৰে প্ৰমাণ কৰি দিলে যে অসমীয়া ভাষা এটা গৌৰৱোজ্জ্বল স্বকীয়া পুৰণি ভাষা। ই আন কোনো ভাষাৰ ঠাল-ঠেঙুলি নহয়। কাকতিৰ অন্তৰত থকা নিভাজ স্বদেশানুৰাগৰ ই অন্যতম নিদৰ্শন; কাৰণ তেওঁ এনে এটা কঠিন আৰু বিবদমান বিষয় ডক্টৰেট ডিগ্ৰীৰ গবেষণাৰ কাৰণে বাছি নলৈ অন্য বিষয় সহজে ল'ব পাৰিলেহেঁতেন। তেওঁ ইয়াৰ দ্বাৰা এপাত শৰেৰেই দুটা লক্ষ্য ভেদ কৰিলে, নিজৰ ডক্টৰেট লাভ আৰু ভাষাজননীৰ ঐতিহ্য প্ৰমাণ। এনে এটি বিষয় নিৰ্বাচনৰ বাবে ক্ষীণভাৱে হ'লেও এটি ইঙ্গিতপূৰ্ণ নিৰ্দেশ আহিছিল অসম-প্ৰাণ অগ্নি-ঋষি কমলাকান্ত ভট্টাচাৰ্যৰপৰা। ১৯২৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনলৈ সেইবাৰ অধ্যাপক কাকতিও গৈছিল। তাতে ছেগ বুজি এবাৰ দেশপ্ৰাণ কমলাকান্ত ভট্টা-চাৰ্যই কাকতিৰ পিঠিত চপৰিয়াই চপৰিয়াই কৈছিল, "বোপা, তুমি অসমীয়া ভাষাৰ 'ফিললজি' এখন লিখা, তুমি পাৰিবা।" ভট্টাচাৰ্যৰ এনে স্নেহাদেশে কাকতিক বিষয়টো সম্পৰ্কে ভাবিবলৈ আৰু পিছত সেই বিষয়ে অন্তৰত সঙ্কল্প ল'বলৈ বাধ্য কৰিছিল। অধ্যাপক কাকতিয়ে ভাষাতত্ত্বৰ বিষয়ে গবেষণা চলোৱা সময়ত অসমত তাৰ বাবে অনুকূল পৰিবেশ সমূলি নাছিল। মাজে সময়ে কলিকতালৈ গৈ কলিকতা বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্ববিদ পণ্ডিত ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ লগত দুই এফোটা বিষয়ে পৰামৰ্শ লোৱাত বাহিৰে গবেষণাত কাকতিয়ে কাৰোপৰা এফো

সহায় পোৱা নাছিল। চিন্তা আৰু অধ্যৱসায়ৰ বলেৰে তেওঁ নিজৰ পথ নিজে উলিয়াই ল'ব লাগিছিল। পেৰিচ বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্ব-বিদ্ পণ্ডিত জে. ব্লক, পঞ্জাব বিশ্ববিদ্যালয়ৰ ডঃ এ. চি. উলনাৰ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায় এই গবেষণা গ্ৰন্থৰ পৰীক্ষক আছিল। অসমৰ দৰে আওহতীয়া ঠাইৰ লোক এজনে বিশেষ সহায় সাৰথি নোহোৱাকৈ ভাষাতত্ত্বৰ কঠিন বিষয় এটা দক্ষতাৰে আলচ কৰা দেখি কাকতিৰ পাণ্ডিত্যাত ডঃ ব্লকে স্পষ্টভাৱেই বিস্ময় আৰু আনন্দ প্ৰকাশ কৰিছিল। এই গ্ৰন্থ চৰকাৰৰ অনুগ্ৰহত ১৯৪১ চনত প্ৰকাশ হয়।

১৯৪৭ চনত ডঃ কাকতি কটন কলেজৰ অধ্যক্ষ হয়। এই পদত তেওঁ পূৰাকৈ দুবছৰ কালো থাকিবলৈ নাপালে। একে সময়তে দুফালৰ পৰা দুটা ডাঙৰ দায়িত্ব গ্ৰহণ কৰিবলৈ তেওঁক আহ্বান জনোৱা হ'ল। চৰকাৰৰ পক্ষৰপৰা অসমৰ শিক্ষাধিকাৰৰ বাব ল'বলৈ আৰু নতুনকৈ স্থাপিত হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ন-কৈ খোলা অসমীয়া বিভাগৰ এম. এ. শ্ৰেণীৰ কৰ্ণধাৰ হ'বলৈ। দুয়োটা চাকৰিৰ ভিতৰত বিশ্ববিদ্যালয়ৰ চাকৰিটোকে তেওঁ মনঃপুত পালে আৰু গ্ৰহণ কৰিলে। তেওঁ জানিছিল আৰু স্পষ্ট কথাত ব্যক্তও কৰিছিল যে শিক্ষাধিকাৰৰ আকৰ্ষণীয় দায়িত্ব গ্ৰহণ কৰিবলৈ তেওঁতকৈ যোগ্যতৰ ব্যক্তিও বহুত আগবাঢ়ি আহিব, কিন্তু বিশ্ববিদ্যালয়ৰ হাবি-জোৰা প্ৰাথমিক কষ্টৰ কামটোলৈ তেওঁত বাহিৰে আৰু কোনো নোলাবও পাৰে। গতিকে তেওঁ সেইটো গ্ৰহণ কৰিছিল। বৈষ্ণৱ যুগত মাধৱদেৱ, অনন্ত কন্দলি, ৰাম সৰস্বতী, শ্ৰীধৰ কন্দলি, আদি পণ্ডিতসকলৰ মাজত মহাপুৰুষ শঙ্কৰদেৱৰ যি স্থান আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাব্ৰতী পণ্ডিত-সকলৰ মাজতো ডঃ কাকতিৰ সেই স্থান আছিল। সেয়েহে তেওঁক অচিৰে বিশ্ববিদ্যালয়ে কলা গুৰুৰ (Dean of the Faculty of Arts) আসনত অধিষ্ঠিত কৰিছিল। জীৱনৰ শেষ কাললৈকে অৰ্থাৎ ১৯৫২ চনলৈ তেওঁ সেই সন্মান ভোগ কৰিছিল।

অসমীয়াত বৈজ্ঞানিক প্ৰণালীৰ বিশ্লেষণমূলক সমালোচনাৰ প্ৰথম প্ৰৱৰ্তক ডঃ কাকতি। সেই সমালোচনাবোৰ তেওঁ পোনতে পুথিৰ আকাৰত ছপা কৰা নাছিল। সেইবোৰ বিভিন্ন সময়ত লিখা বিচ্ছিন্ন প্ৰবন্ধ। সেই প্ৰবন্ধবোৰকে চালি-জাৰি তেওঁৰ শিষ্যসকলে, বিশেষকৈ ডঃ বিৰিঞ্চকুমাৰ বৰুৱাই, কেইবাখনো বিশিষ্ট পুস্তক প্ৰস্তুত কৰে। 'পুৰণি অসমীয়া সাহিত্য', 'সাহিত্য আৰু প্ৰেম', 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' আদি পুথিৰ এনেকৈয়ে জন্ম হৈছিল। এই কেইখনৰ বাহিৰেও অসমীয়া আৰু ইংৰাজী ভাষাত তেওঁৰ আৰু কেইবাখনো কিতাপ আছে, যেনে, 'কলিতা জাতিৰ ইতিবৃত্ত', 'বিষ্টুইট মিথচ্ এণ্ড লিজেণ্ড্', 'মাদাৰ গদেছ কামাখ্যা', 'লাইফ এণ্ড টিচিংচ অব্ শঙ্কৰদেৱ,' 'ষ্ট'ৰীজ ফ্ৰম এচামিচ হিষ্টৰী' আৰু 'পখিলা'। অসমীয়া সাহিত্যিকসকলে ডঃ কাকতিৰ প্ৰশংসা লাভ কৰিব পৰাটো সেই সময়ত সৌভাগ্যৰ কথা বুলি ভাবিছিল। সেইবাবে অনেকৰ কিতাপৰ তেওঁ পাতনি লিখি দিবলৈ বাধ্য হৈছিল। জ্ঞান আৰু বিদ্যাৰ বলেৰে অসমীয়া সাহিত্যত তেওঁ অবিসম্বাদী বিচাৰকৰ দৰে হৈ পৰিছিল আৰু তেওঁৰ দুই-একোটা সিদ্ধান্তই দুই-একোজন কৰি আৰু সাহিত্যিকক অনন্য-সাধাৰণ কৰি বহুত ওপৰত তুলি থৈছিল। কেতিয়াবা দুই-একোজনক তেওঁ ভ্ৰূকুটিৰ তীব্ৰ বাণ মাৰি থকাসৰকা নকৰাকৈও থকা নাছিল।

( ২ )

ডঃ কাকতিক সম্পূৰ্ণৰূপে জানিবলৈ হ'লে তেওঁৰ গোটাচেৰেক মন্তব্য আৰু জীৱনৰ দুই-চাৰিটা সৰু সৰু ঘটনাৰ লগত পৰিচয় থকা নিতান্ত প্ৰয়োজনীয়। তেওঁৰ কিছুমান মন্তব্য এন্ধাৰত হঠাৎ জ্বলি উঠা পিৰিকি বাতিৰ পোহৰৰ দৰে উজ্জ্বল আৰু চিত্তাকৰ্ষক। চমুকৈ তাৰে দুটামান উল্লেখ কৰা যাওঁক।

ডঃ কাকতিয়ে পাৰিবাৰিক জীৱনত ঘৰুৱা সকলো কামৰ কাৰণে তেওঁৰ সুযোগ্যা পত্নী ৺কনকলতা কাকতিৰ ওপৰতে নিৰ্ভৰ কৰিছিল। তেওঁৰ পত্নী আছিল বৰপেটা নিবাসী চিৰস্তাদাৰ ৺উমাকান্ত দাসৰ

কন্যা। বি. এ. পাচ ক'ৰি উঠিয়ে তেওঁ বৈবাহিক বন্ধনত সোমায়, ১৯১৬ চনত। ঘৰখন চলোৱাৰ সকলো ভাৰ গ্ৰহণ কৰিছিল তেওঁৰ পত্নীয়ে। সংসাৰৰ বাহিৰা লেঠাই তেওঁক বৰকৈ চুব পৰা নাছিল। এজন পণ্ডিতৰ জীৱনত ইয়াতকৈ ডাঙৰ সুযোগ আৰু সুখৰ কথা আন একো হ'ব নোৱাৰে। সেইবাবে ১৯৫২ চনৰ ১৭ চেপ্তেম্বৰ তাৰিখে হঠাৎ পত্নীবিয়োগ ঘটাত তেওঁ তেনেই নিঃসঙ্গ, নিসহায় আৰু নিঠৰুৱাৰ দৰে অনুভৱ কৰিছিল। দয়িতা ভাৰ্যাৰ অকাল বিয়োগত তেওঁ আক্ষেপ কৰি কৈছিল—"ধুমুহাৰ দৰে তেওঁ আহিল আৰু গোটেইখন তেনেই খেলিমেলি লগাই থৈ গুচি গ'ল। কেতিয়াবা সঁচাকৈয়ে বৰ বেয়া লাগে।" এই খেলিমেলি তেওঁৰ মনত ওপজা খেলিমেলি। সেই খেলিমেলিৰ নিঠুৰ আঘাত সহ্য কৰিব নোৱাৰি কাকতিয়ে পত্নীবিয়োগৰ দুমাহ পূৰ নোহওঁতেই ১৯৫২ চনৰ ১৫ নবেম্বৰ শনিবাৰে পুৱা দৈনন্দিন প্ৰাতঃভ্ৰমণ শেষ কৰি চিৰকাললৈ চকু মুদিলে।

বাণীকান্ত কাকতি, কামেশ্বৰ দাস আৰু লক্ষ্মীনাথ দাস তিনিও একে শ্ৰেণীতে পঢ়া সতীৰ্থ বন্ধু। তিনিওজন সেই সময়ৰ নামী ছাত্ৰ। অঙ্কত কামেশ্বৰ দাস, পদাৰ্থ বিজ্ঞানত লক্ষ্মীনাথ দাস আৰু সাহিত্যত বাণীকান্ত কাকতিৰ নাম সেই সময়ত সকলোৰে মুখে মুখে। তিনিও আছিল পৰম বন্ধু। তিনিও লগ হৈ কেতিয়াবা পঢ়াৰ বিষয়ে আলচ কৰিছিল। তেনেকৈ তিনিওকো লগ লগা দেখিলে অন্যান্য ছাত্ৰই ত্ৰিমূৰ্তিৰ মিলন বুলি শুনা-নুশুনাকৈ ইতিকিং কৰিবলৈও এৰা নাছিল। কলিকতাৰ প্ৰেচিডেন্সী কলেজত পঢ়া কালত লক্ষ্মীনাথ দাস আৰু বাণীকান্ত কাকতিয়ে একেটা কোঠালিতে থাকিবলগীয়াত পৰিছিল। পিছে এটা বিষয়ত দুয়োৰে প্ৰকৃতিৰ অমিল আছিল। কাকতিয়ে দুৱাৰ-খিড়িকিবোৰ মাৰি বন্ধ বতাহত নিৰলে অধ্যয়ন কৰিবলৈ ভাল পাইছিল; দাসে আকৌ মুকলি বতাহত খিৰিকি খুলি ৰাখিহে পঢ়িবলৈ ভাল পাইছিল। এদিন তাকে লৈ দুয়ো বন্ধুৰ ভিতৰত এখন মজাৰ কাজিয়াৰ সৃষ্টি হৈছিল। কাকতিয়ে দুৱাৰ-খিৰিকিবোৰ জপাই

লৈ পঢ়িবলৈ ধৰে। এনেতে দাসে উঠি গৈ সেইবোৰ খুলি দি পঢ়াত লাগে। তাতে কাকতিৰ এবাৰ খং উঠিল আৰু ক্ৰোধত দাসক 'মূৰ্খ', বুলি গালি পাৰিলে। দাসে তাতেই ওফোন্দ পাতি কাকতিক কেইবা দিনলৈও নামাতিলে। কাকতিয়ে মনত বেজাৰ পাই এদিন কোঠাটোৰ ভিতৰত হুক্ হুক্‌কৈ কান্দি পেলালে আৰু কান্দি কান্দি দাসক ক'লে, "বেবি, (দাসক তেওঁ 'বেবি' বুলি মাতিছিল আৰু দাসেও তেওঁক 'বাইলা কা' বুলিছিল) তুমি মোক সঁচাকৈয়ে ক্ষমা নকৰিবা নেকি? মই বাৰু খং কৰি তোমাক কিবা বুলিলোৱেইবা, তথাপি মই জানো তোমাৰ 'বাইলা কা' নহওঁ?" উত্তৰত দাসেও কাকতিক সাৱটি ধৰি "নাই কৰা খং, এৰিলো বাৰু আজিৰপৰা" বুলি চকুলো টুকিবলৈ ধৰিলে। তাৰ পিচত দুয়োৰো বন্ধুত্ব আগতকৈও গাঢ় হ'ল। দুয়োৰো মাজত এই বন্দৱস্ত আছিল যে পঢ়ি পঢ়ি আমনি লাগিলে দুয়ো গল্প কৰিব আৰু সেই গল্পত এদিন কাকতিয়ে দাসক সাহিত্যৰ ভাল ভাল ৰসাল কথাবোৰ ক'ব আৰু অন্য এদিন দাসে তেওঁৰ আগত বিজ্ঞানৰ ৰহস্যবোৰ ব্যাখ্যা কৰিব। এইদৰেই দুয়ো সময়ৰ সদ্ব্যৱহাৰ কৰিছিল।

কাকতিৰ ছাত্ৰাৱস্থাত যিসকল সদাশয় লোকে অৰ্থসাহায্য কৰিছিল তেওঁলোকৰ নাম আৰু সাহায্যৰ পৰিমাণ তেওঁ লিপিবদ্ধ কৰি থৈছিল আৰু চাকৰিত সোমাই সেইসকলৰ ঋণ পৰিশোধ কৰাই আছিল তেওঁৰ প্ৰথম কৰ্তব্য। তেওঁ অধ্যাপক পি. চি. ৰায়ৰ ঘৰলৈও গৈছিল। অধ্যাপক পি. চি. ৰায়ে ধন গ্ৰহণ কৰিবলৈ মান্তি নোহোৱাত কাকতিয়ে হেনো কৈছিল, "ই যে গুৰু-ঋণ, ছাৰ! মোক আপুনি ঋণমুক্ত কৰক।" তাৰ উত্তৰত অধ্যাপক ৰায়ে কৈছিল, "তুমি যদি অগত্যা নেৰা তেন্তে এই ধন তুমি নিজে দুখীয়া দৰিদ্ৰ ল'ৰাক দান কৰিবা।" অধ্যাপক ৰায়ৰ মতে কাকতিয়ে এই ধন বহুত দিনলৈ উপযুক্ত দুখীয়া ছাত্ৰক দান দিছিল।

ডঃ কাকতিয়ে ওৰে জীৱন তেনেই অনাড়ম্বৰ হিচাপেই কটাইছিল।

সাধাৰণ ধুতি-চোলা পিন্ধি সূতাৰ চাদৰখন গাত মেৰিয়াই লৈ ভৰিত মুগা কেন্‌ভাচ জোতাৰে মুখত বিড়ি টানি টানি পুৱা-গধূলি ফুৰিবলৈ যোৱাটো তেওঁৰ দৈনন্দিন কাম আছিল। ৰেলৰ আলিয়েদি তেওঁ নিৰ্জনত ফুৰি ভাল পাইছিল। ৰেলষ্টেচন পাৰ হৈ যাব খোজোতে এদিন এটা মজাৰ ঘটনা ঘটিছিল। কলিকতাৰ কলেজৰপৰা আহি কটন কলেজৰ তৃতীয় বাৰ্ষিকত নাম লগাই নতুনকৈ বি. এ. পঢ়িবলৈ লোৱা এজন ছাত্ৰই এদিন চাহাবী পোচাক পিন্ধি ষ্টেচনত তহল দিছিল। তেওঁৰ চিগাৰেট খাবলৈ মন যোৱাত জেপৰপৰা চিগাৰেট উলিয়াই লৈ দেখে যে জুইশলা নাই। তেতিয়া ওচৰেদি ডঃ কাকতি যাওঁক। মুখত বিড়ি দেখি ল'ৰাজনে কাকতিৰ ওচৰ চাপি জুলশলাৰ বাহ খুজিলে আৰু কাকতিয়েও দিলে। ছাত্ৰজনে চিগাৰেট জ্বলাই লৈ জুই শলাৰ বাহ ঘূৰাই দিলে। পিচদিনা ক্লাচত অধ্যাপক কাকতিক দেখি ল'ৰাটো অবাক হ'ল। কেইদিনমানৰ পিছত তেনে এটা ৰহস্যজনক ঘটনাৰ বৰ্ণনা তেওঁ লগৰীয়া ছাত্ৰ দুই-এজনক নোকোৱাকৈ থাকিব নোৱাৰিলে।

শ্ৰেণীত অধ্যাপক পি. চি. ৰায়ে এবাৰ কৈছিল, “মোৰ দুজন ছাত্ৰ, দুয়োজন স্বনামধন্য বিখ্যাত। এজন বিলাত ফেৰৎ, আনজন নহয়। দুয়োৰো গৌৰৱত মই গৌৰৱান্বিত। এজনে মই চিগাৰেট দিলেও খায়, মোকো যাচে। আমি দুয়ো একেলগে চিগাৰেট খাওঁ আৰু সমানে গল্প কৰোঁ। আনজনে বিড়ি খায়, চিগাৰেট নাখায়, তাকো মোক দেখিলে পিছলৈ হাত কৰি লুকাই পেলাই দিয়ে, মোৰ আগত বিড়ি নাখায়। অথচ তেওঁক মই ছাত্ৰ বুলি গৌৰৱ কৰোঁ আৰু আনন্দ লভোঁ, যদিও বিদ্যাৰ ওজনত মইহে তেওঁৰ ছাত্ৰ হ'ব লাগে। তোমালোকে এতিয়া কোনটো আদৰ্শ ল'বা? সেই দুয়োজন এতিয়া তোমালোকৰ মাজতে আছে, তোমালোকৰ অধ্যাপক, এজন ডঃ ভূঞা, আনজন ডঃ কাকতি।”

# যতীন্দ্রনাথ দুৱৰা

## যোগেশ দাস

যত্নু কৱি, অসমীয়া শ্ৰেণী, প্ৰেমৰ কৱি, কাব্য-যোগী আদি নানা আদৰুৱা আখ্যা যতীন্দ্ৰনাথ দুৱৰাৰ ওপৰত বৰষি অহা হৈছে। এই-বিলাক তেওঁৰ গুণমুগ্ধ জাতিৰ তেওঁৰ প্ৰতি থকা চেনেহৰ চিন। 'অতীতক নেযাবা পাহৰি', 'অতীতক যোৱাহে পাহৰি' আদি তেওঁৰ কৱিতাৰ শাৰীবোৰ আজি অসমীয়া মানুহৰ কাৰণে প্ৰবচন স্বৰূপ হৈ উঠিছে। কৱি-মানুহ বুলিলে সৰ্বসাধাৰণৰ মনত যিটো ধাৰণা ওপজে যতীন দুৱৰা ঠিক তাৰেই মূৰ্ত প্ৰতীক আছিল। বিয়া-বাৰু নকৰালে, ঘৰ-দুৱাৰলৈ আকাঙ্ক্ষা নাছিল, আজীৱন প্ৰবাসতে কটালে, যশ প্ৰাৰ্থনা নকৰাকৈয়ে কেৱল মনৰ আনন্দতে কৱিতা লিখি গ'ল—এইজনেই সৰ্বসাধাৰণে জনা যতীন দুৱৰা। সংসাৰৰ অলায়ক বুলিব পৰা এইজন কৱিয়ে হেনো কৱিতা লিখি ক'ত এৰে নিজেই ক'ব নোৱাৰে; আনেহে সেইবোৰ প্ৰকাশৰ নিমিত্তে সৰকাব লগা হয়।

১৮৯২ খ্ৰীষ্টাব্দৰ ৪ মাৰ্চ শুকুৰবাৰে শিৱসাগৰত দুৱৰাৰ জন্ম হয়। শ্যামসুন্দৰ দুৱৰা আৰু পুনন্দা দুৱৰাণীৰ তেওঁ কনিষ্ঠ সন্তান আছিল। গৌৰীধ্বজ সিংহই কনৌজৰপৰা অনোৱা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থৰে এজন আছিল দুৱৰা বংশৰ উপৰিপুৰুষ।

ৰংপুৰতে তেওঁৰ বিদ্যাৰম্ভ হয়। তেওঁ বঙালী ভাষাত শিক্ষা লাভ কৰিবলগা হৈছিল। ১৮৩৬ চনৰপৰা ১৮৭৩ চনলৈকে অসমৰ স্কুল-আদালতত বঙালী ভাষাৰ মাধ্যমেৰে কাম চলোৱা হৈছিল। বঙালী কাকতিসকলৰ প্ৰৰোচনাতে ইংৰাজ শাসকসকলে অসমীয়া ভাষাৰ বিষয়ে ভুল ধাৰণা লৈ অসমত বঙলা ভাষা চলাইছিল। দুৱৰাৰ দিনত পুনৰ অসমীয়া মাধ্যম চলোৱাৰ আদেশ হৈছিল যদিও কাৰ্যক্ষেত্ৰত তাক সম্পূৰ্ণ

বলবৎ কৰা হোৱা নাছিল। মাতৃভাষাৰ পৰিৱৰ্তে বুজি-নোপোৱা আন ভাষাত পঢ়িব লগা হোৱাত তুৱৰাই আন বহুতৰ দৰে আহুকাল পাইছিল। সুৱদী-সুৰীয়া মাতৃভাষাৰ কাৰণে এনেদৰে হামৰাও কঢ়াৰ কথা জানি এদিন হেনো বঙালী শিক্ষক ৰামমোহন মিত্ৰই "মাতৃভাষানো কি" বুলি তুৱৰাক প্ৰশ্ন কৰিছিল। সৰু ল'ৰাটিয়ে তাৰ সমুচিত উত্তৰ দি কৈছিল যে মাকৰ কোলাতে উঠি 'আই' বুলি মাতিব পৰা ভাষাই মাতৃভাষা, যি মাতৃভাষাৰপৰা তেওঁৰ নিচিনা অসমীয়া বঞ্চিত হৈছে। এইবুলি কান্দি পেলোৱা তুৱৰাৰ মূৰত তেতিয়া মৰমেৰে হাত বুলাই হেনো ৰামমোহন মিত্ৰই সান্ত্বনা দিছিল, মাতৃভাষাক ওলটাই আনিবলৈ তেওঁ সমৰ্থ হ'ব, "তোমাৰ মাতৃভাষা আকৌ উলটি আহিব, তুমি নেকান্দিবা।" মাতৃভাষাৰ প্ৰতি থকা এই আগ্ৰহ আৰু শ্ৰদ্ধাৰ ভাবকে পিচৰ কালত তুৱৰাই অনুবাদ কৰা "মোৰ শেষ পাঠ" কাহিনীত ফুটাই তুলিছে: "জাৰ্মান সৈন্যই ফ্ৰান্স দখল কৰাত এখন ফৰাচী পঢ়াশালিত শিক্ষকজনে মাতৃভাষাত শেষ দিনৰ কাৰণে পাঠদান কৰোতে ছাত্ৰৰ উপৰিও গাৱঁৰ বুঢ়া-মেঠাবোৰো উপস্থিত হৈছিলহি; কাৰণ পিচদিনাৰপৰা জাৰ্মান ভাষাতহে শিক্ষাদান কৰা হ'ব আৰু ফৰাচী ভাষা কোনেও পঢ়িবলৈ নেপাব।" এটি সৰু ল'ৰাৰ অভিজ্ঞতাৰে মাতৃভাষাৰ মৰ্যাদাৰ এই কাহিনী কোৱা হৈছে।

ল'ৰা কালতে তুৱৰাৰ অন্তৰত কৱিতাৰ উঁহ থকাৰ প্ৰমাণ পোৱা গৈছিল। ইংৰাজী শিকিবলৈ লোৱা সকলো ল'ৰাই আনন্দেৰে আওৰোৱা "Twinkle Twinkle Little Star"পদ্যটো তেওঁ "চিকিমিকি চিকিমিকি সৰু তৰাটি, কেনেকৈ শোভা কৰে শুখ আকাশত" বুলি ভাঙনি কৰি ডাঙৰৰ-পৰা প্ৰশংসা লাভ কৰিছিল। বেণুধৰ ৰাজখোৱাই হেনো এইটো পঢ়ি কৱিক বিশেষ উৎসাহ দিছিল। হাতেলিখা আলোচনীতো সেই সময়ত তুৱৰাৰ কৱিতা ওলাইছিল। পিচৰ জীৱনতো তুৱৰাই ভালেমান গুণী-জ্ঞানী শুভাকাঙ্ক্ষীৰ সাহায্য আৰু উৎসাহ-উদ্দীপনা পাইছিল। সেই সকলৰ ভিতৰত আছিল সাহিত্যৰথী বেজবৰুৱা, 'প্ৰতিমাৰ' খনিকৰ

আগৰৱালা, দেশভক্ত তৰুণৰাম ফুকন, কটন কলেজৰ অধ্যক্ষ ছুদামাৰ্ছন, স্কটিছ চাৰ্চ কলেজৰ অধ্যাপক ডঃ আৰ্কহাৰ্ট ইত্যাদি।

শিৱসাগৰৰপৰা প্ৰৱেশিকাত উত্তীৰ্ণ হৈ ১৯০৯ চনত যতীন দুৱৰাই কটন কলেজত পঢ়িবলৈ লয়। কিন্তু গুৱাহাটীত তেওঁ সৰহ দিন নেথাকিলে। তথাপি যি কেইদিন আছিল সেই কেই দিনতে অধ্যক্ষ ছুদমাৰ্ছন চাহাবৰ তেওঁ এজন প্ৰিয় ছাত্ৰ হৈ উঠিছিল। কটন কলেজৰপৰা গৈ তেওঁ কলিকতাৰ স্কটিছ চাৰ্চ কলেজত নাম লগায়। ইয়াতো দৰ্শনৰ অধ্যাপক ডঃ আৰ্কহাৰ্টৰ তেওঁ অতিশয় প্ৰিয়পাত্ৰ হৈ উঠে। দুৱৰাই কলেজত অধ্যয়নৰ বিষয়ৰূপে বুৰঞ্জী আৰু অৰ্থনীতি লৈছিল। দৰ্শনৰ ছাত্ৰ নোহোৱাকৈও তেওঁ দৰ্শনৰ অধ্যাপক ডঃ আৰ্কহাৰ্টৰ কেনে প্ৰিয়পাত্ৰ হৈ উঠিব পাৰিছিল সেইটো এটা ঘটনাৰপৰাই ভালদৰে বুজিব পাৰি। সেইটো আছিল দুৱৰাৰ জীৱনৰ এটা ভয়াবহ স্মৰণীয় ঘটনা। ১৯৩৩ চনত এদিনাখন কলিকতাৰ আলিবাটত এটা সাংঘাতিক মটৰ দুৰ্ঘটনাত দুৱৰা আহত হয়। তেওঁ ট্ৰামৰপৰা নামোতেই পাচফালৰপৰা অহা টেক্‌সী এখনে খুন্দা মাৰি দিয়ে; ওচৰৰ বিজুলী চাকিৰ খুটাত ছিটিকি পৰি তেওঁ আকৌ তাৰপৰা উফৰি আহি মটৰৰ তলতে পৰিছিলহি। প্ৰাণ ৰক্ষা পৰিল যদিও মুখৰ হাড় ভাগিল, চকু ওলাই আহিল। দুৰ্ভাগ্যৰ কথা যে, তেওঁক আহত অৱস্থাতে সুচিকিৎসাৰ বিধান নকৰাকৈ হাস্পতালত পেলাই থোৱা হৈছিল। ডঃ আৰ্কহাৰ্ট তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। খবৰ পায়েই তেওঁ লৰালৰিকৈ হাস্পতাললৈ যায় আৰু দাবি-হুকি দি সুচিকিৎসাৰ ব্যৱস্থা কৰি দিয়ে। লক্ষ্মীধৰ শৰ্মাকে আদি কৰি প্ৰবাসী ছাত্ৰসকলে তেওঁৰ বিছনাৰ কাষত কন্দনামুৱা হৈ হেনো পৰ দিছিল। আৰোগ্য হোৱাৰ পিচত দুৱৰাই ডঃ আৰ্কহাৰ্টক দেখা কৰিবলৈ গ'ল। পিচে পৰিবাৰকে পঠিয়াই দি ডঃ আৰ্কহাৰ্টে হেনো কৈছিল, "যতীনক তুমিয়েই মাত দিয়াগৈ। মই তাৰ ভগা মুখখন চাব নোৱাৰো।" এই গৰাকী স্কটলেণ্ডবাসী শিক্ষাব্ৰতীয়ে অৱসৰ লৈ ভাৰতৰপৰা গুচি যোৱাৰ আগতে দুৱৰাক এদিন

সাৰট মাৰি ধৰি কৈছিল, "বোপাইটো, মটৰ গাড়ীৰ লগত আকৌ যুঁজিবি। এইবেলি মই আহিব নোৱাৰিম।" এই দুৰ্ঘটনাত মুখৰ হাড় ভাগিলেও দুৱৰাৰ মুখাবয়বৰ বিশেষ একো ক্ষতি-ক্ষুণ হোৱা নাছিল। কিন্তু তেতিয়াৰেপৰা মটৰ গাড়ীক দুৱৰাই আতঙ্কৰ চকুৰে চোৱা হ'ল। মটৰ দেখিলে যেন তেওঁ কাষৰীয়া হৈ দৰকাৰ পৰিলে খাৱৈলৈকে নামি যাব। তেওঁ কৈছিল, "এই মটৰবোৰক যমতকৈও বেছি ভয় লাগে।"

১৯১৩ চনত দুৱৰাই স্কটিছ চাৰ্চ কলেজৰপৰা বি. এ. পাছ কৰে। তাৰ পিছত তেওঁ এম.এ. আৰু ল শ্ৰেণীত নাম লগায়। কিন্তু এই দুটা বিষয়ত তেওঁৰ পৰীক্ষা দিয়া আৰু নহ'লগৈ। কিছুদিনৰ কাৰণে তেওঁ ডিব্ৰুগড়লৈ আহি জৰ্জ ইন্সটিটিউচনত শিক্ষকতা কৰে। এই স্কুলত তেওঁ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাক ছাত্ৰৰূপে পাইছিল। কিন্তু দুৱৰাৰ ডিব্ৰুগড়ত সৰহ দিন থকা নহ'ল। ডঃ আৰ্কহাৰ্টে তেওঁক পুনৰ কলিকতালৈ মাতি নি স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ বুৰঞ্জীৰ শিক্ষক নিযুক্ত কৰিলে আৰু লেডী দাণ্ডাজ হোষ্টেলৰো চুপাৰিন্‌টেণ্ডেণ্ট পাতিলে। পিচত গুগিলাভ হোষ্টেলৰো দায়িত্ব দুৱৰাক দিয়া হৈছিল।

কলিকতাতে দুৱৰাৰ অন্তৰৰ কৱিতাৰ কলিটি মুকুলিত হৈ উঠে। এই বিষয়ত বেজবৰুৱা তেওঁৰ প্ৰেৰণাৰ এটা প্ৰধান উৎস আছিল। ১৯১১ চনত বেজবৰুৱাই কলিকতাৰপৰা 'বাঁহী' উলিয়ায়। তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ যতীন দুৱৰা তেওঁৰ প্ৰধান সাৰথী। বেজবৰুৱাৰ উপৰি তৰুণৰাম ফুকন তেতিয়া সপৰিয়ালে কলিকতাত আছিল। পিচত লক্ষ্মীধৰ শৰ্মা, বিৰিঞ্চি কুমাৰ বৰুৱা আদিয়েও ছাত্ৰ হিচাপে দুৱৰাক কলিকতাত পাইছিল। এইসকলৰ প্ৰেৰণা, উদগণি, দাবী, অত্যাচাৰ আদিৰ ফলতে লাজকুৰীয়া অভিমানী কৱি দুৱৰাৰ কাপৰপৰা সময়ে সময়ে কৱিতাৰ সোঁত ব'বলৈ ধৰে। 'বাঁহী'তে তেওঁৰ কাব্য-প্ৰতিভাই বিকাশ লাভ কৰে। সাহিত্যক্ষেত্ৰত গুৰু-স্বৰূপ বেজবৰুৱাই তেওঁক অসমীয়া শ্বেলী আখ্যা দিছিল; শ্বেলীৰ সৈতে সকলো দিশত মিল নেথাকিলেও দুৱৰাৰ কাতৰ হৃদয়খনি "ব্যক্তিগত বিষণ্ণতাৰে উপচি পৰা

শ্ৰেণীৰ দৰে।” চন্দ্ৰকুমাৰ আগৰৱালাই তেওঁক ‘যন্ত্ৰ কৱি’ বুলি মাতিছিল। ‘প্ৰেমৰ কৱি’ আখ্যা দিওঁতা ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ “অত্যাচাৰ”ত আলোচনীৰ কৱিতাবিলাকৰ সংকলন ‘আপোন সুৰ’ (১৯৩৮) আৰু ‘বনফুল’ (১৯৫২) প্ৰকাশিত হয়। ‘ওমৰ তীৰ্থ’ (১৯২৬) ৰচনাৰ গুৰিতে আছিল লক্ষ্মীধৰ শৰ্মা। চন্দ্ৰকুমাৰ আৰু আনন্দচন্দ্ৰ আগৰৱালাই তেওঁক উদগনি দিছিল ‘কথা-কৱিতা’ লিখিবৰ কাৰণে। দেশভক্ত ফুকনে হেনো দুৱৰাক লগ পালেই চোলাৰ তলৰ পৰা লগুণ ডালি উলিয়াই “চাওঁ দিয়া” বুলি কৱিতাৰ ভিক্ষা কৰিছিল আৰু সেইদৰে কৱিৰপৰা কৱিতা উলিয়াই নি ‘বাঁহী’, ‘আৱাহন’ আদিত প্ৰকাশ কৰিছিল। বিৰিঞ্চি বৰুৱা, লক্ষ্মীধৰ শৰ্মা আৰু সেই সময়ত কলিকতাত থকা সকলো অসমীয়াৰ সকলো বিষয়ৰ তদাৰককাৰী নিযুক্ত ৰাজদূত শ্ৰীহৰেন কলিতায়ো এনেকৈ জোৰ কৰি নাইবা নানান কৌশলেৰে দুৱৰাৰ কৱিতাবোৰ হস্তগত কৰি প্ৰকাশ কৰাইছিল। নহ’লে হেনো আপোনভোলা, লাজকুৰীয়া কৱিয়ে কৱিতা লিখি হয় ফালি পেলোৱা, নহয় লুকুৱাই থোৱা কৰিছিল। এই কৱিতা উদ্ধাৰ কাৰ্যত দুৱৰাৰ লগুৱা, নহয়, কৱিৰ কণাৰ লাখুটি, সাধনেও বিশেষ সহায় কৰিছিল। দহ-এঘাৰ বছৰীয়াটিৰেপৰা সাধন ঘোষ দুৱৰাৰ অকল-শৰীয়া সংসাৰৰ সঙ্গী, তেওঁৰ সুখ-দুখৰ লগৰীয়া আৰু ঘৰখনৰ তদাৰক-কাৰী আছিল। দুৱৰাই সাধন ঘোষৰ বিয়াও পাতি দিছিল আৰু দুয়ো পো-বোৱাৰীৰ দৰে ১৯৬০ চনলৈকে দুৱৰাৰ লগত আছিল। চিৰকুমাৰ দুৱৰাই কিজানি সাধন ঘোষক সঁচাকৈয়ে পুত্ৰ জ্ঞান কৰিছিল।

ওমৰ খায়ামৰ ৰুবায়াতৰ সুমধুৰ, নিৰহনিপানী অসমীয়া ভাঙনি ‘ওমৰ তীৰ্থ’ দুৱৰাৰ প্ৰথম প্ৰকাশিত পুথি। এজন বিহাৰী বন্ধুৰ সহায়ত হেনো দুৱৰাই একাদশ শতিকাৰ এই ‘পাৰস্যীয় গীতৰ সম্ৰাট’ৰ ভাৱৰাজ্যৰ সন্ধান পাইছিল আৰু লক্ষ্মীধৰ শৰ্মাৰ তাগাদাত ইয়াৰ ভাঙনি কৰে। খায়ামৰ জীৱন-দৰ্শন বুজিবৰ কাৰণে তেওঁ গভীৰ আৰু

বিস্তৃতভাৱে অধ্যয়ন কৰিছিল ; তাৰ চিন 'ওমৰ-তীৰ্থ'ৰ পাতনি আৰু 'ওমৰ খায়াম' প্ৰবন্ধ। ফিটজেৰাল্ডৰ ইংৰাজী অনুবাদে উনবিংশ শতিকাৰ শেষৰ ফালে হঠাৎ পাশ্চাত্য জগতত তোলপাৰ লগোৱা ৰুবায়াতৰ অসমীয়া ভাঙনিয়ে অসমৰ পাঠক সমাজৰ মনো অচিৰেই জয় কৰিলে। বিষয়বস্তুক মথি প্ৰায় নিজ অন্তৰৰ বস্তু যেন কৰি লৈ দুৱৰাই 'ওমৰ তীৰ্থ'ত এনে এটা সম্পদ অসমীয়া সাহিত্যক দান কৰিলে যে অসমীয়া পাঠকে খায়ামৰ প্ৰাণৰ স্পৰ্শ আৰু ৰুবায়াতৰ সোৱাদ আন ভাষাৰ ভাঙনিত বিচাৰি যাব নোখোজেও, বিচাৰি যাব লগা নহয়ো। "দুৱৰাৰ 'ওমৰ তীৰ্থ' পঢ়িলে অনুবাদ পুথি যেন নেলাগে। ই যেন কৱিৰ নিজৰ বুকু ভেদি ওলোৱা মন্দাকিনী ধাৰা।" যি কাৰণত ইউৰোপক ওমৰে বলিয়া কৰিছিল তাক দুৱৰাই এই দৰে নিৰ্দ্ধাৰণ কৰিছে, "ইয়াত কি এনে বস্তু আছে যাৰ কাৰণে তেওঁলোকৰ এনে উন্মাদনা আহিছিল ? ইয়াত প্ৰেমালাপ নাই, প্ৰেমত আত্ম-বিসৰ্জন নাই, প্ৰাচ্য দেশৰ ৰীতি অনুযায়ী ঈশ্বৰৰ আৰতি নাই। কিন্তু ইয়াত আছে মানুহৰ প্ৰাণৰ কথা, মানুহৰ অন্তঃস্থল ভেদি উঠা চিৰকলীয়া জীৱন-মৰণৰ গভীৰ সমস্যা। ইয়াত যি প্ৰশ্ন আছে সৃষ্টি-পাতনিৰে-পৰা আজিলৈকে কোনেও তাৰ মীমাংসা কৰিব পৰা নাই ; দৰ্শন-বিজ্ঞানে তাৰ গভীৰতম প্ৰদেশত গৈ বাট বিচাৰি উলিয়াব নোৱাৰি নিজেই নিজক হেকৰাই পেলাইছে। মানুহৰ পৰিণাম, স্বৰ্গ-নৰক সৃষ্টিৰ উদ্দেশ্য, পাপ-পুণ্যৰ প্ৰায়শ্চিত্ত আৰু পুৰস্কাৰ—এইবিলাক জটিল সমস্যাই সকলোৰে জীৱনত এবাৰ নহয় এবাৰ ভুমুকি মাৰিছে—মানুহ যিমানে বয়সত আগ বাঢ়ে সিমানে এই সমস্যাই তেওঁবিলাকক বেছি উদ্বিগ্ন কৰে ; এই ৰহস্য-ভেদৰ কাৰণে মানুহৰ প্ৰাণ আকুল হৈ উঠে। ৰুবায়াতত এই প্ৰশ্নবিলাকত এজন মুক্তপ্ৰাণ সাধকৰ অন্তঃস্থল ভেদি উঠা প্ৰতিধ্বনি আছে।" পাশ্চাত্য ৰোমাণ্টিক কৱিসকলৰ ভাবধাৰাৰ লগতে ওমৰৰ জীৱন-দৰ্শন তথা চুফীবাদেও দুৱৰাৰ কোমল, কাতৰ প্ৰাণত ৰেখাপাত কৰিব পাৰে। "ধৰা প্ৰিয়তম, প্ৰাণৰ পিয়লা,

জীৱন মদিৰা ভৰাই দিয়া", "কটি এটুকুৰা, সুৰাৰ পিয়লা, কৱিতা কুঁৱৰী আকুল প্ৰাণ" আদি শাৰীয়ে হেনো কিছু বিৰূপ প্ৰতিক্ৰিয়াৰো সৃষ্টি কৰিছিল। দুৱৰাৰ পেহীয়েক এগৰাকীয়েই বোলে মন্তব্য কৰিছিল যে ল'ৰাই মদটুপি ধৰি কৱিতা লিখাত লাগিছে। এইবোৰ ধৰিবলগীয়া কথা নহয়। শ্বেলী বা ওমৰৰ দৰে বিদ্ৰোহ আৰু উগ্ৰতাই দুৱৰাৰ স্বভাৱত ঠাই নেপাইছিল। কিন্তু শ্বেলীৰ অনুভূতিৰ তীব্ৰতা আৰু ওমৰৰ বিশ্বমানৱতাবোধ দুৱৰাৰ মনোভাবৰ নিশ্চয় অনুকূল আছিল। "দূৰ-দূৰণিৰ মৰুৰ দাঁতিৰ এখনি নিৰল পামত কটি, সুৰা, চাকী আৰু কৱিতা"ক লৈ ওমৰে থাকিব খুজিছিল; "অন্তৰ জ্বলোৱা অতীতৰ স্মৃতি" বুকুত লৈ নিৰলে থাকিবলৈ দুৱৰায়ো পাহৰণি-নৈৰ দাঁতিত পঁজা সাজিছিল। আন এজন পাৰস্যীয় কৱি হাফেজৰ কৱিতাৰ ভাঙনি কৰিবৰ কাৰণেও তেওঁ তৰুণৰাম ফুকনৰ সহায়ত প্ৰখ্যাত পণ্ডিত খোদা বক্সৰ ওচৰ চাপি চুফীবাদ সম্বন্ধে আলোচনা কৰে আৰু নিজেও পঢ়া-শুনা কৰি হাফেজৰপৰা অনুবাদ কৰি 'মিলনৰ সুৰ' (১৯৬০) লিখে। খায়াম আৰু হাফেজ উভয়ৰে অনুবাদ তেওঁ ইংৰাজীৰপৰা কৰিছিল।

দুৱৰাই তেওঁৰ দ্বিতীয় পুথি 'কথা-কৱিতা' লিখে ৰুছ ঔপন্যাসিক আইভান টুৰ্গেনিভৰ অনুকৰণত। ৰুছ লেখকজনে হেনো দুৰাৰোগ্য কেন্সাৰ ৰোগত শয্যাগত হৈ থাকোতে এই অদ্ভুত ধৰণৰ গদ্য-কৱিতা শ্ৰেণীৰ সৃষ্টি কৰিছিল। ৰচনা-পদ্ধতিত দুৱৰাই টুৰ্গেনিভৰ পথ লৈছিল। কিন্তু বিষয়বস্তু তেওঁৰ নিজা অন্তৰৰ অনুভূতিসম্ভূত। গীতি-কৱিতাত তেওঁ সৰহভাগ ক্ষেত্ৰতে ব্যক্তিগত হা-হুমুনিয়াহ বা অতীত স্মৃতি ৰোমন্থনৰ আনন্দৰ কথা কৈ গৈছে। কথা-কৱিতাতো তেওঁ ব্যক্তিগত ধ্যান-ধাৰণা-অনুভূতিকে প্ৰকাশ কৰিছে; জীৱন, প্ৰেম, সৌন্দৰ্য আদিৰ বিষয়ে তেওঁৰ ব্যক্তিগত যি উপলব্ধি তাকেই এইবিলাকত সৰল, কোমল ভাষাত লিপিবদ্ধ কৰি থৈছে।

অসমীয়া গীতি-কৱিতাই যতীন দুৱৰাৰ হাতত পূৰ্ণ বিকাশ লাভ

কৰে। তাৰেই নিদৰ্শন 'আপোন সুৰ' আৰু 'বনফুল' বুলিবৰ দুটি খণ্ড-কৱিতাৰ সংকলন। 'বনফুল'ৰ কাৰণে ১৯৫৪ চনত সাহিত্য একাডেমীৰ পুৰস্কাৰ দুৱৰাক দিয়া হয়। অসমীয়া সাহিত্যত এই পুৰস্কাৰ এয়ে প্ৰথম। দুৱৰাৰ পাহৰণি-তত্ত্বৰ বিকাশ, তেওঁৰ জীৱন-দৰ্শন, তেওঁৰ মাজৰ চিৰশিশুটিৰ অভিমান, তেওঁৰ লাজকুৰীয়া হৃদয়ৰ কোমল অনুভূতিৰ তীব্ৰতা সকলোখিনি এই দুটি সংকলনৰ কৱিতা-বিলাকতে আছে। আত্মকেন্দ্ৰিক কৱিৰ ব্যৰ্থ প্ৰেমৰ বেদনা, ব্যক্তিগত একাকিত্বৰ হা-হুমুনিয়া, সহযাত্ৰী মানুহৰ অৱহেলা দেখি অভিমান, শেষৰ পিনে "বাহুতোলা মৰণৰ আলিঙ্গন" অনুভৱ কৰি সিপাৰত কাণ্ডাৰীক দেখি ইমান নৈৰাশ্যৰ মাজতো আশাবাদৰ উপলব্ধি, এয়ে তেওঁৰ কৱিতাৰ মূল বক্তব্য। "প্ৰেম-সৰ্বস্ব জীৱনত প্ৰেম হেৰুৱাই জীৱনত নিজৰ পৰিচয় শূন্য ৰূপেহে পাইছে। সেই শূন্যতাৰ ভয়াবহতাৰ-পৰা ৰক্ষা পাবলৈ তেওঁ বিচাৰিছে বিস্মৰণৰ আৱৰণ। অনুভূতিৰ সূক্ষ্ম তীব্ৰতা আৰু প্ৰকাশৰ গীতিধৰ্মিতাই দুৱৰাৰ লিৰিক ৰূপৰ চৰম উৎকৰ্ষ দান কৰিছে।" ( ডঃ মহেশ্বৰ নেওগ )। দুৱৰাৰ দুদিনীয়া সংসাৰখন ঠিক ওমৰৰ "আলহী ঘৰ" নহয়। কিয়নো ওমৰৰ দৰে জীৱন-ৰহস্য-ভেদত ব্যৰ্থ হৈ বেদনা পোৱাতকৈ প্ৰিয়জনৰ মৰম-চেনেহ বিচাৰি ব্যৰ্থ হৈহে তেওঁ দুখ কৰিছে, "কতবাৰ হেঁপাহেৰে সাৱটি ধৰিলা, প্ৰতিমাৰ পালা জানো প্ৰাণ ?" সেই বাবে অভিমানত অতীতটোক তেওঁ পাহৰি যাব খুজিছে। কিন্তু যিদিনা "সমাপি জীৱনৰ-খেলা বসুধা বুকুত" তেওঁ যাবলৈ ওলাল তেতিয়া অনুভৱ কৰিলে পাহৰিবতো নোৱাৰি— "সমুখত স্মৃতিৰ শ্মশান"; অতীত স্মৃতিয়ে তেওঁক পাচফাললৈ টানি টানি ধৰে; বসুধা বুকুৰপৰা তেওঁৰ স্মৃতি মচ খাই যোৱাটো তেওঁ বিচাৰিব নোৱাৰে। পাহৰণি-নৈৰ দাঁতিত কৱিয়ে কল্পনাৰ পঁজা সাজিছিল, কিন্তু ওমৰে ভবাৰ দৰে কালৰ পুতলা স্বৰূপ কৱিক যেতিয়া নিচিনা বাটেদি নজনা দেশৰ পিনে নিয়তিয়ে হাত ধৰি আগুৱাই লৈ যাব তেতিয়াও বিস্মৃতিৰ গৰ্ভতে তেওঁৰ পৰিচয় হৈ যাব বুলি তেওঁ আশা

কৰিছে। "অকলশৰীয়া নাৱৰীয়াই সময়ৰ সোঁতত নাও এৰি দিছে। নদীৰ দুয়ো পাৰৰ সঞ্চৰণশীল প্ৰাকৃতিক সৌন্দৰ্য চাই চাই নাৱৰীয়া আগবাঢ়ি যায়, এৰি অহা অতীতৰ কথা মনত পৰে; কিন্তু পাৰৰপৰা কোনো সহানুভূতিপূৰ্ণ আমন্ত্ৰণ তেওঁ নাপায়—এয়ে দুৱৰাৰ কবিতাৰ প্ৰধান ৰূপক।" (ডঃ সত্যেন্দ্ৰনাথ শৰ্মা)। অসমীয়া বনগীতৰ ভাষা, নহয়, তাৰ প্ৰকাশ ভঙ্গীৰ সৰলতা আৰু স্বাভাৱিকতা দুৱৰাৰ কৱিতাত একাত্ম হৈ আছে। এই গুণৰ সোণত সুৱগা চৰাইছে ছন্দৰ সাৱলীলতাই; ক'তো কেতিয়াও উজুটি খাব নেলাগে। ভাষাৰ নিৰহনিপানী গুণ তেওঁৰ সকলো ৰচনাতে আছে। কথা-কৱিতাৰ বৰ্ণনাত, "মোৰ শেষ পাঠ" কাহিনীত, ওমৰৰ ভাঙনিত অসমীয়া-অসমীয়া ভাব পূৰামাত্ৰাই অনুভৱ হয়। ৰজা বেইৰাম, কৈকোবাদ, জামচৈয়দ, এৰেম, ফুলনি আদি নামবোৰ ইমান সুন্দৰকৈ ভাঙনিত খাপ খুৱাই গৈছে যে পাঠকে স্বদেশতে থাকিও নিজৰ কল্পনাৰ পখিটিক পাৰস্যৰ অতীত পৰিবেশলৈ উৰুৱাই দিব পাৰে।

সাম্প্ৰদায়িক সঙ্ঘৰ্ষৰ সময়ত দুৱৰাই কলিকতা এৰি অসমলৈ আহে। তেওঁ পুনৰ ডিবুৰু ঘাটত চাপিলগৈ। তেওঁ ১৯৪৮ চনৰপৰা ১৯৬০ চনলৈকে ডিব্ৰুগড়ৰ কানৈ কলেজৰ অসমীয়া বিভাগৰ মূৰব্বী অধ্যাপক হৈ থাকে। ইয়াৰ আগতে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া এম. এ. শ্ৰেণীতো কিছুকাল তেওঁ অধ্যাপক নিযুক্ত হৈছিল। গতিকে ক'ব পাৰি যে দুৱৰাই আজীৱন শিক্ষকতাই কৰি গ'ল। তেওঁৰ শিক্ষক-জীৱন লুইতৰ পাৰৰ জৰ্জ স্কুলত আৰম্ভ হৈছিল। শেষো হ'ল তাৰ ওচৰৰে (তেতিয়া অস্থায়ী) কানৈ কলেজতে। ৰংপুৰৰ দিখৌৰ পাৰত তেওঁৰ জন্ম। ডিব্ৰুগড় আৰু গুৱাহাটীত ব্ৰহ্মপুত্ৰৰ সান্নিধ্য তেওঁ লাভ কৰিছিল; কলিকতাত গঙ্গা আৰু সাগৰৰ। নদী, নাও আৰু নাৱৰীয়াক জীৱনদৰ্শন ব্যাখ্যাৰ আলম কৰি লোৱাৰ কাৰণ এয়েনেকি?

১৯৫৫ চনত তেওঁ গুৱাহাটীত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক

অধিৱেশনত সভাপতিৰ আসনৰপৰা দিয়া ভাষণত নতুন কৱিতা সম্বন্ধে দিয়া মন্তব্যই কৰি সমাজত এটা আলোড়নৰ সৃষ্টি কৰিছিল। মতদ্বৈধতা যিয়েই নেথাকক, এই ঘটনাই দুচাম কাব্যসাধকক আঁতৰা-আঁতৰিকৈ থকাৰ পৰিৱৰ্তে ওচৰ চাপি আহিবলৈ সুবিধা দিছিল।

১৯৬০ চনৰ ছেপ্টেম্বৰ মাহত ৬৮ বছৰ বয়সত দুৱৰাই কৰ্মজীৱনৰ-পৰা অৱসৰ লয়। ইয়াৰ পিচত তেওঁ আকৌ ল'ৰা কালৰ ঘৰখনলৈ, শিৱসাগৰৰ দিখৌৰ পাৰলৈ উলটি যায়। প্ৰথম ল'ৰাকাল আৰু দ্বিতীয় ল'ৰা কাল তেওঁ নিজ ঘৰত আপোনজনৰ মাজত কটায়। তাৰ প্ৰয়োজনো আছিল। মনত চিৰশিশু কৱি এইবাৰ শেষ বয়সত আকৌ প্ৰকৃত শিশু হ'ল। সাধন সপৰিবাৰে ইতিমধ্যে কলিকতালৈ গুচি গৈছে। লাহে লাহে কৱিৰ স্মৃতি-শক্তি ক্ষীণ হৈ আহিব ধৰা দেখা গ'ল। দিখৌ, দিখৌ গুচি পাহৰণি নৈ হ'ল। কৱিৰ কল্পনাই বাস্তৱ ৰূপ পালে। আপোনজনকে পাহৰিবলৈ আৰম্ভ কৰিলে। কথাৰ আঁত উলিয়াই দিব লগা হ'ল। খোৱা-শোৱাৰ কথাও সোঁৱৰাই দিব লগা হ'ল। ই এক দুৰ্বহ বেদনা; কিন্তু আনৰ কাৰণেহে, আমাৰ কাৰণেহে, কৱিয়ে নিজে হয়তো এই বেদনা অনুভৱ কৰা নাছিল; হয়তো তেওঁ কামনা কৰা বিস্মৃতি এই দৰেই ঈশ্বৰৰ আশীৰ্বাদ স্বৰূপে লাভ কৰিলে।

১৯৬৪ চনৰ ৫ জুলাই তাৰিখে পুৱা দুৱৰাৰ করুণ জীৱনৰ অন্ত পৰিল। সেই দিনাই মৰণ বৰণ কৰা ডঃ ভূঞাৰ ভাষাৰ "এটি দীঘলীয়া কৱিতা" নীৰৱ হৈ গ'ল। কিন্তু কৱিৰ গুৰুৱে ক'বৰ দৰে সেই কৱিতাৰ অমিয়া জেঁাকাৰ বৈ গ'ল। জেতুকা পাতৰ দৰে হিয়া এখনি লৈ অহা কৱিয়ে তেওঁৰ অতীতটোক পাহৰি পেলাবলৈ অনুৰোধ কৰি গৈছে। আমি ক'ব পাৰো যে তলৰ কৱিতা ফাকিত যি বিস্মৃতিৰ কথা তেওঁ অনুভৱ কৰি গৈছে তাৰ গৰ্ভৰপৰা তেওঁক অসমীয়া সাহিত্যৰ বুৰঞ্জীয়ে উদ্ধাৰ কৰি আনিছে:

"সংসাৰৰ বেচা-কিনা চলিব সদায় একে
মাথোঁ মোৰ দেহা হ'ব অনন্তত লয়।
পাহৰণি নই খনি পঁজাৰ কাষেদি বই
দিব জগতত মোৰ শূন্য পৰিচয়।"

# ডঃ সূৰ্যকুমাৰ ভূঞা

প্ৰফুল্লদত্ত গোস্বামী

( ১ )

যিজন পুৰুষে আঢৈকুৰি বছৰৰ ওপৰ কাল অসমৰ সাহিত্য আৰু সংস্কৃতিৰ হকে অক্লান্তভাৱে কাম কৰি ১৯৬৪ চনৰ ৫ই জুলাই তাৰিখে স্বৰ্গ প্ৰয়াণ কৰিলে সেই সূৰ্যকুমাৰ ভূঞাদেৱৰ কৰ্মময় জীৱনৰ ৰিজনি অসম দেশততো নায়েই, ভাৰততো বিৰল। কৱি, বুৰঞ্জীবিদ আৰু শিক্ষাবিদ সূৰ্যকুমাৰৰ জন্ম হয় নগাঁৱৰ এক মধ্যবিত্ত পৰিয়ালত ( ১৮৯৪ )। এওঁ নগাঁৱৰপৰা এন্ট্ৰেঞ্চ পৰীক্ষা পাচ কৰি কলিকতাৰ প্ৰেছিডেঞ্চি কলেজৰপৰা ইংৰাজী সাহিত্যত অনাৰ্চ লৈ বি. এ. পাছ কৰে। ১৯১৬ চনত তেওঁ ইংৰাজী সাহিত্যত এম. এ. ডিগ্ৰী লাভ কৰে। কেইবছৰমান পিচত তেওঁ ল পৰীক্ষাও পাছ কৰে।

সেই সময়ত অসম উপত্যকাত কটন কলেজ একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান। এই অনুষ্ঠানৰ সৰহ শিক্ষক বঙালী। সূৰ্যকুমাৰ কটন কলেজৰ দ্বিতীয় অসমীয়া অধ্যাপক। তেতিয়া ১৯১৮ চন। এই সময়ৰ ভিতৰতে সূৰ্যকুমাৰে তেওঁৰ ভৱিষ্যৎ সম্ভাৱনাৰ ইঙ্গিত দিছেই, কিয়নো তেওঁৰ কৱিতা 'উষা',. 'বাঁহী' আদি কাকতত প্ৰকাশ হৈছে আৰু আহোম যুগৰ বুৰঞ্জীতো তেওঁ মনোনিবেশ কৰিছে। তেওঁৰ প্ৰথম প্ৰকাশিত কিতাপ 'গোপালকৃষ্ণ গোখেল' ( ১৯১৬ ), 'নিৰ্মালি' ( ১৯১৮ ), আৰু 'আহোমৰ দিন' ( ১৯১৮ )। 'নিৰ্মালি'ৰ কৱিতাখিনি গোটাই তেওঁ তেওঁৰ পৰিবাৰৰ হাতত গুজি দি কৈছিল, "লোৱা, এয়া তোমাৰ সম্পত্তি।" তেওঁৰ পৰিবাৰে সমিধান দিছিল, "এয়ে মোৰ জীৱনৰ প্ৰথম নিৰ্মালি।" তেওঁৰ পৰিবাৰৰ উক্তিৰপৰাই এই কিতাপ খনৰ নাম নিৰ্মালি হয়।

কৱি হিচাপে সূৰ্যকুমাৰৰ স্থান যথেষ্ট ওপৰত। অৱশ্যে তেওঁ আগ বয়সতে কাব্যচৰ্চা ত্যাগ কৰি আন বিষয়ত সোমাই পৰাত অসমীয়া

পাঠকে তেওঁ যে কৰি আছিল, এইকথা প্ৰায় পাহৰি পেলালে। ঘকুৱা ঠাচেৰে গভীৰ ভাবৰ নাইবা সাধাৰণ আশা-নিৰাশাৰ আবেগ সঞ্চাৰী আভাস দিয়াত তেওঁ সিদ্ধহস্ত। বহল দাৰ্শনিক ভাবৰ ব্যঞ্জনাও তেওঁৰ ৰচনাত যথেষ্ট। প্ৰকৃতিৰ প্ৰতি অনুৰাগ, দেশপ্ৰীতি, জীৱনৰ অৰ্থ সম্বন্ধে প্ৰশ্ন, সঙ্গীতৰ শব্দযোজন, মনত ৰৈ যোৱা শাৰী, অভিনৱ মানসচিত্ৰ, আদি লক্ষণে 'কোন তুমি ?', 'বিষাদ', 'উতলা', 'সাঁজৰ অতিথি', 'কৰি প্ৰাণ', 'আপোন সুৰ' আদি কৱিতা উল্লেখযোগ্য কৰিছে। 'বিষাদ' কৱিতাৰ তলৰ শাৰী কেইটিয়ে মনোৰম ছবি এটি আঁকিছে—

"সুকুযৰ চোকা ৰ'দ চিকৃমিকাই
পৰিছেহি নদীৰ বুকুত,
দাঁতিতে নাহৰ জুপি জক্মক্ হৈ
ফুলি আছে বহাগী ৰ'দত,
কাষৰৰ ঘাঁহনিত গৰুকিটি থই
গৰখীয়া এটি আহি আথেবেথেকই
বহিলেহি নাহৰ তলত !
শেঁতা গাল দুখনেদি চকুলো দুধাৰি
আছে বৈ হৃদয়ৰ যাতনা উজাৰি
বিষাদত ঢলি পৰে কায় ;
আকাশত জ্বলি থকা অগনিৰ আগ
পথাৰত ধাননিৰ সেউজীয়া ৰাগ,
কিন্তু সেই ডেকাটিৰ সবাতে বিৰাগ
কোনোপিনে দৃষ্টিপাত নাই।"

'কৰি-প্ৰাণ' ৰচিত হৈছিল টেনিছনৰ প্ৰভাৱত। ইয়াৰ মনত ৰাখিবলগীয়া শাৰী এই কেইটি—

"কৱিৰ অন্তৰখনি আলসুৱা অতি
তুমি তাত নিদিবা যাতন,

কৱি-প্ৰাণৰ কথা বুজিবা কি তুমি
তোমাৰ যে উপকূৱা মন ।”

‘আপোন সুৰ’ৰ ভাব আৰু ভাষা গহীন ; এইটোৰ নিচিনা উদাত্ত সুৰৰ কৱিতা অসমীয়া ভাষাত দ্বিতীয় নাই। ইয়াৰো শেহৰ দুশাৰী সতকাই পাহৰিব নোৱাৰি—

“কৱিৰ পুলকবাণী দেৱতাৰ বৰ
আবেগৰ বন্দী কৱি নোহে নিয়মৰ ।”

স্বদেশৰ ঐতিহ্য আৰু সংস্কৃতিৰ প্ৰতি অনুৰাগ থকা কাৰণেই সম্ভৱ তেওঁ বৈষ্ণৱ কৱিৰ আৰ্হিত জয়মতীৰ কাহিনী অৱলম্বন কৰি ‘জয়মতী উপাখ্যান’ ৰচনা কৰে। এটা কথা উল্লেখ কৰা যুগুত যে সূৰ্যকুমাৰৰ ৰচনাত ইংৰাজী নাইবা ৰবীন্দ্ৰনাথৰ প্ৰভাৱ অলপ থাকিলেও তেওঁ এই প্ৰভাৱ নিজস্বৰূপে হজম কৰি লৈছে ; আন দুই-এক কৱিৰ ক্ষেত্ৰত দেখিবলৈ পোৱাৰ দৰে ওপৰতে ওলাই থকা নহয়। তেওঁ দুই-এটি কৱিতা ইংৰাজী ভাষাতো ৰচনা কৰিছিল আৰু তাৰ কাৰণে প্ৰশংসাও লাভ কৰিছিল।

সূৰ্যকুমাৰৰ কীৰ্তি আহোম যুগৰ বুৰঞ্জী উদ্‌ঘাটনত। এহাতে তেওঁ কৰিছে অধ্যাপনা, আনহাতে একাণপতীয়াকৈ লাগিছে স্বদেশৰ গৌৰৱময় অতীতৰ সন্মান প্ৰতিষ্ঠাত। তেওঁৰ এই চেষ্টাতে গঢ়ি উঠে অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ। এই অনুষ্ঠানৰ আৰম্ভণি (১৯২৮) অতি সাধাৰণ। ছাত্ৰ এজনক সহকাৰী হিচাপে লৈ নিজ ঘৰৰ কোঠা এটাতে তেওঁ পুৰণি বুৰঞ্জীৰ সংগ্ৰহ আৰু সম্পাদনাৰ কাম আৰম্ভ কৰে। পিচত ৰাধাকান্ত সন্দিকৈৰ দানশীলতাত গুৱাহাটীত বৰ্তমান অনুষ্ঠানটোৰ ঘৰবাৰী সজা সম্ভৱ হ’ল (১৯৩৬)। কলেজত অধ্যাপনা কৰি থকাৰ উপৰিও তেওঁ পোনতে অবৈতনিক সহকাৰী ডিৰেক্টৰ (অবৈতনিক ডিৰেক্টৰ আছিল এ. এইচ. ডব্লিউ. বেণ্টিঙ্ক) আৰু পিচত অবৈতনিক ডিৰেক্টৰ হিচাপে এই অনুষ্ঠান চলায়। তেওঁ কামৰূপ অনুসন্ধান সমিতিৰো কেইবা বছৰ চেক্ৰেটৰীৰ বাব চলাইছিল।

কেইবাখনো পুৰণি বুৰঞ্জী সম্পাদনা কৰি 'তুংখুঙীয়া বুৰঞ্জী'ৰ ইংৰাজী অনুবাদ প্ৰকাশ কৰি আৰু ইংগ'-অসম সম্বন্ধৰ প্ৰথম চোৰা সম্পৰ্কে কিতাপ এখন যুগুত কৰাৰ পিচত ১৯৩৬ চনত তেওঁ লণ্ডনলৈ যাত্ৰা কৰে। লণ্ডনৰ 'স্কুল অৱ অৰিয়েণ্টেল এণ্ড এফ্ৰিকান ষ্টাডিজ' অনুষ্ঠানত গৱেষণা কৰি ১৯৩৮ চনত তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পি. এইচ. ডি. উপাধি লাভ কৰে। লণ্ডনত থাকোতেই তাৰপৰা আহি ৰোম চহৰত তেওঁ অসম সম্পৰ্কে তুটিমান ভাষণো দিয়ে। সূৰ্যকুমাৰ অসমীয়াৰ মাজত দ্বিতীয় 'ডক্টৰ'। লণ্ডনত ৰচনা কৰা কিতাপখন পিচত 'এংলো ব্ৰিটিছ ৰিলেশ্যনছ' নামত প্ৰকাশিত হয় (১৯৪৯)। নিজৰ কিতাপ-পত্ৰৰ জৰিয়তে ১৯৫১ চনত তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰপৰা ডি. লিট. উপাধি লাভ কৰে।

১৯৪২ চনত প্ৰফেছৰ পি. চি. ৰয়ে অৱসৰ গ্ৰহণ কৰাৰ পিচত তেওঁ কটন কলেজৰ ইংৰাজী বিভাগৰ মুখ্য অধ্যাপক হয়। ১৯৪০ চনত অসম চৰকাৰে বিশ্ববিদ্যালয় এটি পাতিবৰ কাৰণে চিন্তা কৰি তেওঁক বিশেষ বিষয়া নিযুক্ত কৰে। এই সময়তে তেওঁ অলপ দিনৰ কাৰণে যুদ্ধৰ সময়ত চৰকাৰৰ লগত সহযোগিতা কৰি প্ৰচাৰ বিভাগৰ বিষয়া পদ লয়। এই পদ লোৱা কাৰণে ৰাইজে তেওঁক ভাল চকুৰে চোৱা নাছিল। এইখিনিতে সূৰ্যকুমাৰৰ সমবয়সী আৰু সহকৰ্মী সুপণ্ডিত ডঃ বাণী কাকতিৰ লগত তেওঁৰ কিছু পাৰ্থক্য লক্ষ্য কৰিব পৰা যায়। ডঃ কাকতি সহজে লৰচৰ কৰা লোক নাছিল। আনহাতে সূৰ্যকুমাৰৰ কৰ্মৰ ক্ষেত্ৰৰ পৰিসৰ কাকতিৰ কৰ্মৰ ক্ষেত্ৰৰ পৰিসৰতকৈ দেখদেখকৈয়ে বহল। মাজতে এবছৰমান অসম উপত্যকাৰ স্কুলসমূহৰ ইন্সপেক্টৰ হৈ ১৯৪৬ চনত তেওঁ কটন কলেজৰ প্ৰিঞ্চিপাল পদ লাভ কৰে। ১৯৪৮ চনৰপৰা ১৯৪৯ চনলৈ তেওঁ শিক্ষাবিভাগৰ ডিৰেক্টৰ পদ চলায়। ইয়াৰ পিচতে চৰকাৰী চাকৰীৰপৰা অৱসৰ গ্ৰহণ কৰি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগতে কটায়। এই সময়তে তেওঁ ৰাজ্যসভাৰ কংগ্ৰেছী সদস্য মনোনীত হয় আৰু ১৯৫২ চনত গোৱালিয়ৰত বহা ভাৰতীয়

ইতিহাস সন্মিলনৰ আধুনিক ইতিহাস শাখাৰ সভাপতি পদৰ সন্মানো লাভ কৰে। কেন্দ্ৰীয় চৰকাৰেও তেওঁক পদ্মশ্ৰী উপাধিৰে ভূষিত কৰে।

এই কালডোখৰলৈ সূৰ্যকুমাৰৰ কেইবাখনো উল্লেখযোগ্য কিতাপ প্ৰকাশ পায়। এইবিলাকৰ ভিতৰত 'লাচিত বৰফুকন এণ্ড হিজ টাইমছ্' (১৯৪৭), 'চাম লিটাৰেৰি ৰেমিনিচেন্সেজ' (১৯৫৪), 'আতন বুঢ়া গোহাই এণ্ড হিজ টাইমছ' (১৯৫৭), 'ষ্টাডিজ ইন্ ডি লিটাৰেচাৰ অৱ আচাম' (১৯৫৬) আদি ইংৰাজী কিতাপ উল্লেখযোগ্য। 'পাটাছা বুৰঞ্জী'ৰ ইংৰাজী অনুবাদ প্ৰকাশ হয় ১৯৪৭ চনত। লাচিত বৰফুকনৰ ৰণকুশলতা, আতন বুঢ়াগোহাইৰ বিচক্ষণতা আৰু দূৰদৰ্শিতা, মহাৰাজ ৰুদ্ৰসিংহৰ বিক্ৰম আদি আমাৰ দেশৰ গৌৰৱময় কাহিনী-বিলাক অসমীয়া আৰু ইংৰাজী প্ৰবন্ধত লিখাৰ উপৰিও ইংৰাজীৰ পুথিৰ আকাৰে বহলাই লিখি সদৌ জগতৰ সমুখত উপস্থাপন কৰিবলৈ কৰা তেওঁৰ চেষ্টা অতি প্ৰশংসনীয়। লাচিত বৰফুকনৰ বিষয়ে তেওঁ পোনতে প্ৰচাৰ কৰিছিল ১৯৩৫ চনত পুণাত বহা ভাৰতীয় ইতিহাস সন্মিলনৰ প্ৰথম অধিবেশনত। পিচত তেওঁ এওঁৰ বিষয়ে বহলাই কিতাপ আকাৰত লিখে আৰু এই কিতাপখন নেশ্যনেল বুক ট্ৰাষ্টে ভাৰতীয় ভাষাতো অনুবাদ কৰোৱাই প্ৰকাশৰ দিহা কৰিছে। সূৰ্যকুমাৰৰ প্ৰচেষ্টাই অসমৰ ফালৰপৰা ভাৰতীয় বুৰঞ্জীৰ পণ্ডিতসকললৈ নতুন সম্বল আগবঢ়াইছে।

১৯৫৭ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ চেন্সেলৰ নিযুক্ত হয় আৰু এই পদত তেওঁ তিনি বছৰ থাকে। এই কালডোখৰত তেওঁ দুটি উল্লেখযোগ্য কাম কৰে। গোটেই জীৱন তেওঁ যিটো আদৰ্শেৰে অনুপ্ৰাণিত হৈ কাম কৰি আহিছিল সেই আদৰ্শক এটি স্থায়ী গঢ় দিবৰ উদ্দেশ্যৰে তেওঁ বিশ্ববিদ্যালয়ত অসমৰ সংস্কৃতি আৰু সভ্যতা নামেৰে এটি বিভাগ খোলে। কিন্তু এই বিভাগত ডিগ্ৰী লাভ কৰি কি চাকৰি কৰিব দেশত তাৰ ব্যৱস্থা নথকাত ছাত্ৰৰ অভাৱ হ'ল, আৰু দুবছৰ চলোৱাৰ পিচত বিভাগটো বন্ধ কৰিবলগীয়া হ'ল।

মৃত্যুৰ সময়লৈ বাকী কালচোৱা সূৰ্যকুমাৰে পঢ়া-শুনা কৰিয়ে কটালে। শেষ বয়সত তেওঁৰ বৌদ্ধ ধৰ্মৰ প্ৰতি অনুৰাগ ওপজে আৰু এই সম্পৰ্কে অধ্যয়ন কৰিবলৈ লয়। ভাটী বয়সত তেওঁৰ সৰু জোৱায়েকৰ অকাল মৃত্যুতো কিছু দুখ পায়, কিন্তু পুৰাৰপৰা গধূলিলৈ নিযমিতভাৱে লিখাপঢ়া কৰি কামৰ মাজত বুৰ গৈ থকা মানুহজনক সাংসাৰিক দুখ-বেজাৰে বিশেষ বিচলিত কৰিব পৰা নাছিল। সাংসাৰিক দুখ-বেজাৰ যে তেওঁ সৰহকৈ পাইছিল ইয়ো নহয়, ল'ৰা-ছোৱালীৰ ফালৰপৰা অসন্তোষৰ কাৰণ বিশেষ নাছিল। অটুট স্বাস্থ্য আৰু মনৰ উদ্যম থকা লোকজনে সময়ত আমোদ-আহ্লাদ কৰিছিল আৰু সমযত কাম বনো কৰিছিল। আগবয়সত গুৱাহাটীৰ ওচৰে-পাঁজৰে খোজকাঢ়ি গৈ নাইবা চাইকেলত উঠি চিকাৰো কৰিছিল। এবাৰ উত্তৰ গুৱাহাটীত ডাঙৰ বাঘ এটা গুলীয়াই মাৰিছিল

অসমীয়া সাহিত্যত সূৰ্যকুমাৰৰ কীৰ্তি দুটি ক্ষেত্ৰত, এটি কৱিতাত, আনটি গদ্য ৰচনাত। তেওঁৰ বিবিধ বুৰঞ্জীমূলক ৰচনা আৰু কিতাপৰ ভিতৰত সন্তৱ 'কোঁৱৰ বিদ্ৰোহ' (১৯৪৮), 'বুৰঞ্জীৰ বাণী' (১৯৫১), 'মিৰজুমলাৰ অসম আক্ৰমণ' (১৯৫৫) আদি উল্লেখযোগ্য। চীনা আক্ৰমণৰ পটভূমিত যুগুত কৰা 'শৰাইঘাটৰ স্তবচনী' (১৯৬৩) বুৰঞ্জীমূলক উদ্ধৃতিৰ কুকি। অসমীয়া সাহিত্য সম্পৰ্কেও তেওঁ অসমীয়া আৰু ইংৰাজী ভাষাত বিবিধ বক্তৃতা আৰু ৰচনা যুগুত কৰিছিল। বিলাতৰপৰা উভতি কটন কলেজত দিয়া বক্তৃতা 'সাহিত্যৰ মূলকথা' প্ৰগতি সমিতিৰ 'চিন্তাধাৰা' কিতাপত (১৯৩৯) পোনতে ছপা হৈছিল। এই বক্তৃতাত তেওঁ উক্তি কৰিছেঃ "সৰুৰেপৰা মই যি পঢ়িছোঁ, বা দেখিছোঁ প্ৰতি কথাতে অসমীয়া সাহিত্য, সভ্যতা আৰু অসমীয়াৰ উন্নতিৰ পিনে মোৰ আপোনা-আপুনি মনত পৰি যায়। ভাল কৱিতা, নাটক বা গল্প পঢ়িলে মনত খুন্দিয়াবলৈ ধৰে, এই কৱিতাটি বা আখ্যানটি অসমীয়ালৈ ভাঙিলে বা অসমীয়া সাজত সজালে কেনে ভাল হয়...।" ইংৰাজীত লিখা 'ষ্টাডিজ ইন্ ডি লিটাৰেচাৰ অৱ

আচাম' আগেয়ে উল্লেখ কৰিছোঁ। এইখন কিতাপত খাছীয়া আৰু মণিপুৰী সাহিত্যৰ বিষয়েও আলোচনা আছে।

এই প্ৰসঙ্গতে সূৰ্যকুমাৰৰ ৰচনাভঙ্গী সম্পৰ্কে দুআষাৰ কোৱা যুগুত হ'ব॥ পুৰণি বুৰঞ্জীৰ জ্ঞানগৰ্ভ আৰু প্ৰেৰণাদায়ক উক্তিবিলাক লোকৰ চকুত দাঙি ধৰি সূৰ্যকুমাৰে তৃপ্তি লভিছিল। ক'বলৈ গ'লে এই শতিকাৰ গুৰিভাগৰ পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু তাৰ পিচতে সূৰ্যকুমাৰৰ ৰচনাৱলীৰ জৰিয়তে অসমীয়া লোকে দেশাত্মবোধৰ শিক্ষা নাই পোৱা বুলি ক'ব নোৱাৰি। বুৰঞ্জীৰ সৰল অথচ প্ৰকাশক্ষম ঠাচে সূৰ্যকুমাৰৰ ঠাচতো প্ৰভাৱ পেলাইছিল। বুৰঞ্জীৰ নিৰস নথী-পত্ৰত প্ৰাণ সঞ্চাৰ কৰিব পৰা শক্তি তেওঁৰ আছিল, তেওঁৰ সাধাৰণ ৰচনাতো এটি সোৱাদ লগা সৰসবীয়া গতি অনুভৱ কৰিব পৰা যায়। আনহাতে এই ৰচনাত শক্তি নাইবা চাতুৰ্যৰ চিন তাকৰ। জাগতিক সমস্যা আৰু ৰাজনৈতিক কাৰ্যাৱলীৰ লগত ঘনিষ্ঠভাৱে জড়িত হোৱা বিখ্যাত কিতাপ আন ভাষাত পায়, অসমৰ বুৰঞ্জীও এই ধৰণৰে ৰচনা। এই কথা উপলব্ধি কৰি সূৰ্যকুমাৰে ১৯৫৩ চনত শ্বিলঙত বহা অসম সাহিত্য সভাৰ সভাপতিৰূপে বক্তৃতা দিওঁতে মন্তব্য কৰিছিল এইদৰেঃ "ৰজা, ৰাজ-কোঁৱৰৰ পৃষ্ঠপোষকতাৰ দিন আজি উকলিছে, তাৰ পৰিৱৰ্তে সাহিত্যৰ উন্নতিৰ কাৰণে চৰকাৰৰ সহায় বিশেষ লাগতিয়াল হৈ পৰিছে। ৰাজ-নৈতিক মনোবৃত্তিৰ লগত সাহিত্য অনুৰাগৰ কোনো অলঙ্ঘনীয় বিৰোধ নাই, বৰং ৰাজনৈতিকৰ কৰ্মপন্থাত সাহিত্যৰ চিৰন্তন আদৰ্শৰ ৰশ্মিপাত হ'লে প্ৰজাৰ মঙ্গল। বিবিধ কৰ্মত পোনপটীয়াকৈ লিপ্ত থকা পুৰুষে ৰচনা কৰা সাহিত্যত বাস্তৱতাৰ অৱদান পোৱা যায়। সেই সম্বল ওচৰে-পাঁজৰে বিচৰণ কৰা ভাবুক কৱি আৰু গ্ৰন্থকাৰৰ লিখনিত পোৱাটো টান" ('ত্ৰিপদী', ১৯৫৯)।

সূৰ্যকুমাৰে অসমীয়া ভাষাত দুখনি উল্লেখযোগ্য জীৱনী থৈ গৈছে, এখন 'আনন্দৰাম বৰুৱা' (১৯২০) আনখন 'হৰিহৰ আতা' (১৯৬০)। যোৱা' শতিকাৰ সংস্কৃতজ্ঞ পণ্ডিত আনন্দৰাম বৰুৱাৰ জীৱনীখন যুগুত

কৰোঁতে সূৰ্যকুমাৰে বহুতো দুষ্প্ৰাপ্য সংবাদ কষ্ট কৰি গোটাবলগীয়া হৈছিল। আনখন জীৱনী সৰু, কিন্তু বৈশিষ্ট্যপূৰ্ণ, কিয়নো বৈষ্ণৱ যুগৰ পুৰুষ এজনৰ বিষয়ে ৰচিত এনে সজীৱ জীৱনী আমাৰ ভাষাত দ্বিতীয় নাই।

আন এটি ক্ষেত্ৰতো সূৰ্যকুমাৰৰ অৱদান আছে। বিয়াৰ পিচত তেওঁৰ লখীমপুৰীয়া পৰিবাৰে তেওঁক তেওঁলোকৰ ঘৰত থকা হাতী মাউতজনে গোৱা গীত এটিৰ কথা কয়। পিচত এই কানীয়া মাউতজনৰপৰা সংগ্ৰহ কৰি তেওঁ 'বৰফুকনৰ গীত' মূল্যবান টীকা-টিপ্পনীৰে সৈতে প্ৰকাশ কৰে (১৯২৪)। এই মালিতাটিৰ কিছু অংশ অৱশ্যে তেওঁ ১৯১০ চনত ছাত্ৰ অৱস্থাতে টুকি থৈছিল। এই সময়ত সংগ্ৰহ কৰা গীতৰ বহী এটা তেওঁ মোক উপহাৰ দিছিল। লক্ষ্য কৰিব পাৰি জনসাহিত্য চৰ্চাৰ ক্ষেত্ৰতো সূৰ্যকুমাৰ আগবঢ়া। সূৰ্যকুমাৰে আগবয়সত চুটিগল্প কেইটা-মানো ৰচিছিল ('পঞ্চমী', ১৯২৭)।

সূৰ্যকুমাৰৰ শেহ প্ৰকাশিত কিতাপ 'ষ্টাডিজ ইন্ ডি হিষ্টৰি অৱ্ আচাম' (১৯৬৫)। এইখনত অসমত বুৰঞ্জী সম্পৰ্কীয় ডেৰকুৰিখন মাত্ৰ ৰচনা গোটোৱা হৈছে। অসমৰ বুৰঞ্জী সম্পৰ্কীয় বিভিন্ন ৰচনাৰ এখন মূল্যবান তালিকাও কিতাপখনৰ লগত গাঁথি দিয়া হৈছে। সূৰ্যকুমাৰৰ সাহিত্য, শিক্ষা, বুৰঞ্জী আৰু আত্মজীৱনীমূলক অসমীয়া আৰু ইংৰাজী কিছুমান ৰচনা এতিয়াও কিতাপ আকাৰত প্ৰকাশ পোৱা নাই। একেজন মানুহে ইমান কিতাপ ৰচিবলৈ কেনেকৈ আহৰি উলিয়ালে সিও বিস্ময়কৰ বিষয়।

সূৰ্যকুমাৰৰ ব্যক্তিত্বৰ কিছুমান আকৰ্ষণীয় গুণ আছিল। তেওঁৰ ব্যৱহাৰ আছিল অনুপম। মৰমিয়াল আৰু উৎসাহপূৰ্ণ ব্যৱহাৰেৰে তেওঁ ছাত্ৰ-ছাত্ৰী আৰু বন্ধু-বান্ধৱ সকলোকে মুহিব পাৰিছিল। মানুহক টান বা অপ্ৰিয় কথা তেওঁ নকৈছিল। তেওঁৰ ৰচনাতো অপ্ৰিয় কথা পাবলৈ টান। বুৰঞ্জীৰ সত্যকো নৰম কৰি উপস্থাপন কৰা বুলি তেওঁক কেতিয়াবা সমালোচনাও কৰা হৈছে, কিন্তু অপ্ৰিয় সত্য তেওঁ

ক'ব বা লিখিব নুখুজিছিল। যি কাম কৰা দৰ্কাৰ সেই কাম তেওঁ কৰিছিল খৰচি মাৰি। আনকি চিঠি এখন কেনেকৈ টাইপ কৰিব লাগে, কিমান মাৰ্জিণ এৰিব লাগে সকলো কথালৈ তেওঁৰ চকু গৈছিল আৰু এইবিলাক কথা আনকো শিকাইছিল। তেওঁ হেনো লিখি থৈ গৈছে, "মোৰ বাবে মন্দিৰত ভগৱান নাই—য'ত কৰ্মৰ সৰ্বব্যাপী আহ্বান নাই।"

১৯৬৪ চনৰ ৪ জুলাই তাৰিখে গধূলি তেওঁ দিনটোৰ কাম কৰি অঁতালে। প্ৰস্তাৱিত পৰ্বতীয়া বিশ্ববিদ্যালয় সম্পৰ্কে চৰকাৰে গঠন কৰা কমিটিৰ তেওঁ সভ্য আছিল। এই সম্পৰ্কেও চিঠি এখন লিখিলে। ৰাতিটো ভালে ভালেই গ'ল, পিচদিনা পুৱা গা অসুখ কৰাত তেওঁ ছাত্ৰীবাৰীৰ হস্পিতাললৈ গ'ল। তাতেই সেইদিনা তেওঁৰ আত্মাই শৰীৰ ত্যাগ কৰিলে। কৰ্মময় জীৱন এটিৰ অৱসান ঘটিল। এদিন জীয়েক এজনীয়ে তেওঁক কৈছিল: "দেউতা, তই যদি বুৰঞ্জী সোপা নাঘাটি কৰিতাকে লিখি গ'লিহেঁতেন, তেন্তে তোৰ খ্যাতি বহুত বাঢ়িলহেঁতেন।" তেওঁ সমিধান দিছিল এইদৰে: "হয়তো হ'লহেঁতেন, কিন্তু ঈশ্বৰে যেতিয়া মোক সুধিব মাতৃভূমিৰ বাবে কি কৰিলোঁ। তেতিয়া কি কৈফিয়ৎ দিম।" সূৰ্যকুমাৰৰ ৰচনাৱলীৰ জৰিয়তে আৰু বুৰঞ্জী আৰু পুৰাতত্ত্ববিভাগে প্ৰকাশ কৰা কিতাপ-পত্ৰৰ জৰিয়তে অসমৰ সুনাম যিদৰে দেশে বিদেশে-বিয়পি পৰিছে তালৈ চালে তেওঁ ঈশ্বৰৰ ওচৰত কোনো প্ৰকাৰে কৈফিয়ৎ দিব নালাগিব বুলিয়ে ঠাৱৰ কৰিব পাৰি।

# অম্বিকাগিৰী ৰায়চৌধুৰী

## চক্ৰেশ্বৰ ভট্টাচাৰ্য

তেতিয়াৰ দিনত বৰপেটাৰপৰা গুৱাহাটীলৈ আহিবলৈ হ'লে মানুহে সচৰাচৰতেই জাহাজেৰে আহিছিল। ১৯০০ চনৰ এটি দিনৰ ঘটনা। খোলাবন্ধাৰপৰা অহা উজনীমুৱা জাহাজখন বাটতে পলাশবাৰী জাহাজ ঘাটত কিছুসময় ৰ'ল। দুজন বাবু যাত্ৰী জাহাজৰপৰা ওলাই জাহাজঘাটৰ দাঁতিৰ দোকানবোৰ চাই-চিতি জাহাজৰোৱা সময়খিনি কটাবলৈ ধৰিলে। এজনী বুঢ়ীয়ে কিবাকিবি ফল বেচি আছিল, বাবু দুজনে তাৰে কেইটামান ফল কিনি খালে। ফলকেইটা খোৱাৰ অন্তত বাবু দুজন কোবাই জাহাজৰ পিনে খোজ ল'লে। বুঢ়ীজনী ফলৰ বেচ বিচাৰি বাবু দুজনৰ পিছে পিছে আহিল। উপায় নেপাই তেওঁলোকৰ এজনে মানুহজনীলৈ চৰতীয়া এটানে কি দলিয়াই দিলে। কিন্তু ফলৰ সম্পূৰ্ণ বেচ হ'লে নোসোধালে। ইফালে বাবু দুজন জাহাজ ঘাটত জাহাজৰপৰা নৈৰ পাৰলৈ অহা যোৱা কৰিবলৈ পাৰি দিয়া কাঠৰ পাটত উঠিলহি। কিন্তু বুঢ়ীজনীয়ে তেওঁলোকৰ পিছ নেৰিলে, এৰিবই বা কিয়? বেচেৰীয়ে কিবাৰূপে অলপ ফল আনি বেপাৰ কৰিছে, এতিয়া এনে ফিটফাট্ সাজ পিন্ধা বাবুহঁতৰ হাততেই বেচেৰী ঠগ খাবলগীয়া হৈছে। বুঢ়ীয়ে ক'লে, "হে বাবু, পইচা দিয়া। লাজ নেলাগেনে? বস্তু খাবা, কিন্তু বেচ নিদিবা।" কথা শুনি এজন বাবু অগ্নিশৰ্মা হ'ল। "কি ক'লি! লাজ নালাগে!" এই বুলি বাবুজনে ভৰিৰ জোতাৰে বুঢ়ীজনীৰ নাকত গোৰ মাৰি দিলে। বেচেৰী বুঢ়ীজনীৰ কপাল আৰু নাকেৰে তেজ ববলৈ ধৰিলে। বাবুদুজনৰ এই ঘটনাটোলৈ জাহাজৰ অতবোৰ যাত্ৰীয়ে চাই আছিল। কিন্তু কোনেও তাত প্ৰতিবাদ কৰক নেলাগে, এষাৰ মাতকে নেমাতিলে। এনেতে সেই জাহাজৰ-

পৰাই এজন হৃষ্ট-পুষ্ট গম্ভীৰ ১৪ বছৰীয়া ল'ৰা ওলাই আহিল। তেওঁ জাহাজৰপৰাই বাবু দুজন আৰু বুঢ়ীজনীৰ কাজিয়ালৈ লক্ষ্য কৰি আছিল। বুঢ়ীক জোতাৰে মৰা বাবুজনক সুধিলে, "বুঢ়ীজনীক মাৰিলে কেলেই?" "ঠিক কৰিছোঁ, তাইৰ উপযুক্ত শিক্ষা হৈছে।" বাবুজনে উত্তৰ দিলে আৰু ল'ৰাজনক ভেকাহি মাৰি ক'লে, "তোমাৰ কি দৰ্কাৰ? তোমাক মাতিছে কোনে? বুঢ়ী পোহাৰীজনী তোমাৰ মাৰানেকি?" তেতিয়া আৰু পায় কোনে? মুহূৰ্ততে ল'ৰাজন বাবুজনৰ ওপৰত জঁপিয়াই পৰিল, বাবু দুজনৰ ওপৰত জাউৰিয়ে জাউৰিয়ে ভুকু, চৰ আৰু কিল পৰিবলৈ ধৰিলে। ল'ৰাজনে অকলে দুয়োজন বাবুকে জাহাজৰপৰা মৰিয়াই মৰিয়াই কাঠৰ পাতলৈ উলিয়াই আনিলে আৰু পাৰত থকা বুঢ়ীজনীৰ ওচৰলৈ চোঁচোৰাই নিবলৈ ধৰিলে। কিন্তু টনা-আঁজোৰাত তেওঁলোক দুয়ো পানীত পৰি গ'ল। হুৰা-দুৰা শুনি জাহাজ-খনৰ ইংৰাজ কেপ্তেনজনো বাহিৰলৈ ওলাই আহিল। এফালে জাহাজত আনফালে নৈত মানুহৰ লানি নিছিগা ভিৰ। বেচেৰা বাবু দুজন বোকাই-পানীয়ে লুতুৰি-পুতুৰি হৈ পাৰত উঠিল। তাৰ পিচত কেপ্তেনৰ নেতৃত্বত বিচাৰ হ'ল। বিচাৰত বাবু দুজনেই দোষী সাব্যস্ত হ'ল আৰু তেওঁলোকেই পাঁচ টকা ৰূপ জৰিমনা দি বুঢ়ীৰ ওচৰত ক্ষমা ভিক্ষা কৰিবলৈ বাধ্য হ'ল। তেতিয়াৰ দিনত পাঁচ টকাৰ মূল্য তেনেই কম নাছিল।

অন্যায়ৰ বিৰুদ্ধে নিজৰ বিপদলৈ ধনিষ্ঠমানো কেৰেপ নকৰি সেই-দিনা যুদ্ধ কৰা ল'ৰা জনেই আছিল অম্বিকাগিৰী, বৈষ্ণৱ ধৰ্ম্মকেন্দ্ৰ বৰপেটাৰ প্ৰাচীন ৰায়চৌধুৰী বংশৰ কৃষ্ণৰামৰ দ্বিতীয় সন্তান।

বৰপেটা অঞ্চলত ৰায়চৌধুৰী বংশৰ নাম নজনা মানুহ বৰ কমেই ওলাব। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশধৰ জগদানন্দ বা ৰামৰায় হ'ল এই বংশৰ আদি পুৰুষ। কোঁচ বেহাৰৰ ৰজা আৰু আহোম স্বৰ্গদেউসকলৰ আমোলত এই বংশৰ যথেষ্ট প্ৰতিপত্তি আছিল। কোঁচ ৰজাই এই বংশক 'ৰায় বকৱা' উপাধি দিয়ে আৰু আহোম স্বৰ্গদেউ

শিৱসিংহই চমুৱা মৰ্যাদা দান কৰে। এইদৰে কালক্ৰমত এই বংশ ৰায়চৌধুৰী উপাধিৰে জনাজাত হৈ পৰে।

বৰপেটাৰ এই ৰায়চৌধুৰী বংশৰ কৃষ্ণৰাম ৰায়চৌধুৰীৰ পত্নী দেৱকী দেৱীৰ দ্বিতীয় ল'ৰাটি ওপজে ১৮৮৫ চনৰ জানুৱাৰী মাহত। এই ল'ৰাটিয়ে পিচলৈ গৈ অম্বিকাগিৰী ৰায়চৌধুৰী নামেৰে সুবিখ্যাত হৈ পৰে।

ৰায়চৌধুৰী দম্পতীৰ মুঠতে চাৰিটি সন্তান ওপজে। প্ৰথম দুটি হ'ল ল'ৰা—যথাক্ৰমে গিৰীশচন্দ্ৰ আৰু অম্বিকাগিৰী আৰু দ্বিতীয় সন্তান দুটি হ'ল কন্যা, নাম হ'ল লক্ষ্মীপ্ৰিয়া আৰু ৰোহিণী প্ৰভা।

সন্তানকেইটিৰ নিচেই কম বয়সতে কৃষ্ণৰাম ৰায়চৌধুৰীৰ লোকান্তৰ হয়, ১৮৯৬ চনৰ প্ৰলয়ঙ্কৰী ভুঁইকঁপৰ ঠিক এবছৰৰ পিচতে। কৃষ্ণৰাম মানুহগৰাকী নিচেই সৰল, ধৰ্মনিষ্ঠ আৰু ব্যৱহাৰিক বিষয়ত অনভিজ্ঞ হোৱা হেতুকে পৈত্ৰিক মাটি-বাৰী আৰু আন আন সা-সম্পত্তিৰপৰা বঞ্চিত হয়। কিন্তু তেওঁৰ হাত বেজীৰ কামত বৰ নিপুণ আছিল। তেওঁ নানা কাৰু-কাৰ্য খটাই ধুনীয়া ধুনীয়া চন্দ্ৰতাপ আৰু চৌগা-চাপকণ আদি সিব পাৰিছিল। কীৰ্তন ঘৰৰ চন্দ্ৰতাপ আৰু অভিজাত শ্ৰেণীৰ চা-চিনাকি লোকসকলৰ সাজ-পাৰ সি দি তেওঁ জীৱিকা নিৰ্বাহ কৰিছিল। কিন্তু তেওঁৰ অকাল মৃত্যুত সন্তান চাৰিটি ডাঙৰ দীঘল কৰাৰ ভাৰ পৰে তেওঁৰ পত্নী দৈৱকী দেৱীৰ ওপৰত। কিন্তু দৈৱকী দেৱী আছিল এগৰাকী অসাধাৰণ প্ৰতিভাৰ অধিকাৰিণী। তেওঁ আছিল বিখ্যাত ৰামচৰণ ঠাকুৰৰ বংশীয় সুন্দৰীদিয়া সত্ৰৰ অধিকাৰৰ ছোৱালী। তেতিয়াৰ দিনত পুৰণি বংশৰ বোৱাৰীসকলে পৰ্দা-প্ৰথাকে আদি কৰি 'আবুৰ' ৰক্ষাৰ নানা প্ৰকাৰৰ সামাজিক নীতি-নিয়ম যথাযথভাৱে পালন কৰি চলিব লাগিছিল। তথাপিও দৈৱকী দেৱীয়ে নিঃসহায় বোধ কৰি নিষ্ঠাৰে মাতৃৰ কৰ্তব্য পালন কৰিছিল। তেতিয়াও যুগধৰ্ম অনুসৰি তেওঁ নিয়মিতভাৱে পঢ়াশুনাৰ সুযোগ পোৱা নাছিল, কিন্তু ঘৰতে পুথি পঢ়িবলৈ শিকিছিল, লিখিবলৈ

হ'লে শিকা নাছিল। ছোৱালীয়ে শিকাৰ প্ৰয়োজনা তেতিয়াৰ দিনত অনুভৱ কৰা নহৈছিল। নিজৰ মাতৃৰ বিষয়ে অম্বিকাগিৰীয়ে এইদৰে বৰ্ণনা কৰি গৈছেঃ "মোৰ আই.........সৰুৰেপৰা বৰগীত, নামপদ গোৱাৰ বংশগত ঘৰুৱা চৰ্চাত আছিল অতি পাকৈত। আইৰ কণ্ঠ-স্বৰ আছিল অতি মধুৰ। সেই কণ্ঠস্বৰত বৰগীতৰ শুদ্ধ ৰাগবিলাকৰ মধুৰিমা প্ৰত্যক্ষভাৱে ফুটি ওলাইছিল। ......আইৰ সেই অপূৰ্ব সম্মোহিনী সুৰ লহৰীৰ বৰ্ণনা দিবলৈকে মোৰ ভাষা নাই। সেই বৰ-গীতৰ সুৰ আলোড়নৰ স্পৰ্শত চুবুৰীয়া সকলোৱে শয্যা তিয়াগি উঠি ভক্তি-গদ্-গদ্-চিত্তেৰে আইৰ পুৱাৰ গীত শুনিছিল, এনেকি বৰেৰ পুৱাতে আমাৰ ঘৰৰ আগৰ আলিয়েদি প্ৰাতঃভ্ৰমণ কৰিবলৈ যোৱা লোকসকলেও মুগ্ধ নয়নেৰে আয়ে গোৱা সেই বৰগীত শুনিছিল। বৰগীতৰ এই প্ৰাণস্পৰ্শী আৰু শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ কীৰ্তনঘোষা-নাম-ঘোষাৰ বিচিত্ৰ ৰূপৰ সুৰ বিলাকেই মই, মোৰ দাদা, ভনীদ্বয় চাৰি-ওজনে মাতৃদেৱীৰপৰা নিয়াৰিকৈ শিকিছিলোঁ।" মাকৰপৰা অম্বিকা-গিৰীয়ে জন্মগতভাৱে সুৰৰ দেৱীৰ প্ৰসাদ লাভ কৰিছিল আৰু পিচলৈ গৈ বৰগীতৰ অপূৰ্ব মূৰ্চনা আৰু স্বৰচিত গীতৰ হিল্লোলেৰে সমগ্ৰ অসমতে অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰি দিছিল। পিতৃ-বিয়োগৰ পিচত সৰু ল'ৰা-ছোৱালী চাৰিটিক লৈ দৈৱকী দেৱীয়ে নিঃসহায় হ'লেও নিৰুপায় বোধ নকৰিলে। তেওঁ নিজে সিহঁতক আখৰৰ লগত প্ৰথম চিনাকি কৰি দিয়ে। প্ৰথম ল'ৰা অলপ ডাঙৰ হ'লত আৰু ঘৰুৱা কামত কিছু সহায় কৰাৰ উপযুক্ত হ'লত বংশৰে এজন চহকী লোকে তেওঁক নিজৰ ঘৰত ৰাখে। তাতে কাম কৰি দি তেওঁ পঢ়া-শুনা কৰিবলৈ লয়। কিন্তু দ্বিতীয় ল'ৰা অম্বিকাগিৰীয়ে হ'ল মাক আৰু ভনীয়েক দুজনীৰ একমাত্ৰ অৱলম্বন। অম্বিকাগিৰীয়ে বৰপেটাতে প্ৰাথমিক শিক্ষা আৰম্ভ কৰে আৰু চিনাকি খেতিয়কহঁতৰ ওচৰলৈ গৈ ধান, সৰিয়হ আদি গোটাই আনি মাকৰ হাতত দিয়ে। মাকে সেইখিনিকে বেচি-কিনি কোনোৰকমে সংসাৰ চলায়। তেতিয়া

বয়বস্তুৰ অভাৱ নাছিল। খেতিয়কসকলে অম্বিকাগিৰীক এনেয়ে ধান দিছিল। সৰিয়হৰ দিনত মৰণামৰাৰ পাচত পথাৰত পৰি থকা সৰিয়হকে গোটাই নি তেওঁ মাকক দিছিল। মাকে সেই সৰিয়হ বেচি পোৱা ধনেৰেই ল'ৰা-ছোৱালী তিনিটাক লৈ জীৱন নিৰ্বাহ কৰিছিল।

কিন্তু দৰিদ্ৰতায়ো দৈৱকী দেৱীৰ ন্যায়নিষ্ঠা আৰু সত্যাশ্ৰয়ী গুণ অলপো ক্ষুণ্ণ কৰা নাছিল। এই প্ৰসঙ্গতে এটা ঘটনাৰ উল্লেখ কৰিব পৰা যায়। অম্বিকাগিৰীহঁতৰ সম্পৰ্কীয় মানুহ এঘৰৰ এজোপা বিলাতী বগৰি আছিল। এদিনাখন বগৰিৰ বতৰত গিৰিশচন্দ্ৰ আৰু অম্বিকাগিৰী দুয়ো নিচেই পুৱাতে উঠি বগৰিজোপাৰ তললৈ গৈ সৰি পৰি থকা কেইটামান বগৰি বুটলি আনি মাকৰ হাতত দিলে। কাকো নকৈ ল'ৰাহঁতে বগৰি অনাটো মাকে ভাল নেপালে। তেওঁ পুত্ৰদ্বয়ক নীতিজ্ঞান বুজাই দি ক'লে, "এনেকৈ বগৰিকেইটা অনাটো চুৰ কৰি অনাৰ দৰেহে হৈছে। তহঁতি এই বগৰি খাব নোৱাৰ।" গতিকে মাকে ল'ৰাহঁতৰ পক্ষৰপৰা ক্ষমা খুজি গিৰিহঁতক বগৰিকেইটা ওভোতাই দিলে।

কুমলীয়া বয়সৰেপৰা অম্বিকাগিৰীৰ ব্যক্তিত্ব দৰিদ্ৰতাৰ কঠোৰ নিষ্পেষণত বাৰে-বৰণীয়া অভিজ্ঞতাৰ বোল লৈ বিকশি উঠিবলৈ লয়। তেওঁ প্ৰাথমিক মহলাৰ শেষ পৰীক্ষাত জলপানী লাভ কৰে আৰু উচ্চশিক্ষাৰ বাবে বৰপেটাৰপৰা গুৱাহাটীলৈ আহে। গুৱাহাটীৰ সোণাৰাম উচ্চ ইংৰাজী স্কুলৰ তৃতীয় মহলা (আজি কালিৰ অষ্টম শ্ৰেণী) পাওঁতেই তেওঁৰ শিক্ষা জীৱনৰ সামৰণি পৰে। সেই সময়ৰ বঙ্গ-ভঙ্গৰ ফলত উদ্ভৱ হোৱা অগ্নিযুগৰ উত্তাল তৰঙ্গই অকল বঙ্গদেশকে নহয় সদৌ ভাৰতকে কঁপাই দিছিল। দেশৰ তৰুণ সমাজ-এনাৰ্কিষ্ট বিপ্লৱৰ যন্ত্ৰত দীক্ষিত হৈ দেশৰ মুক্তিৰ বাবে প্ৰাণ আহুতি দিবলৈ উত্ৰাৱল হৈ পৰিছিল। অম্বিকাগিৰীৰ নিচিনা মুক্তিকামী কৰ্মচঞ্চল তৰুণ এই মুক্তি সংগ্ৰামৰপৰা আঁতৰি

থাকে কেনেকৈ ? তেৱোঁ ১৯০৪ চনত গোপনে আমাৰ শ্বহীদ খুদীৰাম-বসু, বাৰীন্দ্ৰ ঘোষ আৰু উল্লাস্কৰ দত্ত আদিৰ লগ লাগে আৰু গুৱা-হাটীতো এনাৰ্কিষ্ট দল গঠন কৰে। ফলত তেওঁ চৰকাৰৰ ৰুদ্ৰৰোষত পৰে আৰু তেওঁক গুৱাহাটীৰপৰা বহিষ্কাৰ কৰি বৰপেটাত অন্তৰীণ কৰি ৰখা হয়।

১৯০৫ চনত অম্বিকাগিৰীৰ অগ্নিময়ী কাপৰপৰা ওলোৱা 'বন্দিনী ভাৰত' নামৰ এখন বিপ্লৱী নাটক গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ ছাত্ৰসকলে অভিনয় কৰাৰ লগে লগে মঞ্চৰপৰাই পুলিচে নাটকৰ পাণ্ডুলিপি জব্দ কৰি লৈ যায়।

১৯০৭ চনৰপৰা অম্বিকাগিৰী ১৯১৪ চনলৈ বৰপেটাত অন্তৰীণ হৈ থাকে। তৰুণ বিপ্লৱী অম্বিকাগিৰী নিজ জন্মভূমি বৰপেটাত চৰকাৰৰ নজৰবন্দী হৈ থাকিলেও তেওঁৰ কৰ্মক্ষেত্ৰৰ অভাৱ নহ'ল। তেওঁ প্ৰথমতে বৰপেটাৰ থলুৱা কুপ্ৰথাবোৰ আঁতৰাবলৈ দেহে-কেহে চেষ্টা চলাবলৈ ধৰিলে। আমি সাধাৰণতে মলত্যাগ কৰাত বা আৱৰ্জনা পেলোৱাত স্বাস্থ্যসন্মত পদ্ধতিলৈ লক্ষ্য নাৰাখোঁহক। বৰপেটাৰ ৰাইজো ইয়াৰ ব্যতিক্ৰম নাছিল। তাতে বৰপেটা ঘন বসতিপূৰ্ণ অঞ্চল। গতিকে ৰাজ আলিত মল-মূত্ৰ ত্যাগ কৰাটো বৰপেটাৰ কাৰণে অকল ৰুচিবিৰুদ্ধই নহয়, স্বাস্থ্যৰ বাবেও অতিশয় বিপজ্জনক কথা। তৰুণ অম্বিকাগিৰীয়ে নিজে কোৰ আৰু বাঢ়নী লৈ আলিৰ দাঁতিৰপৰা মানুহৰ শৌচ আঁতৰোৱা কামত লাগি গ'ল। তেওঁৰ আদৰ্শই বৰপেটাৰ তৰুণ সমাজত এটা নতুন চেতনা জাগ্ৰত কৰিলে। তেওঁৰ নেতৃত্বত এটা সেৱাদল গঠিত হ'ল। এই সেৱাদলৰ যোগেদি অম্বিকা-গিৰীয়ে বৰপেটীয়া ৰাইজৰ মাজত থকা ভালেমান সামাজিক কুপ্ৰথা আঁতৰালে। আনহাতে তেওঁ দুখীয়া লোকৰ সহায়ৰ বাবে বিশেষকৈ দুখীয়া ছাত্ৰৰ সহায়ৰ বাবে ৰাইজৰপৰা বৰঙণি তুলি এটা ধনভঁৰাল স্থাপন কৰিলে। শাৰীৰিকভাৱে সুস্থ সবল ন'হলে সমাজ তথা জাতি ঠন্ ধৰি উঠিব নোৱাৰে। অম্বিকাগিৰীয়ে এই সত্য ভালদৰে উপলব্ধি

কৰিছিল। সেইবাবে তেওঁ বৰপেটাত এটা ব্যায়ামশালা আৰু চাৰ্কাচ দলো সংগঠন কৰিলে। আনহাতে তেওঁ দেখিলে যে আত্মবিস্মৃত জাতি এটাই কেতিয়াও স্বাধীনতা অৰ্জন কৰিব নোৱাৰে আৰু কৰিলেও তাৰ সুফল ভোগ কৰিব নোৱাৰে। সেই সময়ত অসমৰ য'তে ত'তে বঙলা গীত, মাত, নাটক আৰু যাত্ৰাদলৰ অপৰিসীম প্ৰভাৱ আছিল। আনকি বৰপেটাৰ নিচিনা অসমৰ বৈষ্ণৱ সংস্কৃতিৰ মুখ্য কেন্দ্ৰৰ নাট্যামোদীসকলে বঙলা নাটৰহে ভাওনা কৰিছিল। তৰুণ বিপ্লৱী অম্বিকাগিৰীৰ এই কথা সহ্য ন'হ'ল। বঙ্গ বিচ্ছেদৰ বিৰুদ্ধে সংগ্ৰাম চলাই চৰকাৰৰ ৰোষানলত পৰা অম্বিকাগিৰীয়ে বৰপেটাত বঙলা সংস্কৃতিৰ প্ৰভাৱৰ বিৰুদ্ধে অভিযান চলালে। তেওঁ অসমীয়া যাত্ৰাদলৰ সংগঠন কৰিলে, নিজে অসমীয়া ভাষাত নাট ৰচনা কৰিলে আৰু নিজে 'তালিম' দি সেই নাটৰ ভাওনা দেখুৱাই ৰাইজক চমৎকৃত কৰি দিলে। এইদৰে কিছুসময়ৰ ভিতৰতে বৰপেটাৰপৰা বঙলা নাটক আৰু গানৰ প্ৰভাৱ নাইকীয়া হ'ল। এই উদ্দেশ্যেই বৰপেটাত অম্বিকাগিৰীয়ে 'জয়দ্ৰথ বধ', 'ভক্তগৌৰৱ' আৰু 'কল্যাণময়ী' নামৰ নাট লিখে, প্ৰথম দুখন পৌৰাণিক আৰু শেহৰখন সামাজিক। পিচত অসমৰ আন আন ঠাইতো এই নাট কেইখন সুখ্যাতিৰে অভিনীত হয়।

বৰপেটাত অন্তৰীণ হৈ থকা অৱস্থাতে অম্বিকাগিৰীয়ে তেওঁৰ সুবিখ্যাত কৱিতাৰ পুথি 'তুমি' আৰু 'বীণা' ৰচনা কৰি উলিয়ায়।

১৯১৪ চনত অম্বিকাগিৰীৰ গতিবিধিৰ ওপৰত জাৰী কৰা নিষেধাজ্ঞা তুলি লোৱা হয়। তেতিয়া তেওঁ ডিব্ৰুগড়লৈ যায় আৰু শিক্ষকতা কৰি ১৯১৮ চনলৈ তাতে থাকে। তাৰ পিচতে তেওঁ গুৱাহাটীলৈ আহে আৰু গুৱাহাটীত স্থায়ীভাৱে থাকিবলৈ লয়।

দৰিদ্ৰতা আছিল অম্বিকাগিৰীৰ চিৰলগৰীয়া, কিন্তু তাৰ বাবে তেওঁ তেওঁৰ লক্ষ্যসাধনত আগবাঢ়িবলৈ অলপো কুণ্ঠাবোধ নকৰিছিল। আনৰ ঠাট্টা-বিদ্ৰূপ আৰু বন্ধুৰ হিতোপদেশলৈ কাণ নিদি মাথোন দুটকা মূলধনেৰে তেওঁ গুৱাহাটীত অৰুণা প্ৰেছ নামেৰে এটা ছপাকল স্থাপন

কৰে ১৯১৮ চনত আৰু লগে লগে 'চেতনা' নামেৰে এখন মাহেকীয়া আলোচনী কাকত নিজে সম্পাদনা কৰি উলিয়ায়। অম্বিকাগিৰীৰ কঠোৰ শ্ৰম আৰু প্ৰাণ-চঞ্চল অগ্নিময়ী ভাষাৰ প্ৰভাৱত অৰুণা প্ৰেছ আৰু 'চেতনা' কাকত কম দিনৰ ভিতৰতে স্বাৱলম্বী হৈ উঠে। 'চেতনা'ই অসমীয়া সাহিত্যত এক প্ৰকাৰে ক'বলৈ গ'লে এটা নতন যুগৰ সৃষ্টি কৰে। কিন্তু ইতিমধ্যে দেশত বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে প্ৰবল বিক্ষোভৰ সঞ্চাৰ হয়। জালিনৱালাৱাগৰ হত্যাকাণ্ডই সমগ্ৰ ভাৰতকে বিক্ষুব্ধ কৰি তোলে, ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতে সত্যাগ্ৰহ সংগ্ৰাম আৰম্ভ কৰে।

মুক্তিযুদ্ধৰ অনিৰুদ্ধ সেনানী অম্বিকাগিৰী দেশমাতৃৰ আহ্বানত কিদৰে হাত সাবটি বহি থাকিব পাৰে? তেওঁ আন ভালেমান তৰুণ-তৰুণীৰ নিচিনাকৈ এই মুক্তি সংগ্ৰামত জঁপিয়াই পৰে।

এই অসহযোগ আন্দোলনত যোগদান কৰা হেতুকে অম্বিকাগিৰীক দুবছৰৰ সশ্ৰম কাৰাদণ্ড বিহা হয়। মহাত্মা গান্ধীয়ে সত্যাগ্ৰহীসকলৰ কাৰাগাৰক মাতৃভূমিৰ মুক্তিপূজাৰ মন্দিৰ বুলি গণ্য কৰিবলৈ উপদেশ দিছিল। কিন্তু তেতিয়া ফাটেকত বন্দীসকলৰ প্ৰতি নানা প্ৰকাৰৰ অত্যাচাৰ চলোৱা হৈছিল। তদুপৰি কয়দীসকলে চৰকাৰৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি নিতৌ পুৱাতে "চৰকাৰ চালাম" বুলি কৈ সামূহিক-ভাৱে ৰাজশক্তিক নমস্কাৰ জনাব লাগিছিল। অম্বিকাগিৰী আদি কেবাজনো নিৰ্ভীক ৰাজনৈতিক বন্দীয়ে ফাটেক কৰ্তৃপক্ষৰ এইবোৰ ব্যৱহাৰৰ ঘোৰ প্ৰতিবাদ কৰিলে। ফলত অম্বিকাগিৰীক বিপজ্জনক কয়দী বুলি 'চেল' বা নিজান ফাটেকত থোৱা হ'ল আৰু তেওঁক পিন্ধিবলৈ দিয়া হ'ল চুটি কাপোৰৰ সাজ। ইফালে শিল ভঙা আৰু তেলপেৰা আদি অতিশয় কঠোৰ কামত লগাই তেওঁৰ শাস্তি দিয়াৰ বিধান হ'ল। এনেবোৰ কায়িক শ্ৰমত নিযুক্ত থাকিলেও অম্বিকাগিৰীৰ শিল্পীমন জাগ্ৰত হৈ উঠিল। তেওঁ মুখে মুখে ভালেমান গীত ৰচনা কৰিলে। 'অ' অভাগা, তই ভাঙিব লাগিব শিল' আদি বিখ্যাত গীতবোৰ

তেওঁ ফাটেকত শিলভাঙি থাকোতে ৰচনা কৰা। পিচত এই গীতবোৰৰ কিছুমানৰ ইংৰাজী ভাঙনি কৰি 'কাৰাগাৰৰ গীত' বা 'Songs Of The Cell' নাম দি পুথিৰ আকাৰে প্ৰকাশ কৰা হয়।

অম্বিকাগিৰী ফাটেকত থাকোতেই তেওঁ হিয়াভগা কঠোৰ শ্ৰমেৰে স্থাপন কৰা অৰুণা প্ৰেছ আৰু চেতনা কাৰ্যালয় জুইত পুৰি ছাই হৈ যায়। লগতে তেওঁৰ ৰচিত ভালেমান পুথিৰ একমাত্ৰ পাণ্ডুলিপিবোৰ অগ্নিদেৱতাৰ আহুতি হয়। এই পুথিবোৰ ধ্বংস হোৱাটো অসমীয়া ভাষাৰ বাবে অতি ক্ষতিৰ কথা। দুবছৰ ফাটেকৰ মিয়াদ উকলি গ'লত ৰায়-চৌধুৰীয়ে আকৌ প্ৰেছটো পুনৰ গঢ়ি তুলি 'চেতনা' প্ৰকাশৰ কামত আত্মনিয়োগ কৰে। কিন্তু 'শতাধাৰ" নামৰ এখন নিজৰ ৰাজনৈতিক মতবাদৰ পুথি প্ৰকাশ কৰি তেওঁ আকৌ চৰকাৰৰ কোপানলত পৰে। পুথিখন বাজেয়াপ্ত কৰা হয় আৰু পুথিৰ ৰচক ৰায়চৌধুৰীক তিনিমাহৰ ফাটেক বিহা হয় আৰু লগতে জৰিমনাও কৰা হয়।

অম্বিকাগিৰীৰ জীৱন-দৰ্শনৰ মূলকথা আছিল নিজৰ ঐতিহ্য পাহৰি যোৱা কোনো ব্যক্তি বা জাতিয়ে আত্ম-প্ৰতিষ্ঠা কৰিব নোৱাৰে। অসমৰ অতীতৰ গৌৰৱময় ঐতিহ্যৰ কথা অসমীয়া মানুহে পাহৰি যোৱাত আৰু অসমবাসী নিজৰ ঘৰতে আলহীত পৰিণত হোৱাৰ অৱস্থা উদ্ভৱ হোৱাত তেওঁ মৰ্মে মৰ্মে বেজাৰ অনুভৱ কৰিছিল। দুবাৰ ফাটেকত বাস কৰিবলগীয়া হোৱাত এই সম্বন্ধে তেওঁ গভীৰভাৱে অনুধাৱন কৰাৰ সুযোগ পালে। তেওঁৰ নিশ্চিত প্ৰতীতি জন্মিল যে অসমীয়া মানুহ আত্মবিস্মৃত হৈ থাকিলে ভাৰত স্বাধীন হ'লেও অসমীয়াৰ বাবে সেই স্বাধীনতাৰ অৰ্থ বিশেষ একো নেথাকিব। গতিকে অসমীয়া মানুহ আন আন ভাৰতীয় মানুহৰ সমকক্ষ হৈ উঠিব লাগিব। ভাৰতৰ স্বাধীনতা সংগ্ৰামত নিষ্ঠাৱান, কৰ্তব্যদীপ্ত অধিনায়ক, নায়ক আৰু সেনানীৰ অভাৱ নাই। কিন্তু অসমীয়াৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ এতিয়াও সূচনাই হোৱা নাই। ' অসমো ভাৰতৰে অবিচ্ছেদ্য অঙ্গ, অকল ভাৰতৰে নহয়, সমগ্ৰ বিশ্ব-সভ্যতাতো

অসমে নিজৰ প্ৰতিভাৰে অৰিহণা যোগাব লাগিব। গতিকে ভাৰতীয় কংগ্ৰেছ মহাসভাৰ সক্ৰিয় সদস্য আৰু অসমৰ এজনা প্ৰতিষ্ঠাৱান কংগ্ৰেছী কৰ্ম্মীহিচাপে আটাইৰে স্বীকৃতি লাভ কৰিও অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়া জাতিৰ আত্মপ্ৰতিষ্ঠাৰ বাবে ন্যায়সঙ্গতভাৱে কাৰ্যসূচী হাতত লোৱাৰ উদ্দেশ্যে এটা স্বকীয়া সংস্থা স্থাপন কৰিলে। এইদৰে ১৯২৬ চনত 'অসমীয়া সংৰক্ষিণী সভা' স্থাপন কৰা হয়। অম্বিকাগিৰী তেতিয়াও কংগ্ৰেছ প্ৰতিষ্ঠাৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। ১৯২৬ চনৰ পাচত বহা কংগ্ৰেছ মহাসভাৰ উদ্বোধনী গীতৰ ৰচনা, সুৰ-সংযোগ আৰু গোৱাৰ ভাৰ স্বাভাৱিকতে পৰিছিল অসমৰ সুপৰিচিত সঙ্গীতশিল্পী অম্বিকাগিৰীৰ ওপৰত। নিভাজ অসমীয়া বৰগীতৰ সুৰত পাণ্ডু কংগ্ৰেছৰ উদ্বোধনী সঙ্গীত 'বন্দো কি ছন্দেৰে' গীতটি গোৱা শেষ হোৱাৰ লগে লগে সেই মহাসভাত সমবেত লাখ লাখ লোক মুগ্ধ হৈ সঙ্গীত শিল্পীজনৰ প্ৰতি ৰলাগি চাই আছিল। আনকি ইয়াৰ পিচত মাদ্ৰাজত কংগ্ৰেছৰ অধিবেশন হোৱাতো এই গীতটিৰ অনুলিপি প্ৰতিনিধি আৰু দৰ্শকসকলৰ মাজত বিলাই দিয়া হৈছিল। গতিকে অম্বিকাগিৰীৰ গীতটোৱে ৰাইজৰ অন্তৰত কিদৰে ৰেখাপাত কৰিছিল ইয়াৰপৰাই প্ৰমাণ পোৱা যায়।

সি যি কি নহওক, অম্বিকাগিৰীয়ে এতিয়া লাহে লাহে কংগ্ৰেছৰ সক্ৰিয় কাৰ্যসূচীৰপৰা ফালৰি কাটি গৈ অসমীয়াৰ আত্ম-প্ৰতিষ্ঠাৰ আন্দোলনত একাণপতীয়াকৈ নিজৰ প্ৰেৰণামূলক বলিষ্ঠ ব্যক্তিত্ব নিয়োজিত কৰে। ১৯৩৫ চনত তেওঁ 'অসমীয়া সংৰক্ষিণী সভা'ৰ ঠাইত অধিক প্ৰশস্ত আকাৰত অসম জাতীয় মহাসভা স্থাপন কৰে আৰু জীৱনৰ শেষ মুহূৰ্তলৈকে এই সংস্থাৰ যোগেদি অসমীয়া ৰাইজক নিজৰ ভৰিত থিয় দি প্ৰকৃত মানুহ হিচাপে জীয়াই থাকিবলৈ শঙ্খনিনাদেৰে সততে সঁকিয়াই দি যায়। লগতে তেওঁৰ আদৰ্শৰ মুখপত্ৰ হিচাপে 'ডেকা অসম' নিজৰ সম্পাদনাত প্ৰকাশ কৰে।

'ডেকা অসম'ৰ সম্পাদক, প্ৰবন্ধ লিখক, কম্পজিটৰ, প্ৰুফ ৰিডাৰ, আৰু প্ৰিণ্টাৰ স্বয়ং অম্বিকাগিৰী। অকল সেয়ে নহয়, 'ডেকা অসম'ত লেবেল মৰা, ঠিকনা লিখা, আৰু গ্ৰাহকলৈ পঠোৱাৰ যাৱতীয় কামো কৰিছিল কাকতৰ সম্পাদকে নিজে। তদুপৰি গুৱাহাটীৰ প্ৰায় ১২।১৪ বৰ্গমাইল এলেকা পদব্ৰজে ভ্ৰমণ কৰি প্ৰায় চাৰিশ গ্ৰাহকক 'ডেকা-অসম' যোগোৱাৰ কামো কাকতখনৰ স্বয়ং স্বত্বাধিকাৰী আৰু সম্পাদক অম্বিকাগিৰীয়ে কৰিছিল। সংবাদ-সেৱাৰ বুৰঞ্জীত এনে দৃষ্টান্ত সতকাই বিচাৰি পোৱা নেযায়।

কৱিক ক্ৰান্তদৰ্শী বোলা হয়। অম্বিকাগিৰীও আছিল এগৰাকী অনুভূতিসম্পন্ন কৱি। তেওঁ সংবেদনশীল কল্পনাশক্তিৰে এখন ভাবী বিশ্বসমাজৰ আঁচনি যুগুত কৰি উলিয়াইছিল। পিচত ইয়াৰ ইংৰাজী ভাঙনি প্ৰকাশ কৰা হয় আৰু ইয়াত আদৰ্শ সম্বন্ধে খ্যাতনামা দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেল আদিয়ে সহমত প্ৰকাশ কৰে। অম্বিকাগিৰীৰ মতে অসমৰ প্ৰতি অন্যায় কৰিলে সমগ্ৰ ভাৰতৰে অন্যায় কৰা হয় আৰু তাৰ দ্বাৰা তেওঁৰ কল্পিত বিশ্বসমাজৰ চিত্ৰ ম্লান আৰু ক্ষুণ্ণ কৰা হয়। গতিকেই তেওঁ অসমৰ প্ৰতি কোনোবাই কিবা অন্যায় কৰিলে তাৰ বিৰুদ্ধে সিংহ-গৰ্জ্জনেৰে প্ৰতিবাদ কৰিছিল আৰু দেশবাসীক সেই সম্বন্ধে সতৰ্ক কৰি দিছিল। অম্বিকাগিৰীৰ চিন্তাধাৰামতে অসমীয়া জাতীযতাবাদ ভাৰতীয় জাতীয়তাবাদৰ প্ৰতিদ্বন্দী নহয়, পৰিপূৰকহে। কিন্তু তেওঁৰ দৰ্শনত সম্প্ৰসাৰণবাদৰ বাবে, সংৰক্ষিত সাৰ্থৰ বাবে গাজেই গছ হৈ বহি লৈ শাখা-প্ৰশাখা বিস্তাৰ কৰিবলৈ বিচৰা মনোভাবৰ বাবে অলপো ঠাই নাছিল। সেই হেতুকে তেওঁ ভাৰতীয় তথা অসমীয়া জাতীয়তাবাদৰ আদৰ্শৰ পৰিপন্থী হোৱা হেতুকে 'বৃহত্তৰ বঙ্গ' আদি আন্দোলনৰ বিৰোধিতা কৰিছিল। অথচ অম্বিকাগিৰীৰ ৰাজনৈতিক জীৱন সূচনা হৈছিল বঙ্গ বিচ্ছেদ ব্যৱস্থাৰ বিৰুদ্ধে প্ৰতিবাদ কৰি আৰু তাৰ বাবে অশেষ নিৰ্য্যাতনো হাঁহিমুখেৰে বৰণ কৰিছিল।

আদৰ্শ আৰু বাস্তৱৰ মাজত সদায় ব্যৱধান থাকে। কল্পনাবিলাসী, অনুভূতিপ্ৰৱণ কৱি হিচাপে অম্বিকাগিৰীয়ে আদৰ্শৰাজ্যত নিৰ্ভীকভাৱে স্বচ্ছন্দগতিৰে বিচৰণ কৰিব পাৰিছিল, কিন্তু তেওঁৰ আদৰ্শবোৰ বাস্তৱত পৰিণত কৰিবলৈ আন্তৰিকতাৰে চেষ্টা কৰিছিল। এই ক্ষেত্ৰত সাফল্যৰ তুলনাত তেওঁ সদায় অধিক মাত্ৰাত ব্যৰ্থতাৰ সন্মুখীন হ'বলগীয়া হৈছিল। অম্বিকাগিৰীয়ে মৰ্মে মৰ্মে অনুভৱ কৰিছিল যে অসমীয়া শিক্ষিত ডেকাসমাজ বেহা-বেপাৰ আৰু উদ্যোগৰ প্ৰতি আকৃষ্ট নহ'লে অকল চৰকাৰী চাকৰিৰ দ্বাৰাই এটা জাতি গঢ়ি উঠিব নোৱাৰে। সেই হেতুকে নিজৰ অদম্য কৰ্মপ্ৰেৰণাকে মূলধন হিচাপে লৈ তেওঁ ১৯২৭ চনত গুৱাহাটীত 'কামৰূপ মায়াবিনী কেমিকেল ৱৰ্কচ' নামেৰে এটা কাৰখানা স্থাপন কৰে। এই কাৰখানাত কিছুদিন ধৰি চিয়াহী, ফিনাইল, চাবোন, আদি নিত্য ব্যৱহাৰ্য বয়বস্তু প্ৰস্তুত কৰা হয়। কিন্তু মূলধন আৰু পৃষ্ঠপোষকতাৰ অভাৱত কাৰখানা বন্ধ হৈ যায়। আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়ে যদি বেঙ্গল কেমিকেল স্থাপন কৰি বঙ্গদেশৰ তৰুণ সমাজক আত্মনিৰ্ভৰশীল হোৱাৰ উপায় কৰি দিব পাৰে, তেন্তে অম্বিকাগিৰীয়ে ডেকা অসমৰ বাবে তেনে এটা ব্যৱস্থা নকৰিব কিয়? অম্বিকাগিৰীয়ে এটা কৱিতাত এইদৰে নিজৰ কৰ্মদৰ্শনৰ আভাস দিছে—

"বিঘ্ন বহুল
যি পথেদি কেৱল আঁচোৰ লাগে,
সেইখিনিতে মোৰ জীৱনৰ
দীপ্ত শিখা জ্বলে—"

কৱি ৰবীন্দ্ৰনাথ ঠাকুৰৰ শান্তিনিকেতনক এদিনাখন চৰম আৰ্থিক সংকটৰপৰা উদ্ধাৰ কৰিবলৈ মহাত্মা গান্ধীৰ বাস্তৱবাদী মধ্যস্থতাৰ প্ৰয়োজন হৈছিল। কিন্তু ডন কুইকচটৰ নিচিনাকৈ আদৰ্শবাদী অম্বিকাগিৰীয়ে অসমীয়া জাতিক সুস্থ সবল হিচাপে গঢ়ি তুলিবলৈ

ৰচা নানা আঁচনিবোৰ সাফল্যমণ্ডিত হৈ মুঠিলে তাত আচৰিত হ'ব-লগীয়া একো কথা নাই।

অম্বিকাগিৰী মানুহজন দেখাত কঠোৰ যেন লাগিলেও তেওঁৰ অন্তৰখন আছিল সৰু ল'ৰাৰ নিচিনা। তেওঁ কুটনীতিজ্ঞানত তেনেই অনভিজ্ঞ আছিল, অথচ সফল ৰাজনীতিজ্ঞ হ'বলৈ হ'লে কুটনীতি-বিশাৰদ নহ'লে নচলে। তেওঁ আছিল অতিশয় স্পষ্টভাষী, আন-হাতে নিজৰ আদৰ্শ আৰু ভাবধাৰাৰ যুক্তি-যুক্ততা সম্বন্ধে বলিষ্ঠ আত্ম-বিশ্বাসেৰে উদ্বুদ্ধ। কিন্তু বাস্তৱতাৰ কঢ় আঘাতত তেওঁৰ আদৰ্শ ক্ষুণ্ণ হোৱাৰ উপক্ৰম দেখা দিলে তেওঁ নিজেও বিক্ষুব্ধ হৈ উঠিছিল। ফলত বাস্তৱিক আৰু কল্পিত প্ৰতিপক্ষক অতিশয় কঠোৰ ভাষাৰে আলোচনা বা সময়ত তিৰস্কাৰ কৰিবলৈকো কুণ্ঠিত নহৈছিল। পৰিণামত ৰাজনৈতিক আৰু সামাজিক জীৱনত অম্বিকাগিৰীৰ কঠোৰ আলোচক আৰু প্ৰতিপক্ষৰ সংখ্যা আছিল অলেখ। ভাৰতীয় ৰাজনীতিত 'লৌহ মানৱ' বুলি জনাজাত চৰ্দাৰ পেটেলে এবাৰ নিজৰ স্পষ্ট ভাষণৰ অভ্যাস সম্বন্ধে নিজে সমালোচনা কৰি কৈছিল যে তেওঁ মহাত্মা গান্ধীৰপৰা সঁচা কথা ক'বলৈ শিকিলে সঁচা, বুধিটো হ'লে আয়ত্ত কৰিব নোৱাৰিলে। আবেগপ্ৰৱণ আদৰ্শবাদী কৰি অম্বিকাগিৰীৰ ক্ষেত্ৰত এই মন্তব্য আৰু অধিক মাত্ৰাত প্ৰযোজ্য।

ৰাজহুৱা কাম আৰু আদৰ্শক বাস্তৱত পৰিণত কৰাত সততে ব্যস্ত থাকিবলগীয়া হোৱাত ৰায় চৌধুৰীয়ে সংসাৰ বন্ধনত সোমোৱাৰ আহৰিকে পোৱা নাছিল। কিন্তু শুভানুধ্যায়ী সকলৰ আক্ৰান্তি, বিশেষকৈ আৰাধ্যা মাতৃদেৱীৰ ঐকান্তিক ইচ্ছাত প্ৰায় ছকুৰি বছৰ বয়সত অম্বিকাগিৰী বিবাহ পাশত আবদ্ধ হয়। তেওঁ কামৰূপ জিলাৰ নলবাৰী অঞ্চলৰ নিজ পকোৱা গাঁৱৰ মহাপুৰুষ মাধৱদেৱৰ বৈমাত্ৰেয় ভ্ৰাতৃ দামোদৰ ভূঞা বংশৰ কালিচৰণ চৌধুৰীৰ জীয়াৰী কৌশল্যা দেৱীৰ পাণি গ্ৰহণ কৰে। সেই সময়ত অসমৰ প্ৰাচীন বংশবোৰত শান্তি হোৱাৰ পিচলৈ আবিয়ৈ ছোৱালী ৰখাৰ নিয়ম

নাছিল। গতিকে অম্বিকাগিৰী ৰায়চৌধুৰী আৰু তেওঁৰ পত্নীৰ বয়সৰ মাজত প্ৰায় ২৯।৩০ বছৰৰ ব্যৱধান আছিল। তদুপৰি নতুন দম্পতীৰ ব্যক্তিত্বৰ মাজত থকা ব্যৱধান আছিল মণিব নোৱৰা বিধৰ। এহাতে এগৰাকী সাধাৰণ গাঁৱলীয়া সদ্বংশৰ তেনেই অনভিজ্ঞ ছোৱালী, আনহাতে আনজন সদৌ অসমতে সুপৰিচিত, অথচ নিজৰ সংসাৰৰ প্ৰতি প্ৰায় অনাসক্ত 'ব'ম ভোলানাথ' লোক-যাৰ ধনৰ ভঁৰাল ৰিক্ত; কিন্তু কামৰ হ'লে বিৰাম নাই, তেওঁৰ ঘৰলৈ অহা নানা শ্ৰেণীৰ মানুহৰো অভাৱ কোনো দিনে নহয়। কিন্তু কেইদিনমানৰ ভিতৰতে কৌশল্যা দেৱীয়ে তেওঁৰ স্বামীৰ আদৰ্শবাদী জীৱনৰ লগত নিজকে খাপ খুৱাই লয় আৰু অম্বিকাগিৰীৰ বাবে তেওঁ হৈ পৰে একমাত্ৰ সান্ত্বনা, প্ৰেৰণা আৰু বিশ্ৰামৰ কেন্দ্ৰ।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়া জাতিৰ ঘৰ সংৰক্ষণ কৰিবলৈ 'সংৰক্ষিণী আন্দোলন'ৰ পৰিচালনা কৰিছিল, কিন্তু তেওঁৰ নিজৰ বুলিবলৈ গুৱাহাটী বা আন ক'তো এচপৰা মাটিও নাছিল। পৈত্ৰিক মাটি-বাৰী কেতিয়াবাই আনৰ হাতলৈ গৈছিল। গুৱাহাটীত আনৰ মাটি লীজ লৈ সাধাৰণ প'জা একোটা সাজি তাৰেপৰাই অসমীয়া জাতিৰ উদ্ধাৰৰ আঁচনি ৰচনা কৰিছিল, কালত প্ৰকাশ কৰিছিল আৰু সময়ে সময়ে আন্দোলনৰো সংগঠন কৰিছিল। কিন্তু চহৰৰ মাটিৰ মূল্য বৃদ্ধিৰ লগে লগে মাটিৰ মালিকে ৰায়চৌধুৰীক তাৰপৰা উচ্ছেদ কৰিছিল।

এইদৰে ৰায়চৌধুৰীক কতবাৰ মাটিৰ মালিকে আইনৰ অনুকম্পাহীন সুযোগ লৈ ঘৰভাঙি দি উচ্ছেদ কৰিছে আৰু নিজৰ স্বামীৰ সৈতে নীৰৱে নিৰাশ্ৰয় ল'ৰাছোৱালীকেইটিক লৈ কৌশল্যা দেৱীয়েও ৰাজপথতে আশ্ৰয় লৈছে! আদৰ্শনিষ্ঠ অম্বিকাগিৰীয়ে বীৰদৰ্পে জানিবা ভাগ্যৰ এনে বিড়ম্বনা হাঁহি মুখেৰে সহ্য কৰিছে, কিন্তু সন্তানজননী কৌশল্যা দেৱীৰ বাবে এনে অভিজ্ঞতা কিমান নিষ্ঠুৰ কিমান অসহনীয় আছিল তাক সহজতে অনুমান কৰিব পৰা যাব। হয়তো তেনে অৱস্থাত ৰায় চৌধুৰীৰ হাতত নাই এটা পইচা, নাই ঘৰ সজাৰ আন আহিলাপাতি।

কিন্তু অম্বিকাগিৰীয়ে বীৰদৰ্পে এনে দুৰ্যোগৰো সন্মুখীন হৈছে। ৰাজপথৰ দাঁতিত আনে পেলাই দিয়া বুকুলি খেৰ গোটাই নি নিজহাতেৰে আকৌ ক'ৰবাত পঁজা এটা সাজিলৈ তাতে পৰিয়ালটিক আশ্ৰয় দি পুনৰ নিজৰ আদৰ্শ সংগ্ৰামত আত্মনিয়োগ কৰি দিছে। এনেকৈ কেইবা ঠাইৰো-পৰা উচ্ছেদৰ নিৰ্যাতন ভোগ কৰি অম্বিকাগিৰী ৰায় চৌধুৰীয়ে গুৱাহাটীৰ শিল পুখুৰীৰ ওচৰত এডৰা চৰকাৰী মাটি দখল কৰি লৈ তাতে আশ্ৰয় লয়। ইয়াতো তেওঁৰ ওপৰত আইনৰ ৰাজদণ্ড নপৰাকৈ থকা নাছিল। অৱশেষত জানিবা চৰকাৰে এই মাটিডৰা ৰায় চৌধুৰীৰ নামতে পট্টন কৰে। ইয়াতে তেওঁ স্থায়ীভাৱে ঘৰ সাজি পাৰয়ালটোৰ প্ৰতি থকা কৰ্তাৰ প্ৰধান দায়িত্ব এটা আংশিকভাৱে পালন কাৰবলৈ সক্ষম হয়; আৰু এইদৰে কিছু সান্ত্বনা লাভ কৰে।

পিতৃ মাতৃ আৰু শহুৰ—এই তিনিও কুলৰ ফালৰপৰা অম্বিকাগিৰী আছিল অসমৰ বৈষ্ণৱ ধৰ্ম্ম আৰু সংস্কৃতিৰ উত্তৰাধিকাৰী। তেওঁ বৈষ্ণৱসকলৰ পৱিত্ৰ গ্ৰন্থ গীতা-ভাগৱতৰপৰা অদম্য কৰ্তব্যনিষ্ঠা সম্বন্ধে প্ৰেৰণা লাভ কৰে। আনহাতে তেওঁ পশ্চিমীয়া সাহিত্যৰ গুপুত ভঁৰালতো আলিবাবাৰ ভূমিকাত অৱতীৰ্ণ হোৱাৰ বিশেষ সুযোগ নাপালে। ফলত কৰি অম্বিকাগিৰীৰ সাহিত্য-প্ৰতিভা অসমৰে সাৰ-জীপ লৈ এটা বিশিষ্ট ভঙ্গীৰে স্বতঃস্ফূৰ্তভাৱে বিকশি উঠিল। ব্যৱহাৰিক জীৱনত আদৰ্শবলীয়া মানুহ জনৰ নিচিনাকৈয়ে তেওঁৰ কাব্য প্ৰবাহো বাৰিষা কৰ্মনাশাত খুন্দা খোৱা ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতৰ নিচিনাকৈয়ে বিক্ষুব্ধ ছন্দৰ বিপ্লৱী তালত নাচি উঠে। কৱিৰ কল্পনা ৰাজ্যত উদয় হয় ৰামধেনুৰ বোল সনা নানা চিত্ৰ আৰু সেইবোৰক ভাষাত বন্দী কৰিবলৈ তেওঁ উত্ৰাৱল হয়। এনে অৱস্থাত ব্যাকৰণ বা অভিধানৰ অনুশাসনৰ কথা ভাবি সময় নষ্ট কৰিবলৈ তেওঁৰ সময় ক'ত? অকল কৱিতাতে নহয়, গদ্যৰ ভাষা-বিন্যাসতো অম্বিকাগিৰী এজন বিপ্লৱী কলাকাৰ, আন কোনোবা অপৈণত শিল্পীয়ে ভাষাৰ ওপৰত এইদৰে স্বাধীনতা ল'বলৈ গ'লে নিজকে হাঁতিয়াতৰ পাত্ৰহে কৰা হ'ব। কিন্তু

অম্বিকাগিৰীৰ বলিষ্ঠ লেখনীৰ স্বচ্ছন্দগ্ৰাহিকা শক্তিৰ গুণত অকল আচহুৱা অসমীয়া শব্দই নহয়—বঙলা, উৰ্দু আৰু হিন্দী আদি শব্দ-বিন্যাসেও বিচিত্ৰ ৰূপ লৈ নতুন নতুন চিত্ৰৰ ইঙ্গিত দি অভিনৱ প্ৰকাশ ভঙ্গীমাৰে আৱিৰ্ভাব হৈছে। আনহাতে আকৌ সঙ্গীত শিল্পী হিচাপে তেওঁ তেওঁৰ ৰচিত গীতবোৰত সদায় নিভাঁজ অসমীয়া ৰাইজক নিজৰ গৌৰৱপূৰ্ণ সঙ্গীতৰ ঐতিহ্যৰ কথা সঁকিয়াই দি গৈছে।

অম্বিকাগিৰীৰ নিচিনা বহুমুখী ব্যক্তিত্ব পোৱাটো অতিশয় দুৰ্লভ। তেওঁ অকল ৰাজনৈতিক নেতা বা সমাজ সংস্কাৰকে নাছিল। তেওঁ আছিল এজনা সঙ্গীতশিল্পী, সুগায়ক, গীতৰচক আৰু যন্ত্ৰসঙ্গীতজ্ঞ। আনহাতে তেওঁ আছিল ব্যায়ামবিদ্, আৰু চাৰ্কাচ দল আৰু যাত্ৰা দলৰ সংগঠক। তেওঁ এবাৰ নে দুবাৰ ৰাজহুৱা অনুষ্ঠানত নিজে নৃত্য প্ৰদৰ্শনো কৰিছিল। তদুপৰি তেওঁ আছিল সংবাদজীৱী, মুদ্ৰক, কম্পজিটাৰ আৰু মেছিনমেন। কিন্তু সবাৰো উপৰি তেওঁ আছিল কৱি। তেওঁৰ গদ্য পুৰুষত্বব্যঞ্জক হ'লেও সি সদায় কাব্য-ছন্দত চঞ্চল, অমূৰ্তভাবক মূৰ্তৰূপ দিয়াৰ সফল প্ৰয়াস। জীৱনৰ আন আন ক্ষেত্ৰত তেওঁৰ আদৰ্শ আৰু বাস্তৱ সাফল্যৰ মাজত যথেষ্ট ব্যৱধান থাকিলেও সাহিত্যক্ষেত্ৰত তেওঁৰ কীৰ্তি যুগমীয়া হৈ থাকিল। অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাও হয় অম্বিকাগিৰী ৰায়চৌধুৰীৰ উদ্যোগত। আজি এই অনুষ্ঠান দিনক ঠন ধৰি উঠাটো ৰায়চৌধৰীৰ কাৰণে নিঃসন্দেহে অফুৰন্ত আনন্দৰ কথা আছিল।

ৰায়চৌধুৰীয়ে ১৯০৪ চনৰপৰাই আৰম্ভ কৰা তেওঁৰ সুদীৰ্ঘ কৰ্মময় জীৱনত নানা সংস্থা স্থাপন কৰাৰ লগে লগে অলেখ প্ৰবন্ধ, কৱিতা, গীত, নাটক ৰচনা কৰে। সেইবোৰৰ ভালেমান এতিয়াও 'চেতনা' ডেকা অসম আৰু অসমীয়া ভাষাৰ আন আন আলোচনী কাকত বা বাতৰি কাকতৰ পিঠিতে বৈ আছে যা সংৰক্ষণৰ অভাৱত নষ্ট হৈছে। সেইবোৰ সংগ্ৰহ কৰি বৈজ্ঞানিক পদ্ধতিৰে সম্পাদন কৰি লৈ প্ৰকাশ কৰাটো এটা জাতীয় কৰ্তব্য পালনৰ অনুৰূপ কাম হ'ব। তেওঁৰ ডেকা বয়সৰ

ভালেমান ৰচনা অকণা প্ৰেছ পোৱাৰ লগতে পুৰি ধ্বংস হয়। কেতবোৰ তেতিয়াৰ চৰকাৰে বাজেয়াপ্ত কৰি নষ্ট কৰে। পুথিৰ আকাৰে প্ৰকাশিত তেওঁৰ ৰচনা 'তুমি,' 'বীণা' 'জগতৰ শেষ আদৰ্শ' আৰু 'বিশ্বশান্তি স্থাপনৰ উপায়,' 'ডেকাডেকেৰীৰ বেদ.' 'আহুতি,' 'অনুভূতি,' 'বন্দো কি ছন্দেৰে,' 'স্থাপন কৰ,' 'জয়দ্ৰথ বধ' নাটক আদি অসমীয়া ভাষাৰ আপুৰুগীয়া সম্পদ। 'বেদনাৰ উল্কা' নামৰ তেওঁৰ দেশ প্ৰেমমূলক গীতৰ সংগ্ৰহে অসমীয়া ভাষাৰ এখন লেখত ল'বলগীয়া শ্ৰেষ্ঠ ৰচনা হিচাপে সাহিত্য একাডেমীৰ বঁটা লাভ কৰে। কিন্তু গ্ৰন্থকাৰে নিজে হয়াৰ আনন্দ লাভ কৰিব নোৱাৰিলে, তেওঁৰ মৃত্যুৰ পিচতহে এই বঁটা দিয়াৰ কথা ঘোষণা কৰা হয়।

নিজৰ কাব্যৰ স্বৰূপ বৰ্ণনা কৰি অম্বিকাগিৰীয়ে দীপ্তকণ্ঠে ঘোষণা কৰিছিল—

"এইটো নহয় হাঁহি তামচাৰ
ভাগৰ জুকুৰা গান ;
ই যে জীৱনমৰণ একাকাৰ কৰা
অগ্নি বীণাৰ তান।"

১৯৬৭ চনৰ ২ জানুৱাৰীৰ দিনা সন্ধিয়া চাৰে ছয় বজাৰ অলপ পিচতে অগ্নিবীণৰ অক্লান্তবাদক অম্বিকাগিৰীৰ কণ্ঠ চিৰদিনৰ বাবে ৰুদ্ধ হৈ যায়। অগ্নি-কৱিৰ জীৱন মৰণৰ লগত মিলি যায়। কিন্তু অম্বিকাগিৰীৰ প্ৰেৰণাময় কৰ্ম্মচঞ্চল-ব্যক্তিত্বৰ জীয়া অগনি জানো ডেকা অসমৰ বাবে কেতিয়াবা নিষ্প্ৰভ হ'ব ?

———